# ॥ অসমীয়া ৰামায়ণী সাহিত্য ॥

## ॥ কথাবস্তুৰ আঁতিগুৰি ॥

## ॥ প্ৰথম খণ্ড ॥



"অন্তর্যামী নারায়ণে যেনে প্রকাশিলা লোক
তাকে মর্ত্যে কীর্তলো যেমত।
কহিলো সকলে যাব জানি কথা পরিহাস
যাহা চৈতৌ দেখা যত যত॥
পরে রাম চরিত্র আনো সব কথা যত
দিও রামকথালে নিশ্চয়।
গঙ্গার জলত যত পরে নদী নালাময়
তাক কোনে তোলিবা আছয়॥"

গ্ৰন্থৰ নাম ঃ
অসমীয়া ৰামায়ণী সাহিত্য ঃ কথাবস্তুৰ আঁতিগুৰি

লেখিকা ঃ
শ্ৰীকেশদা মহন্ত
প্ৰৱক্তা, জগন্নাথ বৰুৱা মহাবিদ্যালয়, যোৰহাট - ১

প্ৰকাশক ঃ
শ্ৰীবাপচন্দ্ৰ মহন্ত
শ্ৰীমতী কেশদা মহন্ত
যোৰহাট

প্ৰথম প্ৰকাশ ঃ
১৯৮৪ চন, ১১ আগষ্ট

মূল্য ঃ
পকাবন্ধা ঃ- ৫০'০০ টকা
কেঁচাবন্ধা ঃ- ৪৫'০০ টকা

বেটুপাত আঁকিছে —
অভিনৱপ্ৰকাশ মহন্ত
জগন্নাথ বৰুৱা মহাবিদ্যালয়
যোৰহাট - ১

ছপা ঃ
মুদ্ৰণ প্ৰিণ্টাৰ্চ
যোৰহাট

## ॥ উৎসৰ্গা ॥

পৰমপূজনীয়া শাহু আই
৺জীৱকান্তি মহন্তৰ
পবিত্ৰ স্মৃতিত

পূজনীয়া আই,

আপুনি চন্দনধূসৰিত কপালেৰে খনীয়া কাপোৰৰ ওৰণি টানি কলৰ গুৰিৰূপৰা নি আপোনাৰ নিচলা পঁজাত সুমুৱাৰে দিন ধৰি আপোনাৰ জীৱনৰ অন্তিম দিনটোলৈকে বুলি এই অভাজনক প্ৰতিপালন কৰি গ'ল। বিনিময়ত এই অকিঞ্চনৰূপৰা মাত্ৰ বাৰ ঘণ্টাৰ শুশ্ৰূষা লৈ অপাৰ্থিৱ সম্পদৰ সঁফুৰাটি আমালৈ এৰি থৈ আপুনি ১৯০২ শকৰ পুহমাহৰ ১ তাৰিখ মঙ্গলবাৰে শুকুলা দশমীৰ জোনাকী পথেদি 'গোকুলে চলে ৰে মুৰাৰু' কল্যাণ খৰমানৰ তালে তালে অজান দেশলৈ গতি কৰিলে। সেই গীতৰ সুৰধ্বনিত আমালৈ থৈ গ'ল শেৱালি-তগৰ-কথনা ফুলৰ আৰু ধূপ-দীপ চন্দনৰ সুবাস বিয়পাই 'বাসুদেউ পূজা' কৰি কৰ্মময় দিনটোৰ পাতনি মেলা ৺কফাআতাৰ চুলা লগা খৰমৰ ছন্দোময় অনুৰণন।

আই, ইহ জনমত আপোনাৰ ঋণ আমি শুজিব নোৱাৰোঁ। অভাজন সন্তানে এই নিঃকিন গ্ৰন্থখনিকে আগ বঢ়াই আপোনালৈ সেৱা জনাইছে।

সেৱিকা
— বোৱাৰীয়েক
শ্ৰাৱণী পূৰ্ণিমা, ১৯০৬ শক

# ॥ আগ কথা ॥

প্ৰাক্‌শংকৰী যুগৰপৰা বৰ্তমানলৈকে লোকসাহিত্যকে আদি কৰি অসমীয়া ভাষাৰ সকলো ৰামায়ণ-মূলক ৰচনা আলোচনালৈ আনি 'অসমীয়া ৰামায়ণী সাহিত্য : কথাবস্তুৰ আঁতিগুৰি' — এই শিৰোনামত এখনি গ্ৰন্থ প্ৰণয়ন কৰাৰ মানসেৰে এই লেখিকাই লিখাৰ কাম হাতত লোৱা দুই দশকেই হ'বৰ হ'ল। প্ৰবন্ধ আকাৰে ভালেখিনি আলোচনা ইতিমধ্যে অসমীয়া সংবাদ-পত্ৰ আৰু পত্ৰিকাসমূহত প্ৰকাশ পাইছে। এই আলোচনাসমূহত মূলতঃ কথাবস্তুৰ ওপৰত গুৰুত্ব দিয়া হৈছে।

ভবামতে সমগ্ৰ অসমীয়া ৰামায়ণমূলক ৰচনাৰ আলোচনা একেখন গ্ৰন্থতে আগবঢ়াব পৰা নহ'ল। অসমীয়া ৰামায়ণমূলক সাহিত্যৰ পটভূমি স্বৰূপে ভাৰতীয় ৰামায়ণমূলক সাহিত্যৰ চমু পৰিচয় দাঙি ধৰি ৰামায়ণৰ কথাবস্তুৰ ক্ৰম অনুসৰি মাধৱদেৱৰ আদিকাণ্ড, মাধৱকন্দলীৰ পাঁচোটা কাণ্ড আৰু শংকৰদেৱৰ উত্তৰাকাণ্ড, হৰিবৰ বিপ্ৰৰ 'লৱ কুশৰ যুদ্ধ' আৰু গুৰু দুজনাৰ গীত-নাটক অন্তভূ'ক্ত কৰি প্ৰথম পৰ্যায়ৰ আলোচনাখিনি কৰা হ'ল। সাধাৰণ পাঠকলৈ দৃষ্টি ৰাখি বিষয়সমূহ ফঁহিয়াই যাওঁতে আলোচনা বহল হৈ পৰিল, গতিকে সদ্যহতে অৰণ্যকাণ্ডলৈকে প্ৰথম খণ্ডৰ অন্তৰ্ভুক্ত কৰি গ্ৰন্থখনি ছপা কৰিব লগা হ'ল।

কথাবস্তুৰ আঁতিগুৰি নিৰ্ণয়ৰ ক্ষেত্ৰত খৰচি মাৰিবলৈ যত্ন কৰা হৈছে; খৰচি মৰিছে বুলি কোৱাৰ দুঃসাহস অৱশ্যে কৰিব নোৱাৰি। অসমীয়া ৰামায়ণী সাহিত্যৰ কথাবস্তুৰ আঁতিগুৰি বিচাৰি যাওঁতে জ্ঞাতসাৰে-অজ্ঞাতসাৰে বহুজন লেখক-আলোচকৰ চিন্তাশীলতাৰ পোহৰত আগ বাঢ়িছোঁ। পোনপটীয়াকৈ সহায় লোৱা গ্ৰন্থসমূহৰ নাম প্ৰসংগত উল্লেখ কৰি যোৱা হৈছে। ড° কামিল বুল্কেৰ 'ৰামকথা'ৰ সহায় সততে লোৱা হৈছে। সমূহলৈকে কৃতজ্ঞতাৰে মূৰ দোঁৱাইছোঁ। 'সাতকাণ্ড ৰামায়ণ'ৰ পাঠ দত্তবৰুৱা সম্পাদিত সংস্কৰণৰ।

'অসমীয়া ৰামায়ণ সাহিত্য' নামৰ (১৯৪৮ চনৰ ডিচেম্বৰ মাহত প্ৰকাশিত) ছকুৰি পৃষ্ঠাৰ গ্ৰন্থখনিৰ দ্বাৰা অধ্যাপক শ্ৰীউপেন্দ্ৰ চন্দ্ৰ লেখাৰুৱে সেই সময়ত পাৰ পৰা সীমিত সম্ভাৱেৰে সেতে বিষয়টোৰ আলোচনাৰ ক্ষেত্ৰত বাট কাটি থৈ গৈছে। আজিৰ দৃষ্টিৰে এই গ্ৰন্থৰ অনেকখিনি সিদ্ধান্তই

নিৰ্ভুল নহ'ব পাৰে, কিন্তু অসমীয়া ৰামায়ণ সাহিত্যৰ বিষয়ে থাউকতে দিব পৰাকৈ অসমীয়া ভাষাত লেখকদেৱৰ গ্ৰন্থখনৰ বাহিৰে দ্বিতীয় এখন গ্ৰন্থ আজিও ওলোৱা নাই। পূৰ্বসূৰী লেখকদেৱলৈ মূৰ দোঁৱাইছোঁ।

'সীতাৰ বনবাস ৰামৰ অকাৰ্যনে' শীৰ্ষক (২২ মে', ১৯৬৬ সংখ্যা 'নতুন অসমীয়া'ত প্ৰকাশিত) প্ৰবন্ধ এটাৰ চোকা সমালোচনাৰে এই লেখিকাক বন্ধুবৰ শ্ৰীবিশ্বেশ্বৰ হাজৰিকাই ৰামকথাৰ অধ্যয়নত একেবাহে লাগি থাকিবলৈ প্ৰণোদিত কৰিছিলে, তেখেতলৈ কৃতজ্ঞতা থাকিল। আৱশ্যকীয় কিতাপ-পত্ৰ সময়মতে ব্যৱহাৰ কৰিবলৈ সুবিধা কৰি দিয়াৰ বাবে জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ গ্ৰন্থাগাৰিক শ্ৰীদিলীপ শৰ্মালৈ আৰু বিশেষকৈ শ্ৰীযুতা হেমাঙ্গিনী বৰুৱালৈ কৃতজ্ঞতা জনাইছোঁ। অন্তিম দিনলৈকে কিতাপখনৰ খা-খবৰ কৰি আমাক আশীৰ্বাদধন্য কৰি থৈ যোৱা বকুলবনৰ কবি শ্ৰীআনন্দ চন্দ্ৰ বৰুৱা আৰু শ্ৰীশ্ৰীমিত্ৰদেৱ মহন্ত অধিকাৰ দেৱক কৃতজ্ঞতাৰে সোঁৱৰণ কৰিছোঁ। গ্ৰন্থখনি চকুত লগাকৈ ছপা কৰিব নোৱাৰা কাৰণটো যাইকৈ আৰ্থিক। সীমিত সুবিধাৰেই 'ৰূপম প্ৰিণ্টাৰ্চ'ৰ স্বত্বাধিকাৰী শ্ৰীযুত বদন বৰুৱাই সহানুভূতিৰে সৈতে কামখিনি কৰি দিয়াৰ বাবে তেখেতলৈ কৃতজ্ঞতা থাকিল। ছপা সম্পৰ্কীয় সকলো কামতে কৰি দিয়া সহায়ৰ বাবে শ্ৰীযুত ৰূপচন্দ্ৰ মহন্তৰ শলাগ ল'বই লাগিব। অৱশেষত সুধী পাঠকবৃন্দলৈ আমাৰ এয়ে নিবেদন —

গচ্ছতঃ স্খলনং ক্বাপি ভৱত্যেৱ প্ৰমাদতঃ।
হসন্তি দুৰ্জনাস্তত্ৰ সমাদধতি সাধৱঃ॥

গৈ থকাজনে প্ৰমাদবশতঃ পিছল খায়; সাধুসকলে তাক দেখি নেহাঁহে; সমাধানৰ উপায়হে দিয়ে। ইতি

কেশদা মহন্ত, প্ৰবক্তা,
সংস্কৃত বিভাগ
জগন্নাথ বৰুৱা মহাবিদ্যালয়
যোৰহাট
১১।৮।৮৪

# ॥ সূচীপত্ৰ ॥

॥ প্ৰথম অধ্যায় ॥



॥ দ্বিতীয় অধ্যায় ॥

# ॥ অসমীয়া ৰামায়ণী সাহিত্য ॥

## ॥ কথাবস্তুৰ আঁতিগুৰি ॥

### ॥ প্ৰথম অধ্যায় ॥

ৰামায়ণৰ কাহিনী আৰু ৰামৰ জীৱন-চৰিতে কেৱল যে ভাৰতৰ জনমানসতে আদৰণীয় স্থান অধিকাৰ কৰি আছে সেইটো নহয়, তিব্বত, খোটান (পূব তুৰ্কিস্তান), যবদ্বীপ, মালয় উপদ্বীপ, ইন্দোচীন, শ্যাম, ব্ৰহ্ম, কাম্বোডিয়া, সিংহল প্ৰভৃতি দেশতো বহু কাল ধৰি ৰাম-কথাই সাংস্কৃতিক জীৱনত এবাৰ নোৱৰা সম্পৰ্কেৰে জনমানসত সুদৃঢ় আসন অধিকাৰ কৰি আছে। বৌদ্ধজাতকৰ যোগেদি ৰামায়ণৰ কাহিনী চীন দেশতো প্ৰচলিত হৈছিল। আজিও কম্বুদেশ আৰু চীনত ৰামায়ণৰ কাহিনীৰ জনপ্ৰিয়তাই ইয়াৰ কালজয়ী আবেদনৰ কথাকে ঘোষণা কৰে।

### ॥ বৈদিক সাহিত্য আৰু ৰামকথা ॥

ৰামায়ণী কথাৰ মূল বিচাৰি অনুসন্ধিৎসু সকলে বৈদিক সাহিত্য পাত-পাত কৰি চাই ৰামায়ণী কথাৰ লগত জড়িত চৰিত্ৰ আৰু স্থান সমূহৰ উল্লেখ বিচাৰি উলিয়াইছে। নিজ নিজ বিচাৰ অনুযায়ী বিভিন্ন জনে সেই উল্লেখসমূহক ভিত্তি কৰি 'ৰামকথা'ৰ বিভিন্ন ব্যাখ্যা দাঙি ধৰিছে। আমাৰ আলোচ্য বিষয়ৰ লগত সেই ব্যাখ্যাসমূহৰ সম্পৰ্ক নথকা বাবে সেই বিলাকৰ আলোচনাৰ পৰা বিৰত থকা হ'ল। বিজ্ঞজনে দাঙি ধৰা অভিমতৰ আলম্বন লৈ বৈদিক সাহিত্যত 'ৰামকথা'ৰ অস্তিত্ব সম্ভাৱনা সম্পৰ্কতহে অতি চমুকৈ ইয়াত আলোচনা দাঙি ধৰিব খুজিছোঁ।

ঋগ্বেদত ( ১০/৯৩/১৪ ) এজন ৰজা ৰূপে, তৈত্তিৰীয় আৰণ্যকত (৫/৮/১৩) ৰমণীয় পুত্ৰৰ অৰ্থত, ঐতৰেয় ব্ৰাহ্মণ, শতপথ ব্ৰাহ্মণ আৰু জৈমিনীয় উপনিষদ্ ব্ৰাহ্মণত ব্ৰাহ্মণবিশেষৰ নাম স্বৰূপে ৰাম নামটো পোৱা যায়। সীৰলুৰ অধিষ্ঠাত্ৰী দেৱীৰূপে ঋগ্বেদত (৪/৫৭ সূঃ) ইন্দ্ৰৰ লগত জড়িত কৰি সীতাৰ নামটো পোৱা যায়; অন্য বেদ তথা বৈদিক সাহিত্যতো এই অৰ্থতে সীতা শব্দটোৰ প্ৰয়োগ হোৱা দেখা যায়। ঋগ্বেদৰ এক দানস্তুতিত ( ১/১২৬/৪ ) প্ৰশংসনীয় ৰজা স্বৰূপে দশৰথৰ নামটো পোৱা যায়। তৈত্তিৰীয় ব্ৰাহ্মণ ( ৩/১০/৯ ), শতপথ ব্ৰাহ্মণ, জৈমিনি ব্ৰাহ্মণ, বৃহদাৰণ্যক উপনিষদ্ প্ৰভৃতি অনেক স্থলত জনক বৈদেহৰ নাম পোৱা যায়। শতপথ ব্ৰাহ্মণ ( ১০/৬/১/২ ) আৰু ছান্দোগ্য উপনিষদত ( ৫/১১/৪ ) অশ্বপতি কৈকেয়ৰ নাম বৈশ্বানৰ-তত্ত্বজ্ঞ স্বৰূপে পোৱা যায়। ঋগ্বেদত ( ১০/৬০/৪ ) ৰজা স্বৰূপে আৰু অথৰ্ববেদত ( ১৯/৩৯/৯ ) এজন পূৰ্বকালৰ ব্যক্তিস্বৰূপে ইক্ষাকুৰ নাম পোৱা যায়। মন কৰিবলগীয়া কথা যে ৰামকথাৰ লগত জড়িত এই নাম সমূহৰ উল্লেখ বৈদিক সাহিত্যত আছে যদিও, বৈদিক সাহিত্যৰ ক'তো ৰামায়ণৰ কাহিনীৰ সংকেত পোৱা নাযায় আৰু এই চৰিত্ৰ সমূহৰ, আনকি নানাপে বহুল ভাবে উল্লিখিত সীতা আৰু জনকৰ মাজতো সম্পৰ্ক থকাৰ কথা ক'তো ইঙ্গিত মাত্ৰও কৰা নাই। গতিকে বৈদিক যুগত যে 'ৰামকথা' ৰ প্ৰচলন নাছিল, সেই কথা সহজেই অনুমান কৰিব পাৰি।

পাণিনিৰ 'অষ্টাধ্যায়ী' গ্ৰন্থত ৰামায়ণ বা বাল্মীকিৰ উল্লেখ পোৱা নাযায়। এই গ্ৰন্থখনিৰ ৰচনাকাল খৃঃ পূঃ ৫ম শতিকা। 'অষ্টাধ্যায়ী' ৰ কেইটামান সূত্ৰত কৈকেয়ী ( ৭/৩/২ ), কৌসল্যা ( ৫/১/১৫৫ ) আৰু শূৰ্পণখাৰ ( ৬/২/১২২ ) প্ৰতি ইঙ্গিত কৰা যেন ধাৰণা হয়। খৃঃ পূঃ চতুৰ্থ শতিকাত ৰচিত কৌটিল্যৰ অৰ্থশাস্ত্ৰত পৰস্ত্ৰীৰ প্ৰতি লোলুপতাৰ ফলত ৰাৱণৰ বিনাশ ঘটাৰ কথা উল্লেখ কৰিছে ( মানাদ্ ৰাৱণঃ পৰদাৰানপ্ৰয়চ্ছন্ বিনশ্যতি ...... ১/৫/৩ )।

আদিকবি বাল্মীকিয়ে ৰামায়ণ ৰচনা কৰাৰ আগৰেপৰা যে ৰামৰ কাহিনীটো এক প্ৰাচীন কাহিনী স্বৰূপে চলি আছিছিল এই বিষয়ত বিদ্বান সকলৰ মাজত মতভেদ প্ৰায় নাই বুলিব পাৰি; মতভেদ আছে বাল্মীকিয়ে

ৰামৰ আখ্যানটো ক'ৰপৰা গ্ৰহণ কৰিছে সেই বিষয়তহে। আমাৰ আলোচ্য বিষয়ৰ লগত সেই বিষয়ৰ পোনপটীয়া সম্পৰ্ক নাই বাবে বাহুল্যলৈ নগৈ কথাটো উল্লেখ মাত্ৰ কৰি থোৱা হ'ল।

## ॥ বাল্মীকীয় ৰামায়ণ ॥

লৌকিক সংস্কৃত ভাষাত ৰচিত 'আদিকাব্য' বাল্মীকি মুনি-ৰচিত ৰামায়ণ'ৰ সাহিত্যিক আলোচনা, অসমীয়া ভাষাতো কাব্যতত্ত্বজ্ঞ অনেকজন সুধীয়ে কৰি গৈছে। আমাৰ গ্ৰন্থৰ আলোচ্য বিষয়লৈ লক্ষ্য ৰাখি ইয়াত মহাকাব্যখনিৰ ৰচনা কাল আৰু কথাবস্তুৰ বিষয়তহে সামান্য আলোচনা দাঙি ধৰিব খুজিছোঁ।

বালকাণ্ড, আযোধ্যাকাণ্ড, অৰণ্যকাণ্ড, কিষ্কিন্ধ্যাকাণ্ড, সুন্দৰকাণ্ড, যুদ্ধ বা লংকা কাণ্ড আৰু উত্তৰ কাণ্ড— এই সাতোটা কাণ্ডত, 'বাল্মীকীয় ৰামায়ণ'ত ৰামৰ আখ্যান বৰ্ণনা কৰা হৈছে। ইয়াৰ ভিতৰত প্ৰথম আৰু সপ্তম কাণ্ডটো মহৰ্ষি বাল্মীকিৰ ৰচনা নহয়; ই পিছৰ সংযোজনহে — এই বুলি বহুসংখ্যক বিদ্বানে মত প্ৰকাশ কৰে। অযোধ্যাকাণ্ডৰ পৰা যুদ্ধকাণ্ডলৈকে এই পাঁচোটা কাণ্ডকে সেই বিদ্বানসকলে বাল্মীকিৰ ৰচনা বুলি স্বীকাৰ কৰে যদিও, এই কাণ্ডকেইটাতো পাছৰ যুগত কৰা সংযোজনা পৰিলক্ষিত হয়। তেনেকুৱা সৰুসুৰা প্ৰক্ষেপখিনিৰ কথা আমাৰ প্ৰস্তুত সংশ্লিষ্ট বিষয়-সমূহৰ আলোচনাৰ প্ৰসংগত যথা স্থানত কোৱা হৈছে। ইয়াত 'বাল্মীকীয়' ৰামায়ণত মুখ্য প্ৰক্ষেপ ৰূপে স্বীকৃত বালকাণ্ড আৰু উত্তৰকাণ্ডটোৰ সম্পৰ্ক-তহে থোৰতে আলোচনা কৰা হ'ব।

# ॥ বাল্মীকীয় ৰামায়ণৰ পাঠ ॥

'বাল্মীকীয় ৰামায়ণ'ৰ বিভিন্ন ঠাইত প্ৰচলিত পাঠ সমূহ একে নহয়। ভাৰতৰ বিভিন্ন ঠাইত প্ৰচলিত পাঠ সমূহৰ তুলনা কৰি পোৱা সাম্যৰ ভিত্তিত 'বাল্মীকীয় ৰামায়ণ'ৰ তিনিটা মুখ্য পাঠ বুলি ধৰা হয়—

(১) দাক্ষিণাত্য পাঠ— ড° কামিল বুল্কেই 'গুজৰাটী প্ৰিণ্টিং প্ৰেচ (বোম্বাই) আৰু, নিৰ্ণয় সাগৰ প্ৰেচ (বোম্বাই)ৰ পৰা প্ৰকাশিত সংস্কৰণ দুটা আৰু দাক্ষিণাত্য সংস্কৰণৰ পাঠক 'দাক্ষিণাত্য পাঠ'ৰ অন্তৰ্ভুক্ত কৰিছে। তেওঁ এই পাঠৰ প্ৰচলন ব্যাপক আৰু তুলনামূলক ভাবে অধিক বুলি কৈছে।

বলদেব উপাধ্যায়ৰ 'সংস্কৃত সাহিত্যকা ইতিহাস' গ্ৰন্থত বোম্বাইৰ নিৰ্ণয় সাগৰ প্ৰেচৰ পৰা প্ৰকাশিত সংস্কৰণটোক দেবনাগৰী সংস্কৰণ বুলিছে আৰু কুম্ভকোণমৰ পৰা প্ৰকাশিত সংস্কৰণটোক দক্ষিণ ভাৰত সংস্কৰণ বুলিছে। তেওঁ এই বুলিও মত প্ৰকাশ কৰিছে যে দক্ষিণ ভাৰত সংস্কৰণ আৰু দেবনাগৰী সংস্কৰণৰ মাজত বিশেষ পাৰ্থক্য নাই।

ড° বুল্কেই সেই কাৰণেই এই দুটা পাঠক বেলেগ পাঠ বুলি নধৰি 'দাক্ষিণাত্য পাঠ' বুলিছে যেন অনুমান হয়।

(২) গৌড়ীয় পাঠ— ড° গোৰেচিঅ'ই পেৰিচৰ পৰা এই পাঠটো প্ৰকাশ কৰিছিল। কলিকতা সংস্কৃত চিৰিজৰ সংস্কৰণটোৰো পাঠ গৌড়ীয় পাঠ। লোকনাথৰ প্ৰখ্যাত টীকা সম্বলিত এই গৌড়ীয় পাঠকে অমৰেশ্বৰ ঠাকুৰৰ সম্পাদনাত প্ৰকাশ পাইছে। বলদেব উপাধ্যায়ে এই পাঠক 'বঙ্গাল সংস্কৰণ' বুলিছে।

(৩) পশ্চিমোত্তৰীয় পাঠ—ড° বুল্কেই এই বুলি নামকৰণ কৰা পাঠটোক বলদেব উপাধ্যায়ে 'কাশ্মীৰ সংস্কৰণ' বুলিছে আৰু এই সংস্কৰণটো মাইকৈ উত্তৰ-পশ্চিম ভাৰতত প্ৰচলিত আছিল বুলিছে। পশ্চিমোত্তৰীয় পাঠৰ এই সংস্কৰণ লাহোৰৰ দয়ানন্দ মহাবিদ্যালয়ৰ পৰা প্ৰকাশ হৈছিল।

ওপৰত আলোচনা কৰি অহা পাঠ সমূহৰ একোটাত অন্য পাঠত নথকা শ্লোক পোৱা যায়। দাক্ষিণাত্য পাঠ আৰু গৌড়ীয় পাঠৰ তুলনা কৰি পোৱা হৈছে যে দুয়োটা পাঠত সম্পূৰ্ণ গ্ৰন্থখনৰ এক তৃতীয়াংশহে একেখিনি শ্লোক পোৱা যায়। তদুপৰি তিনিওটা পাঠত থকা শ্লোক সমূহত পাঠৰ প্ৰভেদ আৰু ক্ৰমৰ অমিলো আছে।

এই পাঠান্তৰ ঘটাৰ কাৰণ হৈছে বাল্মীকিকৃত ৰামায়ণখন বহু কাল ধৰি মানুহৰ মুখে মুখে চলি আহিছিল। পাছত বিভিন্ন ঠাইত এই দৰে মৌখিক পৰম্পৰাত চলি অহা কথাবিলাক লিখিত ৰূপ দিয়া হয়। লিপিকাৰৰ হাতত শব্দৰ ক্ষেত্ৰত ঘটা পাৰ্থক্যবোৰ এই পাঠ সমূহ নিৰ্ণয়ত ধৰা হোৱা নাই। উল্লেখযোগ্য যে তিনিওটা পাঠৰ মাজত যেনেকুৱাকৈ শ্লোকৰ তাৰতম্য দেখা যায়, সেই অনুপাতে আখ্যান ভাগৰ তাৰতম্য নাই।

তিনিওটা পাঠ তুলনা কৰিলে দেখা যায় যে উত্তৰ কাণ্ডটোত বিশেষ পাৰ্থক্য নাই ঘটা। তাৰপৰা অনুমান কৰিব পাৰি যে এই কাণ্ডটো নিৰ্দ্দিষ্ট ৰূপ লাভ কৰাৰ পাছহে, আগৰ মুখে মুখে চলি অহাত অনেকখিনি পাৰ্থক্য ঘটা কাণ্ড কেইটাৰ লগত সংযোগ কৰা হয়। উত্তৰ কাণ্ডটো পূৰ্বে ৰচনা হোৱা হ'লে ইকেইটা কাণ্ডৰ দৰে ইয়াৰ ক্ষেত্ৰতো পাঠ কেইটাত বহুল পাৰ্থক্য ঘটা দেখা পলহেঁতেন।

গৌড়ীয় আৰু পশ্চিমোত্তৰীয় পাঠৰ মাজত মিল বেছি আৰু এই দুয়োটা পাঠতে দাক্ষিণাত্য পাঠত থকা 'আৰ্ষ প্ৰয়োগ' সমূহ শুধৰাই পেলোৱা হৈছে। এই দুয়োটা পাঠ একেলগে লৈ যদি দাক্ষিণাত্য পাঠৰ লগত তুলনা কৰি চোৱা হয়, তেতিয়া এটা সময়ত উত্তৰ ভাৰতত এটা উদীচ্যীয়া পাঠ স্বৰূপে গৌড়ীয় পশ্চিমোত্তৰীয় পাঠ দুটা আছিল বুলি অনুমান কৰিব পাৰি। ড° বুল্কেই এই পাঠ দুটাক একেলগে 'উদীচ্য' বা উত্তৰৰ পাঠ বুলিছে।

## ॥ বালকাণ্ড আৰু উত্তৰকাণ্ড ॥

### । বাল্মীকীয় ৰামায়ণত পৰৱৰ্তী সংযোজনা ।

বাল্মীকীয় ৰামায়ণ'ৰ বালকাণ্ডৰ প্ৰথম সৰ্গত নাৰদে বাল্মীকিৰ আগত সমগ্ৰ ৰামচৰিত বৰ্ণনা কৰি শুনাইছে । ৰামচৰিত কৈ শেষ হোৱাৰ পাছত 'এতদাখ্যানমায়ুষ্যং পঠন্ ৰামায়ণং নৰঃ' — এই ৰামায়ণৰ আখ্যান আয়ুস-কাৰক আৰু এই ৰামায়ণ পঢ়ি মানুহে — ' ইত্যাদি বুলি সেইখিনিকে ৰামায়ণৰ সম্পূৰ্ণ কাহিনী বুলি বুজাইছে। নাৰদে বৰ্ণোৱা এই ৰামচৰিত বা ৰামায়ণত বালকাণ্ড আৰু উত্তৰকাণ্ডৰ ঘটনাৱলীৰ উল্লেখ নাই। বাল্মীকিয়ে নাৰদৰ পৰা শুনা কথাৰেই ব্ৰহ্মাৰ আদেশমতে ৰামায়ণ ৰচনা কৰে। তেনে স্থলত নাৰদে নোকোৱা কথাখিনি বাল্মীকিৰ ৰচনা কেনেকৈ হয়?

যেতিয়া কালক্ৰমত বাল্মীকি মুনিৰ ৰচিত ৰামায়ণত বালকাণ্ড আৰু উত্তৰকাণ্ডৰ কথাখিনি যোগ দিয়া হ'ল, তেতিয়া নাৰদে নোকোৱা এই দুই কাণ্ডৰ কথাখিনি বাল্মীকি মুনিয়ে যোগস্থ হৈ দৰ্শন কৰিবলৈ পালে বুলি[1] ৰামায়ণৰ বিষয়বস্তু স্বৰূপে ভৰাই দিয়া হ'ল। ব্ৰহ্মাই আদেশ কৰাৰ পাছত ৰামায়ণ ৰচনা কৰিবলৈ লৈ যোগস্থ হৈ বাল্মীকিয়ে অতীতৰ সকলো ঘটনা প্ৰত্যক্ষ কৰি ৰামৰ সমস্ত কথা লিখিবলৈ ল'লে বুলি ৰামায়ণৰ বিষয়বস্তুৰ দ্বিতীয় এখন তালিকা দাঙি ধৰা হ'ল —

স যথা কথিতং পূৰ্বং নাৰদেন মহাত্মনা।
ৰঘুবংশস্য চৰিতং চকাৰ ভগবানৃষিঃ ॥ ৯
জন্ম ৰামস্য সুমহদ্ বীৰ্যং সৰ্বানুকূলতাম্ ।
লোকস্য প্ৰিয়তাং ক্ষান্তিং সৌম্যতাং সত্যশীলতাম্ ॥ ১০
নানা চিত্ৰা কথাশ্চান্যা বিশ্বামিত্ৰ সহায়নে।
জানকাশ্চ বিবাহংচ ধনুষশ্চ বিভেদনম্ ॥ ১১

---

১ ততঃ পশ্যতি ধৰ্মাত্মা তৎ সৰ্বং যোগমাস্থিতঃ।
পুৰা যৎ তত্ৰ নিৰ্বৃত্তং পাণাবামলকং যথা। বাঃ ১।৩।৬

ৰাম-ৰামবিবাদংচ গুণান্ দাশৰথেস্তথা।
তথাভিষেকং ৰামস্য কৈকেয্যা দুষ্টভাবতাম্॥ ১২ (ৰা: ১।৩ স:)

ইয়াত নাৰদে নোকোৱা কথাবোৰো 'নাৰদে পূৰ্বে বিৱৰণ কৈ'ছলে' বুলি, ৰামৰ জন্মকথা, বিশ্বামিত্ৰৰ সহায়ৰ অৰ্থে যাওঁতে ঘটা নানা ঘটনা-ৱলী, সীতাৰ বিবাহ, ধনুভঙ্গ, পৰশুৰামৰ লগত বিবাদ — এই বালকাণ্ডৰ ঘটনাৱলীও সুমুৱাই দিয়া হৈছে। সেইদৰে ৰামায়ণৰ বিষয়বস্তুৰ এই তালিকা খনৰ শেষত নাৰদে নোকোৱা অথচ উত্তৰকাণ্ডত অন্তৰ্ভুক্ত কৰা কথাবোৰ নাৰদে কোৱা বুলি জুৰি দিয়া হৈছে —

ৰামাভিষেকাভ্যুদয়ং সৰ্বসৈন্যবিসৰ্জনম্।
স্বৰাষ্ট্ৰৰঞ্জনংচৈৱ বৈদেহ্যাশ্চ বিসৰ্জনম্॥ ৩৮
অনাগতং চ যৎকিঞ্চিদ্ ৰামস্য বসুধাতলে।
তচ্চকাৰোত্তৰে কাব্যে বাল্মীকিৰ্ভগৱানৃষিঃ॥ ৩৯ (ৰা: ১।৩স:)

অভিষেকৰ অন্তত ৰামে সমস্ত সৈন্যক বিদায় দিয়াৰ পাছত নিজ ৰাজ্যক সন্তোষ দিয়া, বৈদেহীক বিসৰ্জন দিয়া আৰু পৃথিৱীত ৰামৰ ভবিষ্যতে ঘটিব লগীয়া সকলো কথা ভগৱান বাল্মীকি ঋষিয়ে উত্তৰকাব্য'ত ৰচনা কৰিলে।

ওপৰত উদ্ধৃত শ্লোক দুটাৰ শেষৰ তিনি শাৰীত সীতাবিসৰ্জনলৈকে তালিকাভুক্ত কৰি পাছৰ ঘটনাৱলী 'ভৱিষ্যতে হ'বলগীয়া' বুলি সামৰি থোৱাৰ পৰা বুজিব পাৰি যে এই তালিকা প্ৰস্তুত কৰা সময়ত সীতা-বিসৰ্জনলৈকেহে উত্তৰকাণ্ডৰ ৰচনাৰ কাম শেষ হৈছিল। যেতিয়া সম্পূৰ্ণ উত্তৰ কাণ্ডৰ ৰচনা কৰি সংযোজনা কৰাৰ কাম ফেৰা হৈ উঠিল, তেতিয়া তাৰ যুক্তিযুক্ততা প্ৰতিপন্ন কৰিবলৈ উদীচ্য পাঠ দুটাত (গৌ: ১।৩; পশ্চিমো: ১।৩ সৰ্গত) ৰামায়ণৰ সাতোকাণ্ডৰ বিষয়বস্তু অন্তৰ্ভুক্ত কৰি এখন তালিকা পুনৰ ভৰাই দিয়া হ'ল। এইদৰে পাছত তালিকা প্ৰস্তুত কৰা 'পুনৰুক্ত' কাৰ্য্যই বালকাণ্ড আৰু উত্তৰকাণ্ড যে প্ৰক্ষিপ্ত ৰচনা সেই সম্পৰ্কত বিশ্বাস দৃঢ় কৰি তোলে।

বালকাণ্ড আৰু উত্তৰকাণ্ডৰ ৰচনা শৈলী মাজৰ কাণ্ড পাঁচোটাৰ শৈলীতকৈ বেলেগ। বালকাণ্ডত বৰ্ণনা কৰা প্ৰায় আধাধিনি কথাবোৰ

মূল ৰামকথাৰ লগত সম্পৰ্ক নাই। সগৰ-বৃত্তান্ত, সমুদ্ৰ-মন্থনৰ আখ্যান, বিশ্বামিত্ৰ সম্পৰ্কীয় দীঘলীয়া বৃত্তান্তসমূহ — এনে ধৰণৰ কথাবোৰ পুৰাণ সমূহৰ গ্ৰন্থন-পদ্ধতিৰে অৱতাৰণা কৰা হৈছে।

সেইদৰে উত্তৰকাণ্ডতো আৰম্ভণিতে তেত্ৰিছটা সৰ্গজুৰি ৰাৱণ আৰু হনুমানৰ লগত জড়িত আখ্যান সমূহ বৰ্ণনা কৰি লৈহে মূল ৰামকথাৰ প্ৰৱাহলৈ ঘূৰি আহিছে। তাৰ পাছতো নৃগ, নিমি, যযাতি, শ্বেত, ইন্দ্ৰ, ইল আদিৰ আখ্যানবিলাকৰ বৰ্ণনাই মূল ৰামকথাৰ ধাৰাবাহিকতা ক্ষুণ্ণ কৰি তুলিছে। ইয়াৰ পাছত বাকী থকা উত্তৰকাণ্ডৰ আধা অংশত ৰামচৰিতকে বৰ্ণনা কৰা হৈছে যদিও সেই বৰ্ণনাতো পাৰস্পৰিক সামঞ্জস্যৰ অভাৱ অনুভৱ হয়। সীতাবিসৰ্জন, শত্ৰুঘ্নচৰিত, শম্বুকবধ, ৰামৰ অশ্বমেধ, সীতাৰ পাতাল প্ৰৱেশ প্ৰভৃতি ঘটনাৱলীৰ বৰ্ণনাত পাৰম্পৰিক কাব্যসুলভ ঐক্যৰ অভাৱ দেখা যায়। এনে স্থলত বালকাণ্ডৰ দৰে উত্তৰকাণ্ডটোও যে বাল্মীকি মুনিৰ মূল ৰচনাৰ মাজৰ পাঁচোটা কাণ্ডৰ আগে-পাছে জুৰি দিয়া হৈছে, সেই অনুমান দৃঢ় হয়।

বালকাণ্ডত বৰ্ণনা কৰা অহল্যা-বৃত্তান্তটোৰ লগত উত্তৰ কাণ্ডৰ বৰ্ণিত অহল্যা-বৃত্তান্তটোৰ নতুন ধৰণৰ অমিল থকাৰ কথা আমি যথাস্থানত আলোচনা কৰিছোঁ। দুয়োটা কাণ্ড যদি একে গ্ৰন্থকাৰৰ ৰচনা হয়, তেনেহলে বৰ্ণনাৰ ক্ষেত্ৰত এনে পাৰ্থক্য কিয় ঘটিব? ইফালে বালকাণ্ডত ৰামে অহল্যাক উদ্ধাৰ কৰা কাহিনী যি গুৰুত্ব দি বৰ্ণনা কৰা হৈছে, মাজৰ কাণ্ড কেইটাত এবাৰলৈকো সেই কাহিনীৰ পুনৰ উল্লেখ কৰা হোৱা নাই।

সেই একেদৰে উত্তৰকাণ্ডত সীতা পূৰ্বজন্মত বেদৱতী আছিল বুলি যি আখ্যান কোৱা হৈছে, বালকাণ্ডত সীতাৰ জন্ম প্ৰসংগত তাৰ নামমাত্ৰও উল্লেখ কৰা নাই। মাজৰ কাণ্ডকেইটাতো বেদৱতী-আখ্যানৰ উল্লেখ নাই। এনেকৈ দুটা কাণ্ডৰ মাজৰ অসংগতিৰ উপৰিও প্ৰামাণিক কাণ্ড কেইটাত উল্লেখ নথকা কথাৰ বৰ্ণনা বিলাকেও বালকাণ্ড আৰু উত্তৰাকাণ্ড পৰৱৰ্তী সংযোজনা বুলি ধাৰণা দৃঢ় কৰে।

মাজৰ কাণ্ডকেইটাত কোনো কোনো প্ৰসংগত ৰাম আদিক অৱতাৰ ৰূপে বৰ্ণনা কৰা হৈছে যদিও, সেইবিলাক পৰৱৰ্তী সংযোজনা বুলি পণ্ডিত-

সকলে দৃঢ় যুক্তি দাঙি ধৰিছে। আমি সেই বিষয়বোৰ যথা-স্থানত আলোচনা কৰিছোঁ। এনে বৰ্ণনা বিলাকৰ বাহে মাজৰ কাণ্ড কেইটাত ৰামক অৱতাৰ বুলি প্ৰতিপন্ন কৰা নাই। তদুপৰি বাল্মীকিয়ে নাৰদৰ পৰা এজন আদৰ্শ মানুহৰ কথাহে জানিবলৈ বিচাৰিছিল—

এতদিচ্ছাম্যহং শ্ৰোতুং পৰং কৌতূহলং হি মে।
মহৰ্ষে ত্বং সমৰ্থোঽসি জ্ঞাতুমেবংবিধং নৰম্॥

( বা ১।১।৫ )

নাৰদেও সেই মতে ৰামৰ মানৱ ৰূপৰ বৰ্ণনাহে বাল্মীকিক শুনাইছিল। ইফালে বালকাণ্ড আৰু উত্তৰকাণ্ডত ৰামক অৱতাৰ ৰূপে প্ৰতিপন্ন কৰা হৈছে। এই কথায়ো কাণ্ড দুটা যে পৰৱৰ্তী সংযোজনা সেই বিষয়ত প্ৰত্যয় জন্মায়।

মহাভাৰতৰ শান্তিপৰ্ব আৰু দ্ৰোণ-পৰ্বত, হৰিবংশত আৰু বিষ্ণু পুৰাণত বৰ্ণিত ৰাম-চৰিতত ৰামৰ বন-গমনৰপৰা আৰম্ভ কৰি ৰাৱণক বধ কৰি ৰামে ৰাজ্য-শাসন কৰালৈকেহে বৰ্ণনা কৰিছে। গতিকে মূলতঃ বালকাণ্ড আৰু উত্তৰকাণ্ডৰ কথাখিনি 'ৰামায়ণ'ত নাছিল।

'ৰামায়ণ' শব্দটোৰ অৰ্থ হৈছে 'ৰামৰ গতি'। ৰামৰ বনগমনৰ পৰা ৰাজ্যাভিষেকলৈকে এইখিনি কথাহে ৰামৰ গতিৰ অন্তৰ্ভুক্ত হোৱাটো যুক্তি সংগত কথা।

বালকাণ্ডত ৰামকথাৰ লগত জড়িত থকা বৰ্ণনা কিছুমানৰ উল্লেখ মাজৰ কাণ্ড দুটাত নোপোৱাৰ উপৰিও কেতিয়াবা এই বৰ্ণনাবোৰৰ বিপৰীত কথাহে পোৱা যায়। উদাহৰণ স্বৰূপে বালকাণ্ডত লক্ষ্মণ-উৰ্মিলাৰ বিবাহৰ কথা আছে; কিন্তু অৰণ্যকাণ্ডত লক্ষ্মণক অবিবাহিত ( অকৃতদাৰ ৩।১৮।৩ ) বোলা হৈছে। এনে অসংগতিয়েও বালকাণ্ডটো পৰৱৰ্তী সংযোজনা হোৱাৰ প্ৰত্যয় জন্মায়।

উত্তৰকাণ্ডটো যে বাল্মীকীয় ৰামায়ণত পাছত যোৰা দিয়া হৈছে তাৰ এক বলিষ্ঠ যুক্তি আছে। ৰামায়ণৰ ষষ্ঠ কাণ্ড যুদ্ধকাণ্ডৰ অন্তত ৰামায়ণৰ পাঠ আৰু শ্ৰৱণৰ ফল সমূহ বৰ্ণনা কৰিছে। গ্ৰন্থৰ সমাপ্তিতহে তাৰ পাঠ-শ্ৰৱণৰ ফল বৰ্ণনা কৰা হয়। গতিকে যুদ্ধকাণ্ডতে বাল্মীকি-ৰচিত ৰামায়ণ শেষ হৈছিল। সেই ফলশ্ৰুতি বৰ্ণনতে কোৱা হৈছে —

ৰামায়ণমিদং কৃৎস্নং শৃণ্বতঃ পঠতঃ সদা ।

প্ৰীয়তে সততং ৰামঃ স হি বিষ্ণুঃ সনাতনঃ ॥ ( যুদ্ধঃ ১২৮।১১৯ )

এই সম্পূৰ্ণ ৰামায়ণ যি সদায় শ্ৰৱণ আৰু পাঠ কৰে, তেওঁৰ প্ৰতি সনাতন বিষ্ণু সততে প্ৰসন্ন হয়। গতিকে যুদ্ধকাণ্ডতে ৰামায়ণ শেষ হৈছিল।

যুদ্ধকাণ্ডৰ শেষৰ ফালে সুগ্ৰীৱ, বিভীষণ আদিক ৰামে বিদায় দিয়াত নিজ নিজ স্থানলৈ তেওঁলোক গুচি যোৱাৰ স্পষ্ট বৰ্ণনা দিয়া আছে। ইফালে উত্তৰকাণ্ডত [ ৪০ সৰ্গত ] বানৰ, ঋক্ষ, ৰাক্ষস সকলক বিদায় দিয়া আৰু তেওঁলোক স্বস্থানে যোৱাৰ বৰ্ণনা আকৌ দিছে। একেজন গ্ৰন্থকাৰৰ ৰচনা হোৱা হ'লে উত্তৰকাণ্ডত এনে বিসংগতি নঘটিলেহেঁতেন।

মহাভাৰতৰ বনপৰ্বত থকা বিস্তৃত ৰাম-উপাখ্যানত ৰামৰ অভিষেক-লৈকেহে 'ৰাম-চৰিত' বৰ্ণনা কৰা হৈছে। উত্তৰকাণ্ডৰ ঘটনাৱলী তাত নাই।

সংস্কৃত তথা অন্য অনেক ভাৰতীয় ৰামায়ণী সাহিত্যতো উত্তৰকাণ্ডৰ ঘটনাৱলীৰ বৰ্ণনা নাই। উদাহৰণ স্বৰূপে 'ৰাৱণবহ' বা সেতুবন্ধ, ভট্টিকাব্য জানকীহৰণ কাব্য, অভিনন্দৰ ৰামচৰিত, ৰাজশেখৰৰ বালৰামায়ণ, তমিল কম্বন্ ৰামায়ণ, তেলুগু দ্বিপদ ৰামায়ণ, মাধৱকন্দলীৰ ৰামায়ণ, তুলসীদাসৰ ৰামচৰিতমানস আদি বিখ্যাত ৰামায়ণী গ্ৰন্থসমূহলৈ আঙুলিয়াব পাৰি। ইমান ব্যাপক ভাবে পৰিত্যক্ত হোৱাৰ পৰা উত্তৰকাণ্ডটো বাল্মীকীয় ৰামায়ণত নথকাৰ ধাৰণা দৃঢ় হয়। টীকাকাৰ ৰামবৰ্মায়ো 'উত্তৰকাণ্ডস্য খিলম্' বুলি উত্তৰকাণ্ডটো প্ৰক্ষিপ্ত বুলি শংকা প্ৰকাশ কৰি গৈছে।

## ॥ বাল্মীকীয় ৰামায়ণৰ ৰচনা কাল ॥

মূলতে অযোধ্যা কাণ্ডৰ পৰা যুদ্ধকাণ্ডলৈকেহে বাল্মীকিৰ দ্বাৰা ৰচিত ৰামায়ণ' মহাকাব্যই পৰৱৰ্তী সংযোজনা বালকাণ্ড আৰু উত্তৰকাণ্ডৰে সৈতে বাল্মীকীয় ৰামায়ণ'ৰ বৰ্তমান প্ৰচলিত ৰূপ লাভ কৰিবলৈ বহু কালৰ আৱশ্যক হৈছিল।

এ. ডব্লিউ. শ্লেগেল নামৰ জাৰ্মান পণ্ডিত আৰু জি. গোৰেছিয় নামৰ ইটালীদেশীয় পণ্ডিতে ৰামায়ণৰ ৰচনা কাল খৃঃ পূঃ দ্বাদশ শতিকা বুলি মত

প্ৰকাশ কৰিছিল। এই মতৰ প্ৰতিক্ৰিয়া স্বৰূপে ভি. টি. হুইলাৰ আৰু ড° বেবাৰে ৰামায়ণৰ ওপৰত গ্ৰীক ( যৱন ) আৰু বৌদ্ধ প্ৰভাৱ থকাৰ কথা কৈ ৰামায়ণৰ ৰচনাকাল পাছলৈ আনিছিলে। যাকোবী খৃঃ প্ৰথম বা দ্বিতীয় শতিকাক, বৰ্তমান প্ৰচলিত ৰামায়ণৰ ৰচনা কাল বুলি সিদ্ধান্তত উপনীত হৈছিল আৰু ৱিণ্টাৰ-নিৎসে খৃঃ দ্বিতীয় শতিকাকে ৰামায়ণৰ ৰচনা কাল বুলি নিৰ্ণয় কৰিছিল। চিন্তামণি বৈদ্যই ৰামায়ণ ৰচনা খৃঃ পূঃ দ্বিতীয় শতিকাৰ পৰা খৃঃ দ্বিতীয় শতিকাৰ ভিতৰত হৈছিল বুলি অভিমত দাঙি ধৰিছিল। দুই এটা সামান্য প্ৰক্ষেপৰ বাহিৰে সপ্ত কাণ্ড বাল্মীকীয় ৰামায়ণ ৰচনাৰ কাম খৃঃ দ্বিতীয় শতিকাত শেষ হৈছিল বুলি অধিক সংখ্যক পণ্ডিতেই মত প্ৰকাশ কৰে।

বাল্মীকীয় ৰামায়ণৰ মূল ৰচনাভাগ বুদ্ধযুগতকৈ আগৰ বুলি যি সকল পণ্ডিতে মত দাঙি ধৰিছে, তেওঁলোকৰ যুক্তিসমূহ চমুকৈ এই—

(১) বৌদ্ধ সাহিত্যত ৰামায়ণী কথাই স্থান পাইছে, কিন্তু বাল্মীকীয় ৰামায়ণৰ ক'তো বুদ্ধৰ উল্লেখ নাই। অযোধ্যাকাণ্ডত জাবালি মুনিৰ আগত ৰামে কোৱা বুলি যি এটা শ্লোকত ( যথা হি চোৰ স তথা হি বুদ্ধস্তথাগতমত্ৰ বিদ্ধি । ৰা ২।১০৯।৩৪ ) বুদ্ধৰ উল্লেখ আছে, সি নিশ্চিত ভাৱেই প্ৰক্ষিপ্ত, কাৰণ একমাত্ৰ দাক্ষিণাত্য পাঠতহে থকা এই শ্লোকটো গৌড়ীয় আৰু পশ্চিমোত্তৰীয় পাঠত নাই।

(২) খৃঃ পূঃ ৫শতিকাত মগধ নৃপতি অজাতশত্ৰুৱে স্থাপন কৰা, শোণ আৰু গঙ্গাৰ সংগমস্থলত অৱস্থিত পাটলিপুত্ৰ নগৰৰ উল্লেখ ৰামায়ণত পোৱা নাযায়।

(৩) ৰামায়ণত অযোধ্যা কোশল জনপদৰ ৰাজধানী; জৈন আৰু বৌদ্ধ গ্ৰন্থসমূহত 'অযোধ্যা'ৰ ঠাইত 'সাকেত' নামহে পোৱা যায়। আনহাতেদি ৰামৰ পুত্ৰ লৱই শ্ৰাৱস্তিত তেওঁৰ ৰাজধানী পাতিছিলগৈ। বুদ্ধৰ সময়ত কোশলৰ ৰজা প্ৰসেনজিতৰ ৰাজধানী শ্ৰাৱস্তিত আছিল। ৰামায়ণৰ ৰচনা কালত অযোধ্যাতেই কোশলৰ ৰাজধানী আছিল। গতিকে ৰামায়ণৰ ৰচনা বুদ্ধৰ আগতেই হৈছিল।

(৪) ৰামায়ণৰ সময়ত বিশালা ( বাল ৪৭ সঃ ) আৰু মিথিলা (বাল, ৫০ সঃ ) দুখন বেলেগ ৰাজতন্ত্ৰ ৰাজ্য আছিল। কিন্তু বৌদ্ধযুগত এই দুয়োখন ৰাজ্য

'বৈশালী' গণতন্ত্ৰ নামে পৰিচিত হৈছিল। গতিকে ৰামায়ণ বুদ্ধৰ আগৰ ৰচনা।

অশ্বঘোষ আৰু ৰামায়ণ — কণিষ্কই ( খৃঃ ১ম দ্বিতীয় শতিকা ) পাটলিপুত্ৰৰ পৰা ৰাজগৃহলৈ নিয়া বৌদ্ধ লেখক অশ্বঘোষৰ 'বুদ্ধচৰিত' আৰু 'সৌন্দৰনন্দ'ত ৰামায়ণৰ স্পষ্ট প্ৰভাৱ পৰিলক্ষিত হয়। 'সৌন্দৰনন্দ'ত বাল্মীকিক সীতাৰ দুই পুত্ৰৰ শিক্ষক আছিল বুলি কোৱা হৈছে। 'বুদ্ধচৰিত'ত বহুত উপমা ৰামায়ণৰ বিষয় বস্তুৰ লগত জড়িত কৰা হৈছে। উদাহৰণ স্বৰূপে সিদ্ধাৰ্থক এৰি থৈ কপিলাবস্তুলৈ ঘূৰি অহা ছন্দকৰ তুলনা, ৰাম আদিক এৰি থৈ অযোধ্যালৈ ঘূৰি অহা সুমন্ত্ৰৰ লগত কৰা হৈছে — 'ৰামবণ্যে পৰিত্যাজ্য সুমন্ত্ৰ ইব ৰাঘৱং (৬।২৬)।' আৰু সেইদৰে শোকাতুৰ কপিলাবস্তুবাসীৰ তুলনা আযোধ্যাবাসীৰ লগত কৰা হৈছে—'মুমুক্ষ ৰাৱণং পথি নাগৰো জনঃ পুৰা ৰথে দাশৰথেৰিৱা গতঃ ( ৮।৮ )' ইত্যাদি।

## ॥ বৌদ্ধ সাহিত্যত ৰামকথা ॥

খৃঃ তৃতীয় শতিকাত ৰচিত ( চীনা ভাষাত অনুবাদ সংৰক্ষিত থকা ) 'অভিধৰ্মমহাবিভাষা' নামৰ গ্ৰন্থত এনেদৰে উল্লেখ আছে — 'ৰামায়ণ নামৰ গ্ৰন্থত বাৰ হাজাৰ শ্লোক আছে। এই শ্লোকবিলাকৰ বিষয়বস্তু দুটা— (১) ৰাৱণৰ দ্বাৰা সীতাহৰণ আৰু (২) ৰামৰ দ্বাৰা সীতাৰ পুনৰুদ্ধাৰ তথা [ অযোধ্যালৈ ] প্ৰত্যাৱৰ্তন।' এই উল্লেখৰ পৰা বুজিব পাৰি যে সেই সময়ত ৰামায়ণৰ প্ৰচাৰ বৌদ্ধসকলৰ মাজত বিস্তৃত ৰূপত হৈছিল।

প্ৰাচীন বৌদ্ধ সাহিত্যত ৰামকথা সম্বন্ধীয় তিনিটা জাতক পোৱা যায়। দশৰথ জাতক, অনামক জাতক আৰু দশৰথ কথানম্। তাৰ ভিতৰত 'দশৰথ-জাতক' অধিক গুৰুত্বপূৰ্ণ আৰু প্ৰসিদ্ধ। 'দশৰথজাতক'ত থকা ৰামকথাকে ভালে কেইজন পণ্ডিতে বাল্মীকীয় ৰামায়ণৰ কথাবস্তুৰ উৎস বুলি ধৰে। সৰ্বপ্ৰথম বেবাৰে এই সিদ্ধান্ত গ্ৰহণ কৰিছিল। য়াকোবিয়ে এই মত খণ্ডন কৰিছিলে যদিও, আজিও ড° দীনেশচন্দ্ৰ সেন প্ৰভৃতি অনেক পণ্ডিতে' দশৰথ

জাতক'ক ৰামায়ণৰ উৎস বুলি মত পোষণ কৰে। ড° কামিল বুল্কেই পুংখানুপুংখ বিচাৰ কৰি তেওঁৰ 'ৰামকথা' গ্ৰন্থত [ অধ্যায় ৬ আৰু ৭ ] এই মত খণ্ডন কৰিছে। ইয়াত এই ৰামকথামূলক জাতক তিনিটাৰ সামান্য পৰিচয়হে দাঙি ধৰা হ'ব।

দশৰথ জাতক — 'জাতকট্ঠবণ্ণনা' নামেৰে এখন বৌদ্ধগ্ৰন্থত এই জাতকটো পোৱা যায়। উক্ত গ্ৰন্থ খৃঃ পঞ্চম শতিকাত এখন সিংহলী গ্ৰন্থৰ পৰা কৰা পালি অনুবাদ। এই মূল সিংহলী গ্ৰন্থখন আজিকালি পাবলৈ নাই। ইফালেদি 'দশৰথজাতক'ৰ মূল ভাৰতীয় ৰূপটোও পোৱা নাযায়।

'দশৰথ জাতক'ৰ মতে বাৰাণসীৰ ৰজা দশৰথৰ প্ৰথম ৰাণীৰ তিনিটি সন্তান আছিল। দুজন পুত্ৰ—ৰামপণ্ডিত আৰু লক্ষ্মণ আৰু এটি কন্যা সীতা। এই গৰাকী ৰাণীৰ মৃত্যু হোৱাত ৰজাই অন্য এগৰাকীক জ্যেষ্ঠা ৰাণী ৰূপে প্ৰতিষ্ঠা কৰিলে। এওঁৰ ভৰত নামেৰে এজন পুত্ৰ আছিল। ৰজাই এবাৰ এই ৰাণীক এটা বৰ দিছিল। ভৰতৰ সাত বছৰ হওঁতে ৰাণীয়ে নিজপুত্ৰলৈ ৰাজ্য খোজাত দশৰথে নিদিলে, দ্বিতীয় বাৰ ৰাণীয়ে যেতিয়া আকৌ সেই প্ৰাৰ্থনা জনালে, ৰজাই পুত্ৰেক জীয়েক তিনিওকে মাতি আনি অন্য ৰাজ্য বা বনলৈ গুচি যাবলৈ ক'লে আৰু তেওঁৰ মৃত্যুৰ পাছত আহি ৰাজ্য অধিকাৰ কৰিবলৈ ক'লে। জ্যোতিষীৰ পৰা দশৰথে বাৰ বছৰৰ মূৰত তেওঁৰ মৃত্যু হ'ব বুলি জানি ৰাম আদিক সিমান দিনৰ পাছত আহিবলৈ ক'লে। বনলৈ যাত্ৰা কৰোঁতে ৰাম লক্ষ্মণ আৰু সীতাৰ লগত যোৱা মানুহখিনিক ঘূৰাই পঠাই তেওঁলোকে হিমালয়ত গৈ আশ্ৰম পাতি থাকিবলৈ ল'লে।

ন বছৰৰ পাছত পুত্ৰ শোকত দশৰথৰ মৃত্যু হ'ল। ভৰতে আৰু তেওঁৰ অমাত্যই ভৰত ৰজা হোৱাটো নিবিচাৰি সৈন্যসহ ৰামক ঘূৰাই আনিবলৈ গ'ল। আশ্ৰমৰ ওচৰতে সৈন্যবোৰক ৰাখি কেইজনমান অমাত্যক লৈ ভৰতে ৰামৰ ওচৰ চাপি পিতৃ বিয়োগৰ সংবাদ দিলে। শুনি ৰাম শোকত অভিভূত নহ'ল। সীতা আৰু লক্ষ্মণ তেতিয়া তেওঁৰ লগত নাছিল। সন্ধ্যা আহি তেওঁলোকে পিতৃৰ মৃত্যু সংবাদ শুনি শোকত আতুৰ হোৱাত ৰামে তেওঁলোকক বহুত তত্ত্ব উপদেশ দিলে। ভৰতে ৰামক অনেক অনু-

বোধ কৰা সত্ত্বেও ৰাৰ বছৰৰ সীমা নোপোৱালৈকে তেওঁ পিতৃৰাজ্য ল'বলৈ ৰাবলৈ অমান্তি হ'ল। ৰামে ভৰতক এযোৰ তৃণ-পাদুকা দি পঠালে। লক্ষ্মণ আৰু সীতাও ভৰতৰ লগত নিজ ৰাজ্যলৈ ঘূৰি আহিল। তিনিবছৰৰ পাছত ৰামপণ্ডিতে নিজ ৰাজ্যলৈ ঘূৰি আহি নিজৰ ভনীয়েক সীতাক বিয়া কৰালে। তেওঁ ষোল হাজাৰ বছৰ ৰাজত্ব কৰিছিল। গৌতম বুদ্ধই আগৰ এটা জন্মত ৰাম পণ্ডিত আছিল।

অনামকং জাতকম—এই জাতকবো মূল ভাৰতীয় ৰূপ পোৱা নাযায়। খ্ৰীঃ তৃতীয় শতিকাত এই জাতক চীনা ভাষালৈ অনূদিত হৈছিল। এই জাতকত কোনো চৰিত্ৰৰে নাম উল্লেখ নকৰাকৈ ৰামৰ আখ্যান বৰ্ণনা কৰা হৈছে। ইয়াত বৰ্ণনা কৰা মতে বোধিসত্ত্ব এসময়ত এজন ভাণ্ডৰ সদগুণী ৰজা আছিল। তেওঁৰ লুভীয়া, অত্যাচাৰী, দুষ্ট মোমায়েক এজন অন্য দেশৰ ৰজা আছিল, তেওঁ বোধিসত্ত্বৰ ৰাজ্য কাঢ়ি ল'বলৈ সৈন্যবল গোটোৱা দেখি বোধিসত্ত্বই নিজৰ স্বাৰ্থত প্ৰজাৰ প্ৰাণহানি ঘটোৱাতকৈ ৰাজ্য এৰি গুচি যোৱাই ভাল বুলি ৰাণীৰে সৈতে ৰাজ্য এৰি গুচি গ'ল। মোমায়েকে তেওঁৰ ৰাজ্য অধিকাৰ কৰিলে, প্ৰজাৰ বৰ কষ্ট হ'ল।

বোধিসত্ত্বই বনত বাস কৰি থাকিল। সাগৰৰ মাজত থকা এটা দুৰ্দান্ত নাগে ঋষিৰ ভাও ধৰি ৰাণীক হৰণ কৰি নিলে। সেই সময়ত ৰজা ফল বিচাৰি গৈছিল। নাগে দুই পাহাৰৰ মাজেদি থকা বাটেদি ৰাণীক লৈ গৈ থাকোঁতে এটা দুৰ্জয় পক্ষীয়ে ডেউকা মেলি বাধা দিলে। নাগে চৰাইটোৰ সোঁ ডেউকাখন ভাঙি থৈ গুচি গ'ল। বোধিসত্ত্বই ঘূৰি আহি ঘৰত ৰাণীক নাপাই হাতত ধনু-শৰ লৈ বিচাৰি ফুৰিবলৈ ধৰিলে। এখন নদীৰ পাৰত দুখ মনেৰে বহি থকা বান্দৰ এটা পাই ৰজাই তেওঁৰ দুখৰ কাৰণ সুধিলে। বান্দৰে ক'লে—তেওঁ আগতে ৰজা আছিলে; দদায়েকে তেওঁৰ ৰাজ্য কাঢ়ি লোৱাত তেওঁ অকলশৰে ঘূৰি ফুৰিছে। বোধিসত্ত্বয়ো নিজৰ দুখৰ কথা ক'লে। দুয়ো দুয়োকে সহায় কৰাৰ প্ৰতিশ্ৰুতিৰে মিত্ৰতা বন্ধন কৰিলে। পিছদিনা বান্দৰ আৰু দদায়েকৰ যুদ্ধ হ'ল। বোধিসত্ত্বই তেওঁৰ উদ্দেশ্যে ধনুত শৰ জোৰা মাত্ৰকে দদায়েক পলাল। বান্দৰে অনুচৰীয়াসকলক বোধি-সত্ত্বৰ ৰাণীক বিচাৰি উলিয়াবলৈ আদেশ দিয়াত এজনে গৈ আহত চৰাই-

চৌক দেখিবলৈ পালে। চৰাইটোৱে ৰাণীৰ সম্ভেদ দি সকলো কথা ক'লে। তেওঁৰ সৈন্যবিলাকে সাগৰ পাৰ হ'ব নোৱাৰে বুলি বানৰ ৰাজ চিন্তাত পৰিল। পৰ্বত বহাই সাগৰত বানৰবিলাকে পেলাবলৈ ধৰিলেই পথ নিৰ্মাণ হ'ব বুলি বানৰৰূপী ইন্দ্ৰই দিহা দিলে। সেইমতে কাম হ'ল। বানৰসেনাই গৈ নাগৰ দ্বীপটো বেৰি ধৰিলে। নাগে এক বিষাক্ত ঘন কুঁৱলীৰ সৃষ্টি কৰাত বানৰবিলাক মূৰ্চ্ছিত হৈ পৰিল। বানৰবেশী ইন্দ্ৰই এক দেৱ-ঔষধি আনি সকলোকে সুস্থ কৰিলে। তেতিয়া নাগে ধুমুহা আৰু আন্ধাৰৰ সৃষ্টি কৰি সূৰ্যটো ঢাকি পেলালে, বিজুলীয়ে চিকমিকাবলৈ ধৰিলে। বানৰবেশী ইন্দ্ৰই সেইটোৱেই নাগ বুলি কোৱাত বোধিসত্ত্বই এপাট বাণেৰে নাগক বধ কৰিলে। এই বানৰে ৰাণীক মুক্ত কৰি আনিলে। ৰজাৰ মোমায়েকৰ মৃত্যু হোৱাত প্ৰজাই গৈ বনৰপৰা ৰজাক আদৰি আনি ৰজা পাতিলে। ৰাণী লোকৰ ঘৰত থকাৰ বাবে ৰজাই চৰিত্ৰত সন্দেহ কৰিলে। ৰাণীয়ে নিজক বোকাৰ মাজত থকা পদুম বুলি কৈ বসুমতীক ফাট দিবলৈ ক'লে। তেওঁৰ বচন সত্য কৰি বসুমতীয়ে ফাট দিলে। ৰজাই সন্তোষ পালে। ৰজা আৰু ৰাণীৰ প্ৰচাৰত ৰাজ্যত সুখ-শান্তিয়ে বিৰাজ কৰিবলৈ ধৰিলে।

**দশৰথকথানম্**—৪৭২ খৃষ্টাব্দত চীনা ভাষালৈ অনুবাদ কৰা ১২১ টা অৱদানৰ * এটা সংগ্ৰহ আছে। ভাৰতত ইয়াৰো মূল ৰূপ পাবলৈ নাই। ৰজা কণিষ্কৰ উল্লেখৰ পৰা এই আখ্যান সমূহ খৃঃ দ্বিতীয় শতিকাৰ পাছৰ ৰচনা বুলি অনুমান কৰিব পাৰি। এই সংগ্ৰহটোতে 'দশৰথকথানম্' আখ্যানটো আছে। ইয়াত কৰা বৰ্ণনা মতে প্ৰাচীন কালত যেতিয়া মানুহৰ আয়ুস দহ হেজাৰ বছৰ আছিল, তেতিয়া দশৰথ নামেৰে এজন ৰজা আছিল। তেওঁৰ প্ৰথম ৰাণীৰ ৰাম নামেৰে এজন পুত্ৰ, দ্বিতীয় ৰাণীৰ ৰামণ [লোমন্] নামেৰে এজন পুত্ৰ, তৃতীয় ৰাণীৰ ভৰত আৰু চতুৰ্থ ৰাণীৰ শত্ৰুঘ্ন নামেৰে এজন পুত্ৰ আছিল।

ৰজাৰ সকলোতকৈ প্ৰিয়তমা তৃতীয় ৰাণীক এদিন ৰজাই 'তোমাৰ ইচ্ছা পূৰণ কৰিবলৈ মই নিজৰ সকলো ধন আৰু কোষৰ সম্পদ দিব পাৰোঁ'

* অৱদান সমূহো জাতকৰ দৰে বুদ্ধৰ পূৰ্বজন্ম সমূহৰ বৃত্তান্ত। 'হীনযান'ত জাতকৰ স্থান যেনেকুৱা 'মহাযান'ত অৱদানৰ স্থানো তেনেকুৱাই।

বুলি ক'লে। ৰাণীয়ে ভেতিয়া দৰ্কাৰ নাই হোৱা বুলি ক'লে। ৰজা মৰিয়া পৰিল। ৰামৰ অভিষেক পাতিলে। তাকে দেখি তৃতীয় ৰাণীয়ে ভেঁৱ পাব-লগীয়া ৰবটে। বিচাৰি ৰামক ৰাজ্যচ্যুত কৰি ভৰতক ৰাজ্য দিবলৈ ৰজাক জনালে। ৰজাই বৰ দুখ পালে। সেই সময়ত ৰামৰে [লক্ষ্মণে] ৰামক নিজৰ শক্তি আৰু সাহস দেখুৱাবলৈ ক'লে, ৰামে পিতাকৰ আজ্ঞা ভংগ কৰিবলৈ অস্বীকাৰ কৰিলে। দশৰথে দুই পুত্ৰক বাৰ বছৰ বনবাসৰ আদেশ দিলে। সেই সময়ত ভৰত বিদেশত আছিল। দশৰথৰ মৃত্যু হোৱাত ঘৰলৈ ঘূৰি আহি ভৰতে মাকৰ কুকাৰ্যক গৰিহণা দিলে। সৈন্য লৈ ভৰতে ৰাম বাস কৰি থকা পৰ্বতত ৰামক ৰাজ্যভাৰ গ্ৰহণ কৰিবলৈ অনুৰোধ কৰিলে, কিন্তু ৰাম পিতৃ আজ্ঞা ভংগ কৰিবলৈ অমান্তি হ'ল। ভৰতে ৰামৰ চৰ্মনিৰ্মিত পাদুকাযোৰ খুজি লৈ অযোধ্যালৈ ঘূৰি আহিল আৰু ৰাজসিংহাসনত ৰামৰ পাদুকাকে স্থাপন কৰি ৰাজ্য শাসন কৰি থাকিলে। বনবাসৰ সময় পাৰহৈ যোৱাত ৰাম অযোধ্যালৈ ঘূৰি আহিল। ভৰতৰ অনুৰোধ ক্ৰমে ভেওঁ ৰজা হ'ল। এই জাতকত ৰামত নাৰায়ণী শক্তি আছে বুলি কোৱা কথা মন কৰিবলগীয়া।

এই নিচিনাকৈ অন্য বৌদ্ধ সাহিত্যতো ৰাম-কথাৰ বৰ্ণনা কিছু পোৱা যায়।

## ॥ জৈন ৰামকথা ॥

জৈন সাহিত্যত ৰামকথাই বৌদ্ধসাহিত্যতকৈ অধিক গুৰুত্বপূৰ্ণ স্থান লাভ কৰিছে। বৌদ্ধ সাহিত্যত ৰামকথা জাতকৰ সাধু মাত্ৰ; কিন্তু জৈন সাহিত্যত ৰামকথাই পুৰাণ-মহাকাব্যৰ ৰূপ লাভ কৰিছে। জৈন ধৰ্মত তেৰষষ্ঠীজন মহাপুৰুষৰ বৰ্ণনাৰে ৰচিত ত্ৰিষষ্ঠিলক্ষণ মহাপুৰাণৰ দুটা ভাগ — জিনসেনৰ ৰচিত (খৃ. ৯ শতিকা) আদিপুৰাণ আৰু গুণভদ্ৰৰ ৰচিত (খৃঃ ৮৯৭ চন) উত্তৰপুৰাণ। এই কথা সমূহ কিন্তু আগৰে পৰা চলি আহিছিল। ৰাম, লক্ষ্মণ আৰু ৰাৱণক তেৰষষ্ঠীজন মহাপুৰুষৰ ভিতৰত গণনা কৰা হৈছিল।

বিমল সূৰিয়ে ৰচনা কৰা ‘পউম চৰিয়ং’ গ্ৰন্থতে সৰ্বপ্ৰথম জৈন সাহিত্যত ৰামকথাৰ বৰ্ণনা পোৱা যায়। জৈন পৰম্পৰামতে বিমল সূৰিৰ এই গ্ৰন্থৰ সময় খৃঃ ৭২ চন। ভাষাৰ বিচাৰ কৰি য়াকোবিয়ে এই গ্ৰন্থৰ কাল ৩/৪ শতিকা বুলি মত দাঙি ধৰিছে। এই গ্ৰন্থ জৈন মহাৰাষ্ট্ৰীত লিখা। ৬৬০ খৃষ্টাব্দত ৰবিষেণে সংস্কৃতত লিখা পদ্মচৰিত খন বিমল সূৰিৰ ‘পউম চৰিয়ং’ গ্ৰন্থৰ অনুবাদ বুলি অনেকে ভাবে। সংঘদাসে ৰচনা কৰা বসুদেৱহিণ্ডিত বৰ্ণিত ৰামকথা, বাল্মীকীয় ৰামায়ণৰ লগত মিলে। হস্তিমল্লই মৈথিলীকল্যাণ বা অঞ্জনাপৱঞ্জয় নামৰ ৰামকথামূলক সংস্কৃত নাটক ৰচনা কৰিছিল।

খৃঃ দ্বাদশ শতিকাত হেমচন্দ্ৰই সংস্কৃতত ৰচনা কৰা ত্ৰিষষ্টিশলাকাপুৰুষ চৰিতৰ অন্তৰ্গত জৈন ৰামায়ণ প্ৰসিদ্ধ। হেমচন্দ্ৰই যোগশাস্ত্ৰৰ টীকাত সীতা-ৰাৱণকথানকম্ উপস্থাপন কৰিছে। পঞ্চদশ শতিকাত জিনদাসে ৰচনা কৰা ৰামদেৱপুৰাণ অথবা ৰামায়ণ গ্ৰন্থও উল্লেখযোগ্য। এই সংস্কৃত গ্ৰন্থ সমূহৰ বাহিৰেও প্ৰাকৃত, অপভ্ৰংশ আৰু কন্নড় ভাষাত ভালেখিনি ৰামকথামূলক জৈন সাহিত্যৰ ৰচনা হৈছিল। *

## ॥ মহাভাৰতত ৰামকথা ॥

মহাভাৰততকৈ বাল্মীকীয় ৰামায়ণৰ ৰচনা যে আগতে হৈছিল, এই সিদ্ধান্ত কেৱল ভাৰতীয় বিশ্বাসৰ পৰম্পৰাৰ ওপৰতেই যে প্ৰতিষ্ঠিত, সেইটো নহয়। ইয়াৰ বিপৰীত মত খণ্ডন কৰিবলৈ বিদ্বান সকলে উপযুক্ত প্ৰমাণো আগবঢ়াই আহিছে। সেই বিষয়ৰ আলোচনালৈ নগৈ ইয়াত মহাভাৰতত থকা ৰামকথাসমূহৰ এটা চমু পৰিচয়হে দাঙি ধৰা হৈছে। মহাভাৰতৰ চাৰি ঠাইত ৰামায়ণমূলক কথাৰ বৰ্ণনা পোৱা যায়। (১) বনপৰ্বত (২৭৪ অঃ — ২৯১ অঃ) মাৰ্কণ্ডেয় ঋষিয়ে যুধিষ্ঠিৰৰ আগত ৰামৰ উপাখ্যান কৈছে।

---

* জৈন ৰামায়ণ সাহিত্যৰ বিষয়ে ড° সত্যেন্দ্ৰনাথ শৰ্মাৰ ‘প্ৰবন্ধ চয়নিকা’ গ্ৰন্থৰ অন্তৰ্ভুক্ত ‘জৈন ৰামায়ণ’ শীৰ্ষক প্ৰবন্ধ অনুসন্ধিৎসুজনে চাব পাৰে।

(২) বনপৰ্বৰ অন্য এঠাইত (১৭৭ অ: ১৭৮ অ:) ভীমৰ আগত হনুমানে সীতাহৰণৰ পৰা ৰাম অযোধ্যাত ৰজা হোৱালৈকে কাহিনীভাগ কৈছে (৩) দ্ৰোণপৰ্বত (৫৯ অঃ) অভিমন্যুবধৰ কাৰণে শোকত আতুৰ হোৱা যুধিষ্ঠিৰক ব্যাসে ষোলজন ৰজাৰ উদাহৰণ দিওঁতে ৰামৰ কথাও কৈছিলে। (৪) শান্তি পৰ্বত (২৯অঃ/৪৬-৫৫ শ্লো) শ্ৰীকৃষ্ণই যুধিষ্ঠিৰৰ আগত কোৱা ৰামৰ আখ্যান দ্ৰোণ-পৰ্বত ব্যাসে কোৱা খিনিৰে সৈতে প্ৰায় একেই।

(১) বনপৰ্বৰ ৰামোপাখ্যানত আৰম্ভণিতে ৰাক্ষসবংশ, ৰাৱণ আৰু তেওঁৰ ভ্ৰাতৃসকলৰ তপস্যা তথা বৰপ্ৰাপ্তি, কুবেৰৰ পৰাজয়, ৰাৱণৰ পুষ্পক-বিমানৰ অধিকাৰ লাভ— এই বিষয়বিলাক বৰ্ণনা কৰা হৈছে। বাল্মী° ৰামায়ণৰ উত্তৰকাণ্ডতহে এই বিষয় সমূহৰ বৰ্ণনা আছে। বাল্মী° ৰামায়ণত ৰাৱণ, কুম্ভকৰ্ণ বিভীষণ আৰু শূৰ্পণখাৰ মাতৃ একেগৰাকীৰ ঠাইত—(বিশ্ৰবাৰ পত্নী) মহাভাৰতৰ ৰামোপাখ্যানত তিনিগৰাকী বুলি আছে—পুষ্পোৎকটা (কুম্ভকৰ্ণ আৰু ৰাৱণৰ মাতৃ), মালিনী (বিভীষণৰ মাতৃ) আৰু ৰাকা (খৰ আৰু শূৰ্পণখাৰ মাতৃ)।

ৰামোপাখ্যানত ৰাম আৰু ভ্ৰাতৃসকলৰ জন্মৰ বৰ্ণনা আছে যদিও, দশৰথৰ পুত্ৰেষ্টি যাগ আৰু যজ্ঞত পায়স পোৱাৰ কথা নাই। ইয়াত সীতা জনকৰ কন্যা ; সীতা অযোনিজা বুলি ইয়াৰ ক'তো উল্লেখ নাই। ইয়াত ব্ৰহ্মৰ্ষি, দেৱতা আদিয়ে ৰাৱণৰ দ্বাৰা পীড়িত হৈ ব্ৰহ্মাৰ ওচৰলৈহে গৈছে বাল্মী° ৰামায়ণৰ দৰে বিষ্ণুৰ শৰণাপন্ন হোৱাগৈ নাই। ৰামোপাখ্যানত ব্ৰহ্মাই ৰাম অৱতাৰ হ'ব বুলি কৈ ৰামৰূপী বিষ্ণুৰ সহায়ৰ অৰ্থে দেৱতা-সকলক বানৰ, ঋক্ষ আদি ৰূপত জন্ম ল'বলৈ কৈছে।

ৰামোপাখ্যানত ৰাম আদি চাৰি ভ্ৰাতৃৰ শিক্ষা আৰু বিবাহৰ বৰ্ণনা কৰিছে, কিন্তু সীতাৰ বাহিৰে অন্যকেইজনৰ পত্নীৰ নাম উল্লেখ কৰা নাই। ইয়াত অযোধ্যাকাণ্ডৰ ঘটনাৱলী চৌত্ৰিছটা শ্লোকত বৰ্ণনা কৰা হৈছে। গুহ আৰু অত্ৰিমুনিৰ কথা ইয়াত নাই। কৈকেয়ীয়েও এটা বৰ লাভ কৰা বুলিহে আছে। মন্থৰাক দুন্দুভী নামৰ গন্ধৰ্বীৰ অৱতাৰ বোলা হৈছে।

ৰামোপাখ্যানত অৰণ্যকাণ্ডৰ ঘটনাৱলীৰ বহল বিৱৰণি দিছে। ইয়াত বিৰাধ, সুতীক্ষ্ণ, অগস্ত্য, অয়োমুখী আৰু শবৰীৰ বিষয়ে কোনো উল্লেখ নাই।

কিষ্কিন্ধা কাণ্ডৰ ঘটনাৱলীৰ বৰ্ণনাত সুগ্ৰীৱে ৰামৰ বলৰ পৰীক্ষা লোৱাৰ কথা নাই আৰু বালী-সুগ্ৰীৱৰ এখন মল্লযুদ্ধৰ কথাহে কোৱা হৈছে। হনুমান আৰু তেওঁৰ সংগীসকলে সীতাক বিচাৰি যাত্ৰা কৰাৰ পৰা সুন্দৰকাণ্ডৰ সমস্ত ঘটনাৱলী সামৰি হনুমানে ৰামৰ আগত দিয়া বিৱৰণ ৰূপে দাঙি ধৰা হৈছে। নলকুবেৰৰ শাপৰ কাৰণে ৰাৱণে সীতাৰ সতীত্ব নষ্ট কৰিব পৰা নাছিল বুলি কোৱা হৈছে। যুদ্ধকাণ্ডৰ ঘটনাৱলীও ইয়াত বহলাই বৰ্ণনা কৰা হৈছে আৰু এই অংশত ৰামায়ণৰ বৰ্ণনাতকৈ তালেখিনি পৃথক বৰ্ণনা পৰিলক্ষিত হয়। তাৰ ভিতৰত লক্ষ্মণৰ শক্তিশেল আৰু হনুমানে ঔষধি পৰ্বত অনাৰ কথা নথকাটো উল্লেখযোগ্য। আটাইতকৈ গুৰুত্বপূৰ্ণ কথা হৈছে ইয়াত সীতাৰ অগ্নি-পৰীক্ষাৰ কথা নাই। ৰামৰ অযোধ্যালৈ প্ৰত্যাৱৰ্তন আৰু ৰাজ অভিষেকৰ বৰ্ণনাৰে মহাভাৰতৰ ৰামোপাখ্যানৰ সামৰণি পৰিছে।

(২) বনপৰ্বত হনুমানে ভীমক নিজৰ পৰিচয় দিবলৈ গৈ কৈছে—তেওঁ কেশৰীৰ ক্ষেত্ৰত বায়ুৰ ঔৰসত জন্মলাভ কৰা প্ৰখ্যাত হনুমান। তাৰ পাচত বালী সুগ্ৰীৱৰ বিবাদৰ কথা উল্লেখ কৰি মহাবলী বীৰ দাশৰথি ৰামৰ ৰূপত বিষ্ণুৱে পৃথিৱীত বিচৰণ কৰাৰ কথা কৈছে [২]। পিতাকৰ কথামতে এই শ্ৰেষ্ঠ ধনুৰ্দ্ধৰ ৰামে ভায়েক আৰু পত্নীৰে সৈতে দণ্ডকাৰণ্যত থকাৰ সময়ত স্বৰ্ণমৃগৰ ৰূপ ধৰি মাৰিচৰ দ্বাৰা ছলনা আৰম্ভ কৰাই ৰাৱণে ৰামৰ পত্নীক হৰণ কৰি নিয়াৰ পৰা বালীবধ, সুগ্ৰীৱৰ অভিষেক, লংকাবিজয় কৰি ৰাম ঘূৰি অহাৰ পাছত অযোধ্যাত হোৱা অভিষেকলৈকে বৰ্ণনা কৰিছে। তাৰ পাছত হনুমানে ৰামভক্তি লাভ কৰা আৰু সীতাৰ অনুগ্ৰহত ইচ্ছানুসাৰে ভোগ লাভ কৰাৰ বৰ্ণনা দি শেষত 'দহ হেজাৰ আৰু দহ শ বছৰ (১১ হেজাৰ বছৰ) ৰাজত্ব কৰি ৰাম স্বৰ্লোকলৈ গ'ল বুলি সামৰণি মাৰিছে। ইয়াত সীতা-বনবাস, লক্ষ্মণবৰ্জন আদি উত্তৰ কাণ্ডৰ ঘটনাৱলীৰ উল্লেখ নাই।

(৩) দ্ৰোণপৰ্বত থকা এই ৰামচৰিতৰ বৰ্ণনাত ৰাম-বনবাসৰ পৰা অযোধ্যালৈ প্ৰত্যাৱৰ্ত্তনলৈকে দহোটা শ্লোকত বৰ্ণনা কৰি ৰামৰ অভিষেক,

২ অথ দাশৰথিৰ্বীৰো ৰামো নাম মহাবলঃ।
বিষ্ণুৰ্মানুষৰূপেণ চচাৰ বসুধাতলম্। (বনঃ ১৪৭/৩১)

ৰামৰ সকলো গুণৰাশি আৰু ৰাম ৰাজ্যৰ মহিমা বৰ্ণাই এঘাৰ হেজাৰ বছৰ ৰাজত্ব কৰি ৰামৰ মৃত্যু হয় (স চেন্ মমাৰ সৃঞ্জয় ··) বুলি কোৱা হৈছে। ইয়াতো বালকাণ্ড তথা উত্তৰ কাণ্ডৰ ঘটনাৱলীৰ উল্লেখ নাই। পুণাৰপৰা প্ৰকাশিত মহাভাৰতৰ সংস্কৰণত এই অধ্যায়টো অৱশ্যে প্ৰক্ষিপ্ত বুলি ধৰিছে ।

(৪) শান্তি পৰ্বত থকা এই ৰামচৰিতৰ প্ৰসংগ দ্ৰোণপৰ্বৰ দৰে মূলতঃ নাৰদে সৃঞ্জয় নামৰ ৰজাক কোৱা আৰু শ্ৰীকৃষ্ণই পুনৰ যুধিষ্ঠিৰক কোৱা বুলিছে। দ্ৰোণপৰ্বত ব্যাসে যুধিষ্ঠিৰক কোৱা ৰামচৰিতৰ কথাৰ সৈতে ই প্ৰায় একেই। ইয়াত ৰামকথাতকৈ ৰামৰাজ্যৰ গুণকীৰ্তনতহে বেছি গুৰুত্ব দিছে। ৰামে দহোটা অশ্বমেধ কৰা আৰু দহ হেজাৰ বছৰ ৰাজত্ব কৰা বুলিছে। (দশবৰ্ষসহস্ৰাণি ৰামো ৰাজ্যমকাৰয়ৎ ॥)।

এই ৰামকথা কেইটাৰ বাহিৰেও মহাভাৰতত ৰামক বিষ্ণুৰ অৱতাৰ বুলি থকা বৰ্ণনাৰ উপৰিও ৰামকথা সম্পৰ্কীয় অনেক উল্লেখ পোৱা যায়।

## ॥ পুৰাণ সাহিত্যত ৰামকথা ॥

হৰিবংশকে আদি কৰি পুৰাণ সমূহত ৰামকথা তথা ৰাম-অৱতাৰ আৰু ৰামভক্তি সম্পৰ্কীয় সামগ্ৰী ক্ৰমান্বয়ে বৃদ্ধি পাই অহা দেখিবলৈ পোৱা যায়। এই সামগ্ৰীসমূহে ৰামচৰিতৰ ক্ৰমবৰ্ধমান প্ৰতিষ্ঠাৰ কথা প্ৰমাণ কৰে।

**হৰিবংশ আৰু ৰামকথা**— ড° ৰাজেন্দ্ৰ চন্দ্ৰ হাজৰা, ফাৰ্কুহাৰ, হপকিন্স প্ৰভৃতি দেশী-বিদেশী পণ্ডিতসকলে মহাভাৰতৰ 'খিল' বা পৰিশিষ্টৰূপে ৰচিত 'হৰিবংশ'ৰ ৰচনা কাল খৃঃ চতুৰ্থ শতিকা বুলি মত প্ৰকাশ কৰে। 'হৰিবংশত' (১।৪১।১২১—১৫৫) এক সংক্ষিপ্ত ৰামচৰিত পোৱা যায়। ইয়াত ৰাম অৱতাৰ হোৱাৰপৰা, বনবাস আৰু ৰাৱণবধ পৰ্য্যন্ত মুখ্য ঘটনাসমূহৰ বৰ্ণনা দি অন্তত ৰামৰাজ্যৰ গুণ-কীৰ্তন কৰা হৈছে। এই বৰ্ণনাত দশৰথৰ যজ্ঞ আৰু সীতা অযোনিজা হোৱাৰ কোনো উল্লেখ নাই। এই ৰামচৰিতৰ শেষৰ ফালে থকা এটা শ্লোকে ৰামকথাৰ মূলস্ৰোতৰ ফালে ইঙ্গিত কৰা দেখা যায়—

গাথা অপ্যত্ৰ গায়ন্তি যে পুৰাণবিদো জনাঃ।
ৰামে নিবদ্ধতত্ত্বাৰ্থা মাহাত্ম্যং তস্য ধীমতঃ॥ (হৰিঃ ১।৪১।১৪৯)

'ৰামৰ ৰাজ্যত পুৰাণবিদ্ লোক সকলে তত্ত্বাৰ্থসমূহ ছন্দত নিবদ্ধ কৰি সেই ধীমান ৰামৰ মাহাত্ম্য বখানি গাথা গাইছিল।' ইয়াৰ দ্বাৰা ৰামৰ আখ্যান গাথাৰ ৰূপত প্ৰথমতে প্ৰচলিত থকা কথাকে নিৰ্দেশ কৰা হৈছে বুলি বিদ্বান সকলে মত প্ৰকাশ কৰে। এই গ্ৰন্থৰ অন্য এঠাইত (২ ৯৩।৬) বজ্ৰনাভপুৰত ৰামায়ণ মহাকাব্যৰ নাটক ৰূপে অভিনয় কৰাৰ কথা আছে [৩]। ইয়াত ৰামক বিষ্ণুৰ অৱতাৰ বুলিও কোৱা হৈছে। 'হৰিবংশ'ৰ প্ৰথম অধ্যায়ত আৰু একেবাৰে শেষৰ অধ্যায়ত যথাক্ৰমে 'বাল্মীকিৰ গীত' আৰু হৰিৰ কীৰ্তন কৰা গ্ৰন্থ হিচাবে ৰামায়ণৰ নাম উল্লেখ কৰা হৈছে [৪]। ইয়াৰ বাহিৰেও 'হৰিবংশ'ৰ অন্য ঠাইতো ৰাম আৰু ৰামকথাৰ উল্লেখ পোৱা যায়।

পুৰাণসমূহ এটা সময়ত এজন ব্যক্তিয়ে কৰা ৰচনা নহয়। এখোন পুৰাণে বৰ্তমান প্ৰচলিত ৰূপ পাবলৈ শতাধিক বছৰ সময়ৰ আৱশ্যক হৈছিল। ড° ৰাজেন্দ্ৰচন্দ্ৰ হাজৰাই পুৰাণসমূহৰ অন্তিম ৰূপ লাভ কৰাৰ যি সময় নিৰ্ণয় কৰিছে, সেই মতে ক্ৰম ৰাখি, পুৰাণসমূহত ৰামকথা আৰু ৰামায়ণৰ উল্লেখ সম্পৰ্কত এটা চমু আলোচনা ইয়াত দাঙি ধৰা হৈছে।

মাৰ্কণ্ডেয়, ব্ৰহ্মাণ্ড আৰু মৎস্যপুৰাণত ৰামচৰিত্ৰৰ বৰ্ণনা পোৱা নাযায়। ব্ৰহ্মাণ্ড আৰু মৎস্যপুৰাণত অন্য অৱতাৰ সমূহৰ লগত ৰামকো অৱতাৰ ৰূপে ধৰা হৈছে [৫]। ব্ৰহ্মাণ্ড পুৰাণত মৈথিলবংশৰ বৰ্ণনা কৰোঁতে সীতাৰ অলৌকিক জন্মৰ কথা উল্লেখ আছে [৬]। এই পুৰাণৰ ৰচনা কাল খ্ৰী: চতুৰ্থ শতিকা বুলি ধৰা হয়। মৎস্যপুৰাণত (খ্ৰী: পঞ্চম শতিকা) বাল্মীকিয়ে ৰামৰ উপাখ্যান ৰচনা কৰাৰ কথা আছে।

---

৩ ৰামায়ণং মহাকাব্যমুদ্দেশ্যং নাটকীকৃতম্।
জন্ম বিষ্ণোৰপ্ৰমেয়স্য ৰাক্ষসেন্দ্ৰবধেপ্সয়া॥ (বিষ্ণু: ৯৩/৬)

৪ গীতং চ বাল্মীকি মহৰ্ষিণা চ (বিষ্ণু: ১।১৬)

আৰু

বেদে ৰামায়ণে পুণ্যে ভাৰতে ভৰতৰ্ষভ।
আদৌ চান্তে চ মধ্যে চ হৰিঃ সৰ্বত্ৰ গীয়তে॥ [বি: ৩।১৩২।৯৫]

৫ ব্ৰহ্মাণ্ড: ৩।৭৩ অধ্যায়; মৎস্য: ৪৭ অ:। ৬ ব্ৰহ্মাণ্ড: ৩।৬৪।১৫।

বাল্মীকিনা তু যৎপ্ৰোক্তং ৰামোপাখ্যানমুত্তমম্।   [মৎস্য ৪৩।৭১]

খৃঃ পঞ্চম শতিকাত ৰচিত বিষ্ণুপুৰাণত সংক্ষিপ্ত ৰূপত 'ৰামকথা' বৰ্ণনা কৰা হৈছে (৪।৪ অঃ)। এই শতিকাৰে বায়ুপুৰাণতো ৰামচৰিতৰ বৰ্ণনা (৮৮ অ০ ১৯৯-২০০ শ্লোক) আৰু অযোনিজা সীতাৰ জন্ম কথা (৮৯ অঃ, ২২ শ্লো) পোৱা যায়। ভাগৱতপুৰাণত বৰ্ণিত ৰামকথাৰ বৈশিষ্ট্য হ'ল ইয়াতে পৌৰাণিক সাহিত্যত সৰ্বপ্ৰথমবাৰৰ কাৰণে সীতাক লক্ষ্মীৰ অৱতাৰ বোলা হৈছে। ৰামেহে শূৰ্পণখাক বিৰূপ কৰিছিল বুলি কোৱা হৈছে; ধোবাই ৰটা অপবাদৰ কাৰণে সীতাক বিসৰ্জন দিয়া হৈছে। কূৰ্মপুৰাণত ৰামকথা বৰ্ণনৰ আৱৰ্তণিতে ৰাক্ষসবংশ বৰ্ণনা কৰি লোৱা হৈছে [ পূৰ্ব ১৯ অঃ ] সূৰ্যবংশৰ বৰ্ণনাৰ অন্তৰ্ভুক্ত কৰি ৰামচৰিতৰ বৰ্ণনা কৰা হৈছে (পূৰ্বঃ ২১ অঃ)। লংকাযুদ্ধৰ পাছত ৰামে সেতুবন্ধত শিৱলিংগ প্ৰতিষ্ঠা কৰাৰ কথাও আছে। এইখিনিতে উল্লেখ কৰি থওঁ যে নাৰদীয় পুৰাণ (উত্তৰাৰ্ধ ৭৬ অঃ), নৃসিংহপুৰাণ (৫২ অঃ), সৌৰপুৰাণ (৩০ অঃ) বৃহৎকূৰ্মপুৰাণ (পূৰ্বখণ্ড ২২ অঃ) আৰু পদ্মপুৰাণতো (পাতালখণ্ড ১১২,২২২ অঃ আৰু সৃষ্টি ৪০ অঃ) যুদ্ধৰ পাছত ৰামে শিৱলিংগ প্ৰতিষ্ঠা কৰা বুলি আছে। কূৰ্মপুৰাণৰ পতিব্ৰতোপাখ্যানত ৰাৱণে মায়াসীতাকহে হৰণ কৰিছিল বুলি কোৱা হৈছে (উত্তৰঃ ৩৪ অঃ)। এই পুৰাণৰ ৰচনাকাল খৃঃ সপ্তম শতিকা। খৃঃ অষ্টম শতিকাৰ ৰচিত বৰাহপুৰাণত এটা ৰামস্তৱন (১২ অ) পোৱা যায়। এই পুৰাণত থকা মতে বশিষ্ঠৰ পৰামৰ্শ অনুসাৰে দশৰথে ৰামদ্বাদশী ব্ৰত পালন কৰি ৰাম আদি পুত্ৰসকলক লাভ কৰে। খৃঃ অষ্টম শতিকাৰ পাছতো ৰচনাৰ কাম চলি থকা অগ্নিপুৰাণত (৫—১১ অঃ) ৰামায়ণৰ সাতোকাণ্ডৰ সংক্ষিপ্ত বৰ্ণনা পোৱা যায়। এই পুৰাণৰ মতে ৰামে মন্থৰাক উৎপীড়ন কৰাৰ ফল স্বৰূপে তেওঁৰ বনবাস হ'ল। দশম শতিকাৰ আগতে ৰচনা হোৱা লিংগপুৰাণত ইক্ষাকুবংশ বৰ্ণনাৰ প্ৰসংগত অতি সংক্ষেপে ৰামকথাৰ উল্লেখ কৰিছে (পূৰ্বাধ-৬৬/৩৫, ৩৬)। অম্বৰীষৰ উপাখ্যান বৰ্ণাওঁতে ৰাম আদিক (২/৫/) অৱতাৰ বুলি কোৱা হৈছে। বামনপুৰাণত বেদৱতী তীৰ্থৰ প্ৰসংগত ৰাৱণে অপমান কৰা বেদৱতীয়েই সীতাৰূপে জন্ম লোৱাৰ কথা আছে (৩৭/৮-১২)। বৰ্তমান প্ৰচলিত নাৰদীয় মহাপুৰাণৰ (সপ্তম দশম শতিকাৰ পাছলৈকে সংযোজনা চলি আছিল)

পূৰ্বখণ্ডত বালকাণ্ডৰ পৰা যুদ্ধকাণ্ডলৈকে বৰ্ণিত বিষয়বস্তুৰে এক সংক্ষিপ্ত ৰামচৰিত পোৱা যায় আৰু উত্তৰ খণ্ডত থকা বাল্মীকীয় ৰামায়ণৰ সংক্ষিপ্ত ৰামকথাত ৰাম প্ৰভৃতি ভাতৃক নাৰায়ণ, সংকৰ্ষণ প্ৰভৃতিৰ অংশাৱতাৰ বুলি বৰ্ণনা আছে (৭৫ অঃ)। ব্ৰহ্মপুৰাণৰ ২১৩ অধ্যায়ত হৰিবংশৰ ৪১ অধ্যায়ৰ দৰেই একে ধৰণৰ ৰামকথা বৰ্ণনা কৰিছে। ১৭৬ অধ্যায়ত ৰাৱণচৰিতৰ প্ৰসংগত ধাৰ্মিকৰ তপস্যাৰ বৰ্ণনাৰ পাছতে সংক্ষিপ্ত ৰূপত 'ৰাম চৰিত্ৰৰো' বৰ্ণনা কৰা হৈছে। গৌতমী মাহাত্ম্যৰ প্ৰসংগত বৰ্ণনা কৰা ৰামচৰিত (অঃ ৭০-১৭৫ লৈ) খনতে দশম শতিকাত এক স্বতন্ত্ৰ গ্ৰন্থহে আছিল বুলি ডঃ ৰাজেন্দ্ৰ চন্দ্ৰ হাজৰাই মত প্ৰকাশ কৰে। ৰামতীৰ্থ মাহাত্ম্যত বৰ্ণনা কৰা ৰামকথা মতে কৈকেয়ীয়ে দেৱ-দানৱৰ যুদ্ধত তিনিটা বৰ দশৰথৰ পৰা লাভ কৰিছিল। 'শ্ৰৱণকুমাৰবধৰ প্ৰায়শ্চিত্তৰূপে দশৰথে অশ্বমেধযজ্ঞ কৰোঁতে বিষ্ণুৰ অৱতাৰ ৰামে পিণ্ডদান কৰিলে দশৰথে মুক্তি পাব বুলি আকাশবাণী হোৱা, ৰামে গৌতমী নদীৰ পাৰত পিণ্ডদান কৰাত দশৰথে নৰকৰপৰা মুক্তি পোৱা বুলিও এই প্ৰসংগত কোৱা হৈছে। সহস্ৰকুণ্ড মাহাত্ম্যত সীতা-বিসৰ্জনৰ পাছত ৰামে সহস্ৰকুণ্ডত তপস্যা কৰাৰ কথা আছে (১৫৪ অঃ)। কিষ্কিন্ধাতীৰ্থ মাহাত্ম্যত (১৫৭ অঃ) লংকাৰপৰা ঘূৰি যাওঁতে ৰামে গৌতমীৰ পাৰত পাঁচদিন থাকি শিৱলিংগ পূজা কৰিছিল বুলি কোৱা হৈছে। খ্ৰীঃ দশম শতিকা আৰু তাৰ পাছতো সংযোজনা চলি থকা গৰুড়পুৰাণত বৰ্ণিত ৰামকথাত ৰামে শূৰ্পণখাৰ অঙ্গচ্ছেদ কৰা বুলি আছে আৰু অযোধ্যালৈ প্ৰত্যাবৰ্তন কৰাৰ পাছত পিতৃক পিণ্ডদানৰ উদ্দেশ্যে ৰাম গয়াশিৰলৈ গৈছিল বুলিছে (১৪৩ অঃ)।

স্কন্দপুৰাণত [ইয়াৰ অধিকাংশৰ ৰচনা খ্ৰীঃ অষ্টম শতিকাত হৈছিল যদিও বহুত পিছলৈকে সংযোজনা চলি আছিল] বিস্তৃত আৰু বিবিধ ৰূপত ৰামায়ণমূলক কথাৰ বৰ্ণনা পোৱা যায়। মাহেশ্বৰখণ্ডত [৮ অঃ] ৰাৱণচৰিতৰ প্ৰসংগত ৰাম অৱতাৰৰ বৰ্ণনা তথা ৰাৱণবধৰ কথা আছে। বৈষ্ণৱখণ্ড (অযোধ্যামাহাত্ম্য, ৬ অঃ), অৱন্তীও (২৪ অঃ), নাগৰখণ্ড (১২৪ অঃ) আৰু প্ৰভাসখণ্ডত (২৭৮ অঃ) বাল্মীকিৰ সম্পৰ্কে ভিন্ ভিন্ আখ্যান বৰ্ণনা কৰিছে। এই পুৰাণত ব্যাপকৰূপত বিভিন্ন প্ৰসংগত থকা ৰামকথাৰ বহল আলোচনালৈ নগৈ, এই গ্ৰন্থত আৱশ্যক অনুসাৰে সংশ্লিষ্ট ৰামকথাৰ উল্লেখ কৰা হৈছে।

পদ্মপুৰাণৰ বিভিন্ন খণ্ডৰ ৰচনা কালো ভিন্ ভিন্ । তাৰ ভিতৰত ৰামকথাৰ ভালেখিনি বৰ্ণনা থকা পাতাল খণ্ডৰ ৰচনা দ্বাদশ শতিকাত আৰু উত্তৰ খণ্ডৰ ৰচনা পঞ্চদশ শতিকা পৰ্য্যন্ত হৈ আছিল বুলি ড° হাজৰাই মত দাঙি ধৰিছে। পাতালখণ্ডৰ এটা গৌড়ীয়পাঠত (অপ্ৰকাশিত) ৰঘুবংশৰ লগত অনেকখিনি মিল থকা বৰ্ণনা পোৱা যায় [৭]। এই পুৰাণত থকা ব্যাপক ৰামায়ণমূলক কথাসমূহৰ আলোচনালৈ ইয়াত যোৱা নহ'ল। আমাৰ প্ৰস্তুত সংশ্লিষ্ট আলোচনা প্ৰসংগত ভাবে আৱশ্যকীয় খিনিৰ উল্লেখ যথা স্থানত কৰা হৈছে।

ব্ৰহ্মবৈবৰ্ত পুৰাণৰ ৰচনা সপ্তম শতিকাতে আৰম্ভ হৈছিল যদিও, ইয়াৰ বৰ্ত্তমান ৰূপ ষোড়শ শতিকাৰহে। বেদৱতী আখ্যানৰ লগতে সীতাহৰণ আখ্যানো বৰ্ণনা কৰা হৈছে। ইয়াত অগ্নিয়ে এক মায়াময় সীতাৰ সৃষ্টি কৰাৰ কথাও আছে। উল্লেখযোগ্য যে ৰাৱণে সেই সীতাকহে হৰণ কৰিছিল বুলি দেৱীভাগৱতত (উপপুৰাণ) কোৱা হৈছে। কৃষ্ণজন্মখণ্ডত অহল্যা উদ্ধাৰৰ বৰ্ণনা প্ৰসংগত চমুকৈ ৰামকথাৰো বৰ্ণনা কৰা হৈছে।

বিষ্ণুধৰ্মোত্তৰ উপপুৰাণৰ [৮] প্ৰথমখণ্ড, ২০০ অধ্যায়ত লৱণ দৈত্য বধৰ বৰ্ণনাৰ পাছত ভৰতে গন্ধৰ্বৰ লগত কৰা যুদ্ধৰ দীঘলীয়া বৰ্ণনা [২০২-২৬১ অঃ] দিয়া হৈছে। ইয়াৰ ভিতৰতে থকা ৰাৱণ-চৰিতৰ বৰ্ণনাত ৰাম-লক্ষ্মণ আৰু ভৰত-শত্ৰুঘ্নক নাৰায়ণ, সংকৰ্ষণ প্ৰদ্যুম্ন আৰু অনিৰুদ্ধৰ অৱতাৰ বোলা হৈছে।

বৈষ্ণৱ উপপুৰাণ হিচাপে যথেষ্ট গুৰুত্ব থকা নৃসিংহ পুৰাণত অলপীয়া পৰিৱৰ্ত্তনেৰে বাল্মীকীয় ৰামায়ণৰ প্ৰথম ছটা কাণ্ডৰ কথাখিনি [৪৭অঃ—৫২অঃ] দাঙি ধৰা হৈছে। মহাভাৰতৰ ৰামোপাখ্যানৰ দৰে ইয়াতো ৰামকথাৰ আদিতে

---

৭ ড° অশোক চেটাৰ্জীৰ Padmapurana, A study গ্ৰন্থত বহল আলোচনা আছে।

৮ নাৰদীয়পুৰাণৰ মতে (১।৯৪) বিষ্ণুপুৰাণৰ দ্বিতীয় অংশই বিষ্ণুধৰ্মোত্তৰ
● পুৰাণ বুলি ড° হাজৰাই উল্লেখ কৰিছে Studies in the upapuranas I, page 209. এই বিষ্ণুধৰ্মোত্তৰ পুৰাণৰ ৰচনা কাল খৃঃ ৫ম শতিকা বুলি ড° হাজৰাৰ এই গ্ৰন্থত কোৱা হৈছে; page 212.

ৰাৱণৰ বংশৰ বৰ্ণনা দিয়া হৈছে। নৃসিংহপুৰাণত ৰামক নাৰায়ণৰ পূৰ্ণ অৱতাৰ আৰু লক্ষ্মণক 'শেষ'ৰ অৱতাৰ বুলি কোৱা হৈছে। অহল্যা পাষাণ হোৱাৰ কথাও এই পুৰাণত আছে। এই পুৰাণত সীতানিৰ্বাসনৰ কথা নাই। নৃসিংহ পুৰাণৰ ৰচনাকাল খৃঃ ৭ম শতিকাৰ পাছৰ নহয় [১]।

এই উপপুৰাণ সমূহৰ বাহিৰেও দেৱীভাগৱত, মহাভাগৱত, ব্ৰহ্মবৈৱৰ্তপুৰাণ, সৌৰপুৰাণ, কালিকাপুৰাণ, আদিপুৰাণ, কল্কিপুৰাণ প্ৰভৃতি উপপুৰাণ সমূহত বৈচিত্ৰ্যপূৰ্ণ ৰামচৰিতৰ বৰ্ণনা পোৱা যায়।

## ॥ তত্ত্বপ্ৰধান ৰামায়ণ গ্ৰন্থসমূহ ॥

যি বিলাক ৰামায়ণত ৰামচৰিতটোক অন্য দাৰ্শনিক তথা ভক্তিমূলক তত্ত্বৰ ওপৰতহে অধিক গুৰুত্ব আৰোপ কৰা হৈছে, সেই শ্ৰেণীৰ ৰামায়ণ নামধাৰী গ্ৰন্থই এই আলোচনাৰ বিষয়-বস্তু। এই ৰামায়ণ সমূহৰ কথাবস্তু বহু সময়ত বাল্মীকিৰ ৰামায়ণৰ লগত সম্পৰ্কৰহিত হৈ পৰাও দেখা যায়।

যোগবাশিষ্ঠ ৰামায়ণ — বশিষ্ঠ-ৰামচন্দ্ৰসংবাদ ৰূপে উপস্থাপিত এই ৰামায়ণত ছটা প্ৰকৰণত প্ৰকৃতপক্ষে যোগ আৰু বেদান্তৰ তত্ত্বহে প্ৰতিপাদন কৰা হৈছে। এই ৰামায়ণ বাল্মীকিয়ে প্ৰণয়ন কৰা বুলি ভুৰি দিয়া হৈছে। বিণ্টাৰনিৎসে এই ৰামায়ণৰ কাল খৃঃ অষ্টম শতিকা বুলি মত প্ৰকাশ কৰিছে। আনহাতে ড° ভি° ৰাঘৱনৰ মতে ইয়াৰ ৰচনাকাল ১১০০ খৃষ্টাব্দৰ পৰা ১২৫০ খৃষ্টাব্দৰ ভিতৰত।

অধ্যাত্ম ৰামায়ণ — অধ্যাত্ম ৰামায়ণৰ ৰচয়িতা আৰু ৰচনাৰ কাল সম্পৰ্কে নিশ্চিতভাৱে একো ক'ব পৰা নাযায় যদিও, ইয়াৰ ৰচনা কাল খৃঃ ১৪/১৫ শতিকা বুলি পণ্ডিত সকলে মত প্ৰকাশ কৰে। ৰামানন্দৰ দ্বাৰা প্ৰৱৰ্তিত ৰামাৱত সম্প্ৰদায়ত এই ৰামায়ণৰ স্থান গুৰুত্বপূৰ্ণ। ৰামভক্তি প্ৰচাৰৰ দৃষ্টিৰে এই গ্ৰন্থৰ যথেষ্ট গুৰুত্ব আছে। কোনো কোনোৱে ৰামানন্দকে এই তত্ত্বপ্ৰধান ৰামায়ণখনিৰ ৰচয়িতা বুলি ক'ব খোজে। শিৱ-পাৰ্বতীৰ সংবাদ ৰূপে উপস্থাপন কৰা এই ৰামায়ণত বাল্মীকি ৰামায়ণৰ

১ ড° হাজৰাৰ উক্ত গ্ৰন্থৰ page 238

সাতোটা কাণ্ডৰ অনুৰূপে কাণ্ড বিভাজন কৰি আখ্যানভাগ বৰ্ণনা কৰা হৈছে। অৱশ্যে ইয়াত নানা প্ৰসংগত অবাল্মীকীয় কথাও চকুত পৰে। কৃষ্ণ লীলাৰ অনুৰূপে ৰামৰ জীৱন চৰিত্ৰতো লীলা সংযোজনা কৰাটো অধ্যাত্ম ৰামায়ণৰ অন্যতম বৈশিষ্ট্য। আনন্দৰামায়ণ (সংস্কৃত), তুলসীদাসৰ ৰামচৰিত-মানস, আৰু একনাথৰ ৰচিত মাৰাঠী ৰামায়ণৰ ওপৰত এই ৰামায়ণৰ প্ৰভূত প্ৰভাৱ পৰিছে।

**অদ্ভুত ৰামায়ণ** — বাল্মীকি-ভৰদ্বাজ সংবাদৰূপে উপস্থাপন কৰা এই ৰামায়ণত সীতাক পৰমা শক্তি মহামায়া ৰূপে বৰ্ণনা কৰা হৈছে। এই ৰামায়ণত নাৰদ আৰু পৰ্বতৰ অভিশাপত বিষ্ণুৱে ৰামৰূপে জন্ম লোৱা, অম্বৰীষ কন্যা শ্ৰীমতীয়ে ধৰণীসূতা স্বৰূপে জন্ম লৈ বিদেহ ৰাজৰ দ্বাৰা পালিতা হৈ ৰামৰ ভাৰ্যা হোৱা আৰু এই দুই মুনিৰ শাপত ৰাক্ষসৰ দ্বাৰা অপহৃতা হোৱাৰ বৰ্ণনা আছে। আনহাতেদি নাৰদৰ শাপত লক্ষ্মীয়ে মন্দো-দৰীৰ গৰ্ভত জন্ম লোৱা আৰু মন্দোদৰীয়ে তীৰ্থ কৰিবলৈ গৈ কুৰুক্ষেত্ৰত পেলাই থৈ অহাত কন্যাটি জনকে পাই নি তাঙৰ কৰা বুলিও এটা আখ্যান কোৱা হৈছে। পৰশুৰামৰ দৰ্পচূৰ্ণ হোৱাৰ পৰা আৰম্ভ কৰি ৰাৱণ-বধ কৰি ৰাম অযোধ্যালৈ ঘূৰি অহালৈকে বাল্মী$_{0}$ ৰামায়ণৰ ৰামকথা অংশ এই ৰামায়ণত (১সঃ — ১৬স·) বৰ্ণনা কৰা হৈছে। গ্ৰন্থৰ অন্তিম ভাগত পুষ্কৰৰ ৰজা সহস্ৰস্কন্ধ ৰাৱণক পৰমা শক্তিৰূপিনী সীতাই বধ কৰাৰ বৃত্তান্ত দাঙি ধৰা হৈছে। এই ৰামায়ণৰ ৰচনা অধ্যাত্মৰামায়ণৰ কিছু পাছতে হোৱা বুলি ড$^{0}$ ভি. ৰাঘৱনে মত দাঙি ধৰিছে।

**আনন্দ ৰামায়ণ** — খৃঃ ষোড়শ শতিকাতকৈ আগতে আৰু অধ্যাত্ম ৰামায়ণৰ পাছত ৰচনা হোৱা এই ৰামায়ণত অধ্যাত্মৰামায়ণৰ পৰা বহুত কথা তুলি দিয়া হৈছে আৰু অনেক বিচিত্ৰ কথাৰ সমাবেশ ঘটোৱা হৈছে। বাৰ হেজাৰ দুশ বাৰটা শ্লোকত ৰচিত এই বিশাল গ্ৰন্থখনত অনেক সৰ্গত বিভাজিত নটা কাণ্ড আছে।

এই ৰামায়ণ সমূহৰ উপৰিও তত্ত্বসংগ্ৰহ ৰামায়ণ, কাল নিৰ্ণয় ৰামায়ণ, অগ্নিবেশ ৰামায়ণ প্ৰভৃতি ৰামকথাভিত্তিক গ্ৰন্থসমূহক তত্ত্বমূলক ৰামায়ণ সাহিত্যৰ শ্ৰেণীত অন্তৰ্ভুক্ত কৰিব পাৰি।

## ॥ জৈমিনিভাৰতৰ অন্তৰ্গত ৰামকথা সমূহ ॥

জৈমিনি ভাৰতৰ অন্তৰ্গত বুলি কথিত গ্ৰন্থসমূহৰ ভিতৰত জৈমিনীয়াশ্বমেধৰ বিশেষ খ্যাতি আছে। খৃঃ ত্ৰয়োদশ শতিকাত কন্নড় ভাষাত ইয়াৰ অনুবাদ হৈছিল, আনহাতেদি এই গ্ৰন্থত ভাগৱতপুৰাণৰ উল্লেখ পোৱা যায়। যুধিষ্ঠিৰৰ অশ্বমেধযজ্ঞৰ প্ৰসংগত এই গ্ৰন্থত কুশ-লৱৰ আখ্যানো বৰ্ণনা কৰা হৈছে। হৰিবৰ বিপ্ৰৰ 'লৱ-কুশৰযুদ্ধ'ৰ প্ৰসংগত জৈমিনীয়াশ্বমেধৰ এই কাহিনীৰ আলোচনা কৰা হৈছে।

মৈৰাৱণবধ বা হনুমদ্বিজয়, আৰু সহস্ৰমুখৰাৱণবধ নামৰ দুখন গ্ৰন্থও জৈমিনিভাৰতৰ অন্তৰ্গত ৰামকথা মূলক গ্ৰন্থ। এই গ্ৰন্থসমূহৰ বাহিৰেও সংস্কৃত ভাষাত ৰচিত সত্যোপাখ্যান, হনুমৎসংহিতা, বৃহৎকোশলখণ্ড প্ৰভৃতি ৰামকথা মূলক ধৰ্মীয় সাহিত্যই ৰামভক্তিৰ বিকাশত অৰিহণা যোগাইছে।

## ॥ সংস্কৃত সুকুমাৰ সাহিত্যত ৰামকথা ॥

বাল্মীকি মুনি ৰচিত আদিকাব্য ৰামায়ণেই সংস্কৃত কাব্য-মহাকাব্যৰ ৰচনা-পদ্ধতিৰ মূল আহি যে ই সৰ্বজন স্বীকৃত কথা। ধৰ্মীয় সাহিত্য ৰূপে আদি কাব্য ৰামায়ণে লাভ কৰা মৰ্য্যাদাতকৈ উত্তম কাব্যকলাৰ নিদৰ্শন স্বৰূপে এই শ্ৰেষ্ঠ মহাকাব্যখনে ভাৰতীয় সাহিত্যৰ ইতিহাসত লাভ কৰা স্বীকৃতি অনন্য সাধাৰণ। পৰৱৰ্ত্তী সাহিত্যৰ কাৰণে বাল্মীকীয় ৰামায়ণ বিষয়বস্তুৰ সম্ভাৰৰ দৃষ্টিৰেও এক অন্তহীন নিজৰা। ৰামায়ণৰ কাহিনী অৱলম্বন স্বৰূপে লৈ ৰচনা কৰা মহাকাব্য, নাটক আৰু খণ্ডকাব্যসমূহৰ এটি চমু আলোচনা তলত দাঙি ধৰা হ'ল।

মহাকবি কালিদাসৰ ৰচিত মহাকাব্য ৰঘুবংশৰ ১৯টা সৰ্গৰ ভিতৰত নৱম সৰ্গত দশৰথৰ কথা বৰ্ণনা কৰা হৈছে আৰু দশম সৰ্গৰপৰা পঞ্চদশ সৰ্গলৈকে ৰাম চৰিতৰ বিস্তৃত বৰ্ণনা কৰা হৈছে। এই অংশৰ কাহিনীভাগ বাল্মীকীয়

ৰামায়ণৰ অনুবৰ্ত্তী। সীতা-বিসৰ্জন, লৱ-কুশৰ জন্ম, শম্বুক-বৃত্তান্ত, লক্ষ্মণ বৰ্জ্জন আদি ঘটনাৰ বিৱৰণিৰ পৰা কালিদাসৰ যে বাল্মীকীয় উত্তৰকাণ্ডৰ লগত পৰিচয় আছিল, সেই কথা জানিব পাৰি।

প্ৰবৰসেনৰ 'সেতুবন্ধ' বা 'ৰাৱণবহ' নামৰ পোন্ধৰটা সৰ্গত মহাৰাষ্ট্ৰী প্ৰাকৃত ভাষাত ৰচিত মহাকাব্যত (সময় খৃঃ ৫/৬ শতিকা) ৰামৰ লংকা-যাত্ৰাৰ পৰা আৰম্ভ কৰি ৰাৱণবধৰ পাছত অযোধ্যাত হোৱা অভিষেকলৈকে বাল্মী° ৰামায়ণৰ লংকাকাণ্ডৰ ঘটনাৱলী বৰ্ণনা কৰা হৈছে। এই মহাকাব্যৰ 'কামিনীকেলি' নামৰ দশম অধ্যায়ত ৰাক্ষস-ৰাক্ষসীৰ যি সম্ভোগ বৰ্ণনা কৰিছে পাছৰ যুগৰ ভট্টিকাব্য, জানকীহৰণ, কম্বনৰ তমিল ৰামায়ণ প্ৰভৃতিতো সেই আৰ্হিৰেই ৰাক্ষস-ৰাক্ষসীৰ সম্ভোগৰ বৰ্ণনা কৰা হৈছে।

খৃষ্টীয় ষষ্ঠ/সপ্তম শতিকাত ভট্টিয়ে ৰচনা কৰা ৰাৱণবধ বা ভট্টিকাব্যত বাইছটা সৰ্গত বাল্মী° ৰামায়ণৰ প্ৰথম ছয় কাণ্ডৰ ঘটনাৱলীৰ বৰ্ণনা, অল্পীয়া পৰিবৰ্ত্তন কৰি দাঙি ধৰা হৈছে। সেই পৰিবৰ্ত্তন সমূহৰ ভিতৰত উল্লেখযোগ্য হৈছে— দশৰথক শৈৱ বুলি কোৱা হৈছে (১/৩); পুত্ৰেষ্টি যজ্ঞত কোনো দেৱতাৰ আবিৰ্ভাৱ হোৱা নাই, দশৰথৰ পত্নীসকলে আহুতিৰ অৱশেষ ভোজন কৰিছে (১/১৩), বিশ্বামিত্ৰই ৰাম-লক্ষ্মণক প্ৰদান কৰা বিদ্যাৰ নাম জয় আৰু বিজয়া (২/২১), চাৰিজন ভ্ৰাতৃৰ ভিতৰত কেৱল ৰাম-সীতাৰ বিয়াৰহে বৰ্ণনা কৰা হৈছে (২/৪৩), লক্ষ্মণে সীতাক অভিশাপ দিছে (৫।৬০), ৰামে সীতাহৰণৰ পাছতহে সৰ্বপ্ৰথম জটায়ুক লগ পাইছে (৬।৬১)।

কুমাৰদাসে খৃঃ অষ্টম শতিকাত ৰচনা কৰা জানকীহৰণ মহাকাব্যত থকা কুৰিটা সৰ্গৰ প্ৰথম তিনিটা সৰ্গত দশৰথৰ বৰ্ণনা, চতুৰ্থ সৰ্গত ৰাম আদিৰ জন্মৰ বৰ্ণনাৰ পৰা আৰম্ভ কৰি বিংশ সৰ্গত ৰাৱণবধৰ বৰ্ণনাৰে কাব্যৰ সামৰণি মাৰিছে। এই মহাকাব্য বাল্মী° ৰামায়ণৰ ওপৰত আধাৰিত আৰু ৰঘুবংশৰ দ্বাৰা বহুলভাৱে প্ৰভাৱিত।

খৃঃ নৱম শতিকাৰ পূৰ্বাৰ্ধত গৌড়ীয় পালবংশৰ যুৱৰাজ হাৱৰ্ষৰ পৃষ্ঠ-পোষকতাত অভিনন্দই ৰচনা কৰা ৰামচৰিতত ছয়ত্ৰিছটা সৰ্গত ৰাম-লক্ষ্মণে প্ৰস্ৰৱণ গিৰিত বাস কৰাৰেপৰা কুম্ভ-নিকুম্ভবধলৈকে ৰামকথাৰ বৰ্ণনা কৰা

হৈছে। ভীম নামৰ এজন কৱিয়ে চাৰিটা সৰ্গ সংযোজন কৰি এই মহাকাব্যত যুদ্ধকাণ্ডৰ কথাবস্তু সম্পূৰ্ণ কৰে।

কাশ্মীৰদেশীয় কবি ক্ষেমেন্দ্ৰই ভাৰতমঞ্জৰীৰ দৰে ৰামায়ণৰ সংক্ষিপ্ত ৰূপ ৰামায়ণমঞ্জৰীৰ ৰচনা কৰে (১০৩৭ খৃ.); ইয়াৰ উপৰিও এইজনা কৱিয়ে (১০৬৬ খৃঃ) এক অভিনৱ ৰূপত ৰামকথা উপস্থাপন কৰে 'দশাৱতাৰচৰিত' নামৰ গ্ৰন্থত। এই গ্ৰন্থত ৰাৱণৰ পক্ষৰপৰাহে সমস্ত ৰামচৰিত বৰ্ণনা কৰা হৈছে।

এই মহাকাব্যৰসমূহৰ বাহিৰেও মল্লাচাৰ্যৰ উদাৰৰাঘৱ (১৪ শতিকা), ধনঞ্জয়ৰ ৰাঘৱপাণ্ডৱীয়, মাধৱভট্টৰ ৰাঘৱ পাণ্ডৱীয় (এই দুজন দ্বিসন্ধান কাব্য) প্ৰভৃতি অনেক ৰামায়ণ মূলক সংস্কৃত কাব্য ১৭/১৮ শতিকা পৰ্য্যন্ত ৰচিত হৈছিল।

**সংস্কৃত নাট্যসাহিত্যত ৰামকথা** — ৰাম কথাক বিষয় কৰি ৰচিত নাটকৰ অভিনয় যে প্ৰাচীন কালৰেপৰা চলি আহিছিল, হৰিবংশতে (বিষ্ণুঃ ৯৩/৬) তাৰ প্ৰমাণ পোৱা যায়। ৰামকথামূলক নাট্যসাহিত্যসমূহৰ এটা প্ৰধান বৈশিষ্ট্য হৈছে, এইবিলাকত নাট্যকাৰসকলে কথাবস্তুৰ ক্ষেত্ৰত যথেষ্ট স্বাধীনতা গ্ৰহণ কৰিছে। নাটকীয় উদ্দেশ্য সাধনৰ কাৰণে ৰামায়ণৰ মূল কথাবস্তুত প্ৰচুৰ পৰিৱৰ্তন সাধন কৰা হৈছে।

কালিদাসৰ পূৰ্ববৰ্তী কবি ভাসৰ ৰচিত দুখন নাটক প্ৰতিমানাটক আৰু অভিষেকনাটকেই বৰ্তমানলৈকে পোৱা ৰামকথামূলক নাটকসমূহৰ ভিতৰত প্ৰাচীনতম ৰচনা। সাত অংকত বিভাজিত 'প্ৰতিমানাটক'ত ৰাম বনবাসৰপৰা আৰম্ভ কৰি লংকাবিজয়ৰ পাছত হোৱা ৰাম-অভিষেকলৈকে কাহিনীভাগ বৰ্ণনা কৰা হৈছে। কৱিজনাৰ স্বকীয় কল্পনাৰে অনেক স্থলত ৰামকথাক বৈচিত্ৰ্যপূৰ্ণ ৰূপ দিয়া এই নাটকত ৰাৱণবধৰ পাছত জন্মস্থানতে ভৰতৰ উপস্থিতিত ৰামৰ অভিষেক হোৱা বুলি বৰ্ণনা কৰা হৈছে। অভিষেক নাটকত বালিবধৰ পৰা ৰামৰ অভিষেকলৈকে এই কাহিনীভাগ প্ৰায় বাল্মী০ ৰামায়ণৰ অনুৰূপেই দাঙি ধৰা হৈছে। এই নাটকত সেতুবন্ধনৰ কথা নাই; সমুদ্ৰ দুভাগ হৈ পৰাত সেই পথেদিয়েই ৰামসেনা গৈ লংকাৰ পাৰত উঠা বুলি বৰ্ণনা কৰা হৈছে। ভাসৰ 'প্ৰতিমানাটক'ত ৰামক মনুষ্য-ৰূপত বৰ্ণনা

কৰিছে; কিন্তু 'অভিষেকনাটক'ত বহু ঠাইতে ৰাম-সীতাক বিষ্ণু-লক্ষ্মী বুলি কোৱা হৈছে।

খৃঃ অষ্টম শতিকাৰ কবি ভৱভূতিয়ে ৰামচৰিত মূলক দুখন নাটক ৰচনা কৰে। সাতোটা অংকত ৰচিত মহাবীৰচৰিতত ৰামৰ বিবাহৰপৰা ৰামৰ অভিষেকলৈকে এই কাহিনী অংশ ৰূপায়িত কৰা হৈছে। এই নাটকৰ নানা ঠাইত বৈচিত্র্যপূৰ্ণ কৰি দাঙি ধৰা ৰামকথা ৰামায়ণৰ বৰ্ণনাৰ লগত অমিল। সাতোটা অংকত অভিষেকৰ পাছৰ ৰামচৰিতক বিষয়বস্তু হিচাপে লৈ ৰচনা কৰা উত্তৰৰামচৰিত নাটকৰ কথাবস্তুও ৰামায়ণৰ লগত নিমিলে। ভৱভূতিৰ 'উত্তৰ-ৰামচৰিতত' সৰ্বপ্ৰথম বাৰৰ কাৰণে ৰামৰ যজ্ঞৰ ঘোঁৰাৰ কাৰণে ৰামসেনাৰ লগত লৱ-কুশৰ যুদ্ধ হোৱাৰ বৰ্ণনা পোৱা যায়। এই নাটকত সীতা-বিসৰ্জনৰ পাছত ৰাম-সীতাৰ পুনৰ্মিলন হোৱা দেখুৱাইছে।

খৃঃ অষ্টম শতিকাত ৰচিত অনংগহৰ্ষৰ 'উদাত্তৰাঘৱ', দিঙ্‌নাগৰ ৰচিত 'কুন্দমালা', নৱম শতিকাৰ মুৰাৰিয়ে ৰচনা কৰা 'অনৰ্ঘৰাঘৱ', দশমশতিকাত ৰচিত ৰাজশেখৰৰ 'বালৰামায়ণ' ত্ৰয়োদশ শতিকাৰ জয়দেৱৰ 'প্ৰসন্নৰাঘৱ' প্ৰভৃতি ৰামায়ণ মূলক নাটকৰ উপৰিও ৰামকথাভিত্তিক আৰু বহুত খ্যাত-অখ্যাত সংস্কৃত নাটক পোৱা যায়।

ৰামকথামূলক কথাবস্তুৰে ৰচিত হনুমন্নাটকৰ দুটা পাঠৰ প্ৰচলন আছে — এটা মধুসূদন কৱিৰ ৰচনা বুলি বিখ্যাত, দহ অংকত লিখা পাঠ আৰু আনটো হৈছে দামোদৰ মিশ্ৰৰ ৰচনা বুলি স্বীকৃত চৌদ্দটা অংকেৰে সৈতে প্ৰচলিত পাঠ। সুশীলকুমাৰ দে প্ৰভৃতি বিদ্বানে খৃঃ দশম শতিকাত এই নাটক ৰচনাৰ কাম আৰম্ভ হয় আৰু খৃঃ চতুৰ্দশ শতিকা পৰ্যন্ত ইয়াত সংযোজনাৰ কাম চলি থাকে বুলি অনুমান কৰে। এই নাটকত অংকৰ সংখ্যাধিক্যৰ কাৰণেই ইয়াৰ অন্য নাম মহানাটক। ইয়াত সীতা-স্বয়ম্বৰৰ পৰা লংকাবিজয়লৈকে ৰামকথা অংশ ৰূপায়িত কৰা হৈছে। এই নাটকত নাটকীয় অংশ কম আৰু বৰ্ণনা অংশহে বেছি; গতিকে ই এক বিশেষ চৰিত্ৰৰ নাটক।

ৰামকথামূলক খণ্ডকাব্য — সংস্কৃত ভাষাত ভালেখিনি শ্লেষকাব্য (দ্বিসন্ধান কাব্য) ৰামকথাৰ লগত জড়িত কৰি ৰচনা কৰা হৈছিল। তাৰ

ভিতৰত দ্বাদশ শতিকাৰ সন্ধ্যাকৰ নন্দিৰ 'ৰামচৰিত', ধনঞ্জয়ৰ (দিগম্বৰ জৈন) 'ৰাঘৱ পাণ্ডৱীয়', একে নামৰ কাব্য কবিৰাজ মাধৱভট্টৰ, হৰদত্ত সূৰিৰ 'ৰাঘৱনৈষধীয়', প্ৰভৃতি গ্ৰন্থৰ নাম উল্লেখযোগ্য। সেইদৰে 'সন্নীতি-ৰামায়ণ' নামৰ নীতি উপদেশক কাব্য, 'যাদৱৰাঘৱীয়' 'ৰাঘৱযাদৱীয়' প্ৰভৃতি বিলোমকাব্য 'ৰামলীলামৃত' আদি চিত্ৰকাব্যৰ ৰচনায়ো ৰামকথাৰ জন-প্ৰিয়তাৰ প্ৰমাণ দিয়ে।

'মেঘদূত' আৰু 'গীতগোবিন্দ'ৰ অনুকৰণত ৰামৰ জগত জড়িত কবি যথেষ্ট সংখ্যক শৃংগাৰ প্ৰধান কাব্যও ৰচনা কৰা হৈছিল। বেদান্তদেশিকৰ ' হংসদূত বা হংসসন্দেশ (খৃঃ ত্ৰয়োদশ শতিকাৰ) নামৰ কাব্যখনে এক নতুন কাব্যৰীতিৰ আশ্ৰয় লৈ ৰামকথা ৰূপায়ণ কৰে। এই কাব্যত ৰামে এক হংসৰ যোগেদি অশোকবনত থকা সীতালৈ সন্দেশ প্ৰেৰণ কৰাৰ বৰ্ণনা দিয়া হৈছে। এইদৰে নৈয়ায়িক ৰুদ্ৰ বাচস্পতিয়ে ভ্ৰমৰদূত কাব্যত ভ্ৰমৰৰ যোগেদি ৰামে সীতালৈ বাৰ্ত্তা পঠোৱাৰ বৰ্ণনা দিছে। হনুমানক দূতৰূপে পঠোৱা বৰ্ণনাৰে লিখা কপিদূত আৰু কোকিলদূত তথা চন্দ্ৰদূতো এই শ্ৰেণীৰ খণ্ডকাব্য।

'ৰামগীতগোবিন্দ' নামৰ এখন গীতিকাব্য জয়দেৱৰ নামতে চলাই দিয়া হৈছিল। ছটা সৰ্গত বিভক্ত চৌবিছটা গীতত এই কাব্যত ৰামজন্মৰ পৰা ৰাম অভিষেকলৈকে কথা অংশ ৰূপায়িত কৰা হৈছে। গীতগোবিন্দৰ অনুকৰণত ৰচনা কৰা হ'লেও ইয়াত সীতাৰ সৌন্দৰ্যবৰ্ণনত গুৰুত্ব দিয়া নাই আৰু শৃংগাৰীবৰ্ণনা সমূহো অতি সংযত ৰূপত দাঙি ধৰা হৈছে। প্ৰকৃত পক্ষে ৰামগীতগোবিন্দত শৃংগাৰকাব্যৰ লক্ষণতকৈ ভক্তিকাব্যৰ লক্ষণহে অধিক প্ৰকাশ পাইছে। হৰ্য্যাচাৰ্য্যই ৰচনা কৰা জানকীগীতৰ শৈলীও গীত-গোবিন্দৰ অনুৰূপ। মিথিলাৰ ৰজা বিশ্বসিংহই (জন্ম ১৭৮৯, মৃত্যু ১৮৫৪ খৃষ্টাব্দ) গীতগোবিন্দৰ অনুকৰণত সংস্কৃত ভাষাত ৰচনা কৰা সংগীতৰঘুনন্দনত ৰাম সীতাৰ গৃহ-ৰাস,বসন্ত-ৰাস প্ৰভৃতি ৰসিক উপাসনা প্ৰতিপাদক বৰ্ণনা পোৱা যায়। এইদৰে সংস্কৃত ভাষাত বিশ্বনাথ কবিৰাজৰ 'ৰাঘৱবিলাস' সোমেশ্বৰৰ ৰামশতক প্ৰভৃতি ৰামবিষয়ক মুক্তককাব্যও ৰচনা হৈছিল।

সংস্কৃত কথাসাহিত্যত ৰামকথা — গুণাঢ্যৰ বৃহৎকথাত ৰামকথাৰ বৰ্ণনা আছিল বুলি পণ্ডিতসকলে অনুমান কৰে। এই অপ্ৰাপ্য গ্ৰন্থখনৰ (পৈশাচী প্ৰাকৃতত খ্ৰীঃ পূঃ ১ম শতিকাত ৰচিত) তিনিটা সংস্কৃত ৰূপ আৰু এটা মহাৰাষ্ট্ৰী ৰূপ পোৱা যায়। খ্ৰীঃ অষ্টম শতিকাত নেপাল দেশীয় কবি বুধস্বামীয়ে বৃহৎকথাশ্লোকসংগ্ৰহ নামে কৰা সংস্কৃত ৰূপান্তৰত ৰামকথাৰ বৰ্ণনা নাই। ক্ষেমেন্দ্ৰৰ 'বৃহৎকথামঞ্জৰী আৰু সোমদেৱৰ কথাসৰিৎসাগৰ নামেৰে কৰা বৃহৎকথাৰ সংস্কৃত ৰূপান্তৰ দুটাত প্ৰসংগতঃ ৰামকথাৰ বৰ্ণনা কৰা হৈছে। জৈনকবি সংঘদাসে প্ৰস্তুত কৰা মহাৰাষ্ট্ৰী ৰূপান্তৰ 'বসুদেৱহিণ্ডি'তো ৰামকথাৰ বৰ্ণনা আছে। সপ্তদশ শতিকাত বাসুদেৱ নামৰ কবিয়ে বাল্মীকি ৰামায়ণৰ প্ৰথম ছটা কাণ্ডৰ কাহিনীভাগ গদ্যেৰে ৰামকথা নামৰ গ্ৰন্থত বৰ্ণনা কৰে। অনন্ত ভট্টৰ ৰামকল্পদ্ৰুম নামৰ গ্ৰন্থতো গদ্যত ৰামকথা বৰ্ণোৱা হৈছে।

সংস্কৃত চম্পূকাব্যত ৰামকথা — খ্ৰীঃ একাদশ শতিকাত ভোজৰাজে ৰচনা কৰা চম্পূৰামায়ণেই ৰামায়ণমূলক প্ৰথম চম্পূকাব্য। বাল্মীকি ৰামায়ণৰ দাক্ষিণাত্য পাঠৰ আধাৰত ৰচিত এই গ্ৰন্থৰ প্ৰথম পাঁচোটা কাণ্ডহে ভোজৰ ৰচনা, লক্ষ্মণ ভট্টই যুদ্ধকাণ্ডটো সংযোজনা কৰি গ্ৰন্থখন সমাপ্ত কৰে। সম্ভৱতঃ এই চম্পূৰামায়ণত উত্তৰকাণ্ডটো নথকাৰ কাৰণেই পাছৰ যুগত বহুভাৱে উত্তৰকাণ্ডৰ বিষয়বস্তুৰে উত্তৰকাণ্ডচম্পূ, উত্তৰৰামায়ণচম্পূ আদি গ্ৰন্থৰ ৰচনা হয়। খ্ৰীঃ পঞ্চদশ শতিকাৰপৰা আৰম্ভ কৰি বহুল ভাবে ৰচিত হোৱা ৰামায়ণ মূলক চম্পূসমূহৰ অনেকখিনিয়েই অপ্ৰকাশিত হৈ আছে।

## ॥ ভাৰতীয় প্ৰাদেশিক ভাষাসমূহত ৰচিত ৰামায়ণ সাহিত্য ॥

তমিল ৰামায়ণ — ভাৰতীয় প্ৰাদেশিক ভাষাসমূহৰ ভিতৰত সৰ্বপ্ৰথম ৰামায়ণ ৰচনা কৰাৰ গৌৰৱ বহন কৰিছে তমিল ভাষাই। খ্ৰীঃ সপ্তম শতিকাতে বাল্মীকি ৰামায়ণৰ পদ্যানুবাদ তমিল ভাষাত কৰা হৈছিল বুলি তমিলনাডুৰ বিদ্বান্ সকলে মত পোষণ কৰে [১০]। কিন্তু এই অনুবাদটো এতিয়াও পোৱা হোৱা

[১০] ড° বুল্কেই এই প্ৰসংগত এচ বৈয়পুৰী পিল্লৈৰ History of Tamil Language and Literature গ্ৰন্থৰ উদ্ধৃতি দিছে। ৰামকথা, ২৫৭ অনুঃ, পাদটীকা)।

নাই। তমিল ভাষাৰ মহাকবি কম্বনে ৰচনা কৰা ৰামায়ণখনেই বৰ্তমান প্ৰাপ্ত প্ৰাদেশিক ভাষাৰ ৰামায়ণসমূহৰ ভিতৰত সৰ্বপ্ৰাচীন বুলা। কোনো কোনো পণ্ডিতে এই ৰামায়ণৰ ৰচনা কাল খৃঃ নৱম শতিকা বুলি ক'ব খোজে যদিও এই ৰামায়ণৰ প্ৰামাণিক ৰচনা কাল খৃঃ দ্বাদশ শতিকা বুলিহে স্বীকৃত ১১। কবি কম্বনে ৰচনা কৰা ছটা কাণ্ড 'কম্বৰামায়ণ' নামেৰে বিখ্যাত। এই ৰামায়ণত উত্তৰকাণ্ডটো নাই। কম্বনৰ সমসাময়িক ওট্টকুত্তন নামক লেখকে ৰচনা কৰা 'উত্তৰকাণ্ড'ৰ কাহিনীভাগ বাল্মী° ৰামায়ণৰ প্ৰায় অনুৰূপ।

'কম্বৰামায়ণ'ত কথাবস্তু মাত্ৰ বাল্মী° ৰামায়ণৰ পৰা গ্ৰহণ কৰি কলাই স্বতন্ত্ৰৰূপত তাক উপস্থাপন কৰিছে আৰু নিজাকৈ অনেক নতুন বৃত্তান্ত সংযোজনা কৰিছে। কম্বনে 'কাব্যপীঠিকা' নামৰ আৰম্ভণী অধ্যায়টোত দেৱবাণী(সংস্কৃত)ত ৰচিত তিনিজন মহাপুৰুষৰ কথা উল্লেখ কৰি শ্ৰেষ্ঠ মহৰ্ষি বাল্মীকিৰ অনুসৰণ কৰিছে বুলিছে। 'কম্বৰামায়ণ'ৰ হিন্দী অনুবাদক শ্ৰীন° ৱী° ৰাজগোপালনে (পৃঃ ২ ৰ পাদটিকাত) এই ৰামায়ণকাৰ তিনিজন বাল্মীকি, বশিষ্ঠ আৰু বোধায়ন আৰু কোনো কোনোৰ মতে বশিষ্ঠৰ ঠাইত ব্যাস বুলি মত দাঙি ধৰিছে। ব্যাসৰ ৰচনা বুলি প্ৰচলিত, অধ্যাত্মৰামায়ণৰ প্ৰভাৱ কম্বৰামায়ণৰ কেইবা ঠাইতো পৰিছে বুলিও ৰাজগোপালনে মত প্ৰকাশ কৰিছে। ড° বুল্কেই বাল্মীকিৰ বাহিৰে অন্য দুজনৰ এজন কুমাৰদাস বুলি অনুমান কৰিছে; কাৰণ কম্বৰামায়ণত বৰ্ণিত অবাল্মীকীয় ভালেখিনি কথা কুমাৰদাসৰ 'জানকীহৰণ' মহাকাব্যৰ বৰ্ণনাৰ লগত মিলে। কম্বৰামায়ণে প্ৰধানকৈ বাল্মী° ৰামায়ণৰ দক্ষিণাত্য পাঠ অনুসৰণ কৰিছে। কম্বৰামায়ণত প্ৰত্যেক কাণ্ডৰ কথাবস্তু পটল নামৰ অধ্যায়ত ভাগ কৰি বিষয়বস্তু অনুসাৰে পটলবিলাকৰ নামকৰণ কৰা হৈছে।

ঘটনা-চিত্ৰণ, পৰিৱেশ-সৃষ্টি, কথোপকথন, প্ৰাকৃতিক দৃশ্যৰ বৰ্ণনা, চৰিত্ৰসমূহৰ মানসিক বিশ্লেষণ — এইবিলাক ক্ষেত্ৰত কম্বনে স্বকীয় প্ৰতিভাৰ পৰিচয় দিছে। কম্বৰামায়ণক তমিল ভাষাৰ সৰ্বোৎকৃষ্ট সাহিত্য কৃতি বুলি স্বীকাৰ কৰা হয়।

---

১১ অন্নমালাই বিশ্ববিদ্যালয়ৰ হিন্দী বিভাগাধ্যক্ষ ড. শি. মীনাক্ষী সুন্দৰমৰ মত ন. ৱী. ৰাজগোপালনে 'কম্বৰামায়ণ'ৰ ভূমিকাত দাঙি ধৰিছে।

তেলুগু ৰামায়ণ — তেলুগু ভাষাত ৰচিত ৰঙ্গনাথৰামায়ণৰ ৰচনাকাল চতুৰ্দশ শতিকাৰ অন্তিম ভাগ। এই ৰামায়ণ ৰচনা কৰাৰ আগতেও তেলুগু ভাষাত অনেক ৰামবিষয়ক লোককথাৰ প্ৰচলন আছিল। 'ৰঙ্গনাথ-ৰামায়ণ'ত এই স্থানীয় লোককথাসমূহৰ গভীৰ প্ৰভাৱ পৰিছে বুলি বিদ্বানসকলে মত প্ৰকাশ কৰে [১২]। অধ্যাপক ৰালশৌৰি ৰেড্ডীৰ 'তেলুগু সাহিত্যকা ইতিহাস' নামৰ গ্ৰন্থত মহাকবি তিক্কনাই (১২২০—১২৯০ খৃষ্টাব্দ) ৰচনা কৰা নিৰ্ব-চনোত্তৰ ৰামায়ণ ৰঙ্গনাথৰামায়ণৰ আগৰ ৰচনা বুলি যুক্তি প্ৰদৰ্শন কৰিছে (উক্তগ্ৰন্থৰ পৃঃ ৭২)। এই গ্ৰন্থত ৰঙ্গনাথৰামায়ণখন গোনবুদ্ধ ৰেড্ডীয়ে পিতাক পাণ্ডুৰংগ বিট্‌ঠলনাথৰ আদেশক্ৰমে জনপ্ৰিয় দ্বিপদ ছন্দত পাঠ্য আৰু গেয় কৰি ৰচনা কৰিলে বুলিছে। এই গ্ৰন্থৰ মতে গোনবুদ্ধ ৰেড্ডীৰ সময় ১২৭০-১৩২৫ খৃষ্টাব্দ। ইফালে বিদ্যাৰত্ন নিড়দৱোলু ৱেংকটৰাৱে ১৩৮০ খৃষ্টাব্দত বিট্‌ঠল ৰাজুৰ পুত্ৰ গোনবুদ্ধ ৰেড্ডীয়ে ৰঙ্গনাথ ৰামায়ণ ৰচনা কৰিছে বুলিছে [১৩]। জনপ্ৰিয় ৰঙ্গনাথৰামায়ণখন নাৰীসকলে পাঠ কৰি ভাল পায়, পুৰুষ সকলে অধ্যয়ন কৰে আৰু এক বিশেষ শ্ৰেণীৰ পুতলা-নাচৰ লগত গীতস্বৰূপে ব্যৱহাৰ কৰা হয়। অন্ধ্ৰৰ জনসাধাৰণৰ হৃদয় পৰশা এই ৰামায়ণখনত বালকাণ্ডৰপৰা যুদ্ধকাণ্ডলৈকে এই ছটা কাণ্ড, বাল্মী৹ ৰামায়ণৰ বিষয়বস্তু লৈ থলুৱা ৰঙেৰে ৰঞ্জিত কৰি উপস্থাপন কৰা হৈছে। অনেক অবাল্মীকীয় কথাই ইয়াত ঠাই পাইছে। মেঘনাদৰ পত্নী সুলোচনাৰ বৃত্তান্তটো সৰ্বপ্ৰথম এই ৰামায়ণতে পোৱা যায়। বনবাসকালত ৰাম-সীতাৰ জাগ্ৰত প্ৰহৰী হৈ থকা লক্ষ্মণৰ অনুৰোধত নিদ্ৰাদেৱীয়ে চৌদ্ধ বছৰ জুৰি উৰ্মিলাক নিদ্ৰামগ্ন কৰি ৰখা অভিনৱ কাহিনীৰ উদ্ভাৱনাও এই ৰামায়ণতে হৈছে। গোনবুদ্ধ ৰেড্ডীৰ পুত্ৰ দুজনে উত্তৰকাণ্ডৰ ৰচনা কৰি পিতাকৰ ৰামায়ণখন সম্পূৰ্ণ কৰে।

ৰঙ্গনাথৰামায়ণৰ আগতে এৰনা নামৰ কবিয়ে বাল্মী৹ ৰামায়ণৰ তেলুগু অনুবাদ কৰিছিল বুলি কথিত আছে, কিন্তু এই ৰামায়ণ অপ্ৰাপ্য। বাল্মী৹

---

১২ বিদ্যাৰত্ন নিড়দৱোলু ৱেংকট ৰাৱে (তেলুগু বিভাগাধ্যক্ষ, মাদ্ৰাচ বিশ্ববিদ্যালয়) লিখা 'পৰিচয়' — এ. চি. কামাক্ষিৰাৱে হিন্দীলৈ অনুবাদ কৰা 'ৰঙ্গনাথ ৰামায়ণ' দ্ৰষ্টব্য।

১৩ উক্ত গ্ৰন্থৰ উক্ত 'পৰিচয়' প্ৰসংগ দ্ৰষ্টব্য।

ৰামায়ণৰ তেলুগু ভাষাত কৰা মুকলি অনুবাদ, ভাস্কৰ ৰামায়ণতকৈ অপেক্ষা চাৰিজন বুলি কোৱা হয়। ইয়াৰ বাহিৰেও ১৬০০ খৃষ্টাব্দ মানত ৰচিত অতি জনপ্ৰিয় মোল্লৰামায়ণৰ নাম উল্লেখযোগ্য।

মলয়ালম ৰামায়ণ — মলয়ালম ভাষাত ৰচিত 'ৰামচৰিতম্' নামৰ গ্ৰন্থত যুদ্ধকাণ্ডৰ বিষয়বস্তু উপস্থাপন কৰা হৈছে। কে. ভাস্কৰ নায়াৰৰ 'মলয়ালম সাহিত্যৰ ইতিহাস' নামৰ গ্ৰন্থত গীতৰ ৰূপত ৰচিত 'ৰামচৰিত' গ্ৰন্থখনি তিৰুবিতাংকুৰৰ ৰজা শ্ৰীবীৰ ৰামবৰ্মাই দ্বাদশ শতিকাত ৰচনা কৰা বুলি কোৱা হৈছে (উক্তগ্ৰন্থৰ ১৩ পৃঃ)। ড° বুল্কেই আৰু, সাধাৰণ পণ্ডিতসকলৰ মত উল্লেখ কৰি এই গ্ৰন্থ তিৰুবাংকুৰৰ কোনো ৰজাই লিখাৰ প্ৰমাণ পোৱা নাযায় বুলিছে (ৰাম কথা, ২৬৪ অনুঃ)। বুল্কেৰ মতে এই গ্ৰন্থৰ ৰচনাকাল চতুৰ্দশ শতিকাহে।

কন্নশ্শ (কন্নশ) পনিক্কৰে খৃঃ পঞ্চদশ শতিকাত ৰচনা কৰা কন্নশ্শ ৰামায়ণ বাল্মীকি ৰামায়ণৰ আধাৰতে ৰচনা কৰা হৈছিল যদিও কবি জনাই স্বতন্ত্ৰভাৱে কাহিনী কিছুমান ত্যাগো কৰিছে আৰু নতুন সংযোজনাও কৰিছে। এই একে শতিকাতে মালবাৰৰ ৰজা ভানুবিক্ৰমৰ সভাকবি পুনম্ নম্পুতিৰিয়ে মলয়ালম্ ভাষাত সমগ্ৰ ৰামায়ণৰ কথাবস্তু লৈ ৰামায়ণচম্পু ৰচনা কৰে। এই গ্ৰন্থৰ আধাৰ বাল্মীকি ৰামায়ণ যদিও কবি জনাই প্ৰসংগৰ লগত খাপ খোৱাকৈ ঘটনা সমূহ নিজে সংযোগ কৰিছে। উদাহৰণ স্বৰূপে মূলত অযোধ্যা-কাণ্ডত থকা অন্ধমুনিৰ অভিশাপৰ কথা এওঁ ৰামজন্মৰ প্ৰসংগতে বৰ্ণনা কৰিছে। মলয়ালম ভাষাত ৰাৱণবিজয়ম চম্পু নামেৰে অজ্ঞাত কবিৰ চম্পু কাব্য এখনো পোৱা যায়। সংস্কৃত অধ্যাত্ম ৰামায়ণৰ মলয়ালম্ ৰূপ দিওঁতা এযুত্তচ্ছনৰ এই ৰচনাৰ সময় ড° বুল্কেই ১৫৭৫—১৬৮০ খৃষ্টাব্দ বুলি মত প্ৰকাশ কৰিছে [14]। কে. ভাস্কৰণ নায়ৰে এইজনা শ্ৰেষ্ঠ কেৰল-দেশীয় কবিৰ স্থিতিকাল ১৫২৬ খৃষ্টাব্দৰ পৰা ১৭২৬ খৃষ্টাব্দৰ ভিতৰত বুলিছে [15]। এযুত্তচ্ছনৰ অধ্যাত্ম ৰামায়ণ কেৰল বাসীসকলৰ মাজত, উত্তৰ ভাৰতত

১৪ ড° বুল্কেই এই মতৰ সমৰ্থনত C. A. Menon ৰচিত Ezuttacchan and his age, University of Madras 1940. গ্ৰন্থৰ কথা উল্লেখ

১৫ মলয়ালম্ সাহিত্যৰ ইতিহাস, পৃঃ ২৭।

তুলসীদাসী ৰামায়ণৰ দৰে অতি জনপ্ৰিয় গ্ৰন্থ। এইজনা কৃত্তিয়ে উত্তৰ ৰামায়ণম্ নামেৰে অন্য এখন ৰামায়ণ ভিত্তিক কাব্যও ৰচনা কৰিছিল। 'কেৱল বৰ্মা ৰামায়ণ' অন্য এক মলয়ালম্ ভাষাত ৰচিত ৰামায়ণ।

কন্নড় ৰামায়ণ— খৃঃ একাদশ শতিকাৰ পৰা কন্নড় ভাষাত বিস্তৃত ৰূপত জৈন সাহিত্যত ৰামকথাই ঠাই পাইছিল। খৃঃ ষোড়শ শতিকাত কৰ্ণাটকী কবি নৰহৰিয়ে সৰ্বপ্ৰথম বৈদিক পৰম্পৰাত কন্নড় ভাষাত ৰামায়ণ ৰচনা কৰে। এওঁৰ বাসস্থান তোৰৱেৰ নাম অনুসৰি ৰামায়ণখনৰ নামো তোৰৱে ৰামায়ণ হয়। এই ৰামায়ণত বালকাণ্ডৰপৰা লংকাকাণ্ডলৈকে ছটা কাণ্ডত ৰামায়ণৰ কাহিনীভাগ উপস্থাপন কৰা হৈছে। ই বাল্মীকি ৰামায়ণৰ দাক্ষিণাত্য পাঠৰ ওপৰত আধাৰিত। তোৰৱে ৰামায়ণৰ পাছত কন্নড় ভাষাত বহুল ভাৱে ৰামকথাৰ ৰচনা হৈছিল। সংস্কৃত জৈমিনি ভাৰতৰ লক্ষ্মীশ নামৰ কবিয়ে কৰা কন্নড় অনুবাদত মূলৰ দৰে ৰাম-কথা অংশ ৰূপায়িত কৰা হৈছে।

অসমীয়া ৰামায়ণ— সংস্কৃত মূলৰ পৰা উত্তৰ হোৱা উত্তৰ ভাৰতীয় প্ৰাদেশিক আৰ্যভাষা সমূহৰ ভিতৰত সৰ্ব-প্ৰথম ৰামায়ণ অসমীয়া ভাষাত ৰচিত মাধৱ কন্দলীৰ ৰামায়ণখনেই। অসমীয়া ৰামায়ণ সাহিত্যই আমাৰ এই গ্ৰন্থৰ প্ৰতিপাদ্য বিষয়, গতিকে সেই বিষয়ে ইয়াত বহলাই আলোচনা নকৰোঁ।

বাংলা ৰামায়ণ— ৰামায়ণৰ কাহিনী সাতোটা কাণ্ডত বাংলা ভাষাত প্ৰণয়ন কৰি প্ৰাচীন বাঙালি কবিসকলৰ মাজত সকলোতকৈ বেছি জনপ্ৰিয়তা লাভ কৰিছিল কৃত্তিবাস ওঝাই। কৃত্তিবাসৰ সময় সম্পৰ্কে নিশ্চিত ভাৱে আজিলৈকে পণ্ডিতসকল কোনো স্থিৰ সিদ্ধান্তত উপনীত হ'ব পৰা নাই। অধিক সংখ্যক পণ্ডিতেই কৃত্তিবাসৰ সময় খৃঃ পঞ্চদশ শতিকা বুলি মত প্ৰকাশ কৰে [১৬]। কৃত্তিবাসী ৰামায়ণে ইমান জনপ্ৰিয়তা লাভ কৰিছিল যে সেই কথা এই ৰামায়ণৰ হস্তলিপিৰ সংখ্যাধিক্যই প্ৰমাণ কৰে। পিছে

---

১৬ So it appears that there is no way of definitely fixing the Late of Krttivasa, We must wait for new materials on new evidence. In the meantime a most reasonable view

'কৃত্তিবাসী ৰামায়ণ'ত অজস্ৰ প্ৰক্ষেপ থকাৰ কথা সুবিদিত। বিভিন্ন কবি, লিপিকাৰ আৰু পাঁচালি গায়কে 'কৃত্তিবাসী ৰামায়ণ'ত যে প্ৰক্ষেপ কৰিছিল এই কথা সকলোৱেই স্বীকাৰ কৰে। আনহাতেদি 'কৃত্তিবাসী ৰামায়ণ'ৰ কোনো হস্তলিখিত পুথিয়েই সোতৰ শতিকাৰ অন্তিম ভাগৰ আগৰ নহয় ১৭। ড° সুকুমাৰ সেনৰ মতে 'কৃত্তিবাসী ৰামায়ণ'ৰ গায়নসকলে জ্ঞাতসাৰে আৰু অজ্ঞাতসাৰে ভাষাৰ পৰিবৰ্তন কৰি লোকৰ ৰুচিলৈ লক্ষ্য ৰাখি এই ৰচনাত ইমানবিলাক নতুন সংযোজনা কৰিলে যে খ্ৰীঃ সোতৰ শতিকাৰ পিছলৈ কবিজনাৰ নামটো আৰু অ'ত ত'ত প্ৰকাকিমান পদহে মূলৰ নামত ৰাকী থাকিলগৈ ১৮।

'কৃত্তিবাসী ৰামায়ণ'ৰ গুৰুত্বপূৰ্ণ প্ৰক্ষেপ কেইটিমানৰ উল্লেখ কৰাটো আমাৰ প্ৰস্তুত পাছত আলোচনা কৰিব লগীয়া বিষয়ৰ পৰিপ্ৰেক্ষিতে আৱশ্যক বুলি অনুভৱ কৰিলোঁ। দীনেশ চন্দ্ৰ সেনৰ 'বঙ্গ ভাষা ও সাহিত্য' গ্ৰন্থত কোৱা হৈছে—"প্রচলিত কৃত্তিবাসী রামায়ণের লংকাকাণ্ডটি খুব সম্ভব কৃত্তিবাস লেখেন নাই, কৃত্তিবাসের বর্ণনার সহিত কবিচন্দ্রের রচনা মিশিয়া গিয়াছে। আমরা অতি প্রাচীন পুঁথিতে 'অংগদের রায়বার' শীর্ষক কবিতাটিতে কবিচন্দ্রের ভণিতা পাইয়াছি। তরণীসেনের যুদ্ধের পালাটিও কবিচন্দ্রের ভণিতায় পাওয়া গিয়াছে।" এই গ্ৰন্থতে আৰু কোৱা হৈছে "ত্ৰিপুৰা, শ্ৰীহট্ট, নোয়া-

---

would be to place the poet vaguely in the middle of the 15th Century.

– ড° সুকুমাৰ সেনৰ — History of Bengali Literature, page 67.

১৭ The Manuscript Copies of the Bengalee Ramayan bearing the name of Krittivasa are numerous, but they mostly belong to the late 18th and early 19th centuries and none is older than the end of the 17th. — উক্ত গ্ৰন্থৰ page 68.

১৮ The singers (gayan) of his poem consciously or unconsciously changed the language to suit their own dialects and they did not miss any opportunity for what they considered

খালি প্রভৃতি স্থান হইতে যে সমস্ত কৃত্তিবাসী ৰামায়ণ পাইতেছি, তাহাতে বীৰবাহু, তৰণীসেন প্রভৃতিৰ যুদ্ধ, ৰাক্ষসগণ কর্তৃক যুদ্ধক্ষেত্রে শ্রীৰামৰ স্তব ও শ্রীৰ মেৰ চণ্ডীপূজা এই সমস্ত মূলগ্রন্থবহির্ভূত বিষয় দৃষ্ট হয় না।”

ওপৰত উদ্ধৃত কৰি অহা পণ্ডিতসকলৰ মতসমূহে আমাৰ মনত এনে ধাৰণা জন্মায় — কৃত্তিবাসৰ বৰ্তমান প্রচলিত ৰামায়ণখনৰ কোনখিনি কৃত্তি-বাসৰ ৰচনা আৰু কোনখিনি মৌখিক কবিৰ সংযোজনা, তাক বিচাৰি উলিওৱাটো টান কথা। অনেক অবাল্মীকীয় কাহিনীৰে ভৰি থকা কৃত্তিবাসী ৰামায়ণৰ ‘আদিকাণ্ড’ৰ, ৰামচৰিতৰ লগত পোনপটীয়াকৈ জড়িত নোহোৱা আখ্যানবোৰ কৃত্তিবাসৰে ৰচনা নে অন্য কবিৰেই পৰৱৰ্তী সংযোজনা, সেই কথা জনাৰ উপায় নাই। যি কৃত্তিবাসী ৰামায়ণৰ লিখিত হস্তলিপি তৃণ বহুৰতকৈ আগৰ পোৱা হোৱা নাই আৰু যি কৃত্তিবাসী ৰামায়ণত থকা আখ্যানসমূহ স্থানভেদে গ্রহণ আৰু বৰ্জন কৰা হৈছে, মাধৱদেৱৰ ৰচনাৰ দৰে পুৰুষানুক্রমে সত্রীয়া পৰম্পৰাত সুসংৰক্ষিত হৈ অহা ৰামায়ণৰ কিছুমান কথা সেইখন কৃত্তিবাসী ৰামায়ণৰপৰাই লোৱা বুলি দৃঢ়ভাবে কোৱাটো যে টান কথা, সেইটো অতি গভীৰ ভাবে অনুসন্ধান আৰু অধ্যয়ন কৰিবলগীয়া বিষয়। এইখিনিতে উল্লেখযোগ্য যে কৃত্তিবাসী ৰামায়ণৰ বৰ্তমান প্রচলিত আদিকাণ্ডৰ অবাল্মীকীয় আখ্যানসমূহৰ মূল কালিদাসৰ ৰঘুবংশ, পদ্মপুৰাণৰ গৌড়ীয়পাঠ, হনুমন্নাটক আদিত পোৱা যায়। পূৰণি অসমতো এই গ্রন্থসমূহৰ প্রচলন আছিল।

সোতৰ শতিকাৰ বঙ্গীয় কবি নিত্যানন্দ বা অদ্ভুতাচার্যই ৰচনা কৰা অদ্ভুত ৰামায়ণৰ আদিকাণ্ডটো প্রকাশ হৈছিল (১১১৩ চন, ৰজনীকান্ত চক্রবর্ত্তী সম্পাদিত)। মূল সংস্কৃত অদ্ভুতৰামায়ণৰ লগত এই ৰামায়ণৰ সম্পৰ্ক নাই।

---

to the improvement on the text by the addition of various short tales and by the injection of popular likes and demands. In this manner much of the obviously late Vaiṣnava traits and episodes gradually crept into the original except the name of the poet and a few sporadic couplets. উক্ত গ্রন্থ page 68

কবিজনাই সাতোকাণ্ড ৰামায়ণ ৰচনা কৰিছিল বুলি অনুমান কৰা হয়; কিন্তু কোনো হস্তলিপি সম্পূৰ্ণকৈ পোৱা হোৱা নাই। সোতৰ শতিকাৰ দ্বিজ ভবানীদাসৰ শ্ৰীৰাম পাঁচালী বা অধ্যাত্ম ৰামায়ণৰ পাঁচালী, দ্বিজ লক্ষ্মণৰ অধ্যাত্মৰামায়ণ, ৰামেশ্বৰ দত্তৰ অদ্ভুত ৰামায়ণ, চন্দ্ৰাৱতীৰ '[illegible]' ৰামায়ণীগীত বাংলা ৰামায়ণী সাহিত্যত উল্লেখযোগ্য ৰচনা।

উড়িয়া ৰামায়ণ — খৃঃ পঞ্চদশ শতিকাত উড়িয়া ভাষাত সিদ্ধেশ্বৰ পৰিডাই সৰ্বপ্ৰথম ৰামায়ণ প্ৰণয়ন কৰিছিল যদিও এই ৰামায়ণখন পোৱা নাযায়। ইষ্টদেৱী সাৰলাৰ নাম অনুসৰি সিদ্ধেশ্বৰ পৰিডাৰ আন এটা নাম সাৰলাদাস। এওঁৰ ৰচিত মহাভাৰতত বৰ্ণিত ৰামকথাৰ আধাৰত তেওঁৰ ৰামায়ণৰ ৰামকথাৰ স্বৰূপ সম্পৰ্কে এটা অনুমান কৰিব পাৰি।

উৎকলদেশত অতি প্ৰসিদ্ধি লাভ কৰা ৰামায়ণখন হৈছে খৃঃ ষোড়শ শতিকাত বলৰামদাসে ৰচনা কৰা উড়িয়া ৰামায়ণখন। ইয়াক তিনিটা নামেৰে, জনা যায় — জগমোহন ৰামায়ণ, দাণ্ডী ৰামায়ণ আৰু বলৰামদাস ৰামায়ণ।' বাল্মীকি ৰামায়ণৰ গৌড়ীয় পাঠেই এই ৰামায়ণৰ আলম্বন যদিও নানা পুৰাণ-উপপুৰাণৰ আখ্যান থলুৱা লোককথা আৰু কিংবদন্তীৰ উপাদানেৰে এই ৰামায়ণক বিশিষ্ট ৰূপ প্ৰদান কৰিছে। বলৰামদাসৰ ব্ৰহ্মাণ্ড ভূগোল নামৰ এখন তাত্ত্বিকগ্ৰন্থত সমস্ত ৰামকথা শৰীৰ-তত্ত্বৰ লগত জড়িত কৰি পেলাইছে। এই লেখকৰ কান্তকোইলি নামৰ পুথিখনিত ৰাৱণে হৰি নিয়াৰ সময়ত সীতাই কৰা কৰুণ বিলাপৰ বৰ্ণনা কৰা হৈছে।

ষোড়শ শতিকাৰ শেষাৰ্ধত অৰ্জুনদাসে ৰামবিভা নামেৰে বাৰটা সৰ্গত বিভক্ত এখন গীতিকাব্য ৰচনা কৰিছিল। সপ্তদশ শতিকাত উড়িয়া ভাষাত লিখা ধনঞ্জয়ভঞ্জৰ ৰঘুনাথবিলাস, শংকৰদাসৰ ৰাৰমাসীকোইলি আৰু হলধৰদাসৰ অধ্যাত্মৰামায়ণ উল্লেখযোগ্য ৰামায়ণীসাহিত্য।

হিন্দী ভাষাৰ ৰামায়ণ সাহিত্য— হিন্দী ৰামায়ণী সাহিত্যৰ ক্ষেত্ৰত গোস্বামী তুলসীদাসৰ ৰচনাৱলী, বিশেষকৈ ৰামচৰিতমানসে একাধিপত্য লাভ কৰিলে বুলি ক'লে বঢ়াই কোৱা নহয়। তুলসীদাসৰ আগতেও হিন্দী ৰাম সাহিত্য ৰচনা কৰা হৈছিল যদিও সেই বিলাক অতি সংক্ষিপ্ত আৰু কম প্ৰচাৰত আবদ্ধ আছিল। শ্ৰীৰামাৰ্চনপদ্ধতি নামৰ সংস্কৃত গ্ৰন্থও ৰচনা কৰা ৰাম-

ভক্তিৰ প্ৰচাৰক ৰামানন্দৰ ৰচিত কিছুমান ৰাম-ভক্তি মূলক হিন্দী পদো পোৱা যায় [১৯]। ৰামানন্দৰ ৰচিত 'ৰাম ৰক্ষা স্তোত্ৰ' সীতা, হনুমান, ৰাম আদিৰ স্তুতি সমূহৰ সংকলন গ্ৰন্থ। হিন্দীত সৰ্ব প্ৰথম মহাকাব্য বুলি স্বীকৃত [২০] চন্দবৰদাই নামৰ কবিৰ ৰচনা পৃথ্বীৰাজৰাসো গ্ৰন্থৰ দ্বিতীয় সৰ্গত (সময়ঃ) দশাৱতাৰ কথাৰ প্ৰসংগত প্ৰায় এশ ফাঁকি পদত ৰামকথা বৰ্ণনা কৰা হৈছে। এই বৰ্ণনাৰ বিষয় বস্তু হৈছে লংকাকাণ্ডৰ কাহিনী ভাগ। চন্দ কবি চৌহান ৰজা পৃথ্বীৰাজৰ সভাকবি আছিল। কবি সুৰদাসৰ সুৰসাগৰত প্ৰায় ডেৰ শ ফাকি পদত ৰামায়ণৰ গুৰুত্বপূৰ্ণ কথাখিনিৰ মনোগ্ৰাহীকৈ বৰ্ণনা কৰা হৈছে। 'সুৰসাগৰ'ৰ দশম স্কন্ধত থকা এই পদাৱলীতে সৰ্ব প্ৰথমবাৰৰ কাৰণে হিন্দী ভাষাত ৰামায়ণৰ কাহিনীয়ে কাব্যিক ৰূপ লাভ কৰিছে। কৃষ্ণভক্ত কবি সুৰদাসে ৰাম-কথাৰ ৰচনাতো আন্তৰিকতাৰ পৰিচয় দিছে। ড° মাগধে সুৰদাসৰ পাছতে ৰাম-কথাৰ প্ৰণেতাৰূপে বিষ্ণুদাসক স্থান দিছে [২১]। বিষ্ণু দাসে বাল্মীকীয় ৰামায়ণৰ অনুবাদ কৰিছিল। খৃঃ ষোড়শ শতিকাত ঈশ্বৰ দাসে ৰচনা কৰা ভৰতমিলাপ অংগদপৈজ আৰু ৰামজন্ম নামৰ গ্ৰন্থৰ বিষয় বস্তু ৰামায়ণৰ পৰা লোৱা হৈছে। ড° বুল্কেৰ মতে ঈশ্বৰদাসে ৰামায়ণ মূলক কথাৰে এখন বিস্তৃত গ্ৰন্থ প্ৰণয়ন কৰিছিল আৰু ওপৰত উল্লেখ কৰি অহা গ্ৰন্থ তিনিখন প্ৰকৃতপক্ষে সেই বৃহৎ গ্ৰন্থৰে অংশ একোটাহে বিষ্ণুদাসে বাল্মীকীয় ৰামায়ণৰ অনুবাদ কৰিছিল। খৃঃ ষোড়শ শতিকাৰ ঈশ্বৰদাসে ৰচনা কৰা ভৰতমিলাপ, অংগদপৈজ আৰু ৰামজন্ম নামৰ গ্ৰন্থৰ বিষয়বস্তু ৰামায়ণৰ পৰা লোৱা হৈছে। ড° বুল্কেৰ মতে ঈশ্বৰদাসে ৰামায়ণমূলক কথাৰে এখন বিস্তৃত গ্ৰন্থপ্ৰণয়ন কৰিছিল আৰু ওপৰত উল্লেখ কৰি অহা গ্ৰন্থ তিনিখন প্ৰকৃতপক্ষে সেই বৃহৎ গ্ৰন্থৰে অংশ একোটাহে। ঈশ্বৰদাসৰ ৰচনাতে তুলসীদাসৰ 'ৰামচৰিতমানস'ৰ পূৰ্বাভাস পৰিলক্ষিত হয় [২২]।

---

১৯ ৰামচন্দ্ৰ শুক্লৰ 'হিন্দী সাহিত্যকা ইতিহাস' গ্ৰন্থত ৰামানন্দৰ এনেকুৱা কেইফাকিমান পদ উদ্ধৃত কৰিছে (পৃঃ ১১১)। এই গ্ৰন্থত (১২পৃঃ) ৰাম ৰক্ষাস্তোত্ৰৰ পৰাও উদ্ধৃতি দিছে।

২০ ড° কৃষ্ণ নাৰায়ণ প্ৰসাদ 'মাগধ'ৰ হিন্দী সাহিত্য : ৰুগ ঔৰ ধাৰা পৃঃ ১৫৭

২১ ড° মাগধৰ উক্তগ্ৰন্থ, ১৫৮ পৃঃ। ২২ ৰামকথা, অনুঃ

গোস্বামী তুলসীদাসে হিন্দী ৰামকাব্য ৰচনাৰ ক্ষেত্ৰত কেনে মহত্ত্বপূৰ্ণ স্থান অধিকাৰ কৰিছে, সেই কথা ড° মাতাপ্ৰসাদগুপ্তৰ এই অভিমতত ফটফটীয়াকৈ প্ৰকাশ পাইছে—"হিন্দী ৰামভক্তিধাৰাত বহুজন কৱি ওলাল; কিন্তু ৰামভক্তিধাৰাই লাভ কৰা সাহিত্যৰ মহত্ত্বৰ কাৰণ একমাত্ৰ তুলসীদাসহে। এই ধাৰাৰ অন্য কৱিসকলৰ আৰু তুলসীদাসৰ মাজত তাৰাগণ আৰু চন্দ্ৰৰ মাজত থকা পাৰ্থক্য নহয়; বৰঞ্চ তাৰাগণ আৰু সূৰ্যৰহে। তুলসীৰ অপূৰ্ব প্ৰভাৱ আগত, সেই সকলো সাহিত্য আকাশত থাকিও চমক দেখুৱাব নোৱাৰিলে [২৩]। "তুলসীদাসৰ ৰচনা বুলি সৰ্বজন স্বীকৃত গ্ৰন্থসমূহৰ ভিতৰত এই কেইখন গ্ৰন্থ ৰামকথাৰ লগত জড়িত—ৰামচৰিতমানস, বৰবৈ ৰামায়ণ ৰামগীতাৱলী, বিনয়পত্ৰিকা, কবিতাৱলী ৰামাজ্ঞাপ্ৰশ্ন, জানকীমংগল আৰু দোহাৱলী। এইবিলাকৰ ভিতৰত অধিক প্ৰসিদ্ধ আৰু জনপ্ৰিয় ৰামচৰিতমানসেই এখন পূৰ্ণাংগ প্ৰবন্ধকাব্য; বাকীবিলাকত ৰামকথাৰ অংশ বিশেষৰ বৰ্ণনাহে কৰা হৈছে। ধৰ্মীয় আৰু সাহিত্যিক উভয় দৃষ্টিতেই 'ৰামচৰিতমানস'ৰ স্থান মহত্ত্বপূৰ্ণ। ৰামভক্তিৰ বিকাশতো এই গ্ৰন্থৰ অৱদান অনন্য। তুলসীদাসৰ 'ৰামচৰিতমানস'ৰ খলীখনহে ৰামায়ণৰ; সেই খলীখনতে নানা ঠাইৰ পৰা আহৰণ কৰি অনা বিচিত্ৰ সম্ভাৰেৰে তুলসীদাসে স্বকীয় কৱিসুলভ কলা-কৌশল খটুৱাই ৰামচৰিতমানস ৰূপী অপূৰ্ব ভক্তিসৰোবৰ সৃষ্টি কৰিছে। বাল্মীকীয় ৰামায়ণৰ বাহিৰেও অন্য ৰামায়ণ সাহিত্যৰ দ্বাৰা কৱিজনা প্ৰভাৱিত হোৱাৰ কাৰণে তেওঁৰ বিভিন্ন ৰচনাত একেটা কাহিনীকে বিভিন্ন ৰূপে পোৱা যায়। 'ৰামচৰিতমানস'ৰ কাহিনী ভাগত ঘাইকৈ সংস্কৃত অধ্যাত্মৰামায়ণ, আৰু জয়দেৱৰ প্ৰসন্নৰাঘৱ নাটকৰ প্ৰভাৱ পৰিছে [২৪]।

তুলসীদাসৰ সমকালীন ৰামভক্ত কৱি অগ্ৰদাস আৰু তেওঁৰে শিষ্য নাভাদাসে তেওঁলোকৰ ৰচনাৰে ৰামভক্তিত মধুৰ উপাসনাৰ ক্ষেত্ৰত বিশিষ্ট বৰঙনি আগ বঢ়ায়। অগ্ৰদাসে অগ্ৰঅলী নাম লৈ ৰাসাষ্টযাম, ৰামধ্যানমঞ্জৰী

---

[২৩] হিন্দী সাহিত্য: যুগ ঔৰ ধাৰা, ১৫৫ পৃষ্ঠাত দিয়া উদ্ধৃতিৰ পৰা।

[২৪] বাপচন্দ্ৰ মহন্ত আৰু কেশদা মহন্তৰ ৰচিত 'গোস্বামী তুলসীদাস আৰু ৰামচৰিতমানস'ত 'সাহিত্য' আৰু 'ৰামচৰিতমানসত কাহিনীৰ বৈশিষ্ট্য' শীৰ্ষক প্ৰবন্ধ দুটাত সংশ্লিষ্ট বিষয় দুটাৰ আলোচনা অনুসন্ধিৎসুজনে চাব পাৰে।

আৰু ৰামজ্যোনাৰ ৰচনা কৰে। নাভাদাসেও ৰামাষ্টযাম নামৰ পুথিত ৰাম সীতাৰ অষ্টপ্ৰহৰ যোৱা সেৱাৰ বৰ্ণনা কৰিছে। মংগল-আৰতিৰপৰা আৰম্ভ কৰি শয়ন পৰ্য্যন্ত দিব্যদম্পতীৰ স্নান, শৃংগাৰ, ভোজন আদি দিব্যলীলাৰ বৰ্ণনা 'অষ্টযাম' সমূহত পোৱা যায়।

তুলসীদাসৰ সমকালীন আচাৰ্য কেশৱদাসৰ ৰামচন্দ্ৰিকা এক প্ৰসিদ্ধ গ্ৰন্থ। এই গ্ৰন্থত ভক্ত অথবা কবিসুলভ অনুভূতিৰ অভিব্যক্তি ঘটা নাই, কাব্যাত্মক গতিশীলতাৰো অভাৱ। সংবাদৰ দৃষ্টিৰে এই গ্ৰন্থৰ বৰ্ণনা গুৰুত্বপূৰ্ণ। সংবাদ প্ৰধান কেশৱদাসৰ এই গ্ৰন্থত কেতিয়াবা বক্তা চৰিত্ৰসমূহৰ নাম পদ্যত উল্লেখ নকৰি নাটকৰ দৰে সুকীয়াকৈ উল্লেখ কৰিছে। ৰামচন্দ্ৰিকাত 'প্ৰসন্নৰাঘৱ', 'হনু-মন্নাটক', 'অনৰ্ঘৰাঘৱ' — এই তিনিখন সংস্কৃত নাটক আৰু 'কাদম্বৰী' তথা 'নৈষধ' কাব্যৰ প্ৰভাৱ সুস্পষ্ট।

তুলসীদাসৰ সমকালীন ৰামকাব্যসমূহৰ ভিতৰত 'ৰামপ্ৰকাশ' (সুতি-লালৰ), 'আদিৰামায়ণ' (হিন্দী-পঞ্জাবী মিশ্ৰিতভাষাত সোঢ়ী মেহৰবানে ৰচনা কৰা), 'ৰামায়ণ মহানাটক' (প্ৰাণচন্দ চৌহানৰ), হনুমন্নাটক (সংস্কৃত হনুমন্নাটকৰ আধাৰত হৃদয়ৰামে ৰচনা কৰা) প্ৰভৃতি গ্ৰন্থ আৰু তুলসীদাসৰ পৰৱৰ্তী 'হনুমচ্চৰিত' (ৰায়মল্ল পাণ্ডেয়ৰ), অৱধবিলাস (লালদাসৰ) প্ৰভৃতি গ্ৰন্থৰ উপৰিও অলেখ নক-ভাণ্ডৰ ৰামসম্পৰ্কীয় শৃংগাৰ কাব্যৰ ৰচনা হৈছিল।

শিখসকলৰ দশম গুৰু গোবিন্দসিংহে ১৬৯৮ চনত ৰচনা কৰা ৰামায়ণখন 'গোবিন্দৰামায়ণ' বুলি প্ৰখ্যাত।

ৰামভক্তিৰ লগত সম্পৰ্ক নথকাকৈ ৰচনা হোৱা ৰামকাব্যসমূহৰ ভিতৰত জৈন ৰামকাব্যবোৰ উল্লেখযোগ্য। মুনি লাৱণ্যই ৰচনা কৰা 'ৰাৱণ-মন্দোদৰী সংবাদ', ব্ৰহ্মদাসে ৰচনা কৰা 'ৰামৰাস' আৰু হনুমন্তৰাস, ব্ৰহ্মৰায় মল্লৰ 'হনুমন্তগামী কথা' আৰু সুন্দৰদাসৰ 'হনুমান-চৰিত' হিন্দীত লিখা বিখ্যাত জৈন ৰামকাব্য।

মাৰাঠী ভাষাৰ ৰামায়ণ সাহিত্য — খৃঃ ষোড়শ শতিকাৰ শেষ ভাগত ৰচিত একনাথৰ ভাৱাৰ্থ ৰামায়ণেই মাৰাঠী ভাষাৰ প্ৰাচীনতম ৰামায়ণ। ইয়াৰ উত্তৰকাণ্ডটো একনাথৰ ৰচনা নহয়। 'ভাৱাৰ্থ-ৰামায়ণৰ' বাহিৰে আধাৰ হৈছে বাল্মীকি ৰামায়ণ, অধ্যাত্মৰামায়ণ আৰু আনন্দৰামায়ণ।

খৃঃ ১৬ শতিকাৰ পৰা ১৮ শতিকালৈকে সীতান্বেষণ নামেৰে ভালেখিনি গ্ৰন্থ মাৰাঠী ভাষাত ৰচিত হোৱা দেখা যায়। ১৭ শতিকাত কৃষ্ণদাস মুদগলে ৰচনা কৰা 'যুদ্ধকাণ্ড', মুক্তেশ্বৰৰ 'সংক্ষেপ ৰামায়ণ' আৰু 'অহিমহিৰাৱণ বধ' মাধৱস্বামীৰ 'ৰামায়ণ', সমৰ্থৰামদাসৰ 'লঘু ৰামায়ণ', 'সুন্দৰকাণ্ড' আৰু 'যুদ্ধ কাণ্ড' মাৰাঠী ৰামায়ণী সাহিত্যৰ ভিতৰত উল্লেখযোগ্য।

গুজৰাটী ৰামায়ণ সাহিত্য — কৃষ্ণকথাপ্ৰধান গুজৰাটী সাহিত্যত ৰামকথাই বিশেষ জনপ্ৰিয়তা লাভ কৰিব নোৱাৰিলে। চতুৰ্দশ শতিকাৰ গুজৰাটী সাহিত্যিক অসাইতে ৰচনা কৰা ৰামলীলা না পদো, পঞ্চদশ শতিকাৰ ভালণে ৰচনা কৰা ৰামবিবাহ আৰু ৰামবালচৰিত, সুৰতৰ সীতা-হৰণ, কাৰমণ মন্ত্ৰীৰ সীতাহৰণ, মাণ্ডণৰ ৰামায়ণ (অসম্পূৰ্ণ), লাৱণ্যসময়ৰ ৰাৱণ-মন্দোদৰী সংবাদ (সময়-১৬ শতিকা), নাকৰে ৰচনা কৰা লৱকুশাখ্যান[২৫] শ্ৰীধৰৰ ৰাৱণমন্দোদৰী-সংবাদ, প্ৰেমানন্দৰ (১৭ শতিকা) ৰণযজ্ঞ গুজৰাটী ভাষাৰ উল্লেখযোগ্য ৰামায়ণমূলক গ্ৰন্থ। ভালণৰ পুত্ৰ উদ্ধৱে বাল্মী. ৰামায়ণৰ সুন্দৰ-কাণ্ডলৈকে অনুবাদ কৰিছিল। ভালণৰ আন এজন পুত্ৰ বিষ্ণুদাসে ৰামায়ণখন সম্পূৰ্ণ কৰিছিল। পিছে এই ৰামায়ণ বহলভাৱে প্ৰচলিত হোৱা নাছিল। খৃঃ ১৯ শতিকাত গিৰধৰদাসে ৰচনা কৰা ৰামায়ণখনেই জনপ্ৰিয় গুজৰাটী ৰামায়ণ।

কাশ্মীৰত ৰামকথাৰ লৌকিক পৰম্পৰা পুৰণি হ'লেও ইয়াত খৃঃ অষ্টাদশ শতিকাতদিৱাকৰ প্ৰকাশ ভট্টই ৰচনা কৰা ৰামাৱতাৰ চৰিতেইহে প্ৰথম ৰামায়ণ। এই গ্ৰন্থত ৰামায়ণৰ সমস্ত বৰ্ণনা শিৱ-পাৰ্বতীৰ সংবাদৰূপে উপস্থাপন কৰা হৈছে। ইয়াত ৰামক বিষ্ণুৰ পূৰ্ণাৱতাৰ আৰু লক্ষ্মণ, ভৰত, শত্ৰুঘ্নক যথাক্ৰমে শেষ, শংখ আৰু সুদৰ্শনৰ অৱতাৰৰূপে বৰ্ণনা কৰা হৈছে।

নেপালীভাষাত ভানুভট্টই ১৮৫২ চনত অধ্যাত্মৰামায়ণৰ পদ্যানুবাদ সমাপ্ত কৰিছিল। এই ৰামায়ণৰ আগতে ৰঘুনাথ উপাধ্যায়ে ৰামায়ণ সুন্দৰ কাণ্ড ৰচনা কৰিছিল।

---

২৫ শ্ৰীমন্তকৃষ্ণ হৰিকৃষ্ণ দৱেৰ ৰচিত গুজৰাটী সাহিত্যকা ইতিহাস নামৰ হিন্দী গ্ৰন্থত নাকৰে ৰামায়ণ ৰচনা কৰে বুলি আছে (পৃঃ ১০১)। উল্লেখযোগ্য যে ড° কামিল বুল্কেৰ ৰামকথাৰ উপৰিও গুজৰাটী ৰামায়ণী সাহিত্য সম্পৰ্কীয় তথ্য এই গ্ৰন্থ খনৰ পৰা লোৱা হৈছে।

পাৰ্চীভাষাত ৰচিত ৰামায়ণ সাহিত্য — সম্ৰাট আকবৰৰ আদেশমতে আল্-বাদাউনীয়ে (১৫৮৪—১৫৮৯ চনৰ ভিতৰত) পাৰ্চীভাষাত বাল্মীকীয় ৰামায়ণৰ পদ্যানুবাদ কৰিছিল। সম্ৰাট জাহাঙ্গীৰৰ ৰাজত্ব কালতে তুলসীদাসৰ সমকালীন গিৰিধৰদাসে পাৰ্চী ভাষাত বাল্মী০ ৰামায়ণৰ সংক্ষিপ্ত পদ্যানুবাদ প্ৰণয়ন কৰিছিল। এইজনা সম্ৰাটৰ দিনত চাদুল্লা কৈৰানৱী ওৰফে মচীহে (মোল্লা মসীহ বুলি খ্যাত) মচীহ-ই-ৰাম- উ সীতা (ৰামায়ণ মসীহী) ৰচনা কৰে। ইয়াত পাঁচ হেজাৰ পদত দশৰথৰ মৃত্যুৰপৰা আৰম্ভ কৰি লৱ-কুশৰ যুদ্ধ আৰু সীতাৰ পাতাল প্ৰৱেশলৈকে বৰ্ণনা কৰা হৈছে। চাহজাহানৰ ৰাজত্ব কালত ৰামায়ণফৈজীৰ ৰচনা হৈছিল বুলি ড° বুল্কেই লিখিছে। ৰামধাৰীসিংহ দিনকৰৰ 'সংস্কৃতিকে চাৰ অধ্যায়' গ্ৰন্থত (পৃঃ ২৭৮) আকবৰৰ ৰাজসভাত থকা পণ্ডিত ফৈজীয়ে যোগবাসিষ্ঠৰামায়ণ পাৰ্চীভাষালৈ অনুবাদ কৰিছিল বুলি আছে। গোবিন্দপুত্ৰ গোপাল নামৰ একজনে সপ্তদশ শতিকাৰ উত্তৰাৰ্দ্ধত তৰ্জুমা-ই-ৰামায়ণ প্ৰণয়ন কৰে। সম্ৰাট ঔৰংগজেবৰ ৰাজত্ব কালত চন্দ্ৰভান বেদিলে পাৰ্চী ভাষাত বাল্মী০ ৰামায়ণৰ পদ্যানুবাদ কৰিছিল। ১৭০৫ চনত লালাঅমৰসিংহে গদ্যত ৰচনা কৰা ৰামায়ণঅমৰপ্ৰকাশ আৰু ১৭৫৪ চনত লালা আমানতৰায়ে পদ্যত কৰা বাল্মী০ ৰামায়ণৰ পাৰ্চী অনুবাদ উল্লেখযোগ্য।

উৰ্দ্দু ৰামায়ণ— ঊনবিংশ শতিকাত উৰ্দ্দু ভাষাত ৰচনা হোৱা ৰামায়ণ কেইখনৰ নাম উল্লেখযোগ্য। ১৮৬৪ চনত মুন্সী জগন্নাথ খুস্তৰে ৰচনা কৰা ৰামায়ণ খুস্তৰ অতি জনপ্ৰিয় উৎকৃষ্ট ৰচনা। মুন্সী শংকৰদয়াল 'ফৰ্হত'ৰ ৰামায়ণ মঞ্জুম আৰু বাঁকেবিহাৰীলাল 'বহাৰ'ৰ ৰামায়ণবহাৰ উল্লেখযোগ্য ৰচনা। বাল্মী০ ৰামায়ণ আৰু 'ৰামচৰিতমানস'ৰ আধাৰত সুৰজনাৰায়ণ মেহেৰই ৰচনা কৰা ৰামায়ণ মেহ্‌ৰ উৰ্দ্দু ভাষাত ৰচিত এক উত্তম ৰামকাব্য।

+++

# ॥ বাল্মীকিৰ বিচিত্ৰ কাহিনী ॥

## ॥ উদ্ভৱ আৰু ক্ৰমবিকাশ ॥

দস্যু ৰত্নাকৰ মহাকবি বাল্মীকিত পৰিণত হোৱা অনেক বিচিত্ৰ কাহিনী ভাৰতীয় সাহিত্যত আছে। আমাৰ শংকৰদেৱে ভাগৱতৰ কেইবা ঠাইতো (উপদেশ অংশত) ৰাম-নামৰ মাহাত্ম্যৰ কথা ক'বলৈ যাওঁতে বাল্মীকিৰ বিষয়ে এইদৰে কৈছে—

বাল্মীকি আছিলে চোৰ    কৰিলে পাতক ঘোৰ
দাসীসুত আছিল নাৰদ।
যাৰ ৰাম নাম ঘুষি    ভৈলন্ত পৰম ঋষি
পাইলা সুখে মুকুতি সম্পদ॥ [ভাগঃ ১২।২৯২ আৰু
ভাঃ ১০।১১৪১ দ্ৰষ্টব্য

পিছে শংকৰদেৱ, মাধৱদেৱ আৰু পূৰ্বকবি মাধৱ কন্দলীৰ ৰামায়ণত দস্যু বাল্মীকিৰ আখ্যানটো নাই। তেওঁলোকৰ পাছৰ অন্য পুৰণি অসমীয়া ৰামায়ণী সাহিত্যতো দস্যু বাল্মীকিৰ কাহিনী পোৱা নাযায়। তথাপি দস্যু বাল্মীকিৰ কাহিনীটো যে অসমীয়া সমাজত বহুল ভাৱে প্ৰচলিত আছিল সেই কথা বৈষ্ণৱ গুৰু শংকৰদেৱে ৰাম নাম ঘুষি চোৰ বাল্মীকিও পৰম ঋষি হোৱা বুলি বাৰম্বাৰ দাঙি ধৰা নিদৰ্শনে প্ৰমাণ কৰে। ভাৰতীয় সাহিত্যত বহুল ভাৱে প্ৰচলিত দস্যু বাল্মীকিৰ কাহিনীটোৰ উৎস যে বাল্মীকীয় ৰামায়ণ নহয়, অন্যহে সেই কথা ইয়াত আলোচনা কৰা হৈছে।

সংস্কৃত সাহিত্যত আদিকাব্য ৰূপে স্বীকৃত ৰামায়ণ মহাকাব্যৰ প্ৰণেতা মহৰ্ষি বাল্মীকিও আদি কবি ৰূপে স্বীকৃত। এই বাল্মীকি সম্পৰ্কে প্ৰচলিত কাহিনী সমূহত বিভিন্ন সময়ৰ বিভিন্ন অজ্ঞাত লেখকৰ কল্পনা নিহিত হৈ আছে। এই কাহিনীসমূহ কবিকৰ সাহিত্য-কৰ্ম যদিও ইটোৰ লগত থকা সিটোৰ বিভিন্নতাৰ কাৰণে এইবোৰৰ পৰা আদি কবিজনাৰ জীৱন সম্পৰ্কে প্ৰামাণিক সামগ্ৰী লাভ কৰাটো টান।

বাল্মীকীয় ৰামায়ণৰ মূল কাণ্ড বুলি স্বীকৃত অযোধ্যাকাণ্ডৰ পৰা যুদ্ধ-কাণ্ডলৈকে এই পাঁচোটা কাণ্ডত দুবাৰ বাল্মীকিৰ উল্লেখ আছে। একমাত্ৰ দাক্ষিণাত্য পাঠৰ অযোধ্যাকাণ্ডত (৫৬ সৰ্গত) ৰাম, লক্ষ্মণ আৰু সীতাই চিত্ৰকূটৰ ওচৰত বাল্মীকিৰ আশ্ৰম পোৱাৰ কথা আছে। অধ্যাত্ম ৰামায়ণ, আনন্দ ৰামায়ণ আৰু তুলসী দাসৰ ৰামচৰিতমানসতো অৱশ্যে চিত্ৰকূটত ৰাম-লক্ষ্মণ-সীতাই বাল্মীকিৰ আশ্ৰম পোৱাৰ কথা আছে।

যুদ্ধকাণ্ডৰ ১২৮ অধ্যায়ত ৰামায়ণৰ শ্ৰুতিফল বৰ্ণনাৰ প্ৰসঙ্গত বাল্মীকিৰ উল্লেখ কৰা হৈছে। আগত উল্লেখ কৰি অহা প্ৰসংগটোত বাল্মীকিক ৰামা-য়ণৰ ৰচয়িতা বুলি কোৱা নাই; যুদ্ধকাণ্ডৰ এই প্ৰসংগত কিন্তু "আদিকাব্য-মিদং চাৰ্ষং পুৰা বাল্মীকিনা কৃতম্।। (১২৮। ১০৭)" বুলি বাল্মীকিকৃত কাব্যখনক আদিকাব্য বুলি কৈছে। ইয়াত পুৰা অৰ্থাৎ পূৰণি কালত বাল্মীকিয়ে ৰচনা কৰা বোলা কথাষাৰেই প্ৰমাণ কৰে যে এই অংশটো বাল্মীকিৰ ৰচনা নহয়। ৰামায়ণৰ কথাবস্তুৰ বহিৰ্ভূত এই শ্ৰুতিফল বৰ্ণনৰ অংশটি প্ৰক্ষিপ্ত বুলি পণ্ডিতসকলে মত প্ৰকাশ কৰে।

বাল্মীকীয় ৰামায়ণৰ প্ৰক্ষিপ্ত কাণ্ড দুটাৰ ভিতৰত বালকাণ্ডত (২।৪) মহৰ্ষি (৪।৪) আৰু তপস্বী (১।১) বাল্মীকিক ৰামায়ণৰ ঘটনাৰ সমসাময়িক ব্যক্তি স্বৰূপে বৰ্ণনা কৰা হৈছে। এই কাণ্ডৰ প্ৰথম সৰ্গত নাৰদে আদৰ্শ পুৰুষ শ্ৰীৰামৰ জীৱন-চৰিত বাল্মীকিক কওঁতে ৰামৰ ৰাজ্যপ্ৰাপ্তিলৈকে ঘটনা-ৱলী অতীত কালত বৰ্ণনা কৰিছে আৰু তাৰ পাছৰখিনি ঘটনা ভৱিষ্যৎ কালত কোৱা হৈছে [১]। বালকাণ্ডৰ চতুৰ্থ সৰ্গত বাল্মীকিয়ে ৰামায়ণ ৰচনা কৰা কাল ৰামে ৰাজ্যলাভ কৰাৰ সময়ত বুলিছে [২]।

বালকাণ্ডত থকামতে বাল্মীকিয়ে ৰামৰ জীৱন-চৰিত নাৰদৰ পৰা শুনে আৰু ক্ৰৌঞ্চ-বিৰহীৰ বিৰহ-ব্যথাত উদ্ভৱ হোৱা শ্লোক-ছন্দত ব্ৰহ্মাৰ আদেশক্ৰমে ৰামায়ণ ৰচনা কৰে। বীণাৰ লগত গাব পৰাকৈ লয়যুক্ত (তন্ত্ৰীলয় সমন্বিতঃ) এই শ্লোকবদ্ধ ৰামায়ণ বাল্মীকিয়ে দুজন কুশীলৱক অৰ্থাৎ

---

১ বাল ১/৯০—১০০ ;

২ প্ৰাপ্তৰাজ্যস্য ৰামস্য বাল্মীকিৰ্ভগৱানৃষিঃ।
চকাৰ চৰিতং কৃৎস্নং বিচিত্ৰপদমৰ্থৱৎ।৪।১

গায়কক গাবলৈ শিকায়। বাল্মীকিয়ে ৰচিত ৰামায়ণ শিকোৱা এই কুশীলৱ ৩ দুজনে সাধু সমাগমত আৰু ৰাজপথত ৰামায়ণ গান কৰি ফুৰিছিল। এদিন শত্ৰুঘ্নই তেওঁলোকক ৰামৰ ৰাজ সভালৈ নি গান গোৱায় (বাল, ৪ অঃ)।

বাল্মীকীয় ৰামায়ণৰ উত্তৰকাণ্ডত বাল্মীকিৰ বিষয়ে বালকাণ্ডতকৈ অধিক তথ্য পোৱা যায়। বালকাণ্ডৰ মতে বাল্মীকিৰ আশ্ৰম গঙ্গা আৰু তমসা নদীৰ সমীপৱৰ্তী ৪। উত্তৰকাণ্ডতো ৰামে লক্ষ্মণক সীতা নিৰ্বাসনৰ স্থান নিৰ্দেশ কৰোঁতে গঙ্গাৰ সিপাৰে তমসা নদীৰ তীৰত বাল্মীকিৰ আশ্ৰম বুলি কৈছে ৫। লক্ষ্মণে অযোধ্যাৰ পৰা গৈ গংগাৰ দক্ষিণ পাৰত বাল্মীকিৰ আশ্ৰম পাইছে। মধ্যপ্ৰদেশৰ মৈহাৰ আৰু বঘেল খণ্ডৰ পৰা ওলাই টনস্ (তমসা) নামৰ এখন নদী এলাহাবাদৰ পৰা বিছ মাইল দক্ষিণ পূবে গঙ্গাত পৰিছে। বাল্মীকিৰ আশ্ৰম এই ঠাইতেই থকাটো সম্ভৱ। শত্ৰুঘ্ন অযোধ্যাৰ পৰা মধুৰালৈ (মধুৰা) যাওঁতে বাল্মীকিৰ আশ্ৰমেদি গৈছিল আৰু তেওঁ ইয়াৰ পৰা গৈ যমুনা নদী পাইছিল বোলা বৰ্ণনায়ো এই ধাৰণা পুষ্ট কৰে। চিত্ৰকূটত বাল্মীকিৰ আশ্ৰম থকাৰ কথাটো বুল্কে মহোদয়ে কোৱাৰ দৰে প্ৰক্ষিপ্তও হ'ব পাৰে অথবা চিত্ৰকূটতো বাল্মীকিৰ আৰু এখন আশ্ৰম থাকিব পাৰে ৬।

লক্ষ্মণে সীতাক তমসাৰ তীৰত থকা বাল্মীকিৰ আশ্ৰমৰ ওচৰত থৈ এই বুলি বাল্মীকিৰ পৰিচয় দিছিলে ৭ "মোৰ পিতা ৰজা দশৰথৰ পৰম মিত্ৰ মহাযশস্বী বিপ্ৰ, মুনিশ্ৰেষ্ঠ বাল্মীকি"। লক্ষ্মণে সীতাক এই দশৰথৰ মিত্ৰ বাল্মীকিৰ আশ্ৰমতে ব্ৰতপৰায়ণা হৈ কাল কটাবলৈ কৈছে। পিছে বাল্মীকিক

---

৩ এই ৰামায়ণ-গায়ক দুজনৰ বিষয়ে উত্তৰাকাণ্ডৰ লগত আলোচনা কৰা হৈছে।

৪ অগাম তমসাতীৰং জাহ্নব্যাস্ত্ববিদূৰতঃ ॥ বাঃ ২।৩

৫ গংগায়াস্তু পৰে পাৰে বাল্মীকেস্ত মহাত্মনঃ।
আশ্ৰমো দিব্যসংকাশস্তমসাতীৰমাশ্ৰিতঃ ॥ উত্তৰ ৪৫।১৭

৬ চিত্ৰকূট সম্পৰ্কে মাধৱকন্দলীৰ অযোধ্যাকাণ্ডৰ আলোচনা দ্ৰষ্টব্য।

৭ ৰাজ্ঞো দশৰথস্যৈষ পিতুৰ্মে মুনিপুংগৱঃ।
সখা পৰমকো বিপ্ৰো বাল্মীকিঃ সুমহাযশাঃ ॥ উত্তৰ ৪৭।১৬

দশৰথৰ মিত্ৰ বুলি ইয়াৰ আগতে বাল্মীকীয় ৰামায়ণৰ ক'তো কোৱা হোৱা নাই। সম্ভৱতঃ সীতা নিৰ্বাসনৰ নিৰ্মমতা কমাবলৈকে সীতাৰ আশ্ৰয়দাতা বাল্মীকিক দশৰথৰ মিত্ৰ বুলি কোৱা হ'ল। এই বাল্মীকিয়ে সীতাক তেওঁৰ আশ্ৰমত নিজৰ ঘৰত থকাৰ দৰে থাকিবলৈ ব্যৱস্থা কৰি দিছে ৮। বাল্মীকিৰ আশ্ৰমতে জন্ম হোৱা সীতাৰ দুই পুত্ৰ কুশ-লৱক বাল্মীকিয়ে ৰামায়ণ-গীত গাবলৈ শিকায়। আৰু এওঁলোকে বাল্মীকিৰ আদেশ মতে ৰামৰ যজ্ঞস্থলীত ৰামায়ণ গান কৰে।

ৰামৰ অনুৰোধক্ৰমে সীতাক লগত লৈ যজ্ঞস্থলীলৈ গৈ সীতাৰ শুদ্ধতাৰ সাক্ষ্য দিওঁতে কৈছিল - "মই প্ৰচেতাৰ (বৰুণৰ) দশম পুত্ৰ। মই কেতিয়াবাদিনা মিছা কথা কৈছোঁ বুলি মোৰ মনত নপৰে। ××× মই বহু হাজাৰ বছৰ ধৰি তপস্যা কৰিছোঁ। ××× মন, বাণী বা কৰ্মেৰে মই কেতিয়াও কোনো পাপ কৰ্ম কৰা নাই ৯। এই কথাখিনিয়ে, উত্তৰ কাণ্ড ৰামায়ণ ৰচনাৰ সময়ত বাল্মীকি একালত দস্যু থকা কাহিনীটোৰ প্ৰচলন নথকাৰ সবল সাক্ষ্য বহন কৰিছে।

পাছৰ যুগৰ অনেক ৰামায়ণী কথাতে বাল্মীকিক ভাৰ্গৱ বোলা হৈছে। মহাভাৰতৰ শান্তিপৰ্বত ১০, বিষ্ণু পুৰাণত ১১ আৰু মৎস্যপুৰাণতো বাল্মীকিক ভাৰ্গৱ বোলা হৈছে। বাল্মীকীয় ৰামায়ণত ভৃগুৰ লগত কোনো সম্পৰ্ক নথকা বাল্মীকিক পাছৰ যুগত ভাৰ্গৱ বুলি ভৃগুৰ লগত দুটা কাৰণত জড়িত কৰা হ'ল যেন লাগে।

বাল্মীকীয় ৰামায়ণৰ উত্তৰ কাণ্ডত এজন ভাৰ্গৱ (ভৃগুবংশী) চ্যৱনৰ

---

৮ যথা স্বগৃহমভ্যেত্য বিষাদং চৈব মা কৃথাঃ ॥ উত্তৰ: ৪৯/১৬

৯ প্ৰচেতসোঽহং দশমঃ পুত্ৰো ৰাঘৱনন্দন।
 ন স্মৰাম্যনৃতং বাক্যমিমৌ তু তব পুত্ৰকৌ ॥ ১৯
 বহুবৰ্ষসহস্ৰাণি তপশ্চৰ্যা ময়া কৃতা। — ২০
×× মনসা কৰ্মণা বাচা ভূতপূৰ্বং ন কিল্বিষম্ — ২১ [ উত্তৰ ঃ ৯৬অঃ]

১০ শ্লোকশ্চায়ং পুৰা গীতো ভাৰ্গৱেণ মহাত্মনা। শান্তি ৫৭/৪০

১১ অভূদ্ভাৰ্গৱতস্মাদ্ বাল্মীকিৰ্যোঽভিধীয়তে ॥ বিষ্ণু

উল্লেখ আছে [১২]। বৈদিক সাহিত্যত ভৃগুক বাৰুণী আৰু বৰুণপুত্ৰ বোলা হৈছে [১৩]। ভাগৱত পুৰাণত [১৪] বৰুণৰ পত্নী চৰ্ষণীৰ দুজন পুত্ৰ — চ্যৱন আৰু বাল্মীকি মুনি বুলি কৈছে। বৰুণৰ লগত সম্পৰ্কযুক্ত কাৰণেই বাল্মীকিক বৰুণপুত্ৰ ভৃগুৰ লগত সম্পৰ্কযুক্ত কৰি ভাৰ্গৱ বোলা হ'ল যেন লাগে।

মহাভাৰতত ভাৰ্গৱ চ্যৱন মুনিৰ বিষয়ে এটা কাহিনী আছে[১৫]। তাত থকামতে ভাৰ্গৱ চ্যৱনে তপস্যা কৰি থাকোঁতে তেওঁৰ শৰীৰত বল্মীক অৰ্থাৎ উঁইহাফলু উঠে। সেই উঁই হাফলুৰ পৰা ওলাই অহাৰ কাৰণে চ্যৱনৰ নামো বাল্মীকি (বল্মীকাদ্ ভৱতীতি বাল্মীকিঃ) হ'ব পাৰে। ভাৰ্গৱ চ্যৱনৰ এই কাহিনী ভাগৱতৰ নৱম স্কন্ধ, স্কন্দপুৰাণৰ অৱন্তীখণ্ড, দেৱীভাগৱত আৰু পদ্মপুৰাণৰ পাতালখণ্ডতো পোৱা যায়। বল্মীকৰপৰা উৎপন্ন হোৱা চ্যৱন মুনিৰ লগত ৰামায়ণকাৰ বাল্মীকিক নানা প্ৰকাৰে জড়িত কৰা হ'ল। কৃত্তিবাসৰ ৰামায়ণত বাল্মীকিক চ্যৱন মুনিৰ পুত্ৰ বোলা হৈছে — 'চ্যৱন মুনিৰ পুত্ৰ দস্যু ৰত্নাকৰ।' মহাভাৰতত উঁই হাফলুৰপৰা ওলাই অহা চ্যৱন মুনিৰ কাহিনীটোও আনি কালক্ৰমত বাল্মীকিৰ লগত জুৰি দিয়াটো সহজ হৈ পৰিল।

বাল্মীকি একালত দস্যু থকাৰ কাহিনীটো সৰ্বপ্ৰথম স্কন্দপুৰাণত পোৱা হয়। এই মহাপুৰাণখনৰ অনেক খিনি সামগ্ৰী খ্ৰীঃ অষ্টম শতিকাৰ পাছৰ আৰু তাৰ পাছতো বহুত কথা ইয়াত জোৰা দিয়া হৈছে। স্কন্দপুৰাণত বাল্মীকিৰ সম্পৰ্কে চাৰিটা বেলেগ কাহিনী আছে। বৈষ্ণৱখণ্ডৰ বৈশাখমাহাত্ম্যত এনেদৰে আছে — পূৰ্বজন্মত পতিব্ৰতা পত্নীক অৱহেলা কৰি বেশ্যাসক্ত হোৱা এক ব্ৰাহ্মণ পৰজন্মত ব্যাধ হয়। পূৰ্বজন্মত উপাৰ্জিত পুণ্যৰ বলত সেই ব্যাধে শংখ নামৰ মুনিক লগ পায় আৰু সেই মুনিয়ে তেওঁক পূৰ্বাপৰ সকলো কথা কৈ মৃত্যু পৰ্যন্ত ৰামনাম জপি পূৰ্ব-জন্মত কৰা পাপৰ পৰা উদ্ধাৰ হ'বলৈ পৰামৰ্শ দিয়ে। সেইমতে ৰামনাম জপি আৰু অনেক ধৰ্মানুষ্ঠান কৰি সেই ব্যাধে পাছৰ জন্মত কৃশীক মুনিৰ (যি তপস্যা কৰি থাকোঁতে গাত উঁয়ে হাফলু তুলিছিল সেই চ্যৱনৰ) পুত্ৰ হৈ জন্ম

১২ ভাৰ্গৱং চ্যৱনংচৈৱ পুত্ৰকৃত্যা মহৰ্ষয়ঃ। উত্তৰ ঃ ৬০/৪ -

১৩ ঐতৰেয় ব্ৰাহ্মণ ৩/৩৪, শতপথ ব্ৰাহ্মণ ১১/৬/১; ১৪ ভাঃ ৬/১৮/১,

১৫ বনপৰ্ব ১২০ অঃ

লাভ কৰে। বল্মীক চ্যৱনৰ পুত্ৰ এই বাল্মীকিয়ে পৃথিৱীত দিব্যৰামকথা ৰচনা কৰি মহান যশস্বী হৈ কৰ্মবন্ধনৰ পৰা মুক্ত হয়।

স্কন্দপুৰাণৰ অৱন্তীখণ্ডত ভৃগুমুনিৰ কুলত জন্মা অগ্নিশৰ্মা নামৰ এক ব্ৰাহ্মণ দস্যুৰ কাহিনী কোৱা হৈছে। এবাৰ সপ্তৰ্ষিসকল তীৰ্থলৈ যাওঁতে বাটত এই দস্যুৱে তেওঁলোকক আক্ৰমণ কৰে। তেওঁলোকে অগ্নিশৰ্মাক তেওঁৰ দস্যুবৃত্তি গ্ৰহণৰ কাৰণ সোধাত অগ্নিশৰ্মাই পিতৃ-মাতৃ আৰু নিজ পৰিয়ালক ভৰণ-পোষণ কৰিবলৈ বুলি উত্তৰ দিলে। তেতিয়া ঋষিসকলে অগ্নিশৰ্মাক তেওঁৰ এই পাপৰ ফল তেওঁৰ পিতৃ-মাতৃ আৰু পৰিয়ালে ল'বনে নলয়, সুধি আহিবলৈ কলে। সেইমতে অগ্নিশৰ্মাই সুধি জানিব পাৰিলে যে পৰিয়ালৰ কোনেও তেওঁৰ দস্যুবৃত্তিজনিত পাপৰ ভাগ নলয়। তেতিয়া তেওঁ অনুশোচনাত দগ্ধ হৈ ঋষিসকলত শৰণ পশে। সপ্তৰ্ষিগণে তেওঁক ধ্যানযোগ আৰু মহামন্ত্ৰৰ জপ কৰিবলৈ কয়। তেৰ বছৰ জুৰি এইদৰে ধ্যানস্থ হৈ মন্ত্ৰ জপি থাকোঁতে অগ্নিশৰ্মাৰ গাত উঁয়ে হাফলু তোলে। সপ্তৰ্ষিসকলে আহি তেওঁক সেই অৱস্থাত পাই উঁই হাফলুটো ভাঙি দিয়ে। তেতিয়া তাৰ পৰা এক পৰম তেজস্বী পুৰুষ ওলাই আহে, তেৱেঁই বাল্মীকি হৈ শিৱক আৰাধনা কৰি কৱিত্ব শক্তি লাভ কৰে আৰু শ্ৰেষ্ঠ কাব্য ৰামায়ণ ৰচনা কৰে।

স্কন্দপুৰাণৰ নাগৰখণ্ডত লোহজংঘ দ্বিজ আৰু প্ৰভাস খণ্ডত শমীমুখ ব্ৰাহ্মণৰ যি দুটা কাহিনী কোৱা হৈছে, সেই দুয়োটা অগ্নিশৰ্মাৰ কাহিনীৰ সৈতে প্ৰায় একে। এই দুয়োটা কাহিনীতে লোহজংঘ আৰু শমীমুখ নামৰ ব্ৰাহ্মণে প্ৰথমতে দস্যু বৃত্তি অৱলম্বন কৰিছিল আৰু পাছত পাপমুক্ত হৈ বাল্মীকি মুনি হয়। এইদৰে একেখন পুৰাণৰে চাৰিটা কাহিনীত বিভিন্ন ৰূপত ৰামায়ণকাৰ বাল্মীকিৰ আখ্যান দাঙি ধৰাৰপৰা বাল্মীকিৰ কাহিনীটো কাল্পনিক বুলি প্ৰমাণিত হয়। বাল্মীকীয় ৰামায়ণত কেতিয়াও মিছা নোকোৱা আৰু মন, বাক্য বা কৰ্ম্মৰে পাপ নকৰা বাল্মীকিৰ ওপৰত দস্যু চৰিত্ৰ কেতিয়াৰ পৰা জাপি দিয়া হ'ল, তাক জানিব পৰা নাযায়। মহাভাৰতত বাল্মীকি নামৰ ঋষি এজনে এটা অপকৰ্ম কৰাৰ কথা আছে। সেই বাল্মীকিয়ে যুধিষ্ঠিৰক কৈছিল —"কোনো এখন বিবাদত সাত্বিক মুনিসকলে

মোক ব্ৰহ্মবধী বুলি কোৱা মাত্ৰেই মই সেই পাপত নিমগ্ন হৈ পৰিলোঁ। মই শিৱৰ শৰণ লোৱাত সেই পাপৰপৰা মুক্ত হওঁ আৰু শিৱই মোক যশস্বী হ'বলৈ বৰ দিয়ে ১৬।" সম্ভৱতঃ ব্ৰহ্মবধৰ পাপ কৰা আৰু তাৰপৰা মুক্ত হৈ উত্তম যশস্বী হোৱা কোনোবা বাল্মীকিৰ এই কাহিনীটোকে ভিত্তি কৰি পাছৰ যুগত ব্ৰহ্মবধী দস্যু বাল্মীকিয়ে পাপমুক্ত হৈ ৰামায়ণ ৰচনা কৰি যশস্বী হোৱা কাহিনীৰ সৃষ্টি হ'ল। স্কন্দপুৰাণত দস্যু অগ্নিশৰ্মাই শিৱক আৰাধনা কৰি লাভ কৰা কবিত্ব শক্তিৰে ৰামায়ণ ৰচনা কৰাৰ কথা আছেই।

অধ্যাত্ম ৰামায়ণত ১৭ চিত্ৰকূটৰ আশ্ৰমত উপস্থিত হোৱা ৰামক বাল্মীকিয়ে নিজৰ বৃত্তান্ত বৰ্ণাইছে। সেই প্ৰসঙ্গতে বাল্মীকিয়ে কৈছে —"পূৰ্বে মই কিৰাতৰ লগত বাস কৰিছিলোঁ। সেই শূদ্ৰবোৰৰ লগত ফুৰোঁতে মই জন্মত মাত্ৰ দ্বিজ হৈ ৰলোঁ। শূদ্ৰাৰ গৰ্ভত মোৰ অনেক সন্তানৰ জন্ম হ'ল। চোৰৰ লগত পৰি ময়ো চোৰ হলোঁ।" ইয়াৰ পাছৰ খিনি ঘটনা স্কন্দপুৰাণৰ অগ্নিশৰ্মাৰ কাহিনীৰ সৈতে প্ৰায় একে। কেৱল তাত অগ্নিশৰ্মাক সপ্তৰ্ষিগণে মন্ত্ৰ জপ কৰিবলৈ কোৱাৰ পৰিবৰ্তে ইয়াত দস্যু ব্ৰাহ্মণক একাগ্ৰ চিত্তে 'মৰা' বুলি জপিবলৈ কয় ১৮। এইদৰে জপ কৰি থাকোঁতে সহস্ৰ যুগ পাৰ হৈ যোৱাৰ পাছত উঁইহাফলুৰপৰা উলিয়াই সপ্তৰ্ষিগণে পাপমুক্ত দস্যুক বাল্মীকি নাম দিয়ে। বাল্মীকিয়ে এনেকৈ ওলোটাকৈ ৰামনাম জপাৰ কথা তুলসী দাসৰ ৰামচৰিতমানসতো কোৱা হৈছে ১৯।

তত্ত্বসাৰসংগ্ৰহ আৰু আনন্দ ৰামায়ণত থকা বাল্মীকিৰ আখ্যানটো স্কন্দ পুৰাণৰ বাল্মীকি আখ্যানৰ লগত মিলে।

---

১৬ বিবাদে সাগ্নিমুনিভিব্ৰহ্মঘ্নো বৈ ভগবানিতি।
উক্তঃ ক্ষণেন চ ব্ৰিষ্টস্তেনাধৰ্মেণ ভাৰত।
সে হমীশানমঘমোঘং শৰণং গতঃ।
মুক্তশ্চাস্মি ততঃ পাৰ্থ ততো দুঃখবিনাশনঃ॥
আহ মাং ত্ৰিপুৰঘ্নো যশস্তেঽগ্ৰ্যং ভৱিষ্যতি। (অনুঃ ১৮/৮-১০)

১৭ অযোধ্যাঃ ৬/৬৪—৮৮

১৮ একাগ্ৰমনসাত্ৰৈৱ মৰেতি জপ সৰ্বদা।

১৯ জান আদিকবি নাম প্ৰতাপূ। ভয়উ সুদ্ধ কৰি উল্টা জাপূ। (বালকাণ্ড ১৯)

কৃত্তিবাসী ৰামায়ণত চ্যৱনপুত্ৰ ৰত্নাকৰ দস্যুৰে ব্ৰহ্মা আৰু নাৰদক বাটত ধৰি মাৰ-ধৰ কৰিব খোজাত তেওঁলোকে ৰত্নাকৰক 'তোমাৰ এই পাতকৰ কে আছে ভাগী' বুলি প্ৰশ্ন কৰিলে। অগ্নিশৰ্মাৰ দৰে সৈ ৰত্নাকৰে তেওঁৰ পৰিয়ালৰ কোনেও পাপৰ ভাগ নলয় বুলি জানি সেই পাপৰপৰা ৰক্ষা পোৱাৰ উপায় বিচাৰি ব্ৰহ্মা আৰু নাৰদৰ শৰণ পশিলে। ব্ৰহ্মা আৰু নাৰদৰ কথামতে ৰত্নাকৰ সৰোবৰত স্নান কৰিবলৈ যোৱাত তাৰ পানী শুকাই গ'ল। তেতিয়া ব্ৰহ্মাই কমণ্ডলুৰ পানী ছটিয়াই 'একবাৰ ৰামনাম বলৰে বদনে' বুলি ক'লে, কিন্তু পাপী ৰত্নাকৰৰ মুখত সেই পবিত্ৰ নাম উচ্চাৰিত নহ'ল। তেতিয়া ব্ৰহ্মাই 'মৰা' বুলিবলৈকে কোৱাত —

মৰা মৰা বুলিতে আইল ৰামনাম।
পাইল সকল পাপে মুনি পৰিত্ৰাণ॥

ষাঠি হেজাৰ বছৰ ধৰি ব্ৰহ্মাৰ কথামতে ৰত্নাকৰে ৰামনাম জপ কৰি থাকোঁতে তেওঁৰ গাত উঁয়ে মাটি তুলিলে। ব্ৰহ্মাই তাৰ পৰা ৰত্নাকৰক উলিয়াই অনালে। অম্বিকংকালমাত্ৰ লৈ ব্ৰহ্মাক প্ৰণাম কৰা ৰত্নাকৰক ব্ৰহ্মাই ক'লে —

আজি হইতে তব নাম বাল্মীকি হইল॥
সাতকাণ্ডে কৰ গিয়া ৰামৰ পুৰাণ।

ক্ৰৌঞ্চ-বিৰহীৰ দুখত ওলোৱা শ্লোক ছন্দত বাল্মীকিয়ে নাৰদৰ কথা মতে ৰামায়ণৰ ৰচনা কৰে। নাৰদে বাল্মীকিক ৰামৰ জীৱন-কাহিনী ভৱিষ্যৎ কালৰ কথা ৰূপেহে কৈছিল —

সূৰ্যবংশে দশৰথ হইবে নৰপতি।
ৰাৱণ বধিতে জন্মিবেন লক্ষ্মীপতি॥

'ৰাম নৌ ওপজোঁতেই ৰামায়ণ হোৱা' কথাৰ প্ৰচলন কেতিয়াৰপৰা হ'ল সেই কথা কোৱাটো টান। শংকৰদেৱৰ উত্তৰাকাণ্ডতো বসুমতীয়ে ৰামক কোৱা বুলি আছে — "তুমি মতো হন্তে ৰামায়ণ ভৈলা আগে।"

খৃঃ ষোড়শ শতিকাত নাভাদাসে ৰচনা কৰা ভক্তমাল গ্ৰন্থত দুজন বাল্মীকৰ কথা কোৱা হৈছে। ৰামায়ণকাৰ বাল্মীকিৰ কথা এইদৰে লিখিছে—

লোকে প্ৰকাশিলা ৰামলীলা শুভকথা॥

সৎসংগ গুণে মৰা মৰা যে জপিল।
বাল্মীকিৰ মৃত্তিকাৰে দেহ আচ্ছাদিল॥
ষাটি হাজাৰ বৰ্ষ তাৰ মধ্যে যে আছিল।
তে কাৰণে বাল্মীকি ঋষি নাম প্ৰকাশিল॥

দ্বিতীয়জন কোনোবা বৈষ্ণৱ বাল্মীকিৰ কথা কৈছে —

মহাভাৰতৰ ৰাজসূয়ৰ আখ্যানে।
যজ্ঞপূৰ্ণ হইল ৰাজাৰ যাৰ আগমনে॥
বাল্মীকি তাহাৰ নাম শ্বপচ জাতংশে।
ভুবন পাৱন তাৰ পৰীক্ষা যজ্ঞাংশে॥
(বাংলা ভক্তমাল গ্ৰন্থৰপৰা উদ্ধৃত)

এই বৰ্ণনাৰপৰা কোনোবা (শ্বপচ=চণ্ডাল) নীচ কুলত জন্মা বৈষ্ণৱ বাল্মীকি এজন আছিল বুলি অনুমান হয়। আজি কালিও উত্তৰ ভাৰতৰ হিন্দু ভংগী (হৰিজন) সকলে নিজকে বাল্মীকিৰ ভক্ত বুলি কয়। কলিকতাৰ অনুসূচীত লোক কিছুমানে আহিনৰ পূৰ্ণিমাত বাল্মীকি জয়ন্তী পালন কৰা দেখা যায়। পঞ্জাবত প্ৰচলিত অনেক লোককথাত বাল্মীকি আৰু ভংগী-জাতিৰ মাজত থকা সম্পৰ্কৰ আখ্যান আছে। এনে বাল্মীকিৰ প্ৰভাৱতো ওপৰত কৈ অহা শূদ্ৰ আৰু কিৰাতৰ লগত জড়িত হৈ পৰা ফলত ৰামা-য়ণকাৰ বাল্মীকিক সজোৱাটো অসম্ভৱ নহয়।

চতুৰ্দশ শতিকাৰ উড়িয়া কবি সাৰলাদাসে তেওঁৰ ৰচিত মহা-ভাৰতৰ সভাপৰ্বত, তপস্যাৰত ব্ৰহ্মাই সাতশবাকী দেৱকন্যা দেখাত বীৰ্যপাত হয় আৰু বাজিত পৰা সেই বীৰ্যৰপৰাই বাল্মীকিৰ জন্ম হয় বুলিছে। ৰামকলিকোহলী নামৰ গ্ৰন্থত তপস্যাৰত কোনো এজন মুনিৰ অপ্সৰা-দৰ্শনত হোৱা বীৰ্যপাতৰ ফলত যাঁহৰ ওপৰত পৰা বীৰ্যৰপৰা বাল্মীকিৰ জন্ম হ'ল বুলিছে। এই বাল্মীকিক এক কিৰাতনীয়ে ডাঙৰ দীঘল কৰে। এই প্ৰসংগতো একে বীৰ্যৰপৰা উৎপন্ন হোৱা বুলি বশিষ্ঠ আৰু অগস্ত্য ঋষিৰ লগতো বাল্মীকিৰ সম্পৰ্ক জুৰিছে।

ওপৰত উল্লেখ কৰি অহা বৈষ্ণৱ সন্ত নীচ কুলোদ্ভৱ বাল্মীকিজনক ব্ৰহ্মা তথা অন্য মুনিৰ লগত জড়িত কৰিবলৈ এনেবোৰ কাহিনীৰ সৃষ্টি হ'ব

পাৰে। বিষ্ণুধৰ্মোত্তৰ পুৰাণত বাল্মীকিক বিষ্ণুৰ অৱতাৰ বোলা হৈছে আৰু বাল্মীকি-পূজাৰ বৰ্ণনা দিয়া হৈছে। ইন্দোচীনত থকা বাল্মীকি মন্দিৰৰ শিলা-লেখতো বাল্মীকিক বিষ্ণুৰ অৱতাৰ বোলা হৈছে।

এইদৰে বাল্মীকীয় ৰামায়ণৰ পৰা আৰম্ভ কৰি আধুনিক ভাৰতীয় সাহিত্যলৈকে বাল্মীকিৰ বিচিত্ৰ আখ্যান ভৰি আছে।

×××

## বাল্মীকীয় ৰামায়ণত —
## ॥ অৱতাৰ ৰূপে ৰাম
## আৰু
## ৰামভক্তিৰ উদ্‌গম ॥

ৰাম-চৰিত্ৰৰ ঐতিহাসিক ক্ৰমবিকাশ বিশ্লেষণ কৰি চালে দেখা যায় যে ৰামচন্দ্ৰৰ উদাত্ত চৰিত্ৰৰ দ্বাৰা প্ৰভাৱিত জনমানসত, দশৰথৰ পুত্ৰ ৰামে আদৰ্শ বীৰ ৰাজপুত্ৰৰ পৰা শ্ৰেষ্ঠ পুৰুষ, তাৰ পৰা বিষ্ণু আৰু বিষ্ণুৰ পৰা পৰম ব্ৰহ্মৰ স্থান লাভ কৰে। ৰাম-চৰিত্ৰৰ ক্ৰমবিকাশৰ এই ইতিহাস কেতিয়াৰ পৰা আৰম্ভ হৈছিল আৰু ই পূৰ্ণ বিকশিত ৰূপ লাভ কৰিবলৈ কিমান কাল লাগিছিল, সেই কথা সঠিককৈ কোৱা টান। বাল্মীকীয় ৰামায়ণতে ৰামে আদৰ্শ বীৰ ৰাজপুত্ৰ আৰু শ্ৰেষ্ঠ পুৰুষ (পুৰুষোত্তম) হোৱাৰ উপৰিও বিষ্ণু (সগুণ ব্ৰহ্ম) আৰু পৰম ব্ৰহ্মৰ স্থান লাভ কৰা দেখা যায়। এই ক্ৰমবিকাশ হওঁতেও যথেষ্ট সময়ৰ আৱশ্যক হৈছিল। ৰামক অৱতাৰৰূপে প্ৰতিপাদন কৰা কথাখিনি বাল্মীকীয় ৰামায়ণত পৰৱৰ্তী সংযোজনা যদিও খ্ৰীষ্টীয় দ্বিতীয় শতিকাতে ৰামায়ণে বৰ্তমান ৰূপ লাভ কৰে বুলি য়াকোবী (Jacobi), বিণ্টাৰনিৎস (Winternitz), ড° কামিল বুল্কে প্ৰভৃতি বিদ্বানে মত পোষণ কৰে।

ভাগৱত ধৰ্মত বাসুদেৱ কৃষ্ণৰ মাহাত্ম্য বঢ়াৰ লগে লগে কৃষ্ণৰ অলৌকিক লীলা প্ৰচাৰ হ'বলৈ ধৰাত কৃষ্ণই অৱতাৰৰূপে স্বীকৃতি লাভ কৰিলে আৰু কালক্ৰমত কৃষ্ণপূৰ্ণ ব্ৰহ্মৰ দৰে পূজিত হ'বলৈ

ধৰিলে। কৃষ্ণক লৈ এনে অৱতাৰবাদৰ বিকাশ হোৱাত, পাছলৈ কৃষ্ণৰ পূৰ্বকালীন কোনো কোনো মহাপুৰুষকো এই দাবীলৈ তোলাৰ চেষ্টা চলিল। সেইসকলৰ ভিতৰত দাশৰথি ৰামৰ স্থানেই মহত্বপূৰ্ণ। উল্লেখযোগ্য যে-মহাভাৰততো অনেক প্ৰসংগত ৰামক বিষ্ণুৰ অৱতাৰ বুলি বৰ্ণনা কৰা হৈছে ১।

মহাভাৰতৰ পাছত পুৰাণ সমূহে, বিশেষকৈ হৰিবংশ, বিষ্ণুপুৰাণ, বায়ুপুৰাণ, ভাগৱতপুৰাণ আৰু পদ্মপুৰাণে, ৰামক বিষ্ণুৰ অৱতাৰ বুলি সম্পূৰ্ণ ৰূপে মানি ললে। ইফালে সংস্কৃত সুকুমাৰ সাহিত্যতো ৰামক পৰম ব্ৰহ্ম অথবা বিষ্ণুৰ অৱতাৰ ৰূপে মানি লোৱা হ'ল। সংস্কৃত ভাষাৰ প্ৰথম নাট্যকাৰ ভাসৰ 'প্ৰতিমানাটকত অগ্নিপৰীক্ষাৰ সময়ত অগ্নিয়ে ৰামক বিষ্ণু বুলি সংকেত কৰি সীতাক ভগৱতী লক্ষ্মী বুলি কৈছে ২। কালিদাসে ৰঘুবংশত ৰামক স্পষ্টভাৱেই 'ৰাম' বুলি খ্যাত হৰি বোলাৰ উপৰিও 'অবাঙ্মনসোগোচৰ' বুলি পৰম ব্ৰহ্মৰ স্বীকৃতি দিছে ৩। পাছৰ যুগৰ জানকীহৰণ, 'হনুমন্নাটক আদি গ্ৰন্থতো সেই পৰম্পৰা অব্যাহত হৈ আছে।

ইয়াত ৰাম-অৱতাৰ ভাৱনাৰ মূল উৎস বাল্মীকীয় ৰামায়ণত কেনেকৈ ৰামক বিষ্ণু আৰু পৰম ব্ৰহ্মৰে অভিন্ন বুলি গ্ৰহণ কৰিছে, তাৰহে আলোচনা কৰা হ'ব।

বাল্মীকীয় ৰামায়ণৰ বালকাণ্ডৰ পঞ্চদশ সৰ্গত দশৰথৰ যজ্ঞলৈ অহা

---

১ অথ দাশৰথিৰ্বীৰো ৰামো নাম মহাবলঃ। বিষ্ণুৰ্মানুষ্যৰূপেণ চচাৰ বসুধা-মিমাম্ ॥ (বনপৰ্ব ১৪৭/২৮)

বিষ্ণুনা বসতা চাপি গৃহে দশৰথস্য বৈ। ( বনপৰ্ব ২৬০/৫ ]

সন্ধৌ তু সমনুপ্ৰাপ্তে ত্ৰেতায়াং দ্বাপৰস্য চ। ৰামো দাশৰথি ভূত্বা ভবিষ্যামি জগৎপতিঃ ॥ [মহা ১২/৩২৬/৭৮)

বেদে ৰামায়ণে পুণ্যে ভাৰতে ভাৰতৰ্ষভ। আদৌ চান্তে চ মধ্যে চ হৰিঃ সৰ্বত্ৰগীয়তে ॥ ১৮/১৮/৬/২

২ ইমাং ভগৱতীং লক্ষ্মীং জানীহি জনকাত্মজাম্।
সা ভৱন্তমনুপ্ৰাপ্তা মানুষীং তনুমাশ্ৰিতা ॥ ৬/২৮

৩ ৰঘুবংশ ১৩/১, ১০/৩৩, ৩৪, ৪৪ আৰু ১৪/১০

দেৱতাসকলে যজ্ঞস্থলীতে পীতাম্বৰ জগৎপতি গৰুড়বাহন বিষ্ণুক প্ৰজাৰ মংগলৰ অৰ্থে ৰাৱণক বধ কৰিবলৈ, মানৱৰূপে দশৰথৰ ঘৰত জন্ম লবলৈ অনুৰোধ কৰিছে ৪। মুনিসকলৰ মতে সিদ্ধ, গন্ধৰ্ব, যক্ষ, দেৱতা — সকলোৱে বিষ্ণুক পৰম গতি মানি এই সময়তে শৰণাগত হৈছে ৫। এইদৰে দেৱতা প্ৰভৃতিৰ প্ৰাৰ্থনাত দশৰথৰ পুত্ৰ ৰূপে জন্ম গ্ৰহণ কৰা বিষ্ণুক সহায় কৰিবৰ কাৰণে ব্ৰহ্মাই দেৱতাসকলক বানৰ-ভালুক ইত্যাদি ৰূপত পুত্ৰ জন্ম দিবলৈ নিৰ্দেশ দিছে ৬। যথাসময়ত কৌশল্যাই জগন্নাথ বিষ্ণুক দিব্য লক্ষণযুক্ত ৰামৰূপে জন্ম দিছে ৭।

জনকৰ ঘৰত হৰধনু ভংগ কৰি সীতাক বিয়া কৰাই ৰাম অযোধ্যালৈ ঘূৰি যোৱাৰ সময়ত বাটতে যেতিয়া পৰশুৰামৰ তপোলব্ধ পুণ্যলোক নাশ কৰে, তেতিয়া পৃথিৱী নিঃক্ষত্ৰিয় কৰা পৰাক্ৰমী তেজস্বী বীৰ পৰশুৰামে ৰামৰ ওচৰত এইদৰে পৰাস্ত হৈ লজ্জা অনুভৱ নকৰিলে; তাৰ কাৰণ তেওঁ নিজেই কৈছে — "তুমি যিহেতুকে এই (বৈষ্ণৱ) ধনুত বাণ আৰোপ কৰিবলৈ সমৰ্থ হৈছা, সেই তোমাক মধুসূদন, অক্ষয়, দেৱতাৰো ঈশ্বৰ (বিষ্ণু) বুলি উপলব্ধি কৰিছোঁ। হে পৰন্তপ! তোমাৰ কল্যাণ হওক। তোমাৰ ওচৰত পৰাজিত হৈ মই লাজ পোৱা নাই, কাৰণ ত্ৰৈলোক্যনাথ তোমাৰ ওচৰতহে মই পৰাভূত হৈছোঁ।"

অক্ষয্যং মধুহন্তাৰং জানামি ত্বাং সুৰেশ্বৰম্ ।
ধনুষোঽস্য পৰামৰ্শাৎ স্বস্তি তেঽস্তু পৰন্তপ ॥ ১৭
ন চেয়ং তৱ কাকুৎস্থ ব্ৰীড়া ভৱিতুমৰ্হতি ।
ত্বয়া ত্ৰৈলোক্যনাথেন যদহং বিমুখীকৃতঃ ॥ ১৯
[বাল০ ৭৭ সৰ্গ]

বাল্মী০ ৰামায়ণৰ অযোধ্যাকাণ্ডৰ প্ৰথম সৰ্গত ৰামৰ গুণ বৰ্ণাই কোৱা হৈছে — "তেওঁ প্ৰচণ্ড ৰাৱণক বধ কৰিবৰ কাৰণে দেৱতাসকলৰ দ্বাৰা প্ৰাৰ্থিত হৈ মনুষ্য লোকত জন্ম লোৱা সনাতন বিষ্ণু।"

---

৪ বাঃ ৰাঃ ১/১৫/১৬ — ২১

৫ তথাৰ্থং ব্ৰহ্মাদ্যাস্তস্য বৈ মুনিভিঃ সহ ॥
সিদ্ধগন্ধৰ্বযক্ষাশ্চ ততস্ত্বাং শৰণং গতাঃ ।
ত্বং গতিঃ পৰমা দেৱ সৰ্বেষাং নঃ পৰন্তপ ॥ ২৫ ( বালঃ ১৫ সৰ্গ )

৬ বাল. ১৭/১—৭। ৭ বাল ১৮/১০

স হি দেৱৈৰুদীৰ্ণস্য ৰাৱণস্য বধাৰ্থিভিঃ।
অৰ্থিতো মানুষে লোকে জজ্ঞে বিষ্ণুঃ সনাতনঃ। ৭

ৰামে সসৈন্যে লংকা আক্ৰমণ কৰাৰ সময়ত মাল্যৱানে ৰাৱণক ৰামৰ লগত সন্ধি কৰিবলৈ যুক্তি দেখুৱাই কৈছে — "মই ৰামক মনুষ্য-ৰূপধাৰী বিষ্ণু বুলি বুজিছোঁ। যি জনে সমুদ্ৰত অতি অদ্ভুত সেতু বান্ধিলে, সেই দৃঢ় পৰাক্ৰমী ৰাম সামান্য মনুষ্যমাত্ৰ নহয়। গতিকে হে ৰাৱণ! তুমি নৰপতি ৰামৰ লগত সন্ধি কৰা।"

বিষ্ণুং মন্যামহে ৰামং মানুষং ৰূপমাস্থিতম্।
নহি মানুষমাত্ৰোঽসৌ ৰাঘৱো দৃঢ়বিক্ৰমঃ। ৩৫
যেন বদ্ধঃ সমুদ্ৰে চ সেতুঃ স পৰমাদ্ভুতঃ।
কুৰুষ্ব নৰৰাজেন সন্ধিং ৰামেণ ৰাৱণ। ৩৬

(যুদ্ধ০ ৩৬ সৰ্গ)

ৰামৰ হাতত ৰাৱণ নিহত হোৱাৰ পাছত মন্দোদৰীয়ে ৰাৱণৰ মৃত দেহ আগত লৈ বিলাপ কৰোঁতে কৈছে — ত্ৰৈলোক্য আক্ৰমণ কৰি নিজকে বীৰ্য আৰু সম্পদশালী কৰি তোলা অসহনীয় (বীৰ) আপোনাক এজন বন-বাসী মানুহে কেনেকৈ বধ কৰিলে। ×× এই ৰামচন্দ্ৰ মহাযোগী, সনা-তন পৰমাত্মা, অনাদি অনন্ত আৰু মধ্যৰহিত; মহত্তত্ত্বকৈও মহত্তৰ, অন্ধকাৰৰ অতীত, ধাতা। তেওঁ শংখ, চক্ৰ আৰু গদাধাৰণকাৰী, তেওঁৰ বুকুত শ্ৰীবৎস, তেওঁ নিত্য শ্ৰীযুক্ত, অজেয়, শাশ্বত, ধ্ৰুৱ, সত্য, পৰাক্ৰমী, সৰ্বলোকেশ্বৰ। বিষ্ণুৱে প্ৰজাৰ হিত কামনা কৰি মানৱৰূপ ধৰি বানৰৰূপী দেৱতাসকলেৰে সৈতে ভয়ংকৰ দেৱশত্ৰু ৰাক্ষসকুল নিঃশেষ কৰিছে।"

কথং ত্ৰৈলোক্যমাক্ৰম্য শ্ৰিয়া বীৰ্যেণ চান্বিতম্।
অবিষহ্যং জঘান ত্বাং মানুষো বনগোচৰঃ। ৬
× ×
ব্যক্তমেষ মহাযোগী পৰমাত্মা সনাতনঃ॥ ১১
অনাদিমধ্যনিধনো মহতঃ পৰমো মহান্।
তমসঃ পৰমো ধাতা শংখচক্ৰগদাধৰঃ॥
শ্ৰীৱৎসবক্ষা নিত্যশ্ৰীৰজয্যঃ শাশ্বতো ধ্ৰুৱঃ।

মানুষং ৰূপমাস্থায় বিষ্ণুঃ সত্যপৰাক্রমঃ । ১৩
সৰ্বৈঃ পৰিবৃতো দেবৈৰ্বানৰত্বমুপাগতৈঃ ।
সৰ্বলোকেশ্বৰঃ শ্ৰীমান্লোকানাং হিতকাম্যয়া ॥ ১৪
স ৰাক্ষসপৰীবাৰং দেবশত্ৰুং ভয়াবহম্ ॥

( যুদ্ধ, ১১১ সৰ্গ )

সীতাৰ অগ্নিপৰীক্ষাৰ সময়ত ব্ৰহ্মাদি দেৱতাসকলে ৰামক কৈছে— "শ্ৰীৰাম, তুমি সমগ্ৰলোকৰ কৰ্তা। জ্ঞানীসকলৰ ভিতৰত শ্ৰেষ্ঠ, দেৱশ্ৰেষ্ঠ হৈও তুমি কিয় নিজৰ স্বৰূপ উপলব্ধি কৰা নাই? তুমি তিনিও লোকৰ আদি কৰ্তা, স্বয়ং প্ৰভু। হে পৰন্তপ! সৃষ্টিৰ আদি, অন্ত আৰু মধ্যত তোমাকে দেখা যায়।"

কৰ্তা সৰ্বস্য লোকস্য শ্ৰেষ্ঠো জ্ঞানবিদাং বিভুঃ।
কথং দেবগণশ্ৰেষ্ঠমাত্মানং নাববুধ্যসে ॥ ৬
× × ত্ৰয়াণামপি লোকানামাদিকৰ্তা স্বয়ং প্ৰভুঃ ॥ ৭
× × অন্তে চাদৌ চ মধ্যে চ দৃশ্যসে পৰন্তপ ॥ ৯

( যুদ্ধ০ ১১৭ সৰ্গ )

তেতিয়া ৰামে কৈছে — "আত্মানং মানুষং মন্যে ৰামং দশৰথাত্মজম্", মই নিজকে দশৰথৰ পুত্ৰ মানৱ ৰাম বুলিহে ভাবোঁ। ৰামে "হে দেৱগণ! আপোনালোকে মোৰ প্ৰকৃত স্বৰূপ আৰু স্থানৰ বিষয়ে কওক" বুলি অনুৰোধ কৰাত ব্ৰহ্মাই ক'বলৈ ধৰিলে — "হে ৰাঘৱ! তুমি চক্ৰপাণি, প্ৰভু শ্ৰীমান দেৱতা নাৰায়ণ, তুমি একশৃংগবিশিষ্ট বৰাহ, তুমি ভূত-ভবিষ্যতৰ শত্ৰুদমনকাৰী। তুমি অক্ষৰ ব্ৰহ্ম, তুমি আদি, মধ্য আৰু অন্তত সত্যৰূপে বিদ্যমান, তুমি জগতৰ পৰম ধৰ্ম, তুমি বিষ্বকসেন আৰু চতুৰ্ভুজ, শাৰ্ঙ্গধাৰী হৃষীকেশ পুৰুষ পুৰুষোত্তম, খড়্গধাৰী, অজিত বিষ্ণু, মহাবল কৃষ্ণ। তুমি সেনানী, গ্ৰামণী, বুদ্ধি, সত্ত্ব, ক্ষমা, দম, সৃষ্টি, প্ৰলয়, তুমি উপেন্দ্ৰ মধুসূদন, ইন্দ্ৰৰো স্ৰষ্টা মহেন্দ্ৰ, যুদ্ধৰ অন্তকাৰী পদ্মনাভ; তুমি শৰণ্য আৰু শৰণ বুলি দিব্য মহৰ্ষিসকলে কয়। তুমি সহস্ৰশৃংগযুক্ত আৰু শতশীৰ্ষযুক্ত বেদ-ৰূপ মহাবৃষভ, তুমি তিনিও লোকৰ আদি কৰ্তা স্বয়ং প্ৰভু, তুমি সিদ্ধ আৰু সাধ্য উভয়ৰে আশ্ৰয় আৰু পূৰ্বজ, তুমি যজ্ঞ ওংকাৰ আৰু

বষট্‌কাৰ; তুমি পৰাৎপৰ। তোমাৰ উত্তৱ আৰু বিনাশৰ কথা আৰু তুমিনো কোন এই কথা কোনেও নাজানে; তুমি গো-ব্ৰাহ্মণ আদি সমস্ত প্ৰাণীতে প্ৰকাশ হোৱা, সমস্ত, দিশত, আকাশত, পৰ্বত আৰু নদীসমূহত দৃষ্টিগোচৰ হোৱা। তুমি সহস্ৰ-চৰণ, শতমস্তক আৰু সহস্ৰ নয়নবিশিষ্ট আৰু শ্ৰীসম্পন্ন। তুমি ভূতসমূহ, পৃথিৱী আৰু সমগ্ৰ পৰ্বতসমূহ ধাৰণ কৰি আছা। পৃথিৱীৰ অন্তত তুমি শেষনাগৰূপে জলত প্ৰকাশ পাই থাকা। হে ৰাম। তুমি তিনিলোক, দেৱ-গন্ধৰ্ব-দানৱক ধাৰণ কৰি আছা। মই ব্ৰহ্মা তোমাৰ হৃদয়, সৰস্বতীদেৱী তোমাৰ জিভা। মই ব্ৰহ্মাই যি সকল দেৱতাক সৃষ্টি কৰিলোঁ, সেই সকল তোমাৰ শৰীৰৰ লোম, ৰাত্ৰি আৰু দিন হৈছে তোমাৰ নয়নৰ নিমেষ আৰু উন্মেষ। বেদ হৈছে তোমাৰ সংস্কাৰ, তোমাৰ অবিহনে একো নাই; সমস্ত জগৎ তোমাৰ শৰীৰ, পৃথিৱী হৈছে তোমাৰ স্থিৰগুণ। অগ্নি তোমাৰ কোপ, চন্দ্ৰ প্ৰসাদ গুণ, তুমি শ্ৰীবৎসশোভিত। পূৰ্বে তুমি (বামনৰূপে) তিনি খোজেৰে ত্ৰিভুৱন জুখি পেলাইছিলা; তুমি ভয়ানক বলিক বন্ধন কৰি ইন্দ্ৰক ৰজা পাতিছিলা। সীতা লক্ষ্মী, তুমি বিষ্ণু, প্ৰজাপতি দেৱতা, কৃষ্ণ। (সীতা লক্ষ্মী ভৱান্ বিষ্ণুৰ্দেৱঃ কৃষ্ণঃ প্ৰজাপতিঃ ॥) তুমি ৰাৱণবধৰ অৰ্থে ইহ লোকত নৰতনুত প্ৰবেশ কৰিছাহি। হে ধৰ্মধৰসকলৰ শ্ৰেষ্ঠ! তুমি আমাৰ কাৰ্য সম্পন্ন কৰিলা। হে ৰাম! তুমি ৰাৱণক বধ কৰিলা, এতিয়া আনন্দ-মনেৰে স্বৰ্গলৈ আহাঁ। হে দেৱ, তোমাৰ বীৰত্ব অমোঘ, পৰাক্ৰমো অব্যৰ্থ, তোমাৰ দৰ্শন অমোঘ, স্তৱন অমোঘ, তোমাৰ প্ৰতি ভক্তিমান লোকো পৃথিৱীত অমোঘ হয়। যি সকল ভক্তই পুৰাণ পুৰুষ, ধ্ৰুৱ তোমাক লাভ কৰে, তেওঁলোকে ইহলোক আৰু পৰলোকত সমস্ত কামনাৰ ফল লাভ কৰে ৮।"

এই সময়ত উপস্থিত হোৱা দশৰথেও ৰামক দেৱতা সকলে পৰমেশ্বৰ ৰূপে স্তৱ কৰা দেখি পুৰুষোত্তম (বিষ্ণু) বুলি উপলব্ধি কৰিছে ৯। তেওঁ লক্ষ্মণক সীতাসহিত ৰামক শুশ্ৰূষা কৰাৰ মহত্ত্বৰ কথা বুজাই কৈ ৰামৰ

৮ যুদ্ধ, ১১৭/১২—৩১

৯ ইদানীং চ বিজানামি যথা সৌম্য সুৰেশ্বৰৈঃ।
বধাৰ্থং ৰাৱণস্যেহ নিহিতং পুৰুষোত্তমম্ ॥ যুদ্ধ ১১৯/১৮

স্বৰূপ এইদৰে প্ৰকাশ কৰিছে — "হে সৌম্য পৰন্তপ! ৰাম দেৱতাসকলৰ হৃদয়স্বৰূপ, গুহ্য তত্ত্ব, এওঁ (বেদাদিত) উক্ত অব্যক্ত; অক্ষৰ, ব্ৰহ্মৰ সাদৃশ্য ১০।"*

উত্তৰকাণ্ডৰ অনেক প্ৰসংগত ৰামক বিষ্ণু বা পৰমেশ্বৰ বুলি কোৱাৰ উদাহৰণ আছে। তাৰ ভিতৰত সৰাতোকৈ মন দিবলগীয়া ৰামৰ সৰযূনদীত অৱতৰণ কালত (যাক পাছৰ যুগত স্বৰ্গযাত্ৰা বোলা হৈছে) ব্ৰহ্মাদি দেৱতা সকলে ৰামক পৰমেশ্বৰৰূপে কৰা স্তৱসমূহ। ৰামে সৰযূত নামিবলৈ ধৰোতে আকাশ মাৰ্গৰ পৰা ব্ৰহ্মাই কৈছে— "হে বিষ্ণু! হে ৰাঘৱ!! আহা, আজি আমাৰ পৰম সৌভাগ্য, যিহেতু আমি আজি তোমাক লাভ কৰিছোঁ, তোমাৰ কল্যাণ হওক। × × হে মহাতেজস্বী! তুমি স্ব-ইচ্ছাৰে নিজৰ বৈষ্ণৱী তনু অথবা সনাতন আকাশৰূপত প্ৰৱেশ কৰা। তুমি লোকসমূহৰ গতি, তোমাক পুৰাতন পত্নী মায়াৰূপিনী বিশালনয়নাৰ বাহিৰে কোনেও জানিব নোৱাৰে; কাৰণ তুমি অচিন্ত্য, মহৎভূত, অজৰ অক্ষয় ব্ৰহ্ম ১১।" ব্ৰহ্মাৰ এই কথা শুনি ৰাম ভ্ৰাতৃসকলেৰে সৈতে বিষ্ণুময় ৰূপত প্ৰৱিষ্ট হ'ল। তেতিয়া সেই ৰামক অগ্নি, মৰুৎ আদি দেৱতাসকলে পূজা কৰিলে ১২।

---

১০ এতত্তত্ত্বমব্যক্তমক্ষৰং ব্ৰহ্মসম্মিতম্।
দেৱানাং হৃদয়ং সৌম্য গুহ্যং ৰাম পৰন্তপ॥ ১১১/৩২

* 'সীতাৰ অগ্নিপৰীক্ষা' প্ৰসংগটো যে পাছৰ সংযোজনা, সেই কথা মাধৱ-কন্দলীৰ ৰামায়ণৰ প্ৰসংগত আলোচনা কৰা হৈছে।

১১ যাস্যিচ্ছসি মহাবাহো তাং তনুং প্ৰৱিশ স্বিকাম্॥ ৯
বৈষ্ণৱীং তাং মহাতেজো যদাকাশং সনাতনম্।
ত্বং হি লোকগতিৰ্দেৱ ন ত্বাং কেচিৎ প্ৰজানতে॥ ১০
ঋতে মায়াং বিশালাক্ষীং তব পূৰ্বপৰিগ্ৰহাম্।
ত্বামচিন্ত্যং মহদ্ভূতমক্ষয়ং চাজৰং তথা॥ ১১ (উত্তৰ, ১১০)

১২ ততোবিষ্ণুময়ং দেৱং পূজয়ন্তি স্ম দেৱতাঃ।
সাধ্যা মৰুদ্গণাশ্চৈৱ সেন্দ্ৰাঃ সাগ্নিপুৰোগমাঃ॥ ১৩ (উত্তৰ ১১০)

## ॥ ৰামভক্তি সম্প্ৰদায়ৰ উদ্গম ॥

ৰামে অৱতাৰৰূপে স্বীকৃতি পোৱাৰ বহু আগতেই জনমানসত বীৰপুৰুষৰ ৰূপত তেওঁৰ পূজা আৰম্ভ হয়। ৰামায়ণৰ অনেক প্ৰসংগত আৰু মহাভাৰততো ৰামক 'বীৰ' বিশেষণেৰে বিভূষিত কৰা হৈছে (মহাভাৰত, বন ১৪৭/২৮)। বাল্মীকীয় ৰামায়ণত আনকি নালাগে হনুমানেও, ৰামক নিয়তা ভক্তি প্ৰাৰ্থনা কৰাৰ সময়ত 'বীৰ' বুলি সম্বোধন কৰিছে [১৩]। এইদৰে প্ৰথমতে বীৰৰূপে পূজিত হোৱা ৰামৰ প্ৰতি জনমানসত অংকুৰিত হোৱা শ্ৰদ্ধাভাৱেই কালক্ৰমত পত্ৰে-পুষ্পে, ফলসমন্বিতে ভৰপূৰ ৰামভক্তি সম্প্ৰদায়ত পৰিণত হ'লগৈ। সম্ভৱতঃ লংকাজয়ৰ পাছত ৰামৰ প্ৰতি বানৰ আৰু ৰাক্ষসসকলৰ মনতে সৰ্বপ্ৰথম ভক্তিভাৱৰ উদ্ৰেক হৈছিল। বৈষ্ণৱ পৰম্পৰাত বিশিষ্ট ভক্তৰূপে স্বীকৃত হজন ভক্তৰ ভিতৰত বিভীষণ, হনুমান আৰু জাম্বৱান — এই তিনিজন ৰামৰ লগত জড়িত ৰাক্ষস আৰু বানৰ হোৱাটোৱে এই মত সুদৃঢ় কৰে।

বাল্মীকীয় ৰামায়ণতে হনুমান আৰু বিভীষণৰ ৰামভক্তিৰ বিশেষ সূচনা পোৱা হয়। ৰাম-অভিষেকৰ পাছত বানৰ-ঋক্ষসকলৰ বিদায় - পৰত হনুমানে ৰামক তিনিটা বৰ মাগিছিল — ৰামৰ প্ৰতি যাতে তেওঁৰ অবিচল ভক্তি থাকে, যেতিয়ালৈকে জগতত ৰামকথাৰ প্ৰচলন হৈ থাকিব, তেতিয়ালৈকে যাতে হনুমানৰ প্ৰাণ একে শৰীৰতে বৰ্তি থাকে আৰু যাতে তেওঁ ৰামৰ দিব্য চৰিত্ৰ অপ্সৰাসকলে গান কৰি থকা সদায় শ্ৰৱণ কৰিবলৈ পায় [১৪]। হনুমানে প্ৰাৰ্থনা কৰা এই নিয়তা বা অবিচল ভক্তি আৰু নিত্য গুণশ্ৰৱণৰ কথা বৈষ্ণৱ সম্প্ৰদায়সমূহৰ কাৰণে বিশেষ গুৰুত্বপূৰ্ণ কথা। ৰামে হনুমানৰ এই ইচ্ছাসমূহ পূৰণ কৰে। মহাভাৰতৰ বনপৰ্বতো কদলীবনত ভীমৰ লগত সাক্ষাৎ হওঁতে হনুমানে তেওঁৰ এই বৰ লাভৰ কথা কৈছিল (বনঃ ১৪৮/১৬—২০)।

যুদ্ধকাণ্ডত বিভীষণে ৰামৰ শৰণ (আশ্ৰয়) গ্ৰহণ কৰাৰ সময়ত ৰামে প্ৰত্যুত্তৰৰূপে কোৱা বচনফাঁকি পাছৰ যুগত ৰামভক্তি সম্প্ৰদায়ত শৰণাগতিৰ

---

১৩ ভক্তিশ্চ নিয়তা বীৰ ভাৱো নান্যত্ৰ গচ্ছতি। (উত্তৰ ৪০/১৬)

১৪ উত্তৰ ৪০/১৬—১৮।

চৰম মন্ত্ৰৰূপে মনা হ'ল। শ্লোককাকি এই —

সকৃদেৱ প্ৰপন্নায় তবাস্মীতি চ যাচতে।
অভয় সৰ্বভূতেভ্যো দদাম্যেতদ্ ব্ৰতং মম ॥

যুদ্ধ০ ১৮/৩৩

"যি এবাৰমাত্ৰ শৰণাগত হৈ 'মই তোমাৰ হলো' বুলি প্ৰাৰ্থনা কৰেছি, মই তেওঁক সমস্ত প্ৰাণীৰ পৰা অভয় দান কৰো, মোৰ এয়ে ব্ৰত।" ৰামানুজাচাৰ্যই 'শৰণাগতিগদ্য'ত এই শ্লোকৰ আধাৰত আত্মনিবেদন কৰিছে।

স্বৰ্গগমনৰ সময়ত ৰামে বিভীষণক ইক্ষাকুকুলৰ দেৱতা জগন্নাথৰ মূৰ্ত্তি আৰাধনাৰ কাৰণে দান কৰিছিল [১৩]। এই মূৰ্ত্তি নাৰায়ণৰে হ'ব লাগিব, কাৰণ অযোধ্যাকাণ্ডত (৬/১) অভিষেকৰ আগ মুহূৰ্ত্তত ৰামে নাৰায়ণক উপাসনা কৰাৰ কথা আছে (নাৰায়ণমুপাগতম্) এই মূৰ্ত্তি বিভীষণে লংকালৈ নিব নোৱাৰি কাবেৰী নদীৰ মাজুলী এটাত স্থাপন কৰি গল বুলি পাছৰ যুগত প্ৰচলিত হ'ল। কাবেৰীৰ দুই ধাৰাৰ মাজত অৱস্থিত এই বিগ্ৰহ শ্ৰীৰঙ্গনাথ নামে আজিও প্ৰসিদ্ধ। ৰামানুজৰ শ্ৰীসম্প্ৰদায়ত ৰাম আৰু শ্ৰীৰঙ্গনাথক অভিন্ন বুলি মনা হয়। দক্ষিণ ভাৰতত এই শ্ৰীৰঙ্গমন্দিৰ কেইবা শতিকা জুৰি বৈষ্ণৱ ভক্তিৰ মুখ্য কেন্দ্ৰ হৈ আছিল। ৰামভক্তিৰ প্ৰৱৰ্ত্তক নম্মালোৱাৰ আৰু কুলশেখৰ, বৈষ্ণৱাচাৰ্য নাথমুনি আৰু ৰামানুজাচাৰ্যই এই শ্ৰীৰঙ্গধামতে ৰামভক্তি লাভ কৰে বুলি জনা যায়।

আগতে উল্লেখ কৰি অহা ব্ৰহ্মাৰ ৰাম-স্তুতিত (যুদ্ধ ১১৮ সৰ্গ ৩০ আৰু ৩১ শ্লোকত) ৰামক ভক্তি কৰি মানুহ এই পৃথিৱীত অমোঘ হোৱা, ঐহিক আৰু পাৰলৌকিক সমস্ত কামনা পূৰণ কৰিব পৰা প্ৰভৃতি কথাই সেই যুগত সাধাৰণ মানুহৰ মাজতো ৰামভক্তিত গুৰুত্ব আৰোপ কৰাৰ প্ৰমাণ পোৱা যায়।

এইদৰে বাল্মীকীয় ৰামায়ণতে ৰামক অৱতাৰ ৰূপে স্বীকাৰ কৰা ৰামভক্তিৰ উদ্গম হোৱা স্পষ্টভাৱে দেখিবলৈ পোৱা যায়।

---

[১৩] আৰাধয় জগন্নাথমিক্ষাকু-কুলদৈৱতম্। ৩০
আৰাধনীয়মনিশং দেৱৈৰপি সৱাসৱৈঃ। (উত্তৰ, ১০৮ সৰ্গ)

# পূৰ্বকবি মাধৱকন্দলীৰ ৰামায়ণত বৈষ্ণৱ উপাদান

বৰাহী ৰজা মহামাণিফা বা মহামাণিক্যৰ [১] পৃষ্ঠপোষকতাত দ্বিজৰাজ মাধৱকন্দলী'য়ে ৰচনা কৰা অসমীয়া ৰামায়ণখনি অসমীয়া সাহিত্যৰ অক্ষয় কীৰ্তিস্তম্ভ। ই আৰ্যগোষ্ঠীৰ ভাৰতীয় প্ৰাদেশিক ভাষাসমূহত ৰচিত ৰামায়ণ বিলাকৰ ভিতৰত সৰ্ব-প্ৰাচীন ৰামায়ণ। মাধৱকন্দলীয়ে তেওঁৰ ৰামায়ণখন বৰাহী ৰজা শ্ৰীমহামাণিক্যৰ অনুৰোধত সৰ্বজনে বুজিব পৰাকৈ মহামাণিক্যৰ কথামতে কিছু কাব্যৰস দি ৰচনা কৰি মহামাণিক্যক শ্ৰৱণ কৰোৱাৰ কথা "মাধৱে ভণন্তি মহামাণিক্যে শুনন্তি (৩৩৯১ পদ)" বুলি উল্লেখ কৰি গৈছে।

সংস্কৃত ভাষাত আদিকবি বাল্মীকিৰ ৰামায়ণখন যেনেকৈ পৰৱৰ্তী প্ৰথিতযশা সাহিত্যিকসকলৰ কাব্য ৰচনাৰ আদৰ্শ আৰু প্ৰেৰণাৰ উৎস আছিল, অসমীয়া (কামৰূপী) ভাষাতো প্ৰাক্‌শংকৰী কবি মাধৱকন্দলীৰ ৰামায়ণখনি পাছৰ যুগৰ কবিসকলৰ কাৰণে তেনেকৈ আদৰ্শ আৰু প্ৰেৰণাৰ উৎস আছিল। শংকৰদেৱে এইজনা কবিৰ পাণ্ডিত্য আৰু কবিত্বক স্বীকৃতি দি লিখি থৈ গৈছে — "পূৰ্বকবি অপ্ৰমাদী, মাধৱকন্দলী আদি, পদে বিৰচিল ৰামকথা" ইত্যাদি। তেওঁৰ ৰচিত ভাগৱতৰ অষ্টম স্কন্ধৰ এফাঁকি পদত এইজনা কবিৰ পৰা পদৰ আদৰ্শ গ্ৰহণ কৰাৰ এটা অস্পষ্ট আভাস পোৱা যায় —

"ভৈল যেন মতি, ৰচিলো সম্প্ৰতি, পদ আদৰ্শক চাই॥" ৮০৮৩

প্ৰাক্‌শংকৰী যুগৰ কেইবাজনো কবিৰ ৰচনা পোৱা যায়। পিছে তাৰ ভিতৰত মাধৱকন্দলীৰ ৰচনাতে বৈষ্ণৱ যুগৰ কাব্য ৰীতিয়ে এটা আদৰ্শনীয়

---

[১] বৰাহীসকল বড়ো গোষ্ঠীৰ লোক। মহামাণিক্যৰ সময় আৰু স্থান সম্পৰ্কে মাধৱচন্দ্ৰ বৰদলৈ, দেৱেন্দ্ৰনাথ বেজবৰুৱা, হেমচন্দ্ৰ গোস্বামী, ৰায় বাহাদুৰ কনকলাল বৰুৱা আৰু কালিৰাম মেধিয়ে বিস্তৃত আলোচনা কৰি গৈছে। সেইসকলৰ মতে খৃঃ চতুৰ্দশ শতিকাই মহামাণিক্যৰ সময়।

নিৰ্দিষ্ট গঢ় লোৱা দেখা যায়। শংকৰদেৱকে মুখ্য কৰি পাছৰ বৈষ্ণৱ কবি সকলৰ ওপৰত মাধৱকন্দলীৰ বহুমুখী প্ৰভাৱ পৰিলক্ষিত হয়। ওজাপালিৰ অনুষ্ঠানতো বহুল ভাৱে প্ৰচলিত মাধৱকন্দলীৰ ৰামায়ণখনৰ জনপ্ৰিয়তা অতি ব্যাপক।

লংকাকাণ্ডৰ সামৰণিত কবিজনাই গ্ৰন্থখনিৰ আৰু নিজৰ বিষয়ে যিখিনি কথা লিখি গৈছে সেয়া অতি গুৰুত্বপূৰ্ণ। কবিজনাই তেওঁৰ কাব্য-খনিৰ মূল বাল্মীকীয় ৰামায়ণখনক বেদৰ মৰ্য্যাদা দিছে। ৰামায়ণ – শ্ৰৱণৰ দ্বাৰা 'সকল পাপৰ ক্ষয়' আৰু 'সংসাৰৰ বন্ধ হোৱে ছেদ' বুলিছে, শ্ৰীৰামদেৱক গতিদাতা বুলি স্বীকাৰ কৰিছে; কবিৰ অন্যতম নাম কবিৰাজ কন্দলী বুলিছে; বৰাহী ৰজাৰ অনুৰোধত তেওঁ সাতকাণ্ড ৰামায়ণ সাৰোদ্ধৃতে সৰ্বসাধাৰণৰ বোধগম্য কৰি ৰচনা কৰিছে। তাত কাব্যৰস দিবলৈ যাওঁতে মূলতকৈ কিছু পৰিৱৰ্তন কৰিছে যদিও, তাত অসন্তোষ ওপজা পণ্ডিতসকলক (মূল) পুস্তক বিচাৰি মিলাই চাবলৈ কৈছে, অৰ্থাৎ তেওঁ বাল্মীকীয় ৰামায়ণৰ মূল কথাবোৰৰ কোনো সাল-সলনি কৰা নাই। মহামাণিক্যক শ্ৰোতা স্বৰূপে লৈ লিখা যদিও তেওঁৰ সভাসদসকলকো লক্ষ্য কৰি মাধৱ-কন্দলীয়ে 'শাস্তকৰ সাক্ষাতে অগনি ৰামায়ণ কথা' শুনি 'ৰঘুবংশ শিৰোমণিক চিন্তিবলৈ কৈছে —

মহা ঋষি বাল্মীকিয়ে ৰামায়ণ কৰিলন্ত
সাক্ষাতে জানিবা যেন বেদ।
শ্ৰৱণে অমৃতময় সকল পাপৰ ক্ষয়
সংসাৰৰ বন্ধ হোৱে ছেদ॥
কলিমল কলুষক বিনাশন যমপুৰী
জিনিবাৰ জনা ইটো খণ্ড।
প্ৰণমওঁ সৰস্বতী শ্ৰীৰামদেৱেসে গতি
সমাপতি ভৈলা লংকাকাণ্ড ৬৬৮৩
কবিৰাজ কন্দলী যে আমাকেসে বুলিকয়
কাৰলোহো সৰ্বজন বোধে।

ৰামায়ণ সুপয়াৰ শ্ৰীমহামাণিক্য যে
কৰাইছ ৰাজাৰ অনুৰোধে ।
সাতকাণ্ড ৰামায়ণ পদবন্ধে নিবন্ধিলোঁ
লম্ভা পৰিহৰি সাৰোদ্ধৃত ।
মহামাণিক্যৰ বোলে কাব্যৰস কিছো দিলোঁ
দুগ্ধক মথিলে যেন ঘৃত ॥ ৬২৮৫
পণ্ডিত লোকৰ যেবে অসন্তোষ উপজয়
হাতযোৰে বোলোঁ শুদ্ধ বাক ।
পুস্তক বিচাৰি যেবে তৈন্ত কথা নপাইবাহা
তেবে সবে নিন্দিবা আমাক ॥

* *

শুনিয়োক সভাসদ ৰামায়ণ কথা ইটো
পাতকৰ সাক্ষাতে অগনি ।
মহাদুখ গৃহবাস জানিয়া এৰিয়ো আশ
চিন্তা ৰঘুবংশ শিৰোমণি ॥

* *

মাধৱকন্দলী গাইলা শ্ৰীৰামে অযোধ্যা পাইলা
জয় জয় আনন্দ বধাই ॥ ৬৬৮৭

এই বিৱৰণৰপৰা মাধৱকন্দলীয়ে সাতকাণ্ড ৰামায়ণ ৰচনা কৰিছিল বুলি প্ৰতীয়মান হয় যদিও, সেই বিষয়ত সন্দেহৰ যথেষ্ট অৱকাশ আছে। শংকৰদেৱৰ সময়তে মাধৱকন্দলীৰ ৰামায়ণখনত অযোধ্যাকাণ্ডৰপৰা লংকাকাণ্ডলৈকে পাচঁোটা কাণ্ডহে পোৱা গৈছিল। ধনছুয়ে মাজৰ কাণ্ডকেইটাৰ অকণো ক্ষতি সাধন নকৰাকৈ আগৰ আৰু শেষৰ আদিকাণ্ড ( সংস্কৃত ৰামায়ণত বালকাণ্ড ) আৰু উত্তৰাকাণ্ড ( সংস্কৃতত উত্তৰকাণ্ড ) চোৰে চুৰি মাৰি গুচিলে বোলা কথাটো বিশ্বাস নহয়। ড০ মহেশ্বৰ নেওগে তেওঁৰ "অসমীয়া সাহিত্যৰ ৰূপৰেখা" নামৰ গ্ৰন্থত ( পৃঃ ৩৮ ) মাধৱকন্দলীৰ আত্মপৰিচয়ত ব্যৱহাৰ কৰা এই "সাতকাণ্ড কথাটো লিপিকাৰৰ উদ্ভাৱন হোৱাও অসম্ভৱ নহয়" বুলি কৈছে। অধ্যাপক শ্ৰীউপেন্দ্ৰচন্দ্ৰ লেখাৰুৱে তেওঁৰ "অসমীয়া ৰামায়ণ সাহিত্য"

নামৰ পুথিত এই (৪২ পৃঃ) ‘সাতকাণ্ড’ পদটোৱে ৰামায়ণৰ যি কোনো খণ্ড বা কাণ্ডকে বুজাব পাৰে বুলি অনুমান কৰিছে। পুৰণি অসমীয়াত যি কোনো এখন পুৰাণ বা উপপুৰাণৰ বিষয় বস্তুকে "অষ্টাদশ পুৰাণ"ৰ বুলি কোৱাৰ বহুত উদাহৰণ আছে২। গতিকে সাতকাণ্ড ৰামায়ণ বুলিলে ৰামায়ণ কাব্যখনকে বুজোৱাটো অসম্ভৱ নহয়।

ভোজৰ চম্পূ ৰামায়ণকে আৰম্ভ কৰি অনেক ৰামায়ণতে উত্তৰকাণ্ডৰ ঘটনাৱলী নাই। মহাভাৰতত থকা ৰামায়ণ-কথাতো বালকাণ্ড আৰু উত্তৰা কাণ্ডৰ কাহিনীসমূহ নাই। এনেস্থলত "সাৰোদ্ধৃত" কৰি মাধৱ কন্দলীয়ে সাতকাণ্ড ৰামায়ণৰ কথা পাঁচকাণ্ডত লিখাটো অসম্ভৱ নহয়। অযোধ্যাকাণ্ডৰ আৰম্ভণিতে মাধৱ কন্দলীয়ে চমুকৈ দশৰথৰ ঘৰত লীলা অৱতাৰ ধৰি শ্ৰীৰামৰ সীতাৰে সৈতে বিয়া হোৱা পৰ্য্যন্ত ঘটনাৱলী বৰ্ণনা কৰি লোৱাত চাই তেওঁৰ কাব্যখনি অযোধ্যাকাণ্ডতেহে আৰম্ভ হোৱা বুলি দৃঢ় ধাৰণা জন্মে। ইফালে লংকাকাণ্ডৰ অন্তত আত্ম-পৰিচয়মূলক বিখিনি দীঘলীয়া উক্তি দি নিজৰ বক্তব্য দাঙি ধৰিছে, সিও তাতে কাব্যখনৰ সামৰণি পৰাটোহে সূচনা কৰে। তদুপৰি "সংক্ষেপ কৰিয়া তাক পদ বিৰচিলো" বোলা কথায়ো এই মত দৃঢ় কৰে। ড০ নেওগেও মাধৱকন্দলীয়ে আদিকাণ্ড আৰু উত্তৰাকাণ্ড ৰচনা নকৰাটোৱেই সম্ভৱ বুলিছে। অধ্যাপক লেখাৰুৱো সেয়ে অনুমান।

মাধৱকন্দলীৰ ৰামায়ণখন মুখ্যতঃ কাব্যপ্ৰচাৰৰ উদ্দেশ্যেই লিখা হৈছিল যদিও, সমসাময়িক বৈষ্ণৱ আন্দোলনটোৱে তাক বৈষ্ণৱ চিন্তাধাৰাৰ প্ৰচাৰৰ মাধ্যমত পৰিণত কৰিলে। বাল্মীকীয় ৰামায়ণতে নাৰায়ণৰ অৱতাৰৰূপে স্বীকৃত শ্ৰীৰামৰ "পৰম পবিত্ৰ" চৰিত্ৰ বৰ্ণনা কৰা এই গ্ৰন্থখনি যে ৰাম-মাহাত্ম্য প্ৰকাশক এখন বৈষ্ণৱ কাব্য সেই কথা অন্তঃসাক্ষ্যয়ে প্ৰমাণ কৰে।

অধ্যাপক লেখাৰুৱে ‘অসমীয়া ৰামায়ণ সাহিত্য’ত (৪০ পৃঃ) লিখিছে—"কন্দলীৰ নিজৰ উক্তিবোৰৰ পৰা ধৰিব পাৰি যে কাব্য-প্ৰচাৰেই তেওঁৰ মূল উদ্দেশ্য; কোনো ধৰ্ম শিক্ষা দিয়া বা ৰামত ঈশ্বৰত্ব আৰোপ

২ দ্ৰষ্টব্য — অষ্টাদশ পুৰাণৰ ভাগৱত পদ। [দেৱজিৎ কাব্য]
অষ্টাদশ পুৰাণৰ শ্লোক চৈতন্য স্বৰূপে বিৰচিলা
নাম থৈলা তাৰ বৈষ্ণৱ নন্দ লহৰি ॥ [বৈষ্ণৱানন্দলহৰি]

কবি ভক্ত কবি তুলসীদাসৰ দৰে ৰামভক্তি প্ৰচাৰ কৰা তেওঁৰ উদ্দেশ্য নহয়।" কাব্যপ্ৰচাৰৰ উদ্দেশ্যই মাধৱ কন্দলীৰ ৰামায়ণখন লিখা হৈছিল বুলিও ধৰ্মশিক্ষা দিয়াটো তেওঁৰ একেবাৰে উদ্দেশ্য নাছিল বুলি মানি ল'ব নোৱাৰি। তুলসীদাসৰ দৰে মাধৱকন্দলীয়ে ৰামভক্তিৰ শাখা প্ৰচাৰ কৰিব নোখোজাটো সচাঁ হ'লেও মাধৱ কন্দলীয়ে ৰামত ঈশ্বৰত্ব আৰোপ নাই কৰা বোলা কথাটো সচাঁ নহয়। কেৱল কাব্যপ্ৰচাৰেই মাধৱকন্দলীৰ লক্ষ্য হোৱা হ'লে "নানা ৰসে ৰসৱন্ত" বুলি বাণভট্টৰ 'কাদম্বৰী'ৰ নিচিনা গ্ৰন্থ এখনকে তেওঁ অনুবাদ কৰিব পাৰিলেহেঁতেন। ৰামভক্তি প্ৰচাৰ কৰিব নুখুজিলেও কবিজনাৰ ৰামত ভক্তিভাৱ থাকিব নোপোৱা কথা হ'ব নোৱাৰে।

ড° সত্যেন্দ্ৰনাথ শৰ্মাই তেওঁৰ "সাহিত্যৰ আভাস" গ্ৰন্থত মাধৱকন্দলী শীৰ্ষক প্ৰবন্ধত লিখিছে—"দৰাচলতে বাল্মীকিৰ ৰচনাত ভক্তিবাদ বা ধৰ্মবাদতকৈ কাব্যিক সৌন্দৰ্য্যহে পৰিস্ফুৰণ দেখা যায়। মাধৱকন্দলীয়েও ৰামায়ণক লৌকিক কাব্যৰূপেই সৃষ্টি কৰিছে .... ..। মহাপুৰুষ দুজনে কন্দলীৰ ৰামায়ণত ভক্তিৰ ৰহণ দিহে ইয়াক বৈষ্ণৱ কাব্যলৈ ৰূপান্তৰিত কৰা যেন অনুমান হয়। "

ড° শৰ্মাৰ মহাপুৰুষ দুজনে ৰহণ সনা অভিমতৰ ভিত্তি বৰপেটাৰ কথাগুৰু চৰিতৰ এই কথাখিনিয়েই — "আৰু মাধৱকন্দলী। কৰিতা ৰামায়ণ টাকি তুচকৈ শুচাবৰ মন দিলে অনন্ত কন্দলীয়ে। তেহে গুৰুজনত বিপ্ৰে প্ৰস্তুত শৰণাপন্ন হৈ প্ৰাৰ্থিলে ব'বৰ হেতু। পাছে গুৰুজনে বোলে ৰবা-পো তোমাৰ মিত্ৰাৰ শাস্ত্ৰ কৰিতা শুচাব যে খোজ; আমি ধৰোঁ পোৰত, তুমি হোৱাঁ আগে। তেহে আদ্য উত্তৰা কৰিছে কাপৰ পাৰি দৰে আগপোৰ সমে ব'ল, উপদেশ আৰ্চ্চুৰুপ হ'ল। আদি উপদেশ নাই, তত তভহে আছিল আধ্যাত্ম। ছোট আতা দিছে ' (কথাগুৰুচৰিত, ১৫১পৃঃ) '

ঐতিহাসিক প্ৰামাণিকতাত অতি দুৰ্বল, ভকতৰ মুখে মুখে চলি অহা কথামাত্ৰ আৰু শংকৰ - মাধৱতকৈ বহু কালৰ পাছত ৰচনা কৰা কথাগুৰু-চৰিতৰ এই উক্তিৰ ভিত্তিতে আলোচকসকলে ক'ব খোজে যে মাধৱকন্দলীৰ ৰামায়ণত থকা সকলো ভকতীয়া উপদেশ 'ছোট আতা' মাধৱদেৱেহে জুৰি দিলে। অধ্যাপক লেখাৰুৱেও এই ভিত্তিতে কৈছে—"………মহাপুৰুষ দুজ-

নাই কেৱল আদি আৰু উত্তৰাকাণ্ড ৰচিলেই ক্ষান্ত নহৈ মাধৱকন্দলীৰ নামটো ৰাখি আন আন অধ্যায়তো উপদেশ আদি সন্নিবেশ কৰি ৰামায়ণকো কৃষ্ণ-ভক্তি শাখাৰ অন্তৰ্গত কৰিবলৈ চেষ্টা কৰিছিল" ( অঃ ৰাঃ সাঃ ৪১পৃঃ )। এনে অভিমতৰ ওপৰত বহলাই আলোচনা কৰিবলগীয়া আছে।

মাধৱকন্দলীয়ে বাল্মীকিৰ ৰামায়ণক বেদৰ মৰ্যাদা দিয়াৰ কথা আগতে কৈ অহা হৈছে। কিষ্কিন্ধ্যা আৰু সুন্দৰাকাণ্ডৰ সামৰণিত থকা মাধৱকন্দলীৰ ভণিতা সহ কথাখিনিলৈ মন দিলে স্পষ্টভাৱে বুজা যায় যে—'ৰামৰ চৰিত্ৰ'ক 'নানা ৰসে ৰসৱন্ত' বুলি মাধৱকন্দলীয়ে তাৰ সাহিত্যিক মূল্যত গুৰুত্ব দিয়াৰ দৰে সেই পৰম পবিত্ৰ "ৰামৰ চৰিত্ৰ বুলি তৰিয়া সংসাৰ" এই বুলি ভক-তীয়া উপদেশো দিছে। মহৰ্ষি বাল্মীকিয়ে ৰচনা কৰা "সাক্ষাতে জানিবা যেন বেদ" স্বৰূপ 'শাস্ত্ৰ' খনি বঢ়া টুটা-কবি মাধৱকন্দলীয়ে 'আপে নাৰ বুজি অৰ্থ যিমতে' বুজিলে, সেইদৰেই 'সংক্ষেপ কৰিয়া' পদ বিৰচিলে; তাৰ দোষ এৰাবলৈহে কবিয়ে নিজৰ কাব্যখনক 'লৌকিকহে কথা' বুলিছে। তাৰ তাৎপৰ্য্য কন্দলীৰ এই কাব্যখন আৰ্ষ বা ঋষিৰ দ্বাৰা ৰচিত 'সাক্ষাৎ বেদ'ৰ দিচিনা শাস্ত্ৰ' নহয়, সাধাৰণ লোকে ৰচনা কৰা 'লৌকিকহে কথা' বুলি কবিয়ে বিনয় প্ৰকাশহে কৰিছে। মানুহ ৰামৰ কথা বৰ্ণনা কৰাৰ কাৰণে লৌকিক নহয়। মাধৱকন্দলীয়ে বিনয় প্ৰকাশ কৰিবলৈ কোৱা এই 'লৌকিকহে কথা' আখ্যাটোৰ আলমতে আলোচকসকলে, 'সংসাৰৰ বন্ধন ছেদ' কৰিবলৈ ৰচনা কৰা, 'কলিমল, কলুষক বিনাশন' 'যমপুৰী জিনিবাৰ' কাৰণে শুনিবলগীয়া মাধৱকন্দলীৰ এই ৰামায়ণখনক লৌকিক কাব্যৰ শাৰীত বাজি ৰাখিব খোজে। 'ছোট আভাইহে আঁচুফুল' দিয়া বোলা কথাও যে সঁচা নহয়,[১] আমি পাছত আলোচনা কৰিছোঁ[১]। আলোচকসকলে মাধৱকন্দলী আত্মপৰিচয়মূলক আৰু লগতে আনহে নালাগে ছন্দপূৰণৰ খাতিৰতো এবাৰ দোহৰা হৈ থকা উপদেশসহ যিখিনি পদ (তাৰ ৬৬৮৪—৬৬৮৭ লৈকে আগতে উদ্ধৃত কৰি অহা হৈছে) আছে, সেইখিনি কবিজনাৰ পৰিচয়ৰ ক্ষেত্ৰ গ্ৰহণ কৰি আহিছে, কেৱল উপদেশ 'আঁচুফুল' দি লাংকোৱা যেন অৰ্থনৈতিক কাম কৰা 'ছোট আতাৰ পাত ফালি দিছে। কিষ্কিন্ধ্যাকাণ্ডত থকা কবিৰ নাম

ৰ-উক্তি এই পদখিনিলৈ মন কৰিলেই আমাৰ বক্তব্য চিন্তাশীল পাঠকৰ বোধগম্য হৈ পৰিব।

শুনিলাহা সামাজিক ৰাঘৱ চৰিত্ৰ।
নানা ৰসে মগ্নৰত পৰম পবিত্ৰ ॥ ৩১৬৫
আৰু শুনি হইবে সবে মনত সন্তোষ।
কিন্তু বঢ়া-টুটা নধৰিবা গুণ-দোষ ॥
বাল্মীকি ৰচিলা শাস্ত্ৰ গদ্য-পদ্য বন্ধে।
তাহাক বিচাৰ আমি কৰিয়া প্ৰবন্ধে ॥ ৩১৬৬
আপোনাৰ বুদ্ধি অৰ্থ বিমতে বুজিলো।
সংক্ষেপ কৰিয়া তাক পদ বিচাৰিলো ॥

*  *  *

দেৱবাণী নুহি ইটো লৌকিকহে কথা।
এহেকে ইহাৰ দোষ নলৈবা সৰ্বথা ॥ ৩১৬৮
ৰামৰ চৰিত্ৰ বুলি শুনিয়া সংসাৰ
অলস ত্যজিয়া ৰাম বোলা বাৰে বাৰ ॥

আৰো সুন্দৰা কাণ্ডৰ সামৰণিত আছে—

বাল্মীকি যে মহা ঋষি      ৰামায়ণ প্ৰকাশিল
সংসাৰত সৃজিলা অমৃত।
আৰু শুনি নৰলোক      কলিত সদগতি লোক
আৰু শুনি হোৱে কৃতকৃত্য ॥ ৪৮২১
মাধৱকন্দলী বিপ্ৰে      তাহান স্মৰণ স্মৰি
কৰিলন্ত শ্লোকক উদ্ধাৰি।
ৰামৰ চৰণ বিনা      আনগতি নাহি হেৰা
জানিবাহা মনে দৃঢ় কৰি ॥

মূলতে বাল্মীকি ৰামায়ণত নায়ক ৰামক ঈশ্বৰ স্বৰূপে নহৈ আদৰ্শ মানৱ ৰূপেহে প্ৰকাশিত কৰা হৈছিল যদিও, মাধৱকন্দলীয়ে 'প্ৰবন্ধে বিচাৰ কৰি' অনাৰ দিনলৈ সেই মহাকাব্যই ষোল্ল শ বছৰীয়া ক্ৰমবিবৰ্তনৰ উপাদান

আত্মসাৎ কৰি ভক্তিমূলক 'শাস্ত্ৰ'ত[৩] পৰিণত হোৱাৰ কথা দূৰ কৰিব পৰা বিষয় নহয়; বৰং মাধৱকন্দলীৰ কাৰণেতো এই 'শাস্ত্ৰ' 'সাক্ষাতে জানিবা যেন বেদ, সকলো পাপৰ ক্ষয়কাৰী। সেইখন 'শাস্ত্ৰ'কে 'সাৰোদ্ধৃতে' গ্ৰহণ কৰি মাধৱকন্দলীয়ে "তাক শুনি নৰলোক, কৰিও সদ্‌গতি হোক" বুলি আশা কৰি 'সৰ্বজন বোধে' ৰচনা কৰি গৈছে। সেইজন কৱিৰ কাৰণে এই লিচিলা ৰাম-স্তুতি নিতান্ত স্বাভাৱিক (কাব্যখনৰ আৰম্ভণিতে)—

জয় জয় ৰামচন্দ্ৰ জগত আধাৰ।
ব্ৰহ্মা হৰ পুৰন্দৰ সেৱক যাহাৰ॥
সৃষ্টি স্থিতি লয় যাৰ লীলা অনুপাম।
হেন ৰামপদে কৰো সদাই প্ৰণাম॥
স্বৰূপ আবৰি নিজ মায়া বশ্য কৰি।
দশৰথে গৃহে লীলাৰূপে অৱতৰি॥
মনুষ্যৰ নয় কৰ্ম কৰিলা অপাৰ। ইত্যাদি

মাধৱকন্দলীৰ প্ৰায় সমসাময়িক প্ৰাক্‌শংকৰী অসমীয়া কবি হৰিবৰ বিপ্ৰ (জৈমিনীয়াশ্বমেধৰ পৰা লোৱা বিষয়-বস্তুৰে লৱ-কুশৰ যুদ্ধ, 'বভ্ৰুবাহনৰ যুদ্ধ' ৰচনা কৰিছিল), আৰু হেমসৰস্বতীৰ (এওঁ বামনপুৰাণৰপৰা লোৱা বিষয় বস্তুৰে প্ৰহ্লাদ চৰিত্ৰ লিখিছিল) ৰচনাতো বৈষ্ণৱ চিন্তাধাৰাৰ প্ৰাধান্য অনস্বীকাৰ্য। গতিকে মাধৱকন্দলীৰ কাব্যখনকনো জোৰ-জুলুমকৈ 'লৌকিক কাব্য' কৰিব লাগিছে কিয়?

য'ত মাধৱকন্দলীৰ নামসহ ভণিতা নাই আৰু মাধৱকন্দলীৰ আত্ম-পৰিচয়মূলক কথাখিনিৰ লগত ভকতীয়া উপদেশ য'ত এৰাব নোৱৰাকৈ জড়িত হৈ থকা নাই, তেনে ক্ষেত্ৰত "আগে উপদেশ নাই .......... হোট আতাহে দিছে" ধৰণৰ কথা মানি লোৱাৰ থল থাকিলেও, মাধৱকন্দলীৰ ভণিতা থকা আৰু আত্মপৰিচয়মূলক কথাও ছন্দৰ খাতিৰতো এৰাব নোৱৰাকৈ জড়িত হৈ থকা উপদেশখিনিৰ ক্ষেত্ৰত এই কথা কেতিয়াও মানিব নোৱাৰি। মহা-পুৰুষ গুৰু শংকৰদেৱে সন্মানেৰে তোৱা অপ্ৰমাদী কবি মাধৱকন্দলীৰ ভণিতা

৩ 'বাল্মীকীয় ৰামায়ণত অৱতাৰৰূপে ৰাম আৰু ৰামভক্তিৰ উদ্ভৱ' শীৰ্ষক প্ৰবন্ধত এই ক্ৰমবিকাশৰ কথা বহলাই আলোচনা কৰা হৈছে।'

মিছাকৈয়ে ভুৰি দি ভকতীয়া উপদেশ দি ভক্ত-বৈষ্ণৱসকলক মাধৱদেৱৰ পিচিপা একনিষ্ঠ গুৰু-ভক্ত এজনে প্ৰবঞ্চনা কৰিছে বুলি ভবাৰ পৰা আমি বিৰত নহৈ নোৱাৰিলোঁ। যদি ভকতীয়া উপদেশখিনি মাধৱদেৱে (বা অন্য-কোনোবাই) জোৰা দিয়া "আঁচুফুল" হেনেহ'লে তাৰ লগত জড়িত হৈ থকা মাধৱ-কন্দলীৰ আত্মপৰিচয়মূলক কথাখিনিও লাং জোৰা দিয়া কথা হ'ব লাগিব। কবিজনাৰ আত্মপৰিচয়মূলক ( ওপৰত উদ্ধৃত কৰি অহা ) পদখিনিৰ বাহিৰেও অনেক ঠাইত (পদ ৩১৯১; ৩৩৯৭- ৩৩৯৯, ৩৯৭১, ৪৩১৫, ৪৪৯২, ৪৭৪০—৪১,৪৮২০—৪৮২২, ৪৮৮০ পদ চাওক) মাধৱকন্দলীৰ ভণিতাৰে সৈতে ৰাম-ভক্তি সূচক কথা আছে। শংকৰ-মাধৱে সংৰক্ষণৰ ব্যৱস্থা কৰি যোৱা মাধৱকন্দলীৰ ৰামায়ণখনত কবিজনাৰ নামটোৰে সৈতে অন্য মানুহে ইমানখিনি লাংজোৰা দিয়া বুলিও বিশ্বাস নহয়।

আগে-গুৰিয়ে থকা এই পদখিনি কোনোবাই জোৰা দিয়া 'আঁচুফুল' বুলিও যদি ধৰিবলগীয়া হয়গৈ, সিমানতো কাব্যখনৰ ঘটনাৰ লগত অবিচ্ছেদ্য ভাৱে লাগি থকা পদ কিছুমানেৰেই ৰামায়ণখনৰ বৈষ্ণৱ বা ধৰ্মমূলক উপাদান প্ৰমাণিত হয়। মূল বাল্মীকীয় ৰামায়ণত নথকা, মাধৱকন্দলীয়ে নিজে সংযোজনা কৰা নিম্নোক্ত প্ৰসংগৰ পদ সমূহেই এই বিষয়ত বলিষ্ঠ প্ৰমাণ—

(১) অত্ৰিৰৰ হৰিষ দেখিয়া ৰাঘৱক ।
পৰম ঈশ্বৰ মোৰ আইলা আশ্ৰমক ॥
আজিসি জানিলোঁ মই জন্ম সাফলিলো ।
ঈশ্বৰৰ পাদপদ্ম সাক্ষাতে দেখিলো ॥ ২৩৬২[অৰণ্যকাণ্ড]

(২) বেদ পাঠ উচ্চৰিয়া আপ্সৰাৰ জাক ।
সবে হন্তে সত্যৰ বুলিলা স্তুতিবাক ॥ ২৬৭৪
যাহাৰ বিনোদ ইটো সকলে সংসাৰ ।
তেন্তে ধৰ্মৰক্ষা হেতু ভৈলা অৱতাৰ ॥ ইত্যাদি ২৬৭৬ পৰ্যন্ত

(৩) খৰক বধ কৰাৰ পাছত ব্ৰহ্মাই ৰামক কৰা স্তুতি—
পদ ২৯৯০—২৯৯৩ ।

(৪) ভকতৰ পদে ৰামে অন্যায় কৰয় ॥
ভকত বৎসল গুণ এতেকে ৰামৰ । ইত্যাদি ৩৫৭০—৭১

(৫) ৩৬১৪ পদত ৰামৰ প্ৰতি বালীৰ উক্তি।
(৬) ৪৬১১ পদত বিভীষণৰ প্ৰতি ৰাৱণৰ উক্তি
(৭) ৪৭১৯ পদত বিভীষণৰ প্ৰতি শিৱৰ উক্তি।
(৮) শ্ৰীৰাম লক্ষ্মণ নাৰায়ণ অৱতাৰ।
সাগৰত সেতু বান্ধে শকতি কাহাৰ।। ৪৯৫৪
[মাল্যৱন্তৰ ৰাৱণৰ প্ৰতি উক্তি]

এইদৰে ৰামক ঈশ্বৰৰূপে প্ৰতিপাদন কৰা অনেক পদ মাধৱকন্দলীৰ ৰামায়ণখনত আছে। পণ্ডিতে ধৰ্ম-প্ৰচাৰৰ উদ্দেশ্যে লিখা নহ'লেও প্ৰথম অসমীয়া ৰামায়ণখন এখন ঈশ্বৰৰ পৰম পবিত্ৰ চৰিত্ৰ-প্ৰচাৰক গ্ৰন্থই। বিষয়বস্তুৰ ক্ষেত্ৰত এই কাব্যই বাল্মীকিৰ মূল কাব্যখনৰ পৰা বিশেষ আঁতৰি অহা নাই। মাধৱকন্দলীৰ ৰামায়ণৰ আধাৰ বাল্মীকীয় ৰামায়ণৰ গৌড়ীয় পাঠ। গৌড়ীয় পাঠত কাণ্ডবিলাকৰ আৰম্ভণ আৰু সমাপন যিবিলাক প্ৰসংগত হৈছে, মাধৱকন্দলীৰ ৰামায়ণতো সেইবিলাক প্ৰসংগতে হৈছে। এই ক্ষেত্ৰত মাধৱকন্দলীৰ ৰামায়ণ ই দুটা পাঠৰ লগত নিমিলে, কিন্তু গৌড়ীয়পাঠৰ লগত নিমিলা কথাও কন্দলীৰ ৰামায়ণত ভালেখিনি আছে। তাৰে কিছুমান গৌড়ীয়পাঠত নাই, অথচ ই দুটা পাঠত আছে, কিছুমান গৌড়ীয়পাঠত আছে, কিন্তু অন্য পাঠত নথকাৰ দৰে কন্দলীৰ ৰামায়ণতো নাই; কিছুমান আকৌ গৌড়ীয়পাঠত আছে যদিও কন্দলীৰ বৰ্ণনা অন্য পাঠৰ লগতহে মিলে। এইবিলাকৰ উপৰিও বাল্মীকীয় ৰামায়ণৰ কোনো পাঠতে নথকা কথা কিছুমানো কন্দলীৰ ৰামায়ণত পোৱা যায়।

হনুমানে সুগ্ৰীৱক সীতা অন্বেষণৰ বাবে তৎপৰ হ'বলৈ পৰামৰ্শ দিয়া সময়টোৰ কথা গৌড়ীয়পাঠত নাই; অন্যপাঠত (৪।২৯।১) সেইটো শৰৎকাল বুলি আছে। কন্দলীয়েও 'কাৰ্ত্তিক নিবৰ্ত্তি গৈল' বুলিছে। কিষ্কিন্ধ্যা-কাণ্ডত (৫৩সৰ্গত) সম্পাতিৰ আগমনৰ আগত বানৰ-গণে কৰা কথোপকথন গৌড়ীয়পাঠত নাই, কন্দলীৰ ৰামায়ণত আছে।

একমাত্ৰ গৌড়ীয়পাঠত থকা অথচ কন্দলীৰ ৰামায়ণত নথকা কথাৰ উদাহৰণ স্বৰূপে দাঙি ধৰিব পাৰি— এখন ব্ৰাহ্মণৰ শাপৰ কলত কৈকেয়ী কুঁজীৰ কুমন্ত্ৰণাৰ বশ হোৱাৰ কথা (২।৮ সৰ্গ); বনগমনৰ আগ মুহূৰ্ত্তত

সুমিত্ৰাই ৰামক উদ্দেশ্য কৰি কোৱা কথা ( ২।৯ সঃ ); সেই একে প্ৰসংগতে সুমিত্ৰাই লক্ষ্মণক উদ্দেশ্য কৰি কোৱা কথাখিনিত লক্ষ্মণৰ পত্নীৰ উল্লেখ ( ২।৯।৫ ); বনযাত্ৰাৰ কালত ৰাম আদিয়ে পোৱা শ্ৰীমতী নদীৰ উল্লেখ ( ২ ৬৮।৩ ) আৰু সুদৰ্শনা সৰোবৰৰ লগতে দূৰত দেখিবলৈ পোৱা মন্দাকিনী নদী আৰু চিত্ৰকূট পৰ্বতৰ বৰ্ণনা ( ২।৫২ স. ); ভৰতে গঙ্গা পাৰ হৈ গুহক বিদায় দিয়াৰ কথা ( ২।৯৮।১১-১৪ ); ধন-বস্ত্ৰ দি ৰামৰ লগত মিত্ৰতা কৰিবলৈ তাৰাই বালীক পৰামৰ্শ দিয়াৰ কথা ( ৪।১৪।৩০ ); প্ৰহস্তৰ মৃত্যুৰ পাছত দুটা সৰ্গত হোৱা ৰাৱণ-মন্দোদৰী-সংৱাদ ( ৬।৩৩,৩৪ স. ; এই সংৱাদটো পশ্চিমোত্তৰীয় পাঠতো আছে ), নাৰদৰ মুখে কুম্ভকৰ্ণই ব্ৰহ্মা আদি দেৱগণে মন্ত্ৰণা কৰি ৰাৱণ-বধৰ উদ্দেশ্যে বিষ্ণুক মনুষ্য-জন্ম ল'বলৈ পঠোৱাৰ কাহিনী ৰাৱণক জনোৱা ( ৬।৪০।৩১-৫৩ ), ৰাৱণে মধুসূদন ৰামৰ হাতত মৃত্যুবৰণ কৰি বিষ্ণুৰ পৰম পদ লাভ কৰিব বুলি কোৱা ( ৬।৪১ ২৩,২৪ এই দুই সৰ্গৰ বৃত্তান্ত পশ্চিমোত্তৰীয় পাঠতো আছে ), হনুমন্তই গন্ধমাদন লৈ অ হোঁতে ভৰতৰ লগত সাক্ষাৎ ঘটাৰ বৰ্ণনা।

কুম্ভকৰ্ণক জগাবলৈ ৰমণীগণক কামত লগোৱাৰ বৰ্ণনা দাক্ষিণাত্য পাঠত নাই ; কন্দলীয়েও সেই কথা অৱতাৰণা কৰা নাই। নিদ্ৰাভংগ হোৱাৰ পাছতে কুম্ভকৰ্ণই ভূৰি ভোজন কৰাৰ বৰ্ণনা কন্দলীৰ ৰামায়ণত দাক্ষিণাত্য পাঠৰ অনুৰূপ। কুম্ভকৰ্ণৰ মৃতদেহ ধৰাশায়ী হোৱাৰ যি বৰ্ণনা কন্দলীয়ে দিছে. সেয়া পশ্চিমোত্তৰীয় পাঠৰ লগতহে মিলে।

বাল্মীকীয় ৰামায়ণৰ কোনো পাঠতে নথকা যি বিলাক কথা কন্দলীৰ ৰামায়ণত পোৱা যায়, তাৰে কিছুমান অন্য ৰাম-কথাতো পোৱা যায়। কিছুমান কথাৰ ভেটি স্থানীয় লোককথা আৰু কিছুমান কন্দলীৰ নিজা উদ্ভাৱনা বুলি অনুমান হয়। কন্দলীৰ ৰামায়ণত থকা অবাল্মীকীয় কথা কেইটামান উল্লেখ কৰা হ'ল — সীতা জাতিস্মৰ কন্যা ( ৪০৭ পদ ); ৰামৰ শৰৰ আঘাতত ইন্দ্ৰপুত্ৰ কাকে এটা চকু হেৰুৱাৰ কাৰণে সকলো কাউৰীৰে এটা চকু কণা হোৱা ; লংকাত হনুমন্তই সীতাক খুজি মধুফল ভক্ষণ কৰা ; ৰাৱণৰ সভালৈ হনুমন্তই ব্ৰাহ্মণৰ বেশ ধৰি যোৱা ; ৰাৱণৰ শয্যাশায়িনী

মন্দোদৰীক দেখি সীতা বুলি সন্দেহ হোৱাত হনুমন্তই বেণী জুখি চাই আৰু মুখত মদৰ গোন্ধ পাই সেই সন্দেহ দূৰ কৰা; হনুমন্তই নেজৰ জুই মুখেৰে নুমুৱাব কথা।

মাধৱকন্দলীৰ ৰামায়ণৰ কথাবস্তু আলোচনা কৰোঁতে ড০ অমৰেশ্বৰ ঠাকুৰ সম্পাদিত গৌড়ীয় পাঠৰ লগত পুংখানুপুংখ ভাৱে তুলনা কৰা হৈছে। উল্লেখযোগ্য যে উক্ত পাঠত তলত উদ্ধৃত পাঠ সমূহত থকা পাঠান্তৰো উল্লেখ কৰা আছে —

ক — ইটালীয় পণ্ডিত গোৰেসীয়ৰ দ্বাৰা সম্পাদিত পাঠ।

খ — শ্ৰীৰামপুৰৰপৰা প্ৰকাশিত 'কেৰি'ৰ দ্বাৰা সম্পাদিত পাঠ।

গ, ঘ, ঙ — সংস্কৃত সাহিত্য পৰিষদত সংৰক্ষিত পাঠসমূহ।

চ — কাশীৰপৰা 'পণ্ডিত' নামৰ পত্ৰিকাত প্ৰকাশিত শ্ৰীৰসিকচন্দ্ৰ চট্টোপাধ্যায়ৰ দ্বাৰা সম্পাদিত পাঠ।

ছ — পঞ্জাব বিশ্ববিদ্যালয়ৰ পাঠ।

জ — বঙ্গীয় সাহিত্য পৰিষদত সংৰক্ষিত পাঠ।

ঝ — এচিয়াটিক চচাইটিৰ পুস্তকালয়ত থকা পাঠ।

—x—

## ।। হৰিবৰ বিপ্ৰৰ ৰচনাত বৈষ্ণৱ উপাদান ।।

জৈমিনীয়াশ্বমেধৰ পৰা বিষয়বস্তু লৈ হৰিবৰ বিপ্ৰই ৰচনা কৰা লৱ-কুশৰ যুদ্ধ কাব্যখন, মাধৱকন্দলীৰ ৰচিত ৰামায়ণৰ পাচোঁটা কাণ্ডৰ বাহিৰে প্ৰাক্‌শংকৰী যুগত ৰচিত একমাত্ৰ ৰামকথামূলক কাব্য। হৰিবৰে জৈমিনীয়াশ্বমেধৰপৰা বিষয়বস্তু লৈ 'বভ্ৰুবাহনৰ যুদ্ধ' আৰু 'তাম্ৰধ্বজৰ যুদ্ধ' নামেৰে আৰু দুখন কাব্য পাছত ৰচনা কৰিছিলে। হৰিবৰে 'বভ্ৰুবাহনৰ যুদ্ধ'ত তেওঁৰ পৃষ্ঠপোষক স্বৰূপে কমতাৰাজ দুৰ্লভনাৰায়ণৰ নাম উল্লেখ কৰি গৈছে। এই ৰজাজনৰ সম্পৰ্কত পণ্ডিত সকলৰ মাজত মতদ্বৈধ হোৱা দেখা যায়। ড° মহেশ্বৰ নেওগে 'লৱ-কুশৰ যুদ্ধ'ৰ পাতনিত আৰু 'অসমীয়া সাহিত্যৰ ৰূপ-ৰেখা'ত (পৃ. ৬৩,৬৪) ৰামানন্দ দ্বিজৰ 'গুৰু চৰিত,' 'কথা গুৰু চৰিত' আৰু ৰাম-চৰণৰ 'শংকৰ চৰিত'ৰ আলম্বনত, খৃষ্টীয় ত্ৰয়োদশ শতিকাৰ শেষ আৰু চতুৰ্দশ শতিকাৰ আদিতে থকা বিখ্যাত বিদ্যোৎসাহী গুণগ্ৰাহী কমতাৰাজ দুৰ্লভ-নাৰায়ণৰ উপৰিও দ্বিতীয় এজন কমতাৰাজ দুৰ্লভনাৰায়ণৰ অস্তিত্ব স্বীকাৰ কৰিছে। ড° নেওগৰ মতে কোচৰজা বিশ্বসিংহৰ সময়ত খৃষ্টীয় পঞ্চদশ-ষোড়শ শতিকাৰ দোমোজাত আৰু এজন দুৰ্লভনাৰায়ণ আছিল আৰু এইজনেই হৰিবৰ বিপ্ৰৰ পৃষ্ঠপোষক বুলি নেওগদেৱে অনুমান কৰে। ড° সত্যেন্দ্ৰনাথ শৰ্মাই 'অসমীয়া সাহিত্যৰ ইতিবৃত্ত'ত এই দ্বিতীয়জন দুৰ্লভনাৰায়ণৰ অস্তিত্ব নুই কৰি যুক্তি প্ৰদৰ্শন কৰিছে। তেখেতৰ মতে ১৩/১৪ শতিকাৰ কমতাৰাজ দুৰ্লভনাৰায়ণ জনেই হৰিবৰ বিপ্ৰৰ পৃষ্ঠপোষক। যদি এইটোৱেই হৰিবৰ বিপ্ৰৰ সময় হয়, তেনেহ'লে 'লৱ-কুশৰ যুদ্ধ'ৰ ৰচনা কাল মাধৱকন্দলীৰ ৰামায়ণতকৈ আগ হ'ব। সেয়ে হ'লে অসমীয়া সাহিত্যত 'লৱ-কুশৰ যুদ্ধ'ই হ'ব সৰ্বপ্ৰথম ৰামকথামূলক ৰচনা।

বৈষ্ণৱ উপাদান প্ৰধান 'জৈমিনীয়াশ্বমেধ'ৰপৰা বিষয়বস্তু লৈ তিনিখন কাব্য ৰচনা কৰা হৰিবৰ বিপ্ৰই নানা প্ৰসংগত ৰাম বা কৃষ্ণৰূপী হৰিৰ মহিমা ঘোষণা কৰিছে। মাধৱকন্দলীৰ ৰামায়ণখনত প্ৰকাশ পোৱাৰ দৰে হৰিবৰ বিপ্ৰৰ ৰচনাতো বৈষ্ণৱ উপাদান স্পষ্টভাৱে পৰিলক্ষিত হয়। 'বভ্ৰুবাহনৰ যুদ্ধ'ৰ আৰম্ভণিতে আছে

জয় জয় কৃষ্ণ প্ৰভু দৈৱকীনন্দন।
ব্ৰহ্মা হৰে চিন্তে যাৰ অৰুণ চৰণ॥
জয়তি পাণ্ডৱগণ হৰিৰ সেৱক।
অশ্বমেধ যজ্ঞ কৰি তুষিলা দেৱক॥

এই কাব্যৰ নায়ক বভ্ৰুবাহনৰ ৰাজ্যৰ নৰ-নাৰীগণো 'হৰি চৰণত সদা ভক্তিতৎপৰ', তাত 'ৰাজাৰ প্ৰজাৰ সদা আন কথা নাই। হৰিকথা চৰ্চ্চি থাকে হৰিক নিৰাই॥' এইদৰে মূলত নাই যদিও হৰিবৰে নিজাকৈ অন্য প্ৰসংগতো এনে বৈষ্ণৱধৰ্মৰ প্ৰচাৰমুখী মানসিকতা প্ৰকট কৰিছে। যুদ্ধযাত্ৰাৰ সময়ত বভ্ৰুবাহনে—

গোবিন্দৰ চৰণত কৰিলা প্ৰণাম।
× × সমৰত জয় হোক যেন মনস্কাম।
পাত্ৰক হাতোক ডাকি বোলা ৰাম ৰাম'। ১০৬

ড° নেওগে হৰিবৰ শাক্ত আছিল বুলি অনুমান কৰে। কাৰণ বভ্ৰুবাহনৰ যুদ্ধ'ত আত্মপৰিচয় প্ৰসংগত কৱিজনাই কৈছে—

বিপ্ৰ হৰিবৰ কই গৌৰীৰ চৰণ সেই
পদবন্ধে কৰিলা প্ৰচাৰ

হৰিনাৰায়ণ দত্ত বৰুৱাৰ সম্পাদিত 'বভ্ৰুবাহনপৰ্ব' নামে প্ৰকাশিত 'বভ্ৰুবাহনৰ যুদ্ধ'ৰ সংস্কৰণটোত 'বিপ্ৰ হৰিবৰ কৰি, হৰিৰ চৰণ সেৱি বুলিছে পদাংশ পোৱা যায়। কৱিজনাই যদি গৌৰীৰ চৰণো সেৱা কৰিছিলে' বুলি ধৰি লোৱা হয়, তথাপি কাব্যখনত প্ৰকাশ পোৱা বৈষ্ণৱ লক্ষণ ড° নেওগেও স্বীকাৰ কৰিছে। "বাসুদেৱ কৃষ্ণৰ পূজাৰ শ্ৰেষ্ঠত্ব প্ৰতিপাদনেই মূল জৈমিনি ভাৰতৰ এটি মাই উদ্দেশ্য। কৃষ্ণদেৱৰ সৰ্বদলন বীৰত্ব, পাপনাশন শক্তি

আৰু সৰ্বপ্ৰকাৰে শ্ৰেষ্ঠত্ব অনেক ঠাইত ঘোষণা কৰা হৈছে। হৰিবৰে এনে প্ৰসংগৰ শ্লোকসমূহৰ যথানুৰূপ ভাঙনি দি কৃষ্ণ-ধৰ্মৰ গৌৰৱ প্ৰচাৰ কৰিছে। ইবোৰত প্ৰায় নৱবৈষ্ণৱ যুগৰ নাম-ধৰ্ম মহিমা প্ৰচাৰৰ উৎসাহ উদ্দীপিত হৈ উঠিছে (অঃসাঃকঃবেঃ, ৬৯পৃঃ)।

হৰিবৰ শাক্ত বা শৈৱ নাছিল যে সেই ধাৰণা হোৱাত আমাক এটা কথাই সহায় কৰে। মূল জৈঃ অশ্বমেধত লংকাবিজয়ী হৈ ঘূৰি অহা ৰামৰ ক্ষত বিক্ষত শৰীৰটো দেখি কৌশল্যাই ভাবিছে — "কোনো কোনো মুনিয়ে ৰামক শিৱভক্ত বুলি কয়, নিশ্চয় সেই কাৰণেই ৰামে (ৰাৱণৰ হাতত থকা) শিৱৰ বাণসমূহক গাত পৰিবলৈ দিলে" —

অথবা শিৱভক্তং ত্বামাহুঃ কেচিন্মুনীশ্বৰাঃ ।।
তস্মাদ্দত্তং ত্বয়া স্থানং বাণানামিতি মে মতিঃ । (২৫।১৭,১৮)

হৰিবৰে এই শ্লোকটোৰ কথাখিনি বাদ দিছে। তেওঁ শাক্ত বা শৈৱ থকা হ'লে ৰামক গৌৰীপতি শিৱৰ ভক্ত বুলি ইঙ্গিত কৰা এই শ্লোকটো এৰি নগ'লহেঁতেন।

বৈষ্ণৱ উপাদান প্ৰধান জৈমিনীয়াশ্বমেধৰ পৰা বিষয়বস্তু লৈ তিনিখনকৈ কাব্য ৰচনা কৰাৰ প্ৰবৃত্তি জন্মাতেই বুজিব পাৰি যে বিপ্ৰ হৰিবৰৰ যুদ্ধ বৰ্ণনাৰ হাবিয়াসতকৈ ইতিমধ্যে ভাৰতবৰ্ষৰ উত্তৰে-দক্ষিণে চৌৱাই পেলোৱা বৈষ্ণৱ ধৰ্মৰ ঢৌৱে কৰা স্পৰ্শৰ প্ৰভাৱহে ঘাই প্ৰেৰণা।

লৱকুশৰ যুদ্ধতো কবিজনাৰ এনে প্ৰবৃত্তি স্পষ্টভাৱে প্ৰকাশ পাইছে। ৰামৰ অযোধ্যাপ্ৰবেশৰ বৰ্ণনা দি হৰিবৰে লিখিছে —

ৰামৰ চৰণ আগে প্ৰণামোহো
সীতাক প্ৰণামো পাছে।
বাপৰ মাৱৰ চৰণে প্ৰণামো
আন যত গুৰু আছে।
কায় বাক্যমনে সপনে গিয়ানে
প্ৰণামো গুৰু চৰণে।

অশ্বমেধকৰ ৰামায়ণ ধৰ
বিপ্ৰ হৰিবৰে ভণে ।।৮

জৈ:অশ্বমেধত কুশলৱোপাখ্যানৰ অন্তত সূতে তাৰ ফলশ্ৰুতি বৰ্ণনা কৰিছে। তাত আছে—"বাল্মীকি মুনিয়ে পিতা পুত্ৰৰ এই যুদ্ধৰ বৰ্ণনা নকৰিলে, কৰা হ'লে এই সংসাৰ করুণাৰ সাগৰত বুৰ গ'লহেঁতেন। যিসকল উত্তম নৰে এই ৰমণীয় আখ্যান শ্ৰৱণ কৰে; তেওঁলোকে পুত্ৰ-নাতি সৰহিতে মনোৰম ভোগসমূহ ভোগ কৰি সমস্ত পাপৰ পৰা মুক্ত হৈ অবিনাশী বিষ্ণুক লাভ কৰে। যি মানুহে এই উত্তম আখ্যান শ্ৰৱণ কৰে আৰু অন্য পুণ্যশালী লোকক শুনায়, তেওঁ ৰাজসূয় আৰু অশ্বমেধৰ ফল লাভ কৰে। সেই উত্তম নৰে সুবৰ্ণৰ বিমানত উঠি স্বৰ্গগমন কৰে আৰু পুনৰ সুন্দৰ ৰূপ লাভ কৰি লক্ষ্মীযুক্ত হৈ তেওঁ বিমল কুলত জন্ম লয় (৩৬/৮৩-৮১)।

যদিও হৰিবৰে জৈমিনীয় মহাভাৰতৰ অশ্বমেধপৰ্বত থকা প্ৰাসংগিক কাহিনী এটা আনিহে ৰামকথামূলক 'লৱ-কুশৰ যুদ্ধ' ৰচনা কৰিছে, তথাপি তেওঁ কাব্যখন প্ৰামাণিক কৰি তুলিবৰ কাৰণে 'শুনা সভাসদ ইটো ৰামায়ণ কথা' বুলি কোৱাটো নিতান্ত স্বাভাৱিক। সেই কাৰণে তেওঁ মূলত এই কাহিনী বাল্মীকিয়ে বৰ্ণনা নাই কৰা বোলা কথাষাৰৰ ঠাইত 'ৰামায়ণ কথা' বুলি সভাসদক শুনাইছে। মূলত এই আখ্যান শুনিলে বিষ্ণুক পা'ব বোলাৰ ঠাইত ইয়াত 'বিষ্ণুৰ থানক যায়' বুলিছে। মূলত স্বৰ্গসুখ লভাৰ ঠাইত ইয়াত মুকুতি সুখ লাভ হোৱাৰ কথা কৈছে। 'যিবা পঢ়ে যিবা শুনে শুনাৱে আনক' সকল 'পাপ হৰি বিষ্ণুলোক'লৈ যোৱা বুলি হৰিবৰে কোৱা কথা মূলৰ ফলশ্ৰুতিতে নিহিত হৈ আছে। সেই প্ৰেৰণায়েই যে কবি জনাক 'আনক শুনাবলৈ' অনুপ্ৰাণিত কৰিছে, সেই কথা সহজে অনুমান কৰিব পাৰি। ৰামে ভৱসাগৰ পাৰ কৰাৰ কথা হৰিবৰৰ দিনত নতুন কথা হৈ থকা নাই। তেনেস্থলত হৰিবৰে কাব্যখনৰ সামৰণিত কৰা ৰামৰ মহিমা-কীৰ্তনখিনিত শংকৰী বা শংকৰোত্তৰ যুগৰ কাবোৱাৰ নৰৰ আঁচোৰ অনুভৱ কৰাৰ অৱকাশো নাই। 'শিলাও মানুহ হয় ৰাম-পৰশনে' বুলি ঘোষিত ৰাম-মহিমাৰ ইতিবৃত্ত অহল্যা-বৃত্তান্তৰ প্ৰসংগত পাইছে কৰা হৈছে। "যত

দেখা ভাৰ্য্যা পুত্ৰ সাৰ অকাৰণ" উপদেশত শংকৰদেৱৰ প্ৰতিধ্বনি শুনাৰ বিপৰীতে শংকৰদেৱৰ ৰচিত উপদেশ-পদত হৰিবৰৰ বাক্য প্ৰতিধ্বনিত হোৱাটো একো অসম্ভৱ নহয়। শংকৰদেৱৰ উত্তৰাকাণ্ডত সীতাই লক্ষ্মণক 'মৰি যাওঁ মই নিমাখিতী বনমাজ' বুলি কোৱা উক্তিত, হৰিবৰৰ কাব্যত সীতাই লক্ষ্মণক কোৱা 'নিমাখিতী সীতা পৰি থাকো বন মাঝে' উক্তিৰ প্ৰতিধ্বনি শুনি। শংকৰদেৱৰ ওপৰত পৰা চৰিবৰৰ কাব্যখনৰ প্ৰভাৱ সম্পৰ্কে পাছত আলোচনা কৰা হৈছে।

× ✱ ×

# শংকৰদেৱ আৰু মাধৱদেৱৰ সাহিত্যত
## ॥ ৰামৰ স্বৰূপ ॥

মহাপুৰুষ শংকৰদেৱৰ ধৰ্ম তথা সাহিত্যৰ মুখ্য আধাৰ ভাগৱত পুৰাণ হোৱাৰ কাৰণে তেখেতৰ সাহিত্যত কৃষ্ণলীলাই মুখ্য স্থান লাভ কৰিছে। তথাপি সমগ্ৰ ভাৰতবৰ্ষৰ সাংস্কৃতিক তথা ধৰ্মীয় ঐক্যৰ অন্যতম উপাদান ৰামচৰিতেও শংকৰদেৱৰ সাহিত্যকে আদি কৰি অসমৰ বৈষ্ণৱ সাহিত্যত বিশিষ্ট স্থান অধিকাৰ কৰি আহিছে। অসমীয়া ভাষাত সৰ্বপ্ৰথম ৰাম কথা প্ৰণেতা মাধৱকন্দলীৰ ৰামায়ণখনত আদিকাণ্ড আৰু উত্তৰাকাণ্ড নথকাৰ কাৰণে শংকৰদেৱে নিজে উত্তৰাকাণ্ড ৰচনা কৰি আৰু ভগৱন্তৰ শিশু লীলাৰ প্ৰতি পৰম অনুৰক্ত ভক্তকবি মাধৱদেৱৰ হতুৱাই আদিকাণ্ড

ৰচনা কৰাই ৰামায়ণখন সম্পূৰ্ণ কৰে। এইদৰে দুজনা গুৰুৰ সমাদৰ লাভ কৰি মাধৱকন্দলীৰ ৰামায়ণখন অসমীয়া বৈষ্ণৱ সমাজৰ পৰম শ্ৰদ্ধাৰ বস্তু হৈ পৰিল।

শংকৰদেৱে ৰাম কথাৰ আধাৰত ৰচনা কৰা অংকীয়া নাট 'ৰামবিজয়' বা 'সীতা সয়ম্বৰ'ত পোৱাৰ বাহিৰেও তেখেতৰ অন্য ৰচনাৱলীত প্ৰাসংগিক ভাৱে ৰামৰ কথা পোৱা যায়। ভাৰতীয় সাহিত্যত শ্ৰীৰামচন্দ্ৰৰ ব্যক্তিত্বটো আদৰ্শ মানৱ, আদৰ্শ ৰজা আৰু ঐশ্বৰিকতাৰ যি সমন্বয়ত গঢ় লৈ উঠিছে, শংকৰদেৱৰ সাহিত্যতো ৰামৰ চৰিত্ৰত এই তিনিটা উপাদান 'সুৰ-নৰ-ৰাজা-ৰাম' বুলি স্বীকাৰ কৰা হৈছে।

শংকৰদেৱৰ উত্তৰাকাণ্ড ৰামায়ণত ৰাম-সীতাৰ চৰিত্ৰত মানৱীয় উপাদানৰ প্ৰাধান্য দেখা যায়। ইয়াত ৰাম-সীতাক সাধাৰণ নৰ-নাৰীৰ দৰে চিত্ৰিত কৰা হৈছে। তথাপি ইয়াত ৰামৰ ঈশ্বৰত্ব স্পষ্টৰূপে স্বীকৃত হোৱা দেখা যায়। শংকৰদেৱে উত্তৰাকাণ্ড ৰামায়ণ ৰচনাৰ উদ্দেশ্য বৰ্ণাই কৈছে —

শুনিয়োক বুধলোক নিন্দা নকৰিবা মোক
আমাৰ অযোগ্য ইটো কৰ্ম।
××× তুমিসৱ মহাগুণী ৰামৰ চৰিত্ৰ শুনি
কৰিয়োঁ মনত মহাৰতি।
কলিত পৰম ধৰ্ম নাহি ৰাম নাম সম
আৰু নলৈ যায় অধোগতি। ×× ৭০১৮ (উত্তৰা০)

ইয়াৰ বাহিৰেও উত্তৰাকাণ্ডৰ অনেক প্ৰসংগত ৰামনামৰ মাহাত্ম্য প্ৰতিপাদন কৰা হৈছে আৰু সেইদৰে দশৰথৰ পুত্ৰ ৰাম চন্দ্ৰক পৰমপুৰুষ ৰূপে বৰ্ণনা কৰা হৈছে। ৰামৰ স্বৰ্গগমন কালত ব্ৰহ্মাই ৰামক কৈছে —

তুমি ত্ৰিভুৱন পতি জগতৰে পতি।
তুমিসে অচিন্ত্য গুণ অনন্ত শকতি।
প্ৰকৃতিত অন্তৰ পৰম তুমি তত্ত্ব।
আদি অন্ত নজানয় তোমাৰ মহত্ত্ব। ৭৫১৬

তুমি ভাৰ হৰা বাৰে বাৰে অৱতৰি।
দুষ্টক দণ্ডিয়া মহন্তক ৰক্ষা কৰি ॥
তুমিসি ঈশ্বৰ সুৰাসুৰে কৰে সেৱ।
অন্তত তুমিসি থাকা নথাকয় কেৱ ॥ ৭৪১৭

অৱশেষত শ্ৰীৰামচন্দ্ৰ পৰম পুৰুষ বিষ্ণুত বিলীন হৈ পৰিল —

যিটো বিষ্ণু ৰূপ ধৰি প্ৰকাশ কৰন্ত হৰি
তেহো ব্ৰহ্মতত্ত্ব স্বৰূপতে।
ৰাঘৱৰ দৈৱা কায় বিজুলী চটক প্ৰায়
প্ৰবেশিলা বিষ্ণুৰ ৰূপতে ॥ ৭৪৪০

উত্তৰাকাণ্ডৰ সামৰণিত শংকৰদেৱে লিখিছে —

ৰামৰ চৰিত্ৰচয় সম্যকে অমৃতময়
শুনি যেন পিয়ে ঢোকাঢোক ॥
জগতৰে নিস্তাৰণ পুণ্য কথা ৰামায়ণ
আক শুনৈ ভণৈ যিটো নৰে।
পাতেকন্ত লাগে জুই দেৱৰোপূজনী দুই
ৰক্ষে সাতো স্বৰ্গৰ উপৰে ॥ ৭৪৫০
× ×
হেন জানি সভাসদ শুনা ৰামায়ণ পদ
মুকুতিক যাব অভিলাষ।

তলত দিয়া পদখিনিত শংকৰদেৱৰ দৃষ্টিত ৰামৰ মহত্ত্ব সুন্দৰকৈ প্ৰকাশ পাইছে —

ৰামে পিতৃ মাতৃ সুত সুহৃদ সোদৰ বন্ধু
ৰামে আত্মা ৰামে জীৱ প্ৰাণ।
ৰামে জপ যজ্ঞ দান ৰামেসে পৰম জ্ঞান
ৰামে কোটি শত তীৰ্থ স্নান ॥
ৰামে মোৰ ইষ্টদেৱ ৰামকেসে কৰো সেৱ
গতি মোৰ ৰামৰ চৰণ।

ৰামে ধৰ্ম ৰামে কৰ্ম ৰামেসে শাস্ত্ৰৰ মৰ্ম
জানি লৈলো ৰামত শৰণ ।। ৭৩৪৫

এইখিনি কথাৰপৰা এইটো সুস্পষ্ট হৈ পৰে যে শংকৰদেৱৰ দৃষ্টিত ৰাম আৰু কৃষ্ণ পৰমাত্মা ৰূপত অভিন্ন । 'কীৰ্তন'ৰ স্তুমন্ত হৰণত জাম্ববন্তই কৰা কৃষ্ণ-স্তুতিতো ৰাম-কৃষ্ণৰ অভিন্নতাই প্ৰকট হৈছে —

জানিলো তোমাক জগত ঈশ্বৰ
তুমি সনাতন হৰি ।
সমস্ত ভূতৰ তুমি প্ৰাণ বল
জগতকে আছা ধৰি ।। ১৪৩৭

× × × ×

জানিলো তোমাক সেহি ৰঘুনাথ
যিটো ইষ্ট দেৱ মোৰ । ইত্যাদি (কীৰ্তন)

শ্ৰীকৃষ্ণৰূপী জগত-ঈশ্বৰ সনাতন হৰিকে জাম্ববন্তই নিজৰ ইষ্টদেৱ ৰঘুনাথ বুলি জানি তেওঁৰ চৰণত প্ৰণত হৈছে ।

দ্বিতীয় স্কন্ধ ভাগৱতৰ অনুবাদত শংকৰদেৱে জটায়ু, বানৰ, ঋক্ষ প্ৰভৃতি পশু-পক্ষীৰ প্ৰতি কৃপা দেখুউৱা ৰামৰ বাহিৰে অন্য কোনো কৃপালু দেৱ নাই বুলিছে —

হেনয় কৃপালু দেৱ ৰাম বিনে নাহি কেৱ
দেখা পশু পক্ষীক ভজন্ত ।
জানি ভজা ৰামপাৱ ইসে ভৱ সিন্ধু নাৱ
× × × ।। ৫৩৭ [২য় স্কন্ধ ভাগ]

ৰামবিজয় নাটতো ৰামক পৰমেশ্বৰ ৰূপত স্বীকাৰ কৰা হৈছে। এই নাটকৰ নান্দী ভটিমাত ৰাম অৱতাৰৰ সমস্ত লীলাৰ বৰ্ণনা কৰা হৈছে। তাৰ কিছু অংশ উদ্ধৃত কৰা হ'ল —

ভৱভয় ভঞ্জন সজ্জন ৰঞ্জন
জীৱন জানকীকান্ত ।

জোহি বনমালী বালীক ধালি
বাজা কৰতু সুগ্ৰীৱ ॥
× ×
জগতক অন্তক অন্তক সন্তক
পূৰল পৰম কাম ।
ভূমিক ভাৰ উদ্ধাৰল তাৰল
সুৰ-নৰ ৰাজা-ৰাম ॥
ব্ৰহ্মা মহেশ্বৰ কিংকৰ যাকৰ
পৰি পৰি কৰতু সেৱা ।
ত্ৰিভুৱন কাৰণ তাৰণ-মাৰণ
জো হি দেৱকো দেৱা ॥ ইত্যাদি

এই নাটতে সীতাৰ সখীয়েক এগৰাকীয়ে কৈছে—"আহে সখী, জৈচন মহাপুৰুষবলক্ষণ দেখল, জানল, ওহি ঈশ্বৰ নাৰায়ণ শ্ৰীৰাম ৰূপে তোহাৰ বিবাহ হেতু আৱল।" নাটখনিৰ মুক্তিমংগল ভটিমাতো "জয় জয় ঈশ্বৰ ৰাঘৱ ৰাম" বুলি আৰম্ভ কৰি ৰামৰ সমস্ত লীলা বৰ্ণনা কৰি "ৰামক চৰণ শৰণ লেহু জানি" বুলি উপদেশ দি "কৃষ্ণৰ কিংকৰ শংকৰে" নাটৰ সামৰণি মাৰিছে।

শংকৰদেৱে ৰামৰ লংকাযাত্ৰাৰ বৰ্ণনাৰে ৰচনা কৰা আশোৱাৰী ৰাগৰ বৰগীত-(শুন শুন ৰে সুৰবৈৰী প্ৰমাণা) টিয়ে ভক্তিভাৱনাৰ লগতে অন্তৰত উৎসাহবো উদ্ৰেক কৰে। এই দৰে শংকৰদেৱৰ দৃষ্টিত পৰমব্ৰহ্মৰূপে প্ৰতিভাত হোৱা দাশৰথি ৰাম, গুৰুজনাৰ একান্ত অনুগামী মাধৱদেৱৰ ৰচনাতো একে ৰূপতেই প্ৰকাশ পাইছে। আদিকাণ্ড ৰামায়ণত মাধৱদেৱে লিখিছে—

যিটো দেৱ নাৰায়ণ সদাশিৱ সনাতন
নাহি আদি অন্ত মধ্য যাৰ ।
দেৱ যাক নজানন্ত তেন্তে দেৱ ভগৱন্ত
ৰাম ৰূপে ভৈলা অৱতাৰ ॥
নিজ যোগমায়া বলে হয় হুয়া মহীতলে
দশৰথ নৃপতিৰ ঘৰে ।

সীমা নাহি মহিমাৰ মনুষ্যৰ ব্যৱহাৰ
দেখাৱন্ত প্ৰভু নিৰন্তৰে ॥ ১৪৭৩
জনকনন্দিনী সীতা দেৱী জগতৰ মাতা
তাক বিহা কৰি আনিলন্ত । ইত্যাদি

গুৰুজনাই ৰামায়ণ ৰচনাৰ উদ্দেশ্য বৰ্ণনা কৰাৰ দৰে মাধৱদেৱেও আদিকাণ্ডৰ আৰম্ভণিতে ৰামায়ণ ৰচনাৰ যি ভক্তিপৰক উদ্দেশ্য ঘোষণা কৰিছে, সেয়া যথাস্থানত আলোচনা কৰা হৈছে । 'পৰম পুৰুষ হৰি, লীলা নৰতনু ধৰি, ৰামৰূপে অৱতাৰ' হোৱাৰ বৰ্ণনা দি মাধৱদেৱে আদিকাণ্ডত দীঘলীয়াকৈ ৰামৰ ৰূপ-গুণ বৰ্ণনা কৰাৰ (৭১৬ — ৭১৯) পাছত ৰাম আৰু ৰাম নামৰ তাত্ত্বিক মহত্ত্বৰো দীঘলীয়া বৰ্ণনা দিছে । তাত কোৱা হৈছে —

অনাদি অনন্ত নাহি যাৰ অন্ত যিটো দেৱতাৰ দেৱ ।
ব্ৰহ্মা আদি দেৱে সদায় কৰন্ত যাহাৰ চৰণে সেৱ ॥
× × ×
সকল নিগমে নপাৱন্ত অন্ত বখানি যাৰ মহিমা ।
× × ×
ইতিনি ভুৱনে ৰামৰ চৰণ বিনে নাহি আন গতি ।
মহাভাগৱত পুৰাণ ভাৰত সবাৰে এহি যুগুতি ॥
বেদ শাস্ত্ৰ যত বিচাৰি চাহিবা ৰামবিনে নাহি আন । ইত্যাদি

মাধৱদেৱৰ ৰচনাৱলীৰ আৰু অনেক ঠাইত ৰামনামৰ মাহাত্ম্য প্ৰকাশ কৰা হৈছে । নাম ঘোষাত আছে —

দুগুটি অক্ষৰ ৰাম নাম
শ্ৰীৰাম নাম অমিয়া মাধুৰী বৰ্ষে ।
অতি সুকোমল পৰম মংগল
সবে মনোৰথ পূৰে ॥ ৭৬৬

অন্য এফাঁকি ঘোষাত ৰামনামক সমস্ত শাস্ত্ৰৰ মূল বীজ বুলিছে —
জানা শ্ৰীৰামনামে নিজ সমস্ত শাস্ত্ৰৰ মূল বীজ
সঞ্জীৱনী প্ৰায় যাৰ মনে প্ৰৱেশয় ।

যদি হলাহল পান কৰে    ওলত খড়্গত যদি পৰে
মৃত্যুৰ মুখত প্ৰবেশিলে নাহি ভয় ॥ ৬২১

ৰামঘোষাৰ অন্য এঠাইত দাশৰথি ৰামৰ দ্বাৰা নিৰ্মিত সেতু-বন্ধতকৈ ৰামনামক শ্ৰেষ্ঠ বুলি কোৱা হৈছে —

অনন্ত শকতি তুমি ৰাম    লক্ষ্মণ সুগ্ৰীৱ বিভীষণ
হনুমন্ত আদি মহা মহা বীৰগণে ।
আনি তৰু লতা পৰ্বতক    শতেক যোজন সমুদ্ৰক
সেতু বান্ধি পাৰ ভৈলাহা মহাযতনে । ৬৩৯
হে প্ৰাণ প্ৰভু ৰঘুপতি    ৰাম ৰাম ৰাম ৰাম ৰাম
তোমাত কৰিয়া তয়ু গুণ নাম চাৰ ।
বিনা সেতুবন্ধ কৰি নৰে    ৰাম ৰাম ৰাম ৰাম ৰাম ।
অপাৰ সংসাৰ সমুদ্ৰৰো হোৱে পাৰ । ৬৪০

'শৰণ'ৰ ঘোষাত ৰাম আৰু কৃষ্ণক অভিন্ন তত্ত্ব বুলি স্বীকাৰ কৰি মাধৱদেৱে যদুনন্দন কৃষ্ণ আৰু ৰঘুনন্দন ৰামত শৰণ লৈছে —

যাদৱ যদুনন্দন    মাধৱ মধুসূদন
তুমি নিত্য নিৰঞ্জন নাৰায়ণ,    তোমাত লৈলোঁ শৰণ ॥

×    ×    ×

ৰাঘৱৰ অভয় চৰণে
সত্যে সত্যে পশিলো শৰণে । ৬৮৭
ৰামৰ চৰণে শৰণ লৈলো ।
মানৱী জনম সফল কৈলো ॥ ৬৮৮ ইত্যাদি

শংকৰদেৱে প্ৰৱৰ্তন কৰা মহাপুৰুষীয়া ধৰ্মত এক পৰমেশ্বৰতহে শৰণ লোৱাৰ ব্যৱস্থা আছে । 'শৰণ'ৰ ঘোষাত 'যাদৱ যদুনন্দন' আৰু 'ৰাম ৰঘুপতি ৰঘুনন্দন ' যদি একে পৰম তত্ত্ব নহয়, তেতিয়াহ'লে দুঠাইত গ্ৰহণ কৰা শৰণ কেনেকৈ 'এক শৰণ' হ'ব ?

মাধৱদেৱে দুটি বৰগীতত ৰাম অভিষেকৰ উল্লাসপূৰ্ণ বৰ্ণনা দিছে —

[১] ৰাগ — সিন্ধুৰা

× ×

জানকী লক্ষ্মণ সুগ্ৰীৱ বিভীষণ

মাৰুতি সব সৈন্য সাথে ।

পুষ্পক যানহি আসি আপুন পুৰী

ভয়ো নৰপতি ৰঘুনাথে ॥ ৩

শিৰে শশীমণ্ডল ছত্ৰ সুনিৰ্মল

শ্বেত চামৰ দুহো দোলে ।

মিলল মহোৎসৱ পৰম কোলাহল

সব লোই মংগল বোলে ॥ ৪

× × ×

ৰতন সিংহাসনে বসি ৰঘুনন্দন

ৰাজত্ব জানকী সংগে ॥ ৬ ইত্যাদি

(২) ৰাগ — বেলোৱাৰ

দেখোৰে নয়ন ভবি লোই ।

পৰম পুৰুষ ৰাম ৰাজা হোই ॥

ৰতন সিংহাসনে ৰাজত্ব ৰাম ।

তনু সুকুমাৰ দুৰ্বাদল শ্যাম ॥ ইত্যাদি

এইদৰে শংকৰ - মাধৱ দুজনা গুৰুৰ সাহিত্যত ৰাম লীলায়ো বিশিষ্ট স্থান লাভ কৰিছে । ভগৱানৰ অৱতাৰ সমূহৰ ভিতৰত ৰামৰ দৰে অৱতাৰৰ কোনো অৱতাৰেই [দশ অৱতাৰৰ ভিতৰত কৃষ্ণ অৱতাৰ নহয়] পৰম পুৰুষৰ স্থান লাভ কৰা নাই । ৰাম আৰু কৃষ্ণক অভিন্ন তত্ত্বৰূপে গ্ৰহণ কৰা মহাপুৰুষীয়া ধৰ্মত ৰামৰ স্থান তাত্ত্বিক দৃষ্টিত কৃষ্ণৰ সমকক্ষ নহয় বোলা কথা ভ্ৰান্তিমূলক ।

—×—

# দ্বিতীয় অধ্যায়

## ।। মাধৱদেৱৰ আদিকাণ্ড ৰামায়ণ ।।

ৰামায়ণ ৰচনাৰ উদ্দেশ্য – মাধৱকন্দলীৰ ৰামায়ণখন সম্পূৰ্ণ কৰিবৰ কাৰণে শংকৰদেৱৰ নিৰ্দেশক্ৰমে মাধৱদেৱে কেনেকৈ 'আদিকাণ্ড ৰামায়ণ' ৰচনা কৰিব লগা হ'ল, সেই কথা আগতে আলোচনা কৰি অহা হৈছে। মাধৱদেৱৰ 'আদিকাণ্ড' ৰচনাৰ উদ্দেশ্য কাব্যসৃষ্টি নহয়, বৈষ্ণৱ ধৰ্ম প্ৰচাৰহে। সেই উদ্দেশ্য সাধন কৰিবলৈ যাওঁতে ভক্ত আৰু ধৰ্মপ্ৰচাৰক মাধৱদেৱ, কবি মাধৱদেৱ হৈ প্ৰকাশ পালেও, সেয়া ভক্ত মাধৱদেৱৰ অভিপ্ৰায় নাছিল। শংকৰদেৱে উত্তৰাকাণ্ড ৰামায়ণৰ সামৰণিত তেখেতৰ ৰামায়ণ ৰচনাৰ উদ্দেশ্য ব্যক্ত কৰি যোৱাৰ দৰে, মাধৱদেৱেও আদিকাণ্ডৰ আৰম্ভণিতে তেখেতৰ ৰামায়ণ ৰচনাৰ উদ্দেশ্য ঘোষণা কৰিছে—

যোৰো কৃতাঞ্জলি শুনা সবে সভাসদ।
মহামূঢ় হুয়া কৰোঁ ৰামায়ণ পদ ॥ – ৫
... ... ... ...
মোৰ পদ জানি দোষ কৰা পৰিহাৰ।
লৈয়ো ৰামগুণময় মহাৰত্ন সাৰ ॥ ৮
তেবেসে কলিত হৈবা কৃতাৰ্থ সম্প্ৰতি।
ৰামকথা শুনি অনায়াসে পাইবা গতি ॥
উত্তম মনুষ্য জন্ম নকৰিও বৃথা।
একচিত্ত মনে শুনা ৰামায়ণ কথা ॥ ৯

ৰামকথা শুনাই লোকক অনায়াসে গতি লাভ কৰোৱাৰ উদ্দেশ্য ৰামায়ণ ৰচনা কৰা মাধৱদেৱৰ মতে —

মহা ঋষি বাল্মীকিৰ নিৰ্মল হৃদয়।
কৰিলা লোকক মহাকৃপা কৃপাময় ॥
ৰামকথা অমৃতক কৰি মহাদান।
সাধিলন্ত জগতৰ পৰম কল্যাণ ॥ ১০

এইখিনি প্ৰাথমিক আলোচনাৰ পৰাই স্পষ্টকৈ বুজিব পাৰি যে মাধৱদেৱৰ দৃষ্টিত 'ৰামকথা'ৰ স্বৰূপ লোককল্যাণকৰ আধ্যাত্মিক ৰামায়ণ ৰচনাৰ আধ্যাত্মিক প্ৰেৰণা — বাল্মীকীয় ৰামায়ণৰ গৌড়ীয় পাঠেই মাধৱদেৱৰ 'আদিকাণ্ড'ৰ মুখ্য আধাৰ যদিও, অন্য পুৰাণ লোকশ্ৰুতি তথা কবিজনাৰ স্বকীয় সংযোজনাৰে এই ৰচনা 'ৰামধেনু বুলীয়া' হৈ পৰিছে; ই বাল্মীকি ৰামায়ণৰ অনুবাদমাত্ৰ নহয়। ভক্তকবি মাধৱদেৱে অন্তৰৰ প্ৰেৰণা অনুসৰি কাব্যখনি নিজা ৰুচিৰে বিভিন্ন আধাৰৰ উপাদানেৰে সজাই পৰাই উলিয়াইছে। কবিজনাই কৈ গৈছে —

অন্তৰ্যামী নাৰায়ণে যেনে প্ৰৱৰ্তাইলা মনে
তাকে মূৰ্খে কৰিলো বেকত।
কহিলো সকলে সাৰ জানি কৰা পৰিহাৰ
বঢ়া টুটা দেখা যত যত ॥
পৰে ৰাম চৰিত্ৰত আনো সব কথা যত
সিও ৰামকথাসে নিশ্চয়।
গংগাৰ জলত যত পৰে নদী নানা মত
তাক কোনে তেজিয়া আছয় ॥ ১৪৮২

অন্তৰ্যামী নাৰায়ণে ভক্ত মাধৱদেৱক যি ধৰণে প্ৰবৃত্ত কৰাইছে সেই ধৰণেই তেওঁ গংগা নদীৰ দৰে পৱিত্ৰ ৰামকথাত 'আনো সব কথা যত' বঢ়া-টুটা কৰি বেকত কৰিছে। সেই কথাসমূহ ক'ৰ পৰা গ্ৰহণ কৰিছে মাধৱদেৱে কোৱা নাই।

**কথাবস্তুৰ আধাৰ সমূহ** — মাধৱদেৱৰ 'আদিকাণ্ড'ৰ মূল ৰাম-কথা অংশ বাল্মী০ ৰামায়ণৰ গৌড়ীয় পাঠৰ অনুগামী। তাৰ বাহিৰে পদ্ম-পুৰাণৰ গৌড়ীয় পাঠ আৰু কালিদাসৰ ৰঘুবংশৰ পোনপটীয়া প্ৰভাৱ এই ৰচনাত স্পষ্ট ভাৱে পৰিলক্ষিত হয়। হনুমন্নাটক বা মহানাটকৰ লগতো মাধৱদেৱৰ প্ৰত্যক্ষ পৰিচয় থকাৰ প্ৰমাণ আছে। মহাপুৰুষীয়া ধৰ্মৰ মূল আধাৰ গ্ৰন্থ ভাগৱত পুৰাণৰ পৰোক্ষ প্ৰভাৱো স্থানবিশেষত পৰিলক্ষিত হয়। তদুপৰি কবিজনাৰ স্বকীয় সংযোজনাৰ বিস্তৃত সম্ভাৰেৰে এই ৰচনা সমৃদ্ধ হৈ আছে। কথা-বস্তুৰ ক্ৰম অনুযায়ী এই সকলোৰে পুংখানুপুংখ আলোচনা যথাস্থানত কৰা হৈছে।

**ড০ কামিল বুল্কেৰ অভিমত** — মাধৱদেৱৰ আদিকাণ্ড (বালকাণ্ড) ৰামায়ণৰ বিষয়ে 'ৰামকথা' নামৰ গৱেষণা-গ্ৰন্থত ফৰাচী বিদ্বান ড০ কামিল বুল্কেই এটা অতি গুৰুত্বপূৰ্ণ মন্তব্য প্ৰকাশ কৰিছে — "মাধৱদেৱৰ ৰচিত অসমীয়া বালকাণ্ডৰ ভাগৰ বৈশিষ্ট্য এয়ে যে ইয়াক কৃত্তিবাসীয় ৰামায়ণক আধাৰ কৰি ৰচনা কৰা হৈছে [১]।" এই সিদ্ধান্তৰ যুক্তি স্বৰূপে তেওঁ তলত দিয়া বিষয় কেইটা উত্থাপন কৰিছে। কৃত্তিবাসৰ আদি-কাণ্ড আৰু মাধৱদেৱৰ আদিকাণ্ড-দুয়ো ঠাইতে (১) সূৰ্যবংশৰ বৰ্ণনা (২) কৈকেয়ীৰ স্বয়ম্বৰ (৩) সুমিত্ৰাক সিংহলৰ ৰাজকন্যা বুলি কৰা বৰ্ণনা (৪) পায়স বিভাজনৰ সময়ত সুমিত্ৰাৰ প্ৰতিজ্ঞা (৫) গুহ আৰু ৰামৰ মিত্ৰতা (৬) সীতাৰ পূৰ্বৰাগৰ বৰ্ণনা কৰা হৈছে। বুল্কে চাহাবে ৰাম আদিৰ জন্মৰ বৰ্ণনাৰ ক্ষেত্ৰত কৃত্তিবাস আৰু মাধৱদেৱ, দুয়োজনেই কালিদাসৰ ৰঘু-বংশক আধাৰ স্বৰূপে লৈছে বুলি অনুমান কৰিছে। তেওঁ সীতাজন্ম আৰু অহল্যা-বৃত্তান্তৰ ক্ষেত্ৰত মাধৱদেৱৰ মৌলিকতা স্বীকাৰ কৰিছে [২]।

ড০ বুল্কেৰ উক্ত অভিমতে আমাৰ মনলৈ এই কেইটা প্ৰশ্ন আনি

---

১ माधवदेवकृत असमीया बालकाण्डकी सबसे बड़ी विशेषता यही है कि वह कृत्तिवासीय रामायण पर आधारित है।

২ ৰামকথা, ২৮৩ অনুচ্ছেদ দ্ৰষ্টব্য।

দিয়ে — (১) তেওঁ যি কেইটা বিষয় দুয়ো ঠাইতে থকাৰ কাৰণে মাধৱ-দেৱৰ 'আদিকাণ্ড' কৃত্তিবাসৰ ৰামায়ণৰ ওপৰত আধাৰিত বুলি কৈছে, সেই বিষয় বিলাকৰ বৰ্ণনা দুয়ো ঠাইতে হুবহু একে নে? (২) ড° বৰুৱাই দুয়োখন ৰামায়ণত সাদৃশ্য থকা যি কেইটা বিষয়ৰ উল্লেখ কৰিছে, তাতকৈ অধিক গুৰুত্বপূৰ্ণ অন্য বিষয়সমূহৰ ক্ষেত্ৰত দুয়োখনৰ মাজত সাদৃশ্য কিমান? (৩) দুয়োখন ৰামায়ণৰ মিলা বিষয় বিলাকতকৈ নিমিলা বিষয় বিলাকৰ পৰিমাণ বেছি নে কম?

ড° বৰুৱাই আঙুলিয়াই দিয়া বিষয় কেইটাৰ বৰ্ণনা যদি দুয়ো ঠাইতে একে নহয়েই, তেনেহ'লে সেই ভিত্তিত মাধৱদেৱৰ ৰামায়ণ কৃত্তি-বাসীয় ৰামায়ণৰ আধাৰত লিখা বুলি কেতিয়াও ক'ব নোৱাৰি। আনহাতে দুয়োখন ৰামায়ণতে যদি মিলা বৰ্ণনাখিনিতকৈ নিমিলা বৰ্ণনাহে বেছি হয় আৰু তেনে নিমিলা বৰ্ণনাসমূহৰ উৎস অন্য ঠাইতহে বুলি প্ৰমাণিত হয়, তেতিয়া মাধৱদেৱৰ আদিকাণ্ড ৰামায়ণ কৃত্তিবাসীয় ৰামায়ণৰ আধাৰত লিখা বোলা কথাষাৰৰ ঠেক ছিগি পৰে। মাধৱদেৱৰ আদিকাণ্ডৰ সমস্ত বৰ্ণনীয় বিষয় মূল বাল্মী০ ৰামায়ণৰ লগত তুলনা কৰি, অবাল্মীকীয় বৰ্ণনা সমূহৰ উৎস নিৰ্ণয় কৰি আৰু কৃত্তিবাসী ৰামায়ণৰ মিল-অমিলৰ পৰিমাণ স্থিৰ কৰি আমি তলত আলোচনা কৰা কথাৰ পৰাই ড° বৰুৱাৰ উক্ত অভিমতৰ অসাৰতা প্ৰতিপন্ন হ'ব। অৱশ্যে পিতৃভূমি ৰংপুৰ জিলাৰ (বৰ্তমান বাংলা দেশত) বাণ্ডুকাত লৈ শিক্ষা-দীক্ষা লৈ ডেকা বয়সৰ আগভাগ কটোৱা মাধৱদেৱে * জনপ্ৰিয় পাঁচালি কৃত্তিবাসী ৰামায়ণৰ গায়ন শুনি প্ৰভাবিত হোৱাটো অসম্ভৱ নহয়।

## ।। মাধৱদেৱৰ 'আদিকাণ্ড'ৰ আৰম্ভণি ।।

বাল্মী০ ৰামায়ণত থকা, — বাল্মীকিয়ে স্নান কৰিবলৈ যাওঁতে ঘটা ক্ৰৌঞ্চ মিথুনৰ বৃত্তান্তেৰে মাধৱদেৱৰ 'আদিকাণ্ড'ৰ কাহিনী ভাগ আৰম্ভ হৈছে।

---

* দৈত্যাৰি ঠাকুৰৰ শ্ৰীশ্ৰীশংকৰদেৱ চৰিতৰ পঞ্চদশ অধ্যায়ত, মাধৱদেৱে বাণ্ডুকাত গদ্য-পদ্য; সংস্কৃত, ন্যায়, তৰ্ক, নীতিৰ শিক্ষালাভ কৰাৰ কথা আছে।

বাল্মী₀ ৰামায়ণৰ আৰম্ভণিতে এই বৃত্তান্তৰ অৱতাৰণা কৰা নাই। তাত আৰম্ভণিতে বাল্মীকিয়ে নাৰদক বিভিন্ন সদ্‌গুণৰাজিৰে বিভূষিত এজন পুৰুষৰ বিষয়ে ক'বলৈ অনুৰোধ কৰাত (বা ১।১।২-৫) তাৰ উত্তৰ স্বৰূপে নাৰদে চমুকৈ ৰামৰ জীৱন-চৰিত বৰ্ণনা কৰিছে (বা ১।১।৮-৯৭)। শেষত নাৰদে ৰামচৰিত পাঠ কৰাৰ ফলো বৰ্ণনা কৰিছে (বা ১।১।৯৮-১০০)। মাধৱদেৱৰ 'আদিকাণ্ড'ত ক্ৰৌঞ্চমিথুনৰ দুখত বাল্মীকিৰ মুখত শ্লোকচ্ছন্দৰ উদ্ভৱ হোৱাৰ পাছতহে নাৰদ ব্ৰহ্মাৰ লগত বাল্মীকিৰ ওচৰলৈ আহিছে।

মূলত ক্ৰৌঞ্চমিথুনৰ ঘটনাটো তমসাৰ পাৰত ঘটিছিল। এই তমসা নদী গংগাৰপৰা বেছি দূৰত নহয় (জগাম তমসাতীৰং জাহ্নব্যাস্ত্ববিদূৰতঃ॥ বা ১।২।৩)। মাধৱদেৱৰ 'আদিকাণ্ড'ত—

একদিনা বাল্মীকি উঠিলা প্ৰভাতত।
স্নান কৰিবাক প্ৰতি গংগাৰ জলত॥
শিষ্য ভৰদ্বাজক বুলিলা ঋষিৰাজ।
সত্বৰে লৈয়োক স্নান কৰিবাৰ সাজ॥ ১১

মূলতো বাল্মীকিয়ে ভৰদ্বাজ নামৰ শিষ্যক তমসাৰ বোকা নথকা ঘাট আৰু পৰিষ্কাৰ পানী দেখি স্নান কৰিবলৈ মন কৰি বল্কল বসন বিচাৰিছিল। তাত তমসা নদীৰ স্বচ্ছ জলৰাশি সৎপুৰুষৰ মনৰ লগত তুলনা কৰা কথাটোৰেই মাধৱদেৱৰ মনলৈ "মহাঋষি বাল্মীকিৰ নিৰ্মল হৃদয়" ধাৰণাটো আনি দিলে বুলি ধাৰণা হয়।

বাল্মী₀ ৰামায়ণত ক্ৰৌঞ্চ মিথুনৰ ঘটনাৰ পাছত ব্ৰহ্মাই বাল্মীকিৰ ওচৰলৈ আহি ইতিমধ্যে নাৰদৰপৰা শুনা ৰামচৰিত অনুযায়ী তেওঁক সম্পূৰ্ণ ৰাম-কথা ৰচনা কৰিবলৈ কয়। যি ছন্দত বাল্মীকিৰ মুখৰপৰা ব্যাধৰ প্ৰতি 'মা নিষাদ' ইত্যাদি শাপ বচন ওলাই আহিছিল, সেই শ্লোক ছন্দতে ব্ৰহ্মাই বাল্মীকিক পবিত্ৰ ৰামকথা ৰচনা কৰিবলৈ কৈছিল। ব্ৰহ্মাই বাল্মীকিক ৰামৰ গুপ্ত, প্ৰকাশ্য সমস্ত বৃত্তান্ত, লক্ষ্মণ, সীতা আৰু ৰাক্ষসৰ গুপ্ত তথা প্ৰকাশ্য বৃত্তান্তসমূহ, অজ্ঞাত হ'লেও তেওঁৰ বিদিত হৈ পৰিব বুলি বৰ দিয়ে। ৰামৰ কথাৰ কালজয়ী প্ৰচাৰৰ ভৱিষ্যদ্‌বাণী কৰি ব্ৰহ্মা অন্তৰ্ধান হয় (বা ১।২।৩১-৩৮)।

মাধৱদেৱৰ 'আদিকাণ্ড'ত ব্ৰহ্মা অকলে অহা নাই, নাৰদকো লগত লৈ আহিছে। ব্ৰহ্মা বাল্মীকিৰ ওচৰলৈ অহাৰ উদ্দেশ্য মাধৱদেৱে বৰ্ণনা কৰিছে —

সৰ্বলোক হিত হেবে চিন্তিয়া মনত ॥
চৰাচৰ জগতৰ কুশল কাৰণে।
ৰামৰূপে অৱতাৰ হৈবা নাৰায়ণে ॥ ১৮
বাল্মীকিৰ মুখে সেই দিব্য কথামৃত।
শ্লোকবন্ধে কৰাওঁ সৰ্বজনত বিদিত ॥
তাকে শুনি ভণি সুখে তৰোক সংসাৰ।

মাধৱদেৱৰ 'আদিকাণ্ড'ত বাল্মী৹ ৰামায়ণৰ দৰে ৰাম এজন আদৰ্শ গুণৰাজিৰে বিভূষিত পুৰুষমাত্ৰ হৈ থকা নাই, চৰাচৰ জগতৰ কুশলৰ কাৰণে নাৰায়ণহে ৰামৰূপে অৱতাৰ হৈছে। ব্ৰহ্মাই বাল্মীকিৰ যোগেদি ৰামকথাৰূপী দিব্যকথামৃত সৰ্বজনবিদিত কৰাব খুজিছে, যাতে 'তাকে শুনি ভণি সুখে' সংসাৰ তৰিব পাৰে। মূলত এনে সংসাৰ তৰাৰ উদ্দেশ্য নাছিল।

'আদিকাণ্ড'ত বাল্মীকিয়ে ব্ৰহ্মাক 'কৰিয়োক আজ্ঞা কিবা সাধো প্ৰয়োজন' বুলি প্ৰাৰ্থনা কৰাত ব্ৰহ্মাই ক'লে —

বুলিলা বচন যেন শ্লোকক বন্ধিতে।
সেহিমতে ৰামায়ণ কৰা একচিতে ॥
দশৰথ নৃপতিৰ গৃহে অযোধ্যাত।
শ্ৰীৰাম স্বৰূপে হৰি জন্মিবা সাক্ষাত ॥ ২৩
নাৰদৰ মুখে কথা শুনিবা সকলে।
পাচে ৰামায়ণ কৰিবাহা কৌতূহলে ॥

বাল্মী৹ ৰামায়ণত বাল্মীকিয়ে ৰাম-অভিষেকৰ পাছতহে ৰামায়ণ ৰচনা কৰিছিল আৰু নাৰদে বাল্মীকিক চমুকৈ ৰাম-চৰিত শুনাওঁতে বনবাসৰ অন্তত ৰাম ৰজা হোৱালৈকে কথাখিনি অতীত কালত আৰু তাৰ পাছৰখিনি কথা ভৱিষ্যৎ কালত নিৰ্দেশ কৰাৰ কথা আগতে আলোচনা কৰি অহা হৈছে ৩।

৩ 'বাল্মীকিৰ বিচিত্ৰ কাহিনী' শীৰ্ষক প্ৰবন্ধ দ্ৰষ্টব্য।

মাধৱদেৱে তেওঁৰ গুৰুজনে উত্তৰাকাণ্ডত 'তুমি নতো হন্তে ৰামায়ণ ভৈলা আগে' বুলি ব্ৰহ্মাই ৰামক কোৱা কথাৰ পৰম্পৰা ৰাখি ৰামৰ জন্মৰ আগতে ৰামায়ণ ৰচনা হোৱা বুলিছে।

'আদিকাণ্ড'ত বাল্মীকিক ব্ৰহ্মাই 'যুগে যুগে তোমাৰ কৱিতা প্ৰচাৰিত' বুলি মূলৰ দৰেই ভৱিষ্যদ্‌ৱাণী কৰিছে; কিন্তু 'তাকে শুনি শুধি লোকে সংসাৰ তৰিব' বুলি কৰা ভৱিষ্যদ্‌বাণী নিতান্ত বৈষ্ণৱসুলভ। আদিকাণ্ডত নাৰদক ব্ৰহ্মাই 'ৰামৰ চৰিত্ৰ কিছু বাল্মীকিক কহ' বুলি নিৰ্দেশ দিছে। ইয়াত মূলৰ দৰে বাল্মীকিয়ে এজন বিশিষ্ট গুণমণ্ডিত আদৰ্শ পুৰুষৰ নাম বিচাৰি নাৰদক প্ৰশ্ন কৰা নাই, কাৰণ তেওঁ নাৰায়ণৰ অৱতাৰ ৰামৰ চৰিত প্ৰণয়ন কৰিবলৈ ইতিমধ্যে ব্ৰহ্মাৰ আজ্ঞা পাইছেই। গতিকে ইয়াত বাল্মীকিয়ে নাৰদক ৰামায়ণ কেনেকৈ প্ৰণয়ন কৰিব সেই কথাহে সুধিছে—

কেনমতে ৰামায়ণ কৰিবো আতাই।
সিসব কাহিনী সবে কহা মোৰ ঠাই॥
কোন কুলে ৰামচন্দ্ৰ হৈব উতপন।
কোন দেশে কোন কৰ্ম কৰিবা শোভন॥ ২৬

ইয়াৰ উত্তৰত নাৰদে সংক্ষিপ্ত ৰামায়ণ বাল্মীকিক শুনাইছে। কৃত্তিবাসী ৰামায়ণৰ আৰম্ভণি অংশ মাধৱদেৱৰ বৰ্ণনাতকৈ সম্পূৰ্ণ ভিন্ন প্ৰকাৰৰ। গোলোক বৈকুণ্ঠধামত বনমালী গদাধৰ লক্ষ্মীৰ সৈতে বিৰাজমান হৈ থকাৰ সময়ত 'এক অংশ চাৰি অংশে হইতে প্ৰকাশ' প্ৰভুৰ অভিলাষ হ'ল আৰু

শ্ৰীৰাম ভৰত আৰ শত্ৰুঘ্ন লক্ষ্মণ।
এক অংশে চাৰি অংশ ভৈলা নাৰায়ণ॥
লক্ষ্মীমূৰ্ত্তি সীতাদেৱী বসেছেন বামে।

যোড় হাতে স্তব কৰে পৱননন্দন॥ ইত্যাদি

এই দৃশ্য দেখি নাৰদ তাৰ কাৰণ জানিবলৈ ব্ৰহ্মাৰ সৈতে 'ভাবী ভূত বৰ্ত্তমান শিৱ ভাল জানে' বুলি শিৱৰ ওচৰ পালেগৈ। তেতিয়া শিৱই ৰাৱণাদি

ৰাক্ষস বধৰ কাৰণে ৰাম, লক্ষ্মণ, ভৰত আৰু শত্ৰুঘ্নৰ ৰূপত হৰিয়ে জন্ম লৈ ৰাৱণক বধি সীতাক উদ্ধাৰ কৰিব বুলি (তিনি ফাঁকি পদত) বৰ্ণনা কৰিলে। তাৰ পাছত শিৱই ব্ৰহ্মা আৰু নাৰদক মহাপাপী এজনক ৰাম নাম দান কৰি সংসাৰ-মুক্ত কৰিবলৈ ক'লে। কৃত্তিবাসে এই প্ৰসংগতে বাল্মীকি আগতে দস্যু ৰত্নাকৰ থকাৰ কাহিনীটো উপস্থাপন কৰিছে। মাধৱদেৱৰ ৰামায়ণত ৰত্নাকৰ দস্যুৰ কাহিনী নাই। কৃত্তিবাসী ৰামায়ণৰ মতে ক্ৰৌঞ্চমিথুনৰ ঘটনা বাল্মীকিয়ে সংবোবৰৰ পাৰৰ গছ একোপাৰ তলত ৰামনাম জপি থাকোঁতে ঘটিছিল।

কৃত্তিবাসৰ ৰামায়ণত ব্ৰহ্মাৰ কথাতেই নাৰদে বাল্মীকিক ৰামকথা শুনাইছে হয়, কিন্তু মাধৱদেৱৰ আদিকাণ্ডত থকাৰ দৰে ব্ৰহ্মাই নাৰদক লগত লৈ বাল্মীকিৰ ওচৰলৈ যোৱা নাই। কৃত্তিবাসীয় ৰামায়ণত মাত্ৰ ছয় ফাঁকি পদত নাৰদে ৰামচৰিত বৰ্ণনা কৰিছে। আনহাতে মাধৱদেৱৰ 'আদিকাণ্ড'ত ৯৩ ফাঁকি পদ্যত নাৰদে ৰামচৰিত বৰ্ণনা কৰিছে।

## ॥ নাৰদে কোৱা ৰামায়ণৰ সংক্ষিপ্ত কাহিনী ॥

বাল্মী, ৰামায়ণত নাৰদে ১১২ টা শ্লোকত ইক্ষাকু বংশীয় ৰামৰ বিশেষ গুণৰাজি বৰ্ণনা কৰি লৈ (১।১।৮-১৯), সেই শ্ৰেষ্ঠ গুণসম্পন্ন প্ৰিয় জ্যেষ্ঠপুত্ৰ ৰামক ৰজা দশৰথে যুৱৰাজ ৰূপে অভিষিক্ত কৰিবলৈ লোৱা কথাৰ পৰা কাহিনীভাগ আৰম্ভ কৰিছে আৰু লংকাবিজয়ৰ পাছত ৰাম অযোধ্যাত ৰজা হোৱাত ৰাজ্যৰ জয় জয় ময় ময় অৱস্থা হোৱাৰ বৰ্ণনা দি কৈছে যে এঘাৰ হেজাৰ বছৰ ৰাজত্ব কৰাৰ পাছত ৰামে ব্ৰহ্মলোকলৈ গতি কৰে। ইয়াৰ পাছত তিনিটা শ্লোকত ৰামায়ণ পাঠৰ মাহাত্ম্য বখানিছে। নাৰদে কোৱা এই ৰামচৰিতত বালকাণ্ডৰ আৰু উত্তৰকাণ্ডৰ কোনো ঘটনাৰে উল্লেখ নাই।

মাধৱদেৱৰ 'আদিকাণ্ড'ত নাৰদে কোৱা ৰামকথা মূলৰ লগত নিমিলে, কৃত্তিবাসৰ ৰামায়ণত মাত্ৰ ছয় ফাঁকি পদত নাৰদে কোৱা নিতান্ত সংক্ষিপ্ত ৰামায়ণৰ কথাৰ লগতো মিলিব নোৱাৰেই। মাধৱদেৱৰ মতে — অযোধ্যাত ইক্ষাকু নামেৰে এজন ৰজা হ'ল; সেই কুলতে দশৰথ ৰজা হ'ল আৰু

তান গৃহে বিষ্ণু ৰাম ৰূপে অৱতৰি / হৰিবা ভূমিৰ ভাৰ ৰাক্ষস সংহৰি ।।'
অযোধ্যাৰ ৰজা দশৰথৰ ন হাজাৰ বছৰ ধৰি পুত্ৰ নহ'ব । সেইদেখি পুত্ৰলাভৰ নিমিত্তে অনেক যজ্ঞ কৰিব । দুৰ্বাসা ঋষিৰ উপদেশ মতে ঋষ্যশৃংগক অনাই যজ্ঞ কৰালে পুত্ৰ হ'ব । ইয়াৰ পাছত ৰামে বিশ্বামিত্ৰৰ যজ্ঞ সাংগ কৰোৱালৈকে বৰ্ণনা দি 'মিথিলা নগৰে হৈব জনক নৃপতি' বুলি মিথিলাৰ বৃত্তান্তলৈ গৈছে । তাৰ পাছত ৰামৰ বৃত্তান্ত যথাক্ৰমে বৰ্ণনা 'কৰি গৈছে । ইয়াত আমি সম্পূৰ্ণ বৰ্ণনা দাঙি নধৰি বিশেষ কথাৰ উল্লেখ কৰি যাম ।

দশৰথ ৰজা 'সাতদিন ৰাহি মৰ হৈব কৰ্মগতি । দশৰথৰ মৃত্যুৰ দিনৰপৰা কৈকেয় ৰাজ্যৰ পৰা ভৰত-শত্ৰুঘ্ন আহি সংবাদ কৰাৰ দিনলৈকে পোন্ধৰ দিন হৈছিল যে সেই কথা মাধৱকন্দলীৰ ৰামায়ণৰ অযোধ্যাকাণ্ডৰ আলোচনা প্ৰসংগত প্ৰকাশ পাইছে । ভৰতে ৰামৰ পাদুকা আনি নন্দি-গ্ৰামত থকাৰ কথা মাধৱদেৱে সংক্ষিপ্ত ৰামকথাত অন্তৰ্ভুক্ত কৰা নাই । ভৰদ্বাজৰ আশ্ৰম আৰু অত্ৰিমুনিৰ আশ্ৰমৰ কথা সমূহবো উল্লেখ কৰা নাই, কিন্তু সুতীক্ষ্ণ, শৰভংগ, অগস্ত্য ঋষিৰ কথা উল্লেখ কৰিছে । অৰণ্যকাণ্ডৰ এই বৃত্তান্তসমূহৰ পৰা আৰম্ভ কৰি ৰামৰ স্বৰ্গগমনলৈকে ৰামায়ণত থকাৰ দৰে ৰামায়ণৰ মুখ্য বৃত্তান্ত সমূহ সংক্ষিপ্ত ৰূপত দাঙি ধৰা হৈছে । এই সংক্ষিপ্ত ৰামকথাত মাধৱদেৱে শংকৰদেৱৰ উত্তৰাকাণ্ডত থকাৰ নিচিনাকৈ উত্তৰাকাণ্ডৰ কাহিনী উপস্থাপন কৰা নাই, মূলৰ অনুৰূপেহে সেই বৰ্ণনা বিলাক দিয়া হৈছে । উদাহৰণ স্বৰূপে শংকৰদেৱৰ উত্তৰাকাণ্ডত নথকা শম্বুক-বধ আদিৰ কথা মাধৱদেৱৰ ৰচনাত উল্লেখ কৰা হৈছে —

বামক দেখিয়া স্বৰ্গ কুকুৰ সাৰণ যাইব
শূদ্ৰ কাটি জীয়াইব ব্ৰাহ্মণ ।
গৃধিনী পেচাৰ ন্যায় ৰামচন্দ্ৰে বুজিবন্ত
কি কহিবা ৰাঘৱৰ গুণ ।। ১১৪

বাল্মী০ ৰামায়ণৰ গৌড়ীয়পাঠৰ উত্তৰাকাণ্ডত বাৰটা আৰু তেৰটা অধ্যায়ত এক ভিক্ষাজীৱী ব্ৰাহ্মণৰ দ্বাৰা প্ৰহৃত হৈ এটা কুকুৰে ৰামৰ বিচাৰ প্ৰাৰ্থনা কৰা আৰু ৰামৰ সভাত বিচাৰ কৰি সেই অপৰাধী

ব্ৰাহ্মণক দণ্ড দিয়াৰ পাছত কুকুৰে লৈ বাৰাণসীত প্ৰায়োপৱেশন ব্ৰত কৰাৰ বৰ্ণনা আছে। তাৰ পাছৰ সৰ্গত (চৌৰষ্ঠী) এটা শগুন আৰু এটা ফেঁচাৰ মাজত এজোপা গছত বাস কৰাৰ অধিকাৰ লৈ কাজিয়া হোৱা আৰু ৰামে ৰাজসভাত সেই বিষয়ত ন্যায় বিচাৰ কৰি ফেঁচাক বাস-অধিকাৰ প্ৰদান কৰা আৰু দেৱতা সকলৰ অনুৰোধমতে নিজৰ পৱিত্ৰ স্পৰ্শৰ দ্বাৰা শগুনটোক শাপমুক্ত কৰি পূৰ্বৰ নৃপতি ৰূপ প্ৰদান কৰাৰ কাহিনী বৰ্ণিত আছে। পদ্মপুৰাণতো (সৃষ্টি ৩২।১৩—১৩৭ এই কাহিনী বৰ্ণনা কৰা আছে। নাৰদে (মাধৱদেৱৰ আদিকাণ্ডত) বাল্মীকিক এনেদৰে কোৱা বুলি আছে —

এহিমতে ৰামায়ণ কৰা তুমি তপোধন
সুমৰিয়া ব্ৰহ্মাক মনত।
ৰামৰ চৰিত্ৰ চয় পৰম অমৃতময়
শুনি সুখে তৰোক জগত।। ১২০
× ×
নাৰদ বদতি ঋষি শুনিয়ো সাক্ষাত।
ক্ষুদ্ৰৰূপে ৰামায়ণ কহিলো তোমাত।
প্ৰপঞ্চ স্বৰূপে তুমি কৰা ৰামায়ণ।
ব্ৰহ্মাক স্মৰিলে ব্যৰ্থ নুহিবে বচন।। ১২২

ৰামায়ণ ৰচনাৰ কালত ব্ৰহ্মাৰ স্মৰণ কৰিলে বাল্মীকিৰ বচন অব্যৰ্থ হ'ব বুলি কোৱা কথাৰ মূল আমি নাই পোৱা।

ৰাক্ষস বৃত্তান্ত — 'কহিলোহো অল্প কৰি চৰিত্ৰ ৰামৰ। শুনিয়ো বৃত্তান্ত আৰু কহোঁ ৰাক্ষসৰ ।।' বুলি নাৰদে ৰাৱণ আদি ৰাক্ষসৰ জন্ম-কৰ্মৰ কথাও বৰ্ণনা কৰা বুলি মাধৱদেৱে লিখিছে। বাল্মী৹ ৰামায়ণত উত্তৰকাণ্ডতহে অগস্ত্যই ৰামক ৰাক্ষস-বৃত্তান্ত সমূহ শুনাইছিল। মহাভাৰতৰ ৰামোপাখ্যানত ৰাম-জন্মৰ আগতে ৰাক্ষসৰ কথা বৰ্ণনা কৰা হৈছে। শংকৰদেৱৰ উত্তৰাকাণ্ডত অতি সংক্ষেপে মাত্ৰ ৰাৱণৰ অদ্ভুত কৰ্মসমূহৰ বিৱৰণ অগস্তিয়ে ৰামক কোৱাৰ বৰ্ণনা, লৱ-কুশৰ ৰামায়ণ-গানৰ অন্তৰ্ভূক্ত

আৰম্ভণিতে ৰাক্ষস-বংশৰ বৰ্ণনা আছে। ৰাম-কথাৰ দৰে ৰাক্ষস-কথাও নাৰদৰ মুখত উপস্থাপন কৰাটো মাধৱদেৱৰ সম্পূৰ্ণভাৱে নিজা পৰিকল্পনা। উল্লেখযোগ্য যে কৃত্তিবাসী ৰামায়ণত বাল্মী০ ৰামায়ণৰ দৰে ৰক্ষ-বংশৰ বৃত্তান্তসমূহ উত্তৰা-কাণ্ডতহে অগস্ত্যই ৰামক কোৱা কথা ৰূপে উপস্থাপন কৰা হৈছে।

বাল্মী০ ৰামায়ণত হেতি-প্ৰহেতিৰপৰা ৰাক্ষসবংশৰ বৰ্ণনা কৰা হৈছে। হেতিৰ আজু-নাতিয়েক সুমালীৰ কন্যা, বিশ্ৰৱা বা বিশ্ৰৱণ ঋষিৰ পত্নীয়েই ৰাৱণ, কুম্ভকৰ্ণ, শূৰ্পণখা আৰু বিভীষণৰ মাক। সুমালীৰ এই কন্যাৰ নাম বাল্মী০ ৰামায়ণৰ দাক্ষিণাত্য পাঠত কৈকসী বুলি কোৱা হৈছে [৪]। আন দুটা পাঠত এই কন্যাৰ নাম নিকষা [৫]। মাধৱদেৱৰ আদিকাণ্ডত ৰাৱণৰ পৰাহে ৰাক্ষস-বৃত্তান্ত আৰম্ভ কৰা হৈছে —

উপজিল ৰাৱণ অদ্ভুত কলেৱৰ।
দশ মুণ্ড কুৰি বাহু দেখি ভয়ংকৰ॥ ১২৩
ঘোৰ তপ আচৰি ব্ৰহ্মাত লৈল বৰ।
সুৰাসুৰ লোকত অবধ্য কলেৱৰ॥

মাধৱদেৱে ৰাৱণৰ পিতৃৰ নাম বেদবিশ্ৰৱা আৰু মাতৃৰ নাম মাধৱকন্দলীৰ দৰে নৈকেষী বুলিছে। উড়িয়া ৰাম-সাহিত্যত ৰাৱণ আদিৰ মাকৰ নাম 'নওকেশী'। কৃত্তিবাসী ৰামায়ণত ৰাৱণ আদিৰ পিতৃৰ নাম বিশ্ৰৱা আৰু মাতৃৰ নাম গৌড়ীয় পাঠত থকাৰ দৰে নিকষা। বাল্মী০ ৰামায়ণত ব্ৰহ্মাৰ পুত্ৰ পুলস্ত্যই বিশ্ৰৱাৰ মাতৃক কৈছিলে — "যিহেতুকে মই বেদ অধ্যয়ন কৰি থকাৰ সময়ত তুমি আহি বিশেষভাৱে শ্ৰৱণ কৰিলাহি,

---

৪ অথাব্ৰবীৎ সুতাং ৰক্ষঃ কৈকসীং নাম নামতঃ॥ (গীতা প্ৰেছৰ পাঠ ৭।৯।৬)

৫ ড০ বুল্কেই গৌড়ীয় পাঠ (৫।৭৬) আৰু পশ্চিমোত্তৰীয় পাঠত (৫।৭৫) নিকষা' বুলি থকাৰ কথা কৈছে। অমৰেশ্বৰ ঠাকুৰ সম্পাদিত গৌড়ীয় পাঠত ৰাৱণাদিৰ মাতৃ আৰু সুমালী ৰাক্ষসৰ কন্যাগৰাকীৰ নাম 'নৈকষী' বুলিহে আছে। শ্ৰী ঠাকুৰে এই 'নৈকষী' শব্দৰ কোনো পাঠান্তৰ থকাৰ কথা উল্লেখ কৰা নাই। এওঁৰ সম্পাদিত ৰামায়ণত (৭।২।৬) আছে — অথাব্ৰবীৎ সুতাং তত্ৰ নৈকষীং নাম নামতঃ॥

তোমাৰ ( গৰ্ভস্থ ) পুত্ৰৰ নাম বিশ্ৰবা ( বিশ্ৰৱণ ) হ'ব" —

যস্মাত্তু বিশ্রুতো বেদস্ত্বয়েহাধ্যয়তো মম ॥ ৩১

তস্মাৎ স বিশ্রবা নাম ভবিষ্যতি ন সংশয়ঃ। (বা০ ৭।২ সৰ্গ)

এনেদৰে বেদৰ লগত জড়িত হোৱাৰ কাৰণেও মাধৱদেৱে 'বিশ্বশ্ৰৱা' শব্দৰ আগত 'বেদ' শব্দ জুৰি দিব পাৰে। মাধৱদেৱে ৰাৱণৰ পিতৃ-মাতৃ সম্পৰ্কে লিখিছে —

বেদ বিশ্বশ্ৰৱা বীৰ্য্যে নৈকেষীত জাত।
হৈব তিনি সহোদৰ জগত প্ৰখ্যাত।। ১২৪
আৰো এক শ্ৰেষ্ঠ ভাই হৈব বৈমাতৰ।
ইবাৰ তনয় কুবেৰ ধনেশ্বৰ।।
বিষ্ণুভক্ত হৈবন্ত কুবেৰ বিভীষণ।
হৈব দুষ্ট দুৰ্জন ৰাৱণ কুম্ভকৰ্ণ।। ১২৫

বাল্মী০ ৰামায়ণত ভৰদ্বাজে নিজৰ দেৱাংগনাসদৃশী অথবা দেৱবৰ্ণিনী কন্যাক বিশ্ৰৱাক পত্নীৰূপে প্ৰদান কৰিছিল। বৈশ্ৰৱণ বা কুবেৰ এই ভৰদ্বাজ কন্যাৰে পুত্ৰ। মাধৱদেৱে কুবেৰৰ মাতৃৰ নাম ইৰা বুলি কি ভিত্তিত কৈছে জনা নাযায়। পদ্মপুৰাণত (পাতাল ৬/১৮-১৯ ) কুবেৰৰ মাকৰ নাম মন্দাকিনী। বাল্মী০ ৰামায়ণৰ মতে ৰাৱণৰ সহোদৰা ভগ্নী একমাত্ৰ শূৰ্পণখাহে। মাধৱদেৱে লিখিছে—

ৰাৱণৰ হৈব আৰো ভগিনী দুতয়।
ত্ৰিজটা হৈবেক বিষ্ণুভক্ত অতিশয়।
শূৰ্পণখা হৈব অতি পৰম পাপিনী।
ধৰ্মাধৰ্ম নাজানিব সিটো ৰাক্ষসিনী।। ১২৬

ত্ৰিজটা-চৰিত — বাল্মী০ ৰামায়ণত (সুন্দৰকাণ্ডত) ৰাৱণৰ আদেশমতে অশোকবনত সীতাক ৰখি থকা ৰাক্ষসীবিলাকৰ ভিতৰত ত্ৰিজটাও অন্যতম। অন্য ৰাক্ষসীবিলাকে সীতাক নানা ভীতি প্ৰদৰ্শন কৰি মনত কষ্ট দিয়াৰ সময়ত ত্ৰিজটা নামৰ বৃদ্ধা ৰাক্ষসীয়ে টোপনিৰপৰা উঠি সিহঁতক ৰাৱণ আদি ৰাক্ষসৰ বিনাশ আৰু ৰামৰ বিজয়সূচনা কৰা স্বপ্ন দেখাৰ কথা কৈছিলে

(ৰা. ৫।২৭ সৰ্গ)। মাধৱকন্দলীৰ ৰামায়ণতো 'ত্ৰিজটা জাগিলা বোলে বুঢ়া যে ৰাক্ষসী' বুলি আৰম্ভ কৰি এই বৃত্তান্ত বৰ্ণনা কৰিছে।

বাল্মী০ ৰামায়ণৰ যুদ্ধকাণ্ডত যেতিয়া ইন্দ্ৰজিতে ৰাম-লক্ষ্মণক নাগ-পাশেৰে বান্ধি মূৰ্চ্ছিত কৰি থৈছিল, তেতিয়া ৰাৱণে সীতা আৰু ত্ৰিজটাক পুষ্পক ৰথত তুলি যুদ্ধক্ষেত্ৰত পৰি থকা ৰাম-লক্ষ্মণক দেখুৱাইছিলহি। ৰাম-লক্ষ্মণৰ মৃত্যু ঘটিল বুলি বিলাপ কৰিবলৈ ধৰা সীতাক ত্ৰিজটাই নানা যুক্তিৰে ৰাম-লক্ষ্মণ জীৱিত থকাৰ কথা প্ৰতিপন্ন কৰি আশ্বাস দিছিল। এই সময়ত ত্ৰিজটাই সীতাক কৈছিলে— "মই তোমাক মৰমৰ ভাৱ আছে কাৰণেহে এই কথা কৈছোঁ। × × × তোমাৰ সুখদায়ক স্বভাৱ-চৰিত্ৰৰ গুণত তুমি মোৰ মনত সোমাই পৰিছা স্নেহাদেতদ্ ব্ৰবীমি তে। × × × চাৰিত্ৰসুখশীলত্বাৎ প্ৰৱিষ্টাসি মনো মম॥ (ৰা ৬। ৪৮।২৮-২৯)।

বাল্মী০ ৰামায়ণত ত্ৰিজটা কাৰ কন্যা, কাৰ পত্নী — এই সম্পৰ্কত কোনো উল্লেখ নাই। কোনো কোনো ৰামায়ণত ত্ৰিজটাক বিভীষণৰ কন্যা আৰু কোনো কোনো ৰামায়ণত বিভীষণৰ পত্নী (ত্ৰিজটা নাম্নী বিভীষণ-প্ৰিয়ানুগা —আনন্দ ৰামায়ণ ১।৯।২০১) বুলি থকাৰ কথা ড০ বুল্কেই (ৰামকথা, ৫৪৭ অনু) উল্লেখ কৰিছে।

মাধৱকন্দলীৰ ৰামায়ণত ত্ৰিজটাক ৰাৱণৰ ভনীয়েক বোলা হৈছে—

তোৰ হিত পক্ষ ত্ৰিজটা বহিনী হিত বিভীষণ ভাই। × × ৩০৫৮

মাৰীচে ৰাৱণক কোৱা এই কথা মূলত এনেদৰে আছে— "হে ৰাজেন্দ্ৰ! তুমি মহা তপস্বিনী, সৰ্বদোষৰহিত সিদ্ধা ত্ৰিজটাক সুধিবা, তেওঁ তোমাৰ হিত সাধন কৰিব (গৌঃ৩।৮২।৩৫)। মূলত ত্ৰিজটা ৰাৱণৰ ভনীয়েক নহয়। মাধৱদেৱে ত্ৰিজটাক ৰাৱণৰ সহোদৰা বুলি বৰ্ণনা কৰা কথাৰ অন্য ভিত্তি আৰু বিচাৰি পোৱা নাই।

ৰাৱণৰ লংকা অধিকাৰ— বিশ্বকৰ্মাই নিৰ্মাণ কৰা লংকা নগৰীত কুবেৰে আধিপত্য লাভ কৰা আৰু ৰাৱণে দূত পঠাই লংকা কুবেৰৰপৰা খুজি লোৱা, কুবেৰ যক্ষগণৰ সৈতে গৈ অলকাপুৰীত থাকিবলৈ লোৱাৰ কথা মাধৱদেৱে চমুকৈ বৰ্ণনা কৰিছে।

**শূৰ্পণখাৰ বিবাহ** — কালকাৰ পুত্ৰ দানৱৰাজ বিদ্যুজ্জিহ্বলৈ ৰাৱণে শূৰ্পণখাক বিয়া দিয়াৰ কথা বাল্মী০ ৰামায়ণত আছে —

ৰসাবং কালকেয়ায় দানবেন্দ্ৰায় ৰাক্ষসীম্।
দদৌ শূৰ্পণখা নাম বিদ্যুজ্জিহ্বায় ৰাক্ষস. ॥ (বা ৭।১২।২)

মাধৱদেৱে লিখিছে —

বিদ্যুজিহ্ব নামে দৈত্যকুলে হৈয় জাত।
শূৰ্পণখা ভগিনীক বিহা দিব তাত॥ × ১৩৩

কৃত্তিঃৰামায়ণত শূৰ্পণখাক বিয়া দিয়াৰ সম্পৰ্কত একো কোৱা নাই, বৰঞ্চ শূৰ্পণখাৰ স্বামীক ৰাৱণে বধ কৰাৰ কাহিনীহে কৈছে —

তিন কোটি দৈত্য তথা কালকুলপতি।
... ... ..
একবাণে তিন কোটি হইল সংহাৰ ॥
... ... ...
শূৰ্পণখা নামে ছিল ৰাৱণ ভগিনী।
ৰাৱণেৰ কাছে কান্দে চক্ষে পড়ে পানি ॥
শূৰ্পণখা বলে ভাই তুমি মোৰ অৰি।
বিধবা কৰিলা মোৰে মোৰ পতি মাৰি॥
তিন কোটি দৈত্য যে মাৰিলা তুমি বলে।
মাৰিলে আমাৰ পতি তাহাৰ মিশালে॥ *(উত্তৰাকাণ্ড)*

বাল্মী০ ৰামায়ণত (৭।২৩।১৭।১৯) ৰাৱণে অশ্মনগৰত থকা কালকেয় দৈত্যগণক সংহাৰ কৰা আৰু শূৰ্পণখাৰ স্বামী উৎকট বলশালী বিদ্যুজ্জিহ্বক বধ কৰাৰ কাহিনী কোৱা হৈছে। সেই ঠাইত ৰাৱণে চাৰি শ দৈত্যক বধ কৰা বুলি আছে (জঘ্নে দৈত্যাশ্চতুঃশতম্)। পাছত বিধৱা শূৰ্পণখাই আহি ৰাৱণৰ ওচৰত কান্দি কাটি তেওঁক কৰায়েকেই বিধৱা কৰিলে বুলি আক্ষেপ কৰি কলেহি। তেতিয়া ৰাৱণে ৰণমত্ত অৱস্থাত নাজানিহে বৈনায়েকক বধ কৰিলে বুলি খেদ কৰি শূৰ্পণখাক দান মান আৰু অনুগ্ৰহৰ দ্বাৰা সন্তুষ্ট কৰিবলৈ প্ৰতিশ্ৰুতি দিয়া আৰু দণ্ডকাৰণ্যত তেওঁলোকৰ মাহীয়েকৰ পুতেক

খৰ ৰাক্ষসাধিপতি হৈ থকা ঠাইত শূৰ্পণখাক থাকিবলৈ কোৱাৰ কথাও কোৱা হৈছে (বা ।৭·২৫ ২৪-৩১)। খৰে শূৰ্পণখাৰ বচন পালি থাকিব বুলিও ৰাৱণে কয় (তত্ৰ ত্বে ৱচনং শূৰঃ কৰিষ্যতি সদা খৰঃ)। কৃত্তিবাসেও এই কাহিনী বৰ্ণনা কৰিছে। মাধৱদেৱৰ আদিকাণ্ডত মূলত ৰাক্ষসবৃত্তান্তৰ অন্তৰ্ভুক্ত যদিও এই কাহিনী বৰ্ণনা কৰা নাই।

**ৰাৱণৰ বিয়া :—** ৰাৱণে ময়দানৱৰ কন্যা মন্দোদৰীক বিয়া কৰোৱাৰ পাছত, কুম্ভকৰ্ণই বিৰোচনৰ পুত্ৰ বলিৰ জী-নাতিনী বজ্ৰজ্বালাক আৰু বিভীষণে গন্ধৰ্বৰাজ শৈলূষৰ কন্যা সৰমাক বিয়া কৰোৱাৰ কথা বাল্মী০ ৰামায়ণত (৭।১২ সৰ্গ) বৰ্ণনা কৰা হৈছে। মাধৱদেৱে কেৱল ৰাৱণৰ কথাহে কৈছে –

ৰাৱণে কৰিব বিহা কন্যা মন্দোদৰী।
ময়দানৱৰ জীউ পৰম সুন্দৰী।। ১৩৩
ৰাৱণৰ পুত্ৰ হৈব নামে ইন্দ্ৰজিত।
দেৱে নপাৰিব তাৰ প্ৰতাপ সহিত।।

**কুবেৰৰ লগত বিবাদ:—** বাল্মী০ ৰামায়ণত (৭।১৩ ) ৰাৱণে নন্দন প্ৰভৃতি দেৱকাননসমূহ বিধ্বস্ত কৰি পেলোৱাৰ কথা শুনি কুবেৰে ভ্ৰাতৃসুলভ স্নেহ সহকাৰে ৰাৱণৰ হিত সাধনৰ উদ্দেশ্যে এজন দূত পঠোৱা আৰু মদ্‌গৰ্বী ৰাৱণে সেই দূতক কাটি পেলোৱা, ৰাৱণে কুবেৰৰ বিৰুদ্ধে যুদ্ধযাত্ৰা কৰি পৰাজিত কুবেৰৰ পৰা পুষ্পক ৰথ কাঢ়ি অনাৰ বৃত্তান্ত (৭।১৪) বৰ্ণনা কৰা হৈছে। তাত ইন্দ্ৰই কুবেৰক ৰাৱণৰ ওচৰলৈ দূত পঠাবলৈ বুদ্ধি দিয়াৰ কথা নাই।

মাধৱদেৱে লিখিছে —

ৰথত চড়িয়া যাইব স্বৰ্গক ৰাৱণ।
ইন্দ্ৰৰ নন্দন বন কৰিব উছন।। ১৩৪
দেখিয়া ইন্দ্ৰৰ মহা মৰ্মে দহে মন।
কুবেৰক হাতে ধৰি দেখাৱন্ত বন।।
বাসৱৰ বচনে কুবেৰ বুদ্ধিমন্ত।
ৰাৱণৰ ঠাই দূত পঠাই দিবন্ত।। ১৩৫

... ... ... ... ... ... ... ...

কুবেৰৰ দূতক কাটিব লংকানাথ।

তাৰ পাছত মাধৱদেৱৰ মতে কুবেৰ আৰু ৰাৱণে 'কৰিব সমৰ তিনি সহস্ৰ বৎসৰ।'

ৰাৱণৰ দিগ্বিজয় — ৰাৱণে ইন্দ্ৰ, যম আৰু চন্দ্ৰক পৰাস্ত কৰাৰ কথা বাল্মী০ ৰামায়ণত বহলাই বৰ্ণনা কৰা আছে। বাল্মী০ ৰামায়ণৰ কেৱল দাক্ষিণাত্য পাঠত ৰাৱণৰ সূৰ্যলোক বিজয়ৰ বৰ্ণনা আছে। গৌড়ীয় পাঠত নাই। ৰাৱণৰ প্ৰতাপত ষড় ঋতুৰ বিপৰ্যয় হোৱাৰ কথা মাঘৰ শিশুপাল বধত[৬] আছে। ভোজৰ চম্পূৰামায়ণত ৰাৱণৰ ফুলনিৰ ফুল সৰিব বুলি বায়ুৰ গতি বন্ধ হোৱা বুলিও আছে[৭]। মাধৱদেৱে লিখিছে —

কৰিবেক বিকৰ্ষণ। জিনি দেৱৰাজ।
.. যম জিনি কাঢ়িয়া লৈবেক যমদণ্ড॥
চন্দ্ৰক জিনিয়া তান হৰিব প্ৰকাশ।
বৰুণক জিনি তান লৈব নাগপাশ॥ ১৪১
ভয়ে ষড় ঋতুসব হৈব বিপৰ্যয়।

যুদ্ধে জিনি মন্দ তেজ কৰিব সূৰ্যক॥ ১৭২
... ... ভয়ে মন্দগতি আতি হৈব পৱনৰ।

ইয়াৰ বাহিৰে মাধৱদেৱে 'নৱগ্ৰহ সবাৰ খণ্ডাব ভাগ্যচয়' আৰু 'শুক্ৰক দেখিয়া কিছু কৰিব সৎকাৰ' বুলি ইঙ্গিত দিয়া কথা আমি অন্য কোনো ঠাইতে পোৱা নাই। বাল্মী০ ৰামায়ণত মৰুত্ত, অনৰণ্য আদি ৰজা সকলক ৰাৱণে পৰাজয় কৰা, কাৰ্তবীৰ্যাৰ্জুন আৰু বালীৰ ওচৰত ৰাৱণ নিজে পৰাভূত হোৱা আদি কাহিনী বিস্তৃত ৰূপত বৰ্ণনা কৰা হৈছে। মাধৱদেৱে সেইবিলাকৰ উল্লেখমাত্ৰও কৰা নাই।

৬ শিশুপাল বধ ১।৬৬,

৭ কুসুমানাং পতনভয়নাশংকমানাঃ পৱমানা. পৰিস্পন্দিতুমপি প্ৰভৱো ন ভৱতি (চম্পূৰামা. বালকাণ্ড)।

নাৰদে বাল্মিকিক কোৱা সংক্ষিপ্ত ৰামকথাৰ সামৰণি মাধৱদেৱৰ আদিকাণ্ডত এনে ধৰণৰ —

(ৰাৱণে) নকৰিব জগতক ইজিত দুৰ্গতি।
আপুনি হৈবেক ত্ৰিভুৱন অধিপতি ॥
সমস্তকে ৰাৱণে লগায়া অপমান।
ৰামৰ হাতত হৈব সবংশে নিৰ্যাণ ॥ ১৪৪
সংক্ষেপে কহিলো কথা ৰাম-ৰাৱণৰ।
প্ৰপঞ্চিয়া ৰামায়ণ কৰা মুনিবৰ ॥
বাল্মীকিক এতেক বুলিয়া দেৱ ঋষি।
হৰিগুণ গাই চলি গৈলন্ত হৰিষি ॥ ১৪৫

বাল্মীকিৰ প্ৰতি সৰস্বতীৰ বৰ — নাৰদ যোৱাৰ পাছত বাল্মীকিৰ —

ৰামায়ণ কৰিবাক তান ভৈলা মতি।
একচিত্তে মুনি সুমৰিলা সৰস্বতী ॥ ১৪৬
সুপ্ৰসন্ন হয়া দেৱী ভৈলন্ত সাক্ষাত।
দেখিয়া বাল্মীকি কৰিলন্ত প্ৰণিপাত ॥
ব্ৰহ্মাৰ আজ্ঞায়ে আমি কৰো ৰামায়ণ ॥
আমাৰ কণ্ঠত মাৱ হয়োক প্ৰসন ॥ ১৪৭
বুলিলন্ত সৰস্বতী মুনিক বচন ।
থাকিবোহো আমি তযু কণ্ঠে সৰ্বক্ষণ।
তোমাৰ বচনচয় নুহিবে অন্যথা।
কৰা সাৱধানে ৰাম অৱতাৰ কথা ॥
নিস্তৰোক লোক শুনি ৰামৰ চৰিত।

এই বুলি বাল্মীকিক বৰ দি সৰস্বতী অন্তৰ্ধান হ'ল। এই কাহিনী বৈষ্ণৱ মাধৱদেৱে স্বকল্পনাৰে সংযোজনা কৰাটো গুৰুত্বপূৰ্ণ কথা।

## ।। সূৰ্যবংশৰ বিৱৰণ ।।

বাল্মী০ ৰামায়ণত ৰাম-সীতাৰ বিবাহ প্ৰসংগত বশিষ্ঠই অব্যক্তসম্ভূত ব্ৰহ্মাৰ পুত্ৰ মৰীচিৰ পাছত পুৰুষানুক্ৰমে সূৰ্যবংশ বৰ্ণনা কৰিছে (বা ১।৭০।১৯-৪৩)। সূৰ্যবংশৰ বৰ্ণনাৰ ক্ষেত্ৰত বিভিন্ন গ্ৰন্থত বিভিন্ন ক্ৰম প্ৰদৰ্শন কৰা দেখা যায়। বাল্মী০ ৰামায়ণত অযোধ্যাৰ সৰ্বপ্ৰথম ৰজা মনুপুত্ৰ ইক্ষ্বাকুৰপৰা ৰামলৈকে মুঠ ছয়ত্ৰিছ জন ৰজাৰ নাম দিয়া হৈছে। ভাগৱত প্ৰভৃতি পুৰাণৰ বৰ্ণনাত ইক্ষ্বাকুৰপৰা ৰামলৈকে তেষষ্ঠী জন ৰজাৰ নাম পোৱা যায়। বাল্মী০ ৰামায়ণত ৰামৰ নিকটতম উৰ্দ্ধতন চাৰিপুৰুষ হৈছে—যযাতি>নাভাগ>অজ> দশৰথ। 'হৰিবংশ' আৰু কালিদাসৰ 'ৰঘুবংশ'ত এই ক্ৰমত ৰজাসকলৰ নাম এনেধৰণৰ — দিলীপ>ৰঘু>অজ>দশৰথ। শেষৰ চাৰিজন ৰজাৰ পুত্ৰানুক্ৰম এইদৰেই অনেক ৰামায়ণী সাহিত্যত দেখুৱা হৈছে। তাৰ বাহিৰে অন্য ৰজাসকলৰ নামৰ ক্ৰম বিভিন্ন গ্ৰন্থত বিভিন্ন ধৰণৰ। পদ্মপুৰাণৰ পাতাল খণ্ডতো (গৌড়ীয় পাঠ) সূৰ্যবংশৰ বৰ্ণনা আছে আৰু কৃত্তিবাসে সেই মতেই সূৰ্যবংশৰ বৰ্ণনা কৰিছে বুলি ড০ বুল্কেই লিখিছে (ৰামকথা, ২৮৫ অনুঃ)।

মাধৱদেৱে ব্ৰহ্মাৰপৰা আৰম্ভ কৰি বত্ৰিছ পুৰুষৰ নাম উল্লেখ কৰি 'সূৰ্য্যবংশে বত্ৰিশ পুৰুষ অনন্তৰ/ তৈজ উতপত্তি দশৰথ নৃপবৰ' বুলি দশৰথৰ বৰ্ণনালৈ গৈছে। কৃত্তিবাসী ৰামায়ণত সূৰ্যবংশৰ যি বৰ্ণনা দিছে তাৰ লগত মাধৱদেৱৰ সূৰ্যবংশ বৰ্ণনাৰ অলপো মিল নাই। প্ৰথমতঃ মাধৱদেৱে মাত্ৰ এফাকটি পদত ৰামৰ পূৰ্বপুৰুষসকলৰ কথা বৰ্ণনা কৰিছে। ইফালে কৃত্তিবাসে অধ্যায়ৰ পাছত অধ্যায় জুৰি বিভিন্ন ইক্ষ্বাকুবংশীয় ৰজাৰ লগত জড়িত, অথচ বাল্মী০ ৰামায়ণত নথকা কাহিনীসমূহ বৰ্ণনা কৰিছে।

**দ্বিতীয়তঃ** কৃত্তিবাসৰ ৰচনাত দিয়া পুৰুষসকলৰ নাম আৰু ক্ৰমৰ লগত মাধৱদেৱে দিয়া পুৰুষসকলৰ নাম আৰু ক্ৰম নিমিলে।

মাধৱদেৱৰ ৰচনাত পুৰুষানুক্ৰম এনে ধৰণৰ — ব্ৰহ্মা > মাৰীচ (মৰীচি) > কশ্যপ > সূৰ্য > মনু > সুৰাজ্ঞ > ইক্ষ্বাকু > বিকুক্ষি > পৃথু >

প্ৰসাকৃত > মান্ধাতা > কুক > অনাৰণ্য > ম্ৰয়ূৰ > অনাৰণ্য > দীৰ্ঘবাহু > দিলীপ > হাৰ্যক > হাবিগ্ৰ > সাক্কক > মহাক্ৰিদি > সগৰ > পঞ্চবিন্দ > নন্দ > নন্দন > বিশ্বনাথ > অৰত্ৰক > ভগীৰথ > সৌদাস > দিলীপ > ৰঘু > অজ > দশৰথ।

কৃত্তিবাসৰ ৰচনাত আদি নিৰঞ্জনৰপৰা বংশক্ৰম আৰম্ভ কৰা হৈছে। তদুপৰি মৰীচিক (মৰীচ) ব্ৰহ্মাৰ পুত্ৰ বোলা নাই। ব্ৰহ্মা, বিষ্ণু আৰু শিৱৰ ভনীয়েক কন্দিনী। কন্দিনী আৰু জৰৎকাৰু মুনিৰ পুত্ৰৰ কন্যা ভানু। ভানু আৰু জামদগ্ন্যৰ পুত্ৰহে মৰীচ বুলিছে। কৃত্তিবাসৰ এই বংশক্ৰম বিচি যদিও অশাস্ত্ৰীয় —

আদি পুৰুষেৰ নাম হৈল নিৰঞ্জন।
ব্ৰহ্মা বিষ্ণু মহেশ্বৰ পুত্ৰ তিনজন॥
তিন পুত্ৰ হইল তনয়া এক জানি।
সকলে তাহাৰ নাম ৰাখিল কন্দিনী॥
জৰৎকাৰ মুনিপুত্ৰে সে নাৰদ আনি।
তাঁহাৰে বিবাহ দিল কন্দিনী ভগিনী॥
× × × × তাঁহাতে জন্মিল কন্যা নাম হইল ভানু।
তাঁহাৰে বিবাহ দিল জামদগ্ন্য ৰবে।
এক অংশে বিষ্ণু জন্মিলেন তাৰ ঘৰে॥
ব্ৰহ্মাৰ কাছেতে তেঁহ বৰ যে মাগিল॥
মৰীচ নামেতে তবে পুত্ৰ জনমিল॥

এই জামদগ্ন্যপুত্ৰ মৰীচৰ পুত্ৰ কশ্যপ। কশ্যপৰ পুত্ৰ সূৰ্য, সূৰ্যৰ পুত্ৰ মনু। তাৰ পাছত পুৰুষক্ৰম এনে ধৰণৰ — মনু > সুষেণ > প্ৰসন্ন > যুবনাশ্ব > মান্ধাতা > মুচুকুন্দ > পৃথু > ইক্ষাকু > শতাবৰ্ত > আৰ্যাবৰ্ত > ভৰত > ভাৰত > ভূধৰ > ধাও > দণ্ড > হাৰীত > হৰিবীজ > হৰিশ্চন্দ্ৰ > কহিদাস > সগৰ > অসমঞ্জ > অংশুমান > দিলীপ > ভগীৰথ > সৌদাস > সুদাম > দিলীপ > ৰঘু > অজ > দশৰথ।

মাধৱদেৱে কৃত্তিবাসৰ দৰে ৰঘুবংশীয় কোনো ৰজাৰে বিস্তৃত বৰ্ণনা নাই দিয়া যে সেই কথা কৈ অহা হৈছে। মাধৱদেৱে কৃত্তিবাসৰামায়ণৰ আধাৰত

'আদিকাণ্ড ৰচনা কৰা হ'লে আৰু তাৰ অনুকৰণত সূৰ্যবংশৰ বৰ্ণনা কৰা হ'লে অন্ততঃ কেইজনমান বিশেষ ৰজাৰ সম্পৰ্কত কিছু বৰ্ণনা দিয়াৰ থল আছিল।

মহাপুৰুষীয়া ধৰ্মৰ মুখ্য আধাৰ গ্ৰন্থ ভাগৱত পুৰাণত সূৰ্যবংশৰ বৰ্ণনা থকাৰ কথা আগতে উল্লেখ কৰি অহা হৈছে। ভাগৱতত ৰজা যুৱনাশ্বই নিজে গৰ্ভধাৰণ কৰি পুত্ৰক মান্ধাতাক জন্ম দিয়াৰ কথা আছে। কৃত্তিবাসেও যুৱনাশ্বই এই প্ৰক্ৰিয়াৰে মান্ধাতাৰ জন্ম দি মৃত্যুৰ মুখত পৰা বুলি বৰ্ণনা কৰিছে। অৱশ্যে ভাগৱতত পুত্ৰকৰ জন্ম হোৱাৰ পাছতে যুৱনাশ্বৰ মৃত্যু হোৱা বুলি নাই।

এনে এটা কাহিনীৰ বৰ্ণনাসহ ভাগৱতত মান্ধাতাক যুৱনাশ্বৰ পুত্ৰ বোলা হৈছে যদিও মাধৱদেৱে মান্ধাতাক প্ৰসাকৃতৰ পুত্ৰহে বুলিছে —

প্ৰসাকৃত ভৈগন্ত পৃথুৰ বীৰ্যে জাত।
ভৈলন্ত মান্ধাতা তান তনয় প্ৰখ্যাত ॥ ১৫৩

বাল্মী০ ৰামায়ণত মুচুকুন্দ বুলি মান্ধাতাৰ পুত্ৰ থকাৰ কথা নাই। ভাগৱতপুৰাণৰ মতে মুচুকুন্দ মান্ধাতাৰ পুত্ৰ। শংকৰদেৱৰ ৰচিত কীৰ্তনৰ অন্তৰ্ভুক্ত 'মুচুকুন্দ-স্তুতি' নামৰ কাহিনীভাগত আছে — 'মান্ধাতাত ভৈলা জাত/মুচুকুন্দ নামে খ্যাত ॥ কৃত্তিবাসেও মুচুকুন্দক মান্ধাতাৰ তনয় বুলিছে। ভাগৱত আৰু গুৰুজনৰ ৰচনাত মান্ধাতাৰ পুত্ৰ বুলি বৰ্ণনা কৰা মুচুকুন্দক মাধৱদেৱে ৰঘুবংশৰ অন্তৰ্ভুক্ত নকৰাটো মন কৰিবলগীয়া কথা।

বাল্মী০ ৰামায়ণত সূৰ্যবংশীয় ৰজাৰ তালিকাত হৰিশ্চন্দ্ৰ আৰু তেওঁৰ পুত্ৰ ৰোহিতৰ নাম নাই। ভাগৱত পুৰাণৰ মতে হৰিশ্চন্দ্ৰ ৰজা ত্ৰিশংকুৰ পুত্ৰ। ভাগৱতত এই হৰিশ্চন্দ্ৰৰ নিমিত্তেই বিশ্বামিত্ৰ আৰু বশিষ্ঠই দুজনে সিজনক শাপ দি পক্ষীত পৰিণত হয় আৰু বহু বছৰ জুৰি যুদ্ধ কৰে বুলি ইঙ্গিতমাত্ৰ কৰি গৈছে[৮]। তাত হৰিশ্চন্দ্ৰ আৰু বিশ্বামিত্ৰৰ মাজত ঘটা কাহিনীৰ বৰ্ণনা নাই, বৰঞ্চ পুত্ৰহীন হৰিশ্চন্দ্ৰই বৰুণৰ পৰা বৰ লৈ লাভ কৰা

৮ ত্ৰৈশংকৱো হৰিশ্চন্দ্ৰো বিশ্বামিত্ৰবসিষ্ঠয়োঃ।
যন্নিমিত্তমভূদ্ যুদ্ধং পক্ষিণোৰ্বহুবৰ্ষিকম্। ভাঃ ৯।৭।৭

ৰোহিত (যজ্ঞৰ পশু) নামৰ পুত্ৰৰ প্ৰসংগত বৰুণক ভৱিষ্যতে এই পুত্ৰ যজ্ঞত উচ্ছৰ্গা কৰাৰ প্ৰতিশ্ৰুতি দিয়া আৰু অৱশেষত ৰোহিতৰ প্ৰুত্ৰ শুনঃশেপক যজ্ঞীয় পশুৰূপে বৰুণক উচ্ছৰ্গা কৰি সত্যৰক্ষা কৰাৰ কাহিনীহে বৰ্ণনা কৰা হৈছে। (ভাঃ ৯ ৭।৮-২৩)।

শংকৰদেৱে মাৰ্কণ্ডেয় পুৰাণৰ আধাৰত ৰচনা কৰা 'হৰিশ্চন্দ্ৰ উপাখ্যান' কাব্যত হৰিশ্চন্দ্ৰক সূৰ্যবংশী আৰু অযোধ্যাৰ ৰজা বোলা হৈছে ১। .তাত হৰিশ্চন্দ্ৰৰ সত্যনিষ্ঠাৰ কাহিনী বৰ্ণনা কৰা হৈছে। হৰিশ্চন্দ্ৰৰ পুত্ৰৰ নাম ৰোহিতাশ্ব বুলি কোৱা হৈছে। পদ্মপুৰাণতো হৰিশ্চন্দ্ৰৰ এই সত্যনিষ্ঠাৰ কাহিনী বৰ্ণোৱা হৈছে। গুৰুজনৰ আদৰ্শ গ্ৰহণ কৰি আৰু পদ্মপুৰাণৰ প্ৰেৰণাৰে অনুপ্ৰাণিত হৈ মাধৱদেৱে হৰিশ্চন্দ্ৰক আৰু তেওঁৰ পুত্ৰ ৰোহিতক সূৰ্যবংশী ৰজাৰ তালিকাত অন্তৰ্ভুক্ত কৰাৰ প্ৰচুৰ সম্ভাৱনা আছিল। কৃত্তিবাসে হৰিশ্চন্দ্ৰক হৰিবীজৰ পুত্ৰ বুলিছে আৰু হৰিশ্চন্দ্ৰৰ সত্যনিষ্ঠাৰ কাহিনী বহলাই বৰ্ণনা কৰিছে। তেওঁৰ মতে হৰিশ্চন্দ্ৰৰ পুত্ৰ ৰোহিদাস।

কৃত্তিবাসৰ ৰামায়ণৰ আধাৰত মাধৱদেৱে সূৰ্যবংশৰ বৰ্ণনা দিয়া হ'লে, গুৰুজনৰ ৰচনাতো বিশেষ স্বীকৃতি পোৱা এই সূৰ্যবংশী বুলি খ্যাত ৰজা কেইজনৰ নাম দিবলৈ মাধৱদেৱে পাহৰিব কিয়?

বাল্মী০ ৰামায়ণত বিশ্বামিত্ৰই মিথিলা-যাত্ৰাৰ পথত ৰাম-লক্ষ্মণক গঙ্গাৱতৰণৰ কাহিনী শুনাওঁতে সূৰ্যবংশীয় ৰজা সগৰ, তেওঁৰ পুত্ৰ অসমঞ্জস, নাতিয়েক অংশুমান, অংশুমানৰ পুত্ৰ দিলীপ আৰু নাতিয়েক ভগীৰথৰ বৰ্ণনা দিছে। তাত থকা মতে সগৰ ৰজাঅসিতৰ পুত্ৰ। কৃত্তিবাসে হৰিশ্চন্দ্ৰৰ পুত্ৰ ৰুহিদাসৰ পুত্ৰ বুলি সগৰৰ পৰিচয় দি তেওঁৰ অশ্বমেধযজ্ঞৰ লগত জড়িত গঙ্গাৱতৰণৰ কাহিনীত অসমঞ্জ, তেওঁৰ পুত্ৰ অংশুমান, অংশুমানৰ পুত্ৰ দিলীপ আৰু নাতিয়েক ভগীৰথৰ কাহিনী বৰ্ণাইছে। গঙ্গা অৱতৰণৰ লগত জড়িত এই কাহিনী মাধৱদেৱে নামমাত্ৰও উল্লেখ কৰা নাই। আনহাতে বাল্মী০ ৰামায়ণ আৰু ভাগৱতত থকামতে সগৰ ৰজাৰ পুত্ৰ-নাতিৰ ক্ৰমো

---

১ ৰাসৰে বোলন্ত শুনা হৰিশ্চন্দ্ৰ
সূৰ্যবংশী মহাৰায় ॥ ..... ৪২৫

মাধৱদেৱে অনুসৰণ কৰা নাই। উল্লেখযোগ্য যে ভাগৱতত (৯।৮-৯অ:) বাল্মীঃ ৰামায়ণৰ অনুৰূপেই গঙ্গাৱতৰণৰ বৰ্ণনা কৰিছে। কৃত্তিবাসী ৰামায়ণৰ আধাৰত মাধৱদেৱে আদিকাণ্ড ৰচনা কৰা হ'লে, তাত দেখিও ভাগৱতপুৰাণতো বৰ্ণিত পতিত-পাৱনী বিষ্ণুপাদোদকী গঙ্গাৰ অৱতৰণৰ কাহিনীটো বৰ্ণনা কৰাৰ পৰা বিৰত নহ'লহেঁতেন।

বাল্মীঃ ৰামায়ণত (৭।৬৫ সৰ্গ) বাল্মীকি মুনিয়ে শত্ৰুঘ্নৰ আগত "তেওঁ"ৰ পূৰ্বপুৰুষ সুদাসৰ পুত্ৰ সৌদাস কল্মাষপাদৰ কাহিনী জনোৱাৰ কথা আছে। বাল্মীঃ ৰামায়ণৰ বালকাণ্ডত থকা সূৰ্যবংশৰ বৰ্ণনাত পিছে এই দুজন ৰজাৰ নাম উল্লেখ কৰা নাই। কৃত্তিবাসে ভগীৰথৰ পুত্ৰ বুলি সৌদাস কল্মাষপাদৰ কাহিনী পদ্মপুৰাণৰ (গৌড়ীয় পাঠ) পাতালখণ্ডৰ আধাৰত বৰ্ণনা কৰিছে। মাধৱদেৱে ভগীৰথৰ পুত্ৰ সৌদাসৰ কোনো কাহিনী বৰ্ণোৱা নাই। সৌদাসৰ কাহিনীটো মূল ৰামায়ণৰ বাহিৰেও মহাভাৰত (আদিকাণ্ড ১৬৬-১৬৮ অঃ) ভাগৱত পুৰাণ (৯।৯ অ:), বিষ্ণুপুৰাণ (৪।৪ অ:) প্ৰভৃতি আৰু অনেক ঠাইতে আছে।

কৃত্তিবাসে দিলীপৰ অশ্বমেধ যজ্ঞ, ৰঘুৰ দান-কীৰ্তি আৰু অজ-ইন্দুমতীৰ কাহিনী, কালিদাসৰ ৰঘুবংশৰ দ্বাৰা প্ৰভাৱিত পদ্ম পুৰাণৰ গৌড়ীয় পাঠৰ পাতালখণ্ডৰ অনুৰূপে বৰ্ণনা কৰিছে। সূৰ্য বংশৰ বৰ্ণনাত মাধৱদেৱে এই কাহিনী সমূহৰ নাম মাত্ৰও উল্লেখ কৰা নাই।

সূৰ্যবংশ বৰ্ণন কৃত্তিবাসৰ একচেটিয়া বিষয় নহয়। বাল্মীঃ ৰামায়ণকে আদি কৰি ভাগৱত পুৰাণ, হৰিবংশ, পদ্মপুৰাণ (গৌড়ীয় পাঠ) কালিদাসৰ ৰঘুবংশ প্ৰভৃতি অনেক বহুপ্ৰচলিত গ্ৰন্থতে 'সূৰ্যবংশবৰ্ণন' কৰা হৈছে। ভাগৱত পুৰাণ মহাপুৰুষীয়া ধৰ্মৰ মুখ্য আধাৰ। ৰঘুবংশ আৰু পদ্মপুৰাণৰ লগতো মাধৱদেৱৰ যোনপটীয়া পৰিচয় আছিল যে সেই কথা পাছত আলোচনা কৰা হ'ব। তেনে স্থলত সূৰ্যবংশ বৰ্ণনৰ আদৰ্শ মাধৱদেৱে এই গ্ৰন্থসমূহৰপৰাই লাভ কৰিব নোৱাৰাৰ যুক্তি নাই। সূৰ্যবংশবৰ্ণনৰ ক্ষেত্ৰত কৃত্তিবাসৰ লগত কিমানখিনি বৈসাদৃশ্য, তাক ওপৰত আলোচনা কৰি অহা হৈছে। এনে স্থলত সেই বিষয়টো মাধৱদেৱে কৃত্তিবাসৰ আধাৰত লিখা বুলি কোৱা যুক্তি ক'ত?

দশৰথ ৰজা আৰু তেওঁৰ ৰাজ্য — মাধৱদেৱে সূৰ্যবংশ বৰ্ণনাৰ পাছতে বাল্মী০ ৰামায়ণত থকাৰ নিচিনাকৈ দশৰথ ৰজাৰ ৰাজ্য-সমৃদ্ধিৰ বৰ্ণনা দিছে। অজ আৰু ইন্দুমতীৰ পুত্ৰ দশৰথ 'সূৰ্যকুলে বত্ৰিশ পুৰুষ অনন্তৰ' জন্ম হৈছিল বুলি মাধৱদেৱে লিখিছে। মহা মহা পাপীও যাৰ নাম লৈ তৰে, সেই ৰামচন্দ্ৰ যাত অৱতাৰ হৈছিল, মাধৱদেৱৰ দৃষ্টিত সেই দশৰথৰ ব্যক্তিত্ব অতি গুৰুত্বপূৰ্ণ। 'সাগৰ গম্ভীৰ ধীৰ গুণৰ মন্দিৰ' দশৰথৰ সমসৰ সুপুৰুষ মাধৱদেৱৰ মতে আৰু নাই। এই দশৰথে নিজ বাহুবলেৰে অসুৰ বধ কৰি ইন্দ্ৰক স্বৰ্গত প্ৰতিষ্ঠা কৰিছিল। বাল্মী০ ৰামায়ণত ইক্ষ্বাকু বংশীয়সকলৰ কুল-দেৱতা আছিল নাৰায়ণ। মাধৱদেৱৰ মতে দশৰথ 'বিষ্ণুত ভকত সিটো পৰম মহন্ত।' আৰু 'সদাই ধৰ্মত ৰতি বিষ্ণুত ভকত/সৰ্বগুণযুক্ত গুণ সংক্তে মহত ॥'

দশৰথৰ ৰাজধানী অযোধ্যানগৰীৰ অৱস্থিতি —

কোশলৰ উত্তৰত অযোধ্যা নগৰ।
ছতি স্বৰ্গপুৰ অম্ৰাৱতী পটন্তৰ ॥

সৰযূৰ তীৰত অৱস্থিত কোশল জনপদৰ বৰ্ণনা বাল্মী০ ৰামায়ণত কিদৰে কৰা হৈছে, তাৰ আলোচনা মাধৱকন্দলীৰ ৰামায়ণৰ অযোধ্যাকাণ্ডৰ আলোচনা-প্ৰসংগত কৰা হৈছে। বাল্মী০ ৰামায়ণৰ মতেও অযোধ্যা-কোশল জনপদত অৱস্থিত আৰু ইন্দ্ৰৰ অমৰাৱতীৰ নিচিনা (ইন্দ্ৰস্যেৱা-মৰাৱতীম্ ১।৫।১৫)। মাধৱদেৱে বাল্মী০ ৰামায়ণৰ অযোধ্যাবৰ্ণন শাৰীয়ে শাৰীয়ে অনুবাদ কৰা নাই যদিও বৰ্ণনীয় বিষয়সমূহ মূলৰ সৈতে একে। ঘৰ, উদ্যান, সৰোবৰ, পথ, গড়, ধ্বজ, তোৰণ, হাতী-ঘোঁৰা-ৰথ, নৰ-নাৰী প্ৰভৃতিৰ বৰ্ণনাৰে অযোধ্যানগৰীৰ এখনি মনোৰম চিত্ৰ মাধৱদেৱে দাঙি ধৰিছে। তাত প্ৰজাসকলে নিজ নিজ বৰ্ণ-ধৰ্ম শৃংখলা লগাই পালন কৰে —

ব্ৰাহ্মণ ক্ষত্ৰিয় শূদ্ৰ বৈশ্য চাৰি জাতি ॥
আচৰে হৰিষে যাৰ যেন জাতি ধৰ্ম।
নিজ বৃত্তি বিনে নকৰয় আন কৰ্ম ॥

মূলতো চাৰিবৰ্ণৰ যথাযথ কৰ্তব্য পালনৰ কথা কোৱা হৈছে —

ক্ষত্রং ব্রহ্মমুখং চাসীদ্ বৈশ্যাঃ ক্ষত্রমনুব্রতাঃ।
শূদ্রাঃ স্বকর্মনিৰতাস্ত্রীন্ বর্ণানুপচাৰিণ. ॥ বা ১।৬।১৯

'ক্ষত্রিয়ই ব্রাহ্মণৰ মুখলৈ চায়, বৈশ্যই ক্ষত্রিয়ক অনুগমন কৰে আৰু শূদ্রই নিজ কর্তব্য পালন কৰি অন্য তিনিবর্ণক পৰিচর্য্যা কৰে।'

মাধৱদেৱৰ বর্ণনামতে অযোধ্যাত অনাচাৰ, হিংসা, মিছা, চুৰি আদি নাই; শোক-সন্তাপ, দন্দ-খৰিয়ালবো তাত স্থান নাই। অকালমৃত্যুৱে তাত প্রমাদ নঘটায়। 'সমস্তৰে অচলা সম্পত্তি ঘৰে ঘৰে'। এনেকৈন অযোধ্যাতে ৰজা হৈছিল দশৰথ, যিজনৰ অন্য গুণৰ লগতে —

ধৈর্যে যেন মেৰু গিৰি গম্ভীৰ সাগৰ।
প্রতাপতে আদিত্য ক্রোধত মহেশ্বৰ॥
দানে বলি কর্ণ হৰিশ্চন্দ্র সমসৰ।
বলে বুদ্ধি সমান ভোগত পুৰন্দৰ॥ ১৭৫
... বৃহস্পতি সম ৰাজ পৰম পণ্ডিত।
সাম দান ভেদ দণ্ড জানা চাৰি নয়। ইত্যাদি

মূলত দশৰথৰ মন্ত্রী-পুৰোহিত সকলৰো গুণ-বর্ণনা কৰিছে (১।৭ সর্গ) মূলত উল্লেখ থকা পুৰোহিত বশিষ্ঠ আৰু আঠজন প্রমুখ মন্ত্রীৰ কথা মাধৱদেৱেও সংক্ষেপে উল্লেখ কৰিছে —

মহামুনি বশিষ্ঠ ভৈলন্ত পুৰোহিত।
সুমন্ত্র প্রমুখ্যে আঠ মন্ত্রী সুবেষ্টিত॥

কৃত্তিঃ ৰামায়ণত মাধৱদেৱৰ আদিকাণ্ডত কৰাৰ দৰে মূলৰ নিচিনাকৈ দশৰথৰ ৰাজ্য আৰু মন্ত্রীৰ বর্ণনা কৰা নাই। ইয়াৰ বাহিৰেও কৃত্তিবাসে দশৰথৰ সিংহাসন অধিকাৰ প্রসংগত যি কাহিনী কৈছে, মাধৱদেৱৰ সেই কাহিনীৰ লগত পৰিচয় মাত্র থকাৰো প্রমাণ নাই। কৃত্তিবাসৰ মতে দশৰথৰ পিতৃ-মাতৃ অজ-ইন্দুমতীৰ অকাল-মৃত্যুৰ সময়ত — 'একবর্ষ বয়স্ক তখন দশৰথ।' তেতিয়া —

অল্পকালে পিতা-মাতা মৰিল দুজন।
দেখিয়া চিন্তিত যে বশিষ্ঠ তপোধন॥

সেই পুত্ৰ লৈয়া গেল আপনাৰ ঘৰে।
পড়াইল নানা শাস্ত্ৰ শাস্ত্ৰ অনুসাৰে।।
হইলেন পঞ্চ বৰ্ষ বয়ষ্ক যখন।
লইলেন আপনি পৈতৃক সিংহাসন।।
ভৃগুৰাম মুনি তাৰে অস্ত্ৰ দিল দান।
যত্ন কৰি শিখাইল শব্দভেদী বাণ।।

আনহাতে মাধৱদেৱে দশৰথৰ মাতৃ ইন্দুমতী কৈকেয়ীৰ বিৱাহৰ সময়ত জীৱিত থকাৰ বৰ্ণনা দিছে —

দশৰথ নৰপতি ভাৰ্য্যায়ে সহিত।
ৰত্নময় মন্দিৰত ভৈলা উপস্থিত।।
শুনি নৃপতিৰ মাতৃ পাছে ইন্দুমতী।
পুত্ৰবধূ দেখিবে আসিলা মহাসতী। ২২৫
কৈকেয়ীক দেখি পাইলা হৰিষ অপাৰ।
দিলা ৰত্নহাৰীক নানা বস্ত্ৰ অলংকাৰ।।

এনেকুৱা সম্পূৰ্ণ বিপৰীত বৰ্ণনা, মাধৱদেৱৰ 'আদিকাণ্ড' কৃত্তিবাসী ৰামায়ণৰ আধাৰত লিখা বুলি দাবি কৰা ড০ বুকেৰ মতৰ বিপৰীতে বলিষ্ঠ প্ৰমাণ।

## ॥ দশৰথৰ বিয়া ॥

বাল্মী০ ৰামায়ণত দশৰথৰ বিবাহ সম্পৰ্কীয় কোনো কথাৰেই উল্লেখ নাই। আনন্দ ৰামায়ণত দশৰথ-কৌশল্যাৰ বিবাহ সম্পৰ্কে এক বিচিত্ৰ কাহিনী বৰ্ণনা কৰা হৈছে। এই সম্পৰ্কত এইটোৱেই সৰ্বপ্ৰথম কাহিনী। অৱশ্যে মাধৱদেৱ অথবা কৃত্তিবাস, কাৰো ৰচনাতে এই কাহিনীৰ প্ৰভাৱ নাই পৰা। মাধৱদেৱে নিতান্ত বৈচিত্ৰ্যহীনভাৱে তিনি ফাঁকি পদত দশৰথ-কৌশল্যাৰ বিবাহ বৰ্ণনা কৰিছে (১৮১—১৮৩ পদ)। তেওঁৰ মতে —

কোশল ৰাজাৰ জীউ কৌশল্যা সুন্দৰী।
. .  ...  ...  ...
তাংক বিহা কৰিলন্ত প্ৰথমে নৃপতি ॥ ১৮১

কৃত্তি. ৰামায়ণত কোশল-ৰজাই পুৰোহিত ব্ৰাহ্মণক পঠিয়াই দশৰথক মাতি আনি নিজ কন্যাক সমৰ্পণ কৰা আৰু যৌতুক স্বৰূপে দশৰথক “আপনি অৰ্দ্ধেক ৰাজ্য দিলা অধিকাৰ” বুলি এক বিচিত্ৰ কাহিনী বৰ্ণনা কৰিছে। তাত বৰ্ণনা কৰা কথাসমূহৰ নাম-গোন্ধো মাধৱদেৱৰ দশৰথ-কৌশল্যাৰ বিবাহ-কথাত নাই।

কৈকেয়ীৰ স্বয়ম্বৰৰ কাহিনীও কোনো প্ৰাচীন ৰামকথাতে পোৱা নাযায়। প্ৰাকৃত গ্ৰন্থ ‘পউমচৰিয়’ত কৈকেয়ী স্বয়ম্বৰৰ এক বিচিত্ৰ কাহিনী আছে, পিছে এই বিষয়ত মাধৱদেৱ, কৃত্তিবাস, কোনো এজনৰে তাৰ লগত সম্পৰ্ক নাই।

বাল্মী০ ৰামায়ণৰ মতে কৈকেয়ী ৰজা অশ্বপতিৰ কন্যা ( ক্ৰোধাগাৰং প্ৰৱিশ্যাদ্য ক্ৰুদ্ধেৰাশ্বপতেঃ সুতে। · বা ২।৯।২২ )। তেওঁ কেকয় দেশৰ ৰজা [১০]। গিৰিব্ৰজপুৰ বা ৰাজগৃহ কেকয় ৰজাৰ ৰাজধানী [১১]। মাধৱদেৱে কৈকেয়ীৰ পিতাকৰ নাম কোৱা নাই আৰু তেওঁৰ ৰাজধানীৰ নামো উল্লেখ কৰা নাই। তেওঁ কৈকেয়ীৰ পৰিচয় দিছে —

কেকয় ৰাজ্যত আছে কেকয় নৃপতি।

কৈকেয়ী নামত কন্যা এক আছে তান।
ত্ৰিভুৱনে নাহি যাৰ ৰূপত সমান॥

মাধৱদেৱে কৈকেয়ীৰ যি নখ-শিখ ৰূপ বৰ্ণনা কৰিছে, সেই বৰ্ণনাই শংকৰদেৱৰ অষ্টম স্কন্ধ ভাগৱতত লক্ষ্মীৰ আৰু ‘ৰামবিজয়’নাট’ত সীতাৰ ৰূপ বৰ্ণনাক পদে পদে মনত পেলায়।

---

১০ তথা কেকয়ৰাজানং বৃদ্ধং পৰমধাৰ্মিকম্।
শ্বশুৰং ৰাজসিংহস্য সপুত্ৰং তমিহানয়॥ ( বা: ১।১৩।২৪ )

১১ পুৰং ৰাজগৃহং গত্বা শীঘ্ৰং শীঘ্ৰজৱৈৰ্হয়ৈঃ।
ত্যক্তশোকৈৰিদং বাচ্যঃ শাসনাদ্ ভৱতো মম॥ (বাঃ ২।৬৮।৬)

আৰু

গিৰিব্ৰজং পুৰৱৰং শীঘ্ৰমাসেদুৰঞ্জসা॥ (বা: ২।৬৮।২১)

কৃত্তিবাসে কৈকেয়ীৰ পৰিচয় এনেদৰে দিছে —

গিৰিৰাজ নগৰতে কেকয়ৰ ঘৰ।
সুখে ৰাজ্য কৰে ৰাজা অনেক বৎসৰ॥
কৈকেয়ী নামেতে কন্যা পৰম সুন্দৰী।
তাৰ ৰূপে আলো কৰে সেই ৰাজপুৰী॥

বাল্মী০ ৰামায়ণত থকা গিৰিব্ৰজপুৰেই কৃত্তিবাসী ৰামায়ণত গিৰিৰাজ নগৰ হ'বগৈ পায়। 'কেকয়' প্ৰকৃতপক্ষে ৰজাজনৰ নাম নাছিল। তেওঁ কেকয় দেশৰ ৰজা বাবেহে তেওঁৰ নাম কেকয়ৰাজ হৈছিল। মাধৱদেৱে কেকয় দেশৰ নাম উল্লেখ কৰিছে। মাধৱদেৱে কেকয়ীৰ যি ৰূপ-লাৱণ্যৰ বৰ্ণনা দিছে, তেনে বৰ্ণনা কৃত্তি:ৰামায়ণত নাই।

কৈকেয়ীৰ স্বয়ম্বৰলৈ দেশ-বিদেশৰ সকলো ৰজাকে দূত পঠাই নিমন্ত্ৰণ কৰাৰ কথা মাধৱদেৱৰ আদিকাণ্ড আৰু কৃত্তি: ৰামায়ণ দুয়ো ঠাইতে আছে যদিও কৃত্তিবাসে তেওঁৰ ৰচনাত কেকয়ৰজাই ব্ৰাহ্মণ পুৰোহিতক পঠাই দশৰথক বিশেষ নিমন্ত্ৰণ কৰি অনাৰ যি বৰ্ণনা দিছে, ইতিমধ্যে ৰামৰ পিতৃ বুলি বিশেষ গুৰুত্ব দি অহা সত্ত্বেও মাধৱদেৱে নিমন্ত্ৰণৰ ক্ষেত্ৰত এনে বৈশিষ্ট্য দিয়া নাই। ইফালে কৃত্তিবাসৰ তাত নথকা, কেকয় নৃপতিয়ে দশৰথক বিশেষ অতিথি সৎকাৰ কৰাৰ বৰ্ণনা মাধৱদেৱে বহলাই দাঙি ধৰিছে—

আছন্ত নৃপতিগণ পাতিয়া সমাজ।
সেহি সময়ত দশৰথ মহাৰাজ॥
সংগে সাজি লৈয়া গজ ৰাজী সেনা যত।
সেহি সমজ্যাক গৈয়া ভৈল উপগত॥ ১১৬
দশৰথ আসিবাৰ দেখি ৰাজাগণে।
পাৰ চাপি আথে ব্যেথে উঠিলা তেখনে॥
কেকয় ৰাজাৰ দেখি হৰিষ মিলিলা।
পৰম গৌৰৱে আনি সিংহাসন দিলা॥ ১১৭

... ... ... ...

পাত্র পুত্র মিত্র সমে কেকয় নৃপতি।
দশৰথ নৃপতিক কৰিলা ভকতি ॥ ১১১
সাদৰে ভৃংগাৰ ধৰি প্ৰক্ষালিলা পাৱ।
সহৰ্ষে কৰিলা পূজা বুলি বহু ভাৱ ॥ ইত্যাদি

মাধৱদেৱে কৈকেয়ী স্বয়ম্বৰ সভাত প্ৰৱেশ কৰাৰ প্ৰসংগতো তেওঁৰ ত্ৰৈলোক্যমোহিনী ৰূপৰ বৰ্ণনা দি তাত থকা ৰজাসকলে ৰাজকুমাৰীৰ ৰূপ দেখি মদন-পীড়িত হোৱাৰ পৰিৱেশ সৃষ্টি কৰিছে। কৈকেয়ীক দেখি ৰজা-সকলৰ মদন-বিকাৰ হোৱা এই বৰ্ণনাই শংকৰদেৱৰ 'ৰামবিজয় নাট'ত সীতাৰ স্বয়ম্বৰত ৰজাগণ আৰু ভাগৱতত লক্ষ্মী-স্বয়ম্বৰত ঋষি, দেৱতা আৰু অসুৰগণৰ মদন-বিকাৰ হোৱাৰ বৰ্ণনালৈ মনত পেলায়।

মাধৱদেৱৰ আদিকাণ্ডত কৈকেয়ীৰ স্বয়ম্বৰত উপস্থিত সুদৰ্শন নামৰ ৰজা এজনে পূৰ্বকথা ৰূপে দিলীপ-সুদক্ষিণাৰ কথা অৱতাৰণা কৰিছে —

সূৰ্যবংশে ৰাজা দিলীপ আছিলা
পৰম গুণে মহন্ত।
মাথে মাল্য দিয়া গৈয়া সুদক্ষিণা
দিলীপক বৰিলন্ত ॥ ২১৬
ইয়ো মহাসতী যেন সুদক্ষিণা
সমস্ত গুণক ধৰে।
কোন পুণ্যৱন্ত আছে ভগৱন্ত
নাজানো কাহাক বৰে ॥

কালিদাসৰ ৰঘুবংশৰপৰাই মাধৱদেৱে দিলীপৰ পত্নী বুলি সুদক্ষিণাৰ পৰিচয় পোৱাটো সম্ভৱ। উল্লেখযোগ্য যে কৃত্তিবাসৰ ৰচনাত ক'তো দিলীপ-পত্নী সুদক্ষিণাৰ নামকে উল্লেখ কৰা নাই।

কৃত্তিবাসৰ ৰামায়ণত 'ত্ৰিভুবনে নিৰুপমা' কৈকেয়ীক স্বয়ম্বৰ সভাত প্ৰৱেশ কৰা দেখি 'এই মূৰ্তি অধোমুখ কৰে ৰাজাগণ' —

পূৰ্বে ৰাজকন্যা যেন ছিল ইন্দুমতী।
সেই যেন বৰিলেক অজ মহামতি ॥

তাহাৰ ৰূপেৰ কথা গেল দেশে দেশে।
বিবাহার্থে ৰাজগণ এলেন হৰিষে ॥
ইন্দুমতী বৰিলেক অজ মহাৰাজে।
সব ৰাজা গেল দেশে পড়িয়া যে লাজে ॥
পৰম সুন্দৰ ৰাজা ৰাজচক্ৰবৰ্ত্তী।
দশৰথ তুল্য নাহি ভূমিত নৃপতি।
দশৰথ থাকিতে বৰিবে কোনজনে।

অজ-ইন্দুমতীৰ দৃষ্টান্তৰ অনুৰূপে মাধৱদেৱে দিলীপ-সুদক্ষিণাৰ দৃষ্টান্তৰ অৱতাৰণা কৰাটো অসম্ভৱ নহয়, কিন্তু এনেকুৱা পাতলীয়া প্ৰভাৱৰ ভিত্তিতে ক'ব নোৱাৰি যে মাধৱদেৱৰ আদিকাণ্ডৰ তাত্তৰ বৈশিষ্ট্য হৈছে ই কৃত্তিবাসৰ ৰামায়ণৰ ওপৰত আধাৰিত। কৈকেয়ীৰ স্বয়ম্বৰ আৰু সুমিত্ৰাৰ বিয়াৰ ধাৰণাও যদি মাধৱদেৱে 'ওজাপালি' ৰূপত বহু প্ৰচলিত কৃত্তিঃৰামায়ণৰপৰা লাভ কৰিছে, তথাপি উক্ত সিদ্ধান্ত দিয়াটো কেতিয়াও যুক্তিকৰ নহয়। তেতিয়া হ'লে ইয়াতকৈ গুৰুতৰভাৱে মাধৱদেৱক প্ৰভাৱিত কৰা পদ্মপুৰাণ, ৰঘুবংশ, হনুমন্নাটক, ভাগৱত পুৰাণ আদিৰ ক্ষেত্ৰত কি কৰা হ'ব? মূল ভেঁটি বাল্মীকীয় ৰামায়ণৰতো কথাই নাই।

মাধৱদেৱৰ আদিকাণ্ডত কৈকেয়ীয়ে দশৰথক বৰমাল্য পিন্ধাই বৰণ কৰাৰ পাছত কেকয়ৰজাই 'বিধি ব্যৱহাৰে কন্যা সম্প্ৰদান' কৰি হয়-হস্তী, ৰথ, দাস-দাসী, গ্ৰাম-দেশ, সুবৰ্ণ-ৰজত, মুকুতা-মাণিক আদি যৌতুক দিয়াৰ উপৰিও বিয়াৰ সভাত উপস্থিত থকা অসংখ্যাত ৰজাকো অপাৰ যৌতুক সম্ভাৰ দিয়াৰ বৰ্ণনা কৰিছে। কেকয়ৰজাই অনেক ভকতিৰে সমস্তুৰাক কুসুম-চন্দন, বস্ত্ৰ-অলঙ্কাৰ আদিৰে সন্তুষ্ট কৰাৰ পাছত "ৰাজাক সাদৰি, গৈলা ঘৰাঘৰি, ৰাজা-প্ৰজা নিৰন্তৰ ॥"

কৃত্তিঃৰামায়ণত স্বয়ম্বৰ অন্ত হওঁতেই "ৰাজাগণ পৰস্পৰ কৰিয়া সম্মান/ বিদায় লইয়া গেলা নিজ নিজ স্থান ॥" তাৰ পাছত —

কন্যাদান কৰে ৰাজা পৰম কৌতুকে।
মন্থৰা নামেতে চেড়ী দিলেন যৌতুকে ॥

কুঁজ তাৰ পৃষ্ঠেতে নড়িতে নাৰে বুড়ী ।
ক্ষতি কৰে তাৰ য'ৰ কাছে থাকে চেড়ী ॥
মাণিক মুকুতা লাক পাইল বিস্তৰ ।
যথোপৰি নিজদেশে চলিলা সত্বৰ ॥

কৃত্তিবাসে কৈকেয়ীৰ অন্য যৌতুকতকৈ মাব ওচৰত থাকে; তাৰে ক্ষতি কৰা অমঙ্গলীয়া মন্থৰাক যৌতুক স্বৰূপে পিতাকে জীয়েকক দিয়াৰ কথাত যি গুৰুত্ব আৰোপ কৰিছে, সেয়া অসংগত কথা। বাল্মী$_{0}$ ৰামায়ণত কৈকেয়ীক ৰাম-বনবাসৰ কুমন্ত্ৰণা দিয়াৰ প্ৰসংগতহে মন্থৰাৰ কথা কৈকেয়ীয়ে পিতাকৰ ঘৰৰপৰা লগত অনা দাসী বুলিছে ( বা ২।৬।১ )। মাধৱ-কন্দলীৰ ৰামায়ণত মন্থৰাই কৈকেয়ীক "কিনো পাপ কৰিলো যৌতুকে দিল মোক" বুলি কোৱাৰ কথা আছে ।

মাধৱদেৱে বিবাহৰ প্ৰসংগত অমঙ্গলীয়া কুঁজী মন্থৰাক কৈকেয়ীৰ লগত দিয়া কথাৰ অৱতাৰণা কৰাটো মূঠেই আৱশ্যক বুলি নাভাবিলে। কৈকেয়ীৰ সৈতে দশৰথে নিজৰ ৰত্নময় মন্দিৰত প্ৰবেশ কৰাৰ সময়ত দশৰথৰ মাতৃ ইন্দুমতীয়ে আদৰ সাদৰ কৰাৰ বৰ্ণনাটো যে মাধৱদেৱৰ স্বতন্ত্ৰ উদ্ভাৱন, সেই কথা ইতিমধ্যে আলোচনা কৰি অহা হৈছে ।

বাল্মী$_{0}$ ৰামায়ণত সুমিত্ৰাৰ পিতৃ সম্পৰ্কে কোনো কথা নাই। ৰঘু-বংশ, আনন্দ ৰামায়ণ আৰু পদ্মপুৰাণৰ উত্তৰ খণ্ডত সুমিত্ৰাক মগধ ৰজাৰ কন্যা বোলা হৈছে *। মাধৱদেৱ আৰু কৃত্তিবাস, দুয়ো জনৰে ৰামায়ণত সুমিত্ৰাক সিংহলৰ ৰজা সুমিত্ৰৰ কন্যা বুলিছে আৰু সুমিত্ৰই ৰাজপুৰোহিতৰ হতুৱাই মতাই আনি দশৰথক সুমিত্ৰাক দান কৰাৰ কথা হৈছে। কৃত্তিবাসৰ মতে দশৰথৰ আগৰেপৰা 'হইতে সুমিত্ৰাপতি ছিল মনোৰথ'। কৌশল্যা আৰু কৈকেয়ীয়ে সেই কথা জানিছিল কাৰণে দশৰথে স্বপ্নাৰ ছলেৰেহে সুমিত্ৰাক বিয়া কৰাবলৈ পৈছিল। মাধৱদেৱে দশৰথৰ এনে পূৰ্বসংকল্প আৰু তেওঁৰ পূৰ্ব পত্নী দুজনাকীৰ ভয়ত মৃগয়াৰ ছলেৰে যোৱাৰ কথা কোৱা নাই।

* ৰঘুবংশ ৯।১৭, আনন্দ ৰামায়ণ ১।১।৭০, পদ্মপুৰাণ, উত্তৰঃ ১৪২।৮

মাধৱদেৱৰ মতে সুমিত্ৰৰ দূতৰ কথা শুনি দশৰথে পুৰোহিত বশিষ্ঠক আৰু পাত্ৰ-মন্ত্ৰীসকলক মতাই আনি ক'লে —

বিভা কৰিবাক যাইবো সুমিত্ৰাৰ থানে।
দিন তিনিমান থাকিবাহা সাৱধানে ॥ ইত্যাদি

কৃত্তিবাসৰ ৰচনাত সুমিত্ৰই দশৰথক মাত্ৰ পাদ্য-অৰ্ঘ্য দি পূজা কৰি অভ্যৰ্থনা কৰাৰ ঠাইত মাধৱদেৱৰ ৰচনাত সুমিত্ৰই বিধিমতে সভাৰে পূজা কৰি 'কতপুণ্যে দেখিলোঁহো চৰণ তোমাৰ'- ইত্যাদি স্তুতিবাণীৰে দশৰথৰ অনেক গুণ-কীৰ্তন কৰিবলৈ ধৰিলে। এই প্ৰসংগত সুমিত্ৰই দশৰথক কৈছে—

সূৰ্য অংশধৰ তুমি যেন বিষ্ণুমূৰ্তি ॥ ২৩৯
লোকক শীতল কৰা চন্দ্ৰ অংশ ধৰি।
মহাবল পৰাক্ৰমে ইন্দ্ৰ নোহে সৰি ॥
ধন বৃষ্টি কৰ'া তুমি কুবেৰ সমান ॥
লোক দণ্ডধৰ তুমি যেন যম সম ॥ ২৪০
ধৰ্ম প্ৰতিপালনত বিষ্ণুৰ সমসৰ।
লোক পালনত তুমি সৰ্ব অংশধৰ ॥

দশৰথৰ এই প্ৰশস্তিত ৰঘুবংশত থকা দশৰথ ৰজাৰ নিম্নোক্ত বৰ্ণনাৰ ছাঁ সুস্পষ্ট —

সমতয়া বসুবৃষ্টিবিসৰ্জনৈৰ্নিয়মনাদসতাং চ নৰাধিপঃ।
অনুযযৌ যমপুণ্যজনেশ্বৰৌ সৱৰুণাৱৰুণাগ্ৰসৰং ৰুচা ॥ (৯।৬

এই শ্লোকত দশৰথক অসৎ লোক নিগ্ৰহৰ কাৰণে বৰুণৰ লগত, সকলোকে সমদৃষ্টিৰে চোৱাৰ কাৰণে যমৰ লগত, ধনবৃষ্টি কৰাৰ কাৰণে কুবেৰৰ লগত আৰু কান্তিত সূৰ্যৰ লগত তুলনা কৰা হৈছে।

মাধৱদেৱে সুমিত্ৰাৰ বিয়াৰ বৰ্ণনা কৃত্তিবাসতকৈ বহল ৰূপত দিছে। বিয়াৰ পৰবৰ্তী কথাখিনিও দুয়োজনৰ ৰচনাত একে নহয়। মাধৱদেৱৰ মতে বিবাহ-মংগল সমাপ্ত হোৱাৰ পাছতে দশৰথে সুমিত্ৰক বন্দনা কৰি বিদায় মাগিলে। বিদায় পৰত সুমিত্ৰই দশৰথক বিনয় বচনেৰে ক'লে —

মোৰ জীউখানিক পালিবা মহাশয় ॥
অবোধ ছৱাল নোহে তোমাৰ উচিত।
তথাপিতো দাসী বুলি পালিবাহা নিত ॥ ২৫১

এই বিদায়-বাণীয়ে শংকৰদেৱৰ 'ৰুক্মিণী-হৰণ কাব্য'ত কৃষ্ণ-ৰুক্মিণীক ভীষ্মক, শশীপ্ৰভা আদিয়ে বিদায় দিয়াৰ বৰ্ণনালৈ মনত পেলায়। অৱশেষত দশৰথ সুমিত্ৰাৰে সৈতে অযোধ্যা পোৱাত —

আপন আবাসে নানা জয় সুমংগলে।
সুমিত্ৰা সহিতে প্ৰবেশিলা কুতুহলে ॥
দশৰথ নৃপতিৰ মাতৃ ইন্দুমতী।
কৌশল্যা কৈকেয়ী দুয়ো বহাৰী সহিতি ॥
আনো শান্তী সুন্দৰী আয়তী লৈয়া সঙ্গে।
মংগল আচাৰ যত কৰিলন্ত ৰঙ্গে ॥ ২৫৭

এইদৰে দুই সতিনী কৌশল্যা আৰু কৈকেয়ীয়েও মংগল আচাৰ কৰি আদৰি নিয়া সুমিত্ৰাৰ বিষয়ে মাধৱদেৱে কৈছে —

সুমিত্ৰাৰ ৰূপ-গুণ চৰিত্ৰ আচাৰে।
মনত মিলিল আতি আনন্দ সবাৰে ॥
সবেও দিলন্ত দিব্য বস্ত্ৰ অলংকাৰ।
নানা মণি ৰত্ন দিয়া কৰিলা সংকাৰ ॥ ২৫৮

কৃত্তিবাসৰ মতে দশৰথে সুমিত্ৰৰ 'সিংহল নগৰ'তে বাহী বিয়াৰ দিনটো কটায়। মাধৱদেৱৰ বৰ্ণনাত 'সিংহল দ্বীপ' (২৩৫ পদ)ৰ পৰা দশৰথ বিয়াৰ পাছতে সুমন্ত্ৰই চলোৱা ৰথত উঠি আহে। তাৰাচাঁদদাস-সম্পাদিত কৃত্তিবাসী ৰামায়ণৰ পাঠৰ মতে সুমিত্ৰাক লৈ দশৰথ ৰথত উঠি আহি থাকোঁতে —

সুমিত্ৰাৰ ৰূপে ৰাজা মদনে মোহিত।
×× বিলম্ব না সহে তাৰ কৰে ইচ্ছাচাৰ।
ৰথেৰ উপৰে ৰাজা কৰেন শৃংগাৰ ॥
বাসি বিভা পৰদিন হয় কালৰাত্ৰি।

স্ত্ৰী পুৰুষ এক ঠাই নাথাকে সংহতি।
কালৰাত্ৰে যে নাৰীকে কৰে পৰশন।
সে স্ত্ৰী দুৰ্ভাগা হয়, না হয় খণ্ডন ॥

ৰামানন্দ চট্টোপাধ্যায়-সম্পাদিত কৃত্তিবাসী ৰামায়ণত এই কাহিনী নাই। কৃত্তিবাসী ৰামায়ণত পৰৱৰ্তী কবি, লিপিকাৰ আৰু গায়কসকলে যে নিজ অভিৰুচি আৰু বুদ্ধি অনুযায়ী, কেতিয়াবা আকৌ শ্ৰোতাসকলৰ ৰুচিলৈ চাই অনেকখিনি যোগ-বিয়োগ কৰি আহিছে, এই কথা পণ্ডিত মাত্ৰেই স্বীকাৰ কৰে।

কৃত্তি:ৰামায়ণত কৌশল্যা আৰু কৈকেয়ীয়ে সুমিত্ৰাক মাংগলিক আচাৰেৰে আদৰি অনাটো সুৰবে কথা, বৰঞ্চ —

কৌশল্যা কৈকেয়ী তাঁৰা ৰাণী দুইজন।
সুমিত্ৰাৰ ৰূপ দেখি ভাবে মনে মন ॥
নিৰবধি সেবে তাঁৰ পাৰ্বতী শংকৰ।
সুমিত্ৰা দুৰ্ভাগা হোক এই মাগে বৰ ॥

মাধৱদেৱৰ আদিকাণ্ডত দশৰথৰ পত্নীসকলৰ সংখ্যা এনেদৰে দিছে —

এহিমতে নৃপতি তিলক দশৰথ।
একে একে বিবাহ কৰিলা সাতশত ॥
সবাতে প্ৰধান ভৈল তিনি মহাদই।
কৌশল্যা সুমিত্ৰা সতী সুন্দৰী কৈকেয়ী ॥

তাৰ ভিতৰত –

কৈকেয়ীৰ ৰূপে মুহিবেক নৃপতিক।
তাংক স্নেহ কৰে ৰাজা সবাতো অধিক ॥

কৃত্তিবাসৰ মতে মাই ৰাণী তিনিগৰাকীৰ লৈতে পুত্ৰহীন হৈ কাল কটাৰ লগাত দশৰথৰ মনত 'দুঃখদাহ' হ'ল আৰু দশৰথে 'কৰিলেন সাত শত পঞ্চাশ বিবাহ'। মুখ্য তিনি গৰাকী ৰাণীৰ ভিতৰত সুমিত্ৰা 'পৰমা সুন্দৰী যদিও তেওঁ সতিনীৰ ঈৰ্ষাত দুৰ্ভাগা' হ'ল। ৰজাই কৈকেয়ীক প্ৰাণৰ অধিক যেন দেখাৰ কোনো কাৰণ কৃত্তিবাসে দেখুৱা নাই।

দশৰথৰ পত্নীসকলৰ সংখ্যা বিভিন্ন ৰামায়ণী সাহিত্যত বিভিন্ন ধৰণে দিয়া দেখা যায়। বাল্মী০ ৰামায়ণত ৰামৰ বনগমনৰ সময়ত দশৰথৰ তিনি শ পঞ্চাছ গৰাকী পত্নী থকাৰ বৰ্ণনা আছে (বাঃ ২।৩৪।১০)। আনন্দ ৰামায়ণৰ মতে মহাদেৱ তিনিশগৰাকীৰ বাদে দশৰথৰ তিনিশ পত্নী। উড়িয়া সাৰলাদাস ৰামায়ণত সাতশ পঞ্চাশ গৰাকী। মাধৱদেৱে দিয়া দশৰথৰ পত্নীৰ সংখ্যাও এনে এক বৈচিত্ৰ্য মাত্ৰ। মাধৱকন্দলীৰ ৰামায়ণত সীতাৰ পাচঁ শ গৰাকী শাহুৱেক (১৯৩৭ পদ) বোলা হৈছে।

## ॥ দশৰথৰ ৰাজ্যত শনিৰ দৃষ্টি ॥

মাধৱদেৱৰ 'আদিকাণ্ড'ত দশৰথৰ বিবাহোত্তৰ কথাসমূহৰ ভিতৰত শনিৰ দৃষ্টি ৰোহিণীত পৰাৰ ফলত ঘটা ঘটনাৱলীয়েই প্ৰথম। 'ৰাজ্য চিন্তা নাহি ভৈলা ভাৰ্যাত মোহিত' হৈ দশৰথে ভাৰ্যাসকলৰ সৈতে ৰাজ্যভোগ ভুঞ্জি কাল কটোৱাৰ সময়তে নাৰদ আহি উপস্থিত হ'ল। নাৰদক দশৰথে আগমনৰ কাৰণ সোধাত ঋষিয়ে ক'লে —

ভাল মন্দ চিন্তা তুমি নকৰা ৰাজ্যৰ ॥ ২৬৩
সূৰ্যবংশে ভৈল যত নৃপতি মহন্ত।
পুত্ৰতো অধিক কৰি ৰাজ্য পালিলন্ত ॥
সেহি সূৰ্যবংশে তুমি নৃপতি প্ৰধান।
স্ত্ৰীত ভৈলাহা বাউল চিন্তা নাহি আন ॥ ২৬৪
× × তোমাৰ ৰাজ্যৰ লোকে পাৱে বৰ দুখ।
নভৈল অপত্য নেদেখিলা পুত্ৰ মুখ ॥ ২৬৫
তুমি সুখে আছা দুখ পাৱে লোক যত।
এতি পাপে পাচে পৰিবাহা নৰকত ॥

সেই কথা শুনি দশৰথে প্ৰতিবাদ কৰি ক'লে —

কৰিছো লোকক আমি কিবা অপকাৰ ॥ ২৬৬

নাহি দণ্ড বন্ধ বন্দাবন বৈৰভয় ।
নাহি পাল পাক লোক কুশলে আছয় ॥
নাহি চোৰ চোক শত্রুভয় অকালত ।
কোনে অপযশ ঘোক কৰয় লোকত ॥

তেতিয়া নাৰদে ক'লে —

সম্পূর্ণে শনিৰ দৃষ্টি তৈল ৰোহিণীত ।
বৃষ্টি নাহি একো শস্য নোপজে ভূমিত ॥ ২৬৮
সিকাৰণে অন্নদুখ পাৱে লোক যত ।
আপুনি দেখিয়ো ৰাজা ফুৰিয়া ৰাজ্যত ॥

কৃত্তিবাসৰ ৰামায়ণত থকা এই সম্পৰ্কীয় আখ্যানটোৰ লগত মাধৱ-দেৱে বৰ্ণনা কৰা এই আখ্যানৰ মূল কথাখিনি একেই। পদ্মপুৰাণৰ গৌড়ীয় পাঠৰ পাতালখণ্ডতো দশৰথ-শনিৰ বৃত্তান্তটো আছে। এই লেখিকাই গৌড়ীয় পাঠৰ (অপ্ৰকাশিত) সংশ্লিষ্ট অংশটো নিজে দেখা নাই, ড০ অশোক চেটাৰ্জীৰ Padma Purana, A study নামৰ গ্ৰন্থত উদ্ধৃত কৰা সংক্ষিপ্ত ইংৰাজী বৰ্ণনাৰ সহায়তহে এই সংক্ৰান্তত তুলনা দাঙি ধৰিব লগীয়া হৈছে। মূল প্ৰতিলিপিৰ লগত মিলাই চোৱাৰ ভাৰ সেইসকল আগ্ৰহী অনুসন্ধানকাৰীলৈ থোৱা হ'ল, । যিসকলে আমাৰ দৰে সীমিত সুবিধাৰে এনে গুৰুত্বপূৰ্ণ কামলৈ হাত মেলিব লগীয়া নহয় ।

পদ্মপুৰাণৰ উত্তৰখণ্ডতো (৩৪ অঃ) চমুকৈ দশৰথ-শনিৰ বৃত্তান্তটো উল্লেখ কৰিছে। অৱশ্যে গৌড়ীয় পাতালখণ্ডত থকা বৃত্তান্তটোতকৈ ইয়াত বৰ্ণনা কৰা কাহিনীটোত কিছু ভিন্নতা পৰিলক্ষিত হয়। কৃত্তিবাসৰ দশৰথ শনিৰ বৃত্তান্তৰ মূল উৎস পদ্মপুৰাণৰ গৌড়ীয় পাতালখণ্ডত থকা বৃত্তান্তটোৱেই হ'ব লাগিব। কৃত্তিবাসে অৱশ্যে পদ্মপুৰাণৰপৰা তদ্ৰূপ কাহিনীটো গ্ৰহণ কৰা নাই। ইফালে মাধৱদেৱে বৰ্ণনা কৰা কাহিনীটো কৃত্তিবাসৰ লগতহে প্ৰায় মিলি আছে। অৱশ্যে চৰিত্ৰসমূহৰ কথোপকথনত সামান্য ভিন্নতা এই দুটাইৰ বৰ্ণনাত পৰিলক্ষিত হয় ।

পদ্মপুৰাণৰ পাতালখণ্ডত থকা মতে এবাৰ দশৰথৰ ৰাজ্যত অনাবৃষ্টি

হ'ল। এজন দৈৱজ্ঞ যতিৰপৰা দশৰথে জানিব পাৰিলে যে তেওঁৰ ওপৰত শনিৰ কু দৃষ্টি পৰাৰ ফলতে এনে ঘটিছে। তেতিয়া তেওঁ শনিৰ প্ৰতি স্পৰ্ধা দেখুৱাই নক্ষত্ৰমণ্ডললৈ যাত্ৰা কৰিলে আৰু শনিৰ দৃষ্টি পৰি তেওঁৰ ৰথ ছিন্ন-ভিন্ন হৈ পৰাত দশৰথ তললৈ সৰি পৰিল। তাকে দেখি গৰুড়ৰ পুত্ৰ আৰু সম্পাতিৰ ভ্ৰাতৃ জটায়ু পক্ষীয়ে তেওঁকাৰে দশৰথক নপৰাকৈ ধৰি ৰাখিলে। অগ্নি-সাক্ষী কৰি দশৰথে জটায়ুৰ লগত মিত্ৰতা কৰিলে। ইফালে শনিৰ প্ৰতি ব্ৰহ্মাস্ত্ৰ প্ৰয়োগ কৰি বীৰত্ব প্ৰদৰ্শন কৰা দশৰথক শনিয়ে সন্তুষ্ট হৈ বৰ দিব খুজিলে। শনিয়ে ৰোহিনী নক্ষত্ৰৰ পৰা যাতে দৃষ্টি আঁতৰাই নিয়ে দশৰথে সেই বৰ ল'লে।

উত্তৰখণ্ডত থকা বৰ্ণনা অনুসৰি কৃত্তিকাৰ পাছত ৰোহিণীক ভেদ কৰি শনিয়ে গতি কৰি তাৰ ফলত ১২ বছৰ ধৰি দুৰ্ভিক্ষ হ'ব[১২]। বুলি দশৰথে দৈৱজ্ঞৰপৰা জানিব পাৰিলে। সেই কথা শুনি দশৰথে মন্ত্ৰীসকলৰ সৈতে পৰামৰ্শ কৰিলে। পুৰবাসী আৰু জনপদবাসী সমন্বিতে সকলোৰে প্ৰলয় উপস্থিত হ'ল বুলি কোৱাকুই কৰিবলৈ ধৰিলে। দুঃসাহস কৰি দশৰথে ব্ৰহ্মা আৰু ইন্দ্ৰৰো ক্ষমতাৰ অতীত সেই শনিৰ ৰোহিণীভেদ ৰোধ কৰিবৰ উদ্দেশ্যে ৰথত উঠি দিব্য অস্ত্ৰ লৈ নক্ষত্ৰমণ্ডললৈ গ'ল। ৰোহিণী-পৃষ্ঠত আৰোহণ কৰি দশৰথে শনিৰ উদ্দেশ্যে সংহাৰাস্ত্ৰ প্ৰয়োগ কৰা দেখি সন্তুষ্ট হৈ শনিয়ে ক'লে— "হে ৰাজেন্দ্ৰ! তোমাৰ পৌৰুষ ৰিপুৰ প্ৰতি পৰম ভয়ংকৰ। দেৱ, অসুৰ, মনুষ্য, সিদ্ধ, বিদ্যাধৰ, নাগ সকলোটি মোৰ দৃষ্টি পৰা মাত্ৰকে ভস্মীভূত হয়। মই তোমাৰ পৌৰুষ আৰু তপস্যাত সন্তুষ্ট হৈছোঁ। তুমি বৰ প্ৰাৰ্থনা কৰাঁ, মনে মনে যি ইচ্ছা কৰা, মই তাকে দিম। তেতিয়া দশৰথে নদী-সাগৰ, চন্দ্ৰ-সূৰ্য-মেদিনী থকালৈকে শনিক ৰোহিণী ভেদ কৰি নাযাবলৈ বৰ প্ৰাৰ্থনা কৰিলে। সন্তুষ্ট

---

১২ কৃত্তিকান্তে শনিং জ্ঞাত্বা দৈৱজ্ঞৈৰ্জ্ঞাপিতো হি সঃ।
ৰোহিণীং ভেদয়িত্বা চ শনিৰ্যাস্যতি সাম্প্ৰতম্॥ ৬
শাকটং ভেদমত্যুগ্ৰং সুৰাসুৰভয়ংকৰম্।
দ্বাদশাব্দং তু দুৰ্ভিক্ষং ভবিষ্যতি সুদাৰুণম্॥ ৭ (পদ্ম/সৃষ্টি/৩৪ অঃ)

হৈ সেই বৰ প্ৰদান কৰি আৰু এটা বৰ শংবৰৈ কোৱাত দশৰথে দ্বিতীয়টো বৰ প্ৰাৰ্থনা কৰিলে ( প্ৰাৰ্থয়ামাস হৃষ্টাত্মা বৰমন্যং শনেস্তদা ॥ ২৩ ) — শনিয়ে যাতে ৰোহিণীশকট ভেদ কৰি কেতিয়াও বাৰ বছৰীয়া দুৰ্ভিক্ষ সৃষ্টি নকৰে ( ন ভেত্তব্যং হি শকটং ত্বয়া ভাস্কৰনন্দন। দ্বাদশাব্দং তু দুৰ্ভিক্ষং ন কৰ্তব্যং কদাচন ॥ ) উত্তৰখণ্ডত বৰ্ণিত এই কাহিনীত শনিৰ দৃষ্টি পৰি ৰথ জ্বলি দশৰথ তললৈ পৰা আৰু ভেঙিয়া জটায়ুৱে ধৰি ৰখাত দশৰথ-জটায়ুৰ মিত্ৰতা-বন্ধন হোৱাৰ কথা উল্লেখ কৰা নাই। পাতালখণ্ডৰ কেৱল খোৱাৰ পাঠত বৰ্ণিত, ওপৰত উল্লে। কবি অহা কাহিনীটো পৰৱৰ্তী সংযোজনা হ'ব লাগিব।

পদ্মপুৰাণৰ পাতালখণ্ডত দৈৱজ্ঞৰ পৰা দশৰথে ৰাজ্যত অনৰ্থ ঘটাৰ সম্ভাৱনাৰ কথা জানিব পাৰি তাৰ প্ৰতিকাৰৰ অৰ্থে যত্নপৰ হৈছে। মাধৱদেৱ আৰু কৃত্তিবাস — দুয়োৰে ৰচনাত স্ত্ৰীৰ সংগত ব্যস্ত হৈ কৰ্তব্যবিমুখ হোৱা ৰজা দশৰথক সেই কথা নাৰদে আহি জনাইছে। মাধৱদেৱৰ ৰচনাত 'স্ত্ৰীত বাউল' যদিও দশৰথক সম্পূৰ্ণভাৱে কৰ্তব্যবিমুখ হৈ থকা বুলিব নোৱাৰি। তেওঁ চোৰ আৰু শত্ৰু ভয়ৰ পৰা মুক্ত হৈ, পাল পটা দণ্ড-বন্ধৰ ৰজাধৰীয়া হেঁচা নোহোৱা অৱস্থাত প্ৰজাগণ কুশলে আছে বুলি দৃঢ়ভাৱে নাৰদক কব পাৰিছে। কৃত্তিবাসী ৰামায়ণত কিন্তু দশৰথে তেওঁৰ কৰ্তব্য-পালনৰ প্ৰতি অৱহেলাতকৈ প্ৰজাৰ কৰ্মফলকহে দোষাৰোপ কৰি কৈছে—

দুঃখ পায় প্ৰজাগণ নিজ কৰ্মফলে।

কোন দোষে প্ৰজাগণ মোৰে মন্দ বোলে।

মাধৱদেৱৰ ৰচনাৰ দৰে কৃত্তিঃ ৰামায়ণত নাৰদে অনাবৃষ্টিৰ কাৰণ কোৱাৰ পাছত ৰজাক কৰ্তব্য সঁকিয়াই দিয়া নাই। মাধৱদেৱৰ 'আদিকাণ্ড'ত নাৰদৰ কথা শুনি প্ৰজাইনো তেওঁৰ দোষ কি দৰে ৰটিছে সেই কথা জানিবলৈ ৰথত উঠি দক্ষিণ দিশলৈ গৈছে। কৃত্তিঃ ৰামায়ণত দশৰথে নিজ বিবেচনাৰেহে ৰাজ্য চলাবলৈ উত্তৰ দিশলৈ গৈছে। দুয়ো ঠাইতে দশৰথে গৈ এখন বনত নানা পশু-পক্ষী আৰু সৰোবৰ আদি পাইছে আৰু এজোপা গছৰ তলত বহি জিৰাবলৈ লওঁতে এহাল চৰাইৰ কথোপকথন শুনিবলৈ পাইছে। মাধৱদেৱৰ ৰচনাত — "সেহি বৃক্ষ ডালত শালিকা দুই আছে। আৰু কৃত্তিঃ

ৰামায়ণত "শাৰী শুকপক্ষী আছে সেই বৃক্ষডালে"। মাধৱদেৱৰ ৰচনাত শালিকা চৌৱে মাইকী জনীক 'ই বন এৰিয়া আসা যাও' আন বনে' বুলি প্ৰস্তাৱ দিয়াত সাত পুৰুষ ধৰি বাস কৰি অহা সেই বন এৰি যাবলৈ শালিকী অমাস্তি হয়। তেতিয়া শালিকাই যুক্তি দেখুৱাই কয় যে-সূৰ্যবংশৰ ৰজাসকলৰ ৰাজত্বত সিহঁতে কোনো দুখ পাব লগীয়া নহৈছিল, কিন্তু স্ত্ৰী লৈ ক্ৰীড়া কৰি থাকি প্ৰজা পালন নকৰি অধৰ্ম কৰা দশৰথৰ ৰাজ্যত একো আহাৰেই বনত পাবলৈ নাইকিয়া হ'ল, কাৰণ "নাহি ৰৱষুণ শক্ৰ বৎসৰ ৰাজ্যত"। যিহেতুকে দশৰথে ৰাজ্যৰ সুখ-দুখ নাজানে, সেই কাৰণে শালিকাই এই সিদ্ধান্ত লৈছে — "ঝাটে গুচি যাও' আমি আনো বনান্তৰ"।

কৃত্তিঃবামায়ণত —

পক্ষিণী কহিল কথা পক্ষিৰাজ সংগে।
×× কত আৰ পাব কষ্ট নিত্য উপবাসী॥
সূৰ্যবংশ ৰাজ্যে কভু দুঃখ নাহি জানি।
চৌদ্দবৰ্ষ অনাহাৰ, নাহি পাই পানী॥
×× ভূপতি হইয়া ৰাজ্যে চেষ্টা নাহি কৰে।
ৰাত্ৰি দিন স্ত্ৰী লইয়া থাকে অন্তঃপুৰে॥
×× অতএব চল প্ৰভু যাই স্থানান্তৰে॥

পক্ষীৰাজে সত্যযুগৰ পৰা সেই বনত পঞ্চাশ পুৰুষ ধৰি বাস কৰা বন এৰি যাবলৈ অমাস্তি হোৱাত পক্ষিণীয়ে "পাতকীৰ ৰাজ্যে থাকি হাৰাবে জীৱন" বুলি সমুদ্ৰৰ পাৰলৈ গুচি যাবলৈ পক্ষিৰাজক সম্মত কৰাইছে। ৰাতিপুৱা দশৰথক গছ তলত দেখি চৰাইহালে ভয় পাই মুখত তিয়ৰ লৈ পলাৰ খোজাত ৰজাই উৰ্দ্ধবাহু কৰি সেই বনৰ সমস্ত আম কঠালৰ অধিকাৰ দান কৰে।

মাধৱদেৱৰ ৰচনাত শালিকা দুটাই কথা-বতৰা পতাৰ পাছতে গছৰ তলত ৰজাক দেখি "বুলিলো ৰজাক মন্দ মাৰিব পৰাণে" বুলি ভয় খোৱাত দশৰথে হাঁহি মাৰি সিহঁতক আশ্বাস দি লৰালৰিকৈ স্বৰ্গলৈ যাত্ৰা কৰিছে। দশৰথে গৈ দেৱগণক তেওঁ ইন্দ্ৰৰ লগত যুদ্ধ কৰিবলৈ আহিছে বুলি জনাবলৈ কাৰণে আৰু যুদ্ধ বিচৰাৰ কাৰণ এই বুলি দৰ্শাইছে —

ইন্দ্ৰৰ অধীন হৈটো যত মেঘগণ ॥
মোহোৰ ৰাজ্যত বৃষ্টি কিসক নকৰে ।
অনাবৃষ্টি নষ্ট ভৈল ৰাজ্য নিৰন্তৰে ॥ ২৮১
নাহি পঞ্চ বৎসৰ ৰাজ্যত বৰিষণ ।
মোৰ অপযশ, দুখ পাৱে প্ৰজাগণ ॥
বৃষ্টি কৰি কৰন্তোক মোৰ ৰাজ্য ৰক্ষা ।
নুহি অম্ৰাৱতী জিনি লৈবো মোৰ কক্ষা ॥ ২৮২

তেতিয়া দেৱতাসকলে ইন্দ্ৰক দশৰথৰ এই দৰ্পযুক্ত বচনৰ কথা ক'লেগৈ। ইন্দ্ৰই মানুহ হৈ এনে মন্দবাণী বুলি পুকৰালি দেখুৱা দশৰথৰ প্ৰতি স্পৰ্ধা প্ৰদৰ্শন কৰাত দেৱগণে তেওঁক অহংকাৰ নকৰি দশৰথক পাদ্য-অৰ্ঘ্য দি পূজা কৰিবলৈ ক'লে, কাৰণ —

তাংক কোনজনে জিনিবেক সমৰত ।
পৰম বিক্ৰমী নানা অস্ত্ৰত পাৰ্গত ॥ ২৮৫

গতিকে মধুৰ বচনেৰে আলাপ কৰিলেহে সত্কাৰ পাই দশৰথৰ মনত তাপ নাবাঢ়িব। ইন্দ্ৰই তাকে কৰাত দশৰথে "মো'হোৰ ৰাজ্যত কেনে নাহি বৰিষণ" বুলি কাৰণ জানিবলৈ বিচাৰে। তেতিয়া ইন্দ্ৰই ক'লে —

সম্প্ৰতে শনিৰ দৃষ্টি ভৈল ৰোহিণীত ॥
সিহেতু নাহিকে বৃষ্টি তোমাৰ ৰাজ্যত ।
শনিৰ পাশক তুমি যাহা মহাৰথ ॥ ২৮৮
বুলিবা হাৰোক শনি ৰোহিণীত দৃষ্টি ।
তেবেসে তোমাৰ ৰাজ্যে হৈবে জানা বৃষ্টি ॥

এই কথা শুনি দশৰথ ৰথত উঠি শনিৰ ওচৰ পালেগৈ। শনিয়ে মনত কোপ কৰি দশৰথলৈ দৃষ্টিপাত কৰাত —

ছিণ্ডিল ৰথৰ জোৰা শনিৰ দৃষ্টিত ।
ঘোঁৰা সমে পৰে ৰাজা হুয়া বিমোহিত ॥ ২৯০
পাকে পাকে পৰে ৰাজা হুয়া অচেতন ।
কৰে তাংক ৰক্ষা হেন নাহি একোজন ॥

কৃত্তিবাস-ৰামায়ণত দশৰথ অনাবৃষ্টিৰ প্ৰতিকাৰৰ কাৰণে ইন্দ্ৰৰ ওচৰলৈ যোৱাৰ বিশেষ কাৰণ দেখুৱাইছে। মাধৱদেৱৰ ৰচনাত ৰোহিণীত শনিৰ সম্পূৰ্ণ দৃষ্টি পৰাত অনাবৃষ্টি আৰু শস্যহীনতাৰ উদ্ভৱ হোৱা বুলি কোৱা সত্ত্বেও ইন্দ্ৰকহে দশৰথে যে গৰ্ববাক্য বোলাৰ উপযুক্ত কাৰণ দৰ্শোৱা নাই। কৃত্তিবাসে 'দিলীপৰ অশ্বমেধ' প্ৰসংগত ৰঘুৰে পিতাক দিলীপৰ অশ্বমেধৰ ঘোঁৰা অপহৰণ কৰাৰ অপৰাধত যুদ্ধলৈ প্ৰত্যাহ্বান জনাই যুদ্ধ জিনি ইন্দ্ৰক বন্দী কৰি সাতদিন অযোধ্যাত ৰখা আৰু ব্ৰহ্মাৰ অনুৰোধত ইন্দ্ৰক মুকলি কৰি দিয়াৰ সময়ত ৰঘুৱে অযোধ্যাত যাতে কেতিয়াও অনাবৃষ্টি নহয়, সেই সত্য কৰাই লৈছিল। সেয়েহে শুক-শাৰিকাৰ মুখত নিজৰ অপযশ শুনাৰ সময়ত দশৰথৰ এই কথা মনলৈ আহিছে—

বুঝিলাম ইন্দ্ৰ ৰাজা বড়ই চতুৰ।
মুখে এক কহে সে অন্তৰে কৰে দূৰ॥
মম পিতামহ ছিল ৰঘু নাম ধৰে।
ইন্দ্ৰে আনি খটাইল অযোধ্যা নগৰে॥
তবে আজি হয় মম দশৰথ নাম।
ইন্দ্ৰেৰে বাঁধিয়া আনি যদি নিজ ধাম॥

তাৰ পাছত দশৰথে স্বৰ্গলৈ গৈ 'ৰণং দেহি, ৰণং দেহি কোথা সুৰৰাজ' বুলি হুংকাৰ কৰিছে আৰু দেৱতাসকলে দশৰথৰ ক্ৰোধৰ কাৰণ সোধা চৌধ বছৰ জুৰি হোৱা অনাবৃষ্টিৰ ফলত অযোধ্যাৰ প্ৰজা দুখত মৰিছে আ প্ৰজাই দশৰথৰ দুৰ্যশ ৰটি অপমান কৰিছে বুলি উত্তৰ দি ইন্দ্ৰক প্ৰত্যাহ্বা জনাইছে—"সুবুদ্ধি কৰিয়া সৃষ্টি ৰাখুন সম্প্ৰতি/নতুবা জিনিয়া লব এ অমৰা ৱতী"॥ তেতিয়া দেৱগণৰ পৰামৰ্শ অনুসৰি ইন্দ্ৰই অহংকাৰ এৰি দশৰথৰ পাদ্য-অৰ্ঘ্যেৰে সৎকাৰ কৰি "ৰাজাৰ সহিত মধুৰ আলাপ" কৰিছে। দশৰ অনাবৃষ্টিৰ কাৰণ সোধাত ৰোহিণী নক্ষত্ৰত শনিৰ দৃষ্টি পৰাৰ ফল অযোধ্যাত অনাবৃষ্টি হৈছে বুলি কৈ ইন্দ্ৰই দশৰথক শনিৰ সেই দৃষ্টি আঁতৰা আনিব পাৰিলে তেওঁৰ ৰাজ্যত বৃষ্টি হ'ব বুলি উপায় দিলে। উল্লেখযো

যে-পদ্মপুৰাণত দশৰথৰ এনেদৰে ইন্দ্ৰৰ ওচৰলৈ যোৱাৰ কথা নাই।

দশৰথে শনিৰ সদনত উপস্থিত হৈ শনিক মাত লগালেহে। বাহিৰলৈ ওলাই শনি দশৰথৰ সন্মুখ হোৱা মাত্ৰকে বজ্ৰাৰ ৰথৰ জৰী ছিগিল, আকাশৰ-পৰা অঠোটা ৰথৰ ঘোঁৰা খহি পৰিল আৰু —

পাকে পাকে পড়ে ৰথ কৰে টলমল ॥

× × হেন জন নাহি যে ৰাজাৰে ৰক্ষা কৰে।

দশৰথ-জটায়ুৰ মিত্ৰতা — বাল্মী॰ ৰামায়ণত পঞ্চৱটীত প্ৰৱেশ কৰি গৈ থকা ৰামক গৃধ্ৰৰাজ জটায়ুৱে লগ পাই এই বুলি কোৱাৰ কথা আছে — "বাছা, মোক তোমাৰ পিতাৰাৰ মিত্ৰ বুলি জানিবাঁ (বৎস মাং বিদ্ধি বয়স্যং পিতুৰাত্মনঃ ॥ অৰণ্য. ১৪।৮-৩৩) ৰামে জানিবলৈ বিচৰাত জটায়ুৱে কশ্যপৰ পৰা আৰম্ভ কৰি নিজৰ গোত্ৰ আৰু পিতৃ-মাতৃৰ পৰিচয় দাঙি ধৰিছে (অৰণ্যঃ ১৪।৬-৩৩)। কশ্যপৰ পত্নী তাম্ৰাৰ কন্যা শ্যেনী, শ্যেনীৰ কন্যা বিনতা। অৰুণ আৰু গৰুড় এই বিনতাৰে পুত্ৰ (তস্মাজ্জাতোঽহমৰুণাৎ সম্পাতিশ্চাগ্ৰজো মম। গৌঃৰা ৩।২০।৫৪)। পশ্চিমোত্তৰীয় পাঠৰ মতে তেওঁ লোক অৰুণৰ পুত্ৰ (তস্মাজ্জাতোঽহমৰুণাৎ সম্পাতিশ্চ মমাগ্ৰজঃ ৫।১৪।৩৩)। জটায়ুৱে বিস্তৃতভাৱে নিজৰ গোত্ৰ পৰিচয় দাঙি ধৰিলে যদিও তেওঁৰ প্ৰিয় দশৰথৰ পুত্ৰ ৰামক, দশৰথৰ লগতহে তেওঁৰ সখিত্ব বন্ধন কেনেকৈ হ'ল সেই সম্পৰ্কে এষাৰো কথা কোৱা নাই, ৰামেও সেই সম্পৰ্কে একো জানিবলৈ বিচৰা নাই। ৰাম-লক্ষ্মণৰ অনুপস্থিতিত সীতাক ৰক্ষা কৰি থাকিব বুলি দায়িত্ব লোৱা জটায়ুক সাৱট মাৰি ধৰি ৰামে জটায়ুৱে বাৰে বাৰে বৰ্ণনা কৰা তেওঁৰ পিতাকৰ লগত থকা মিত্ৰতাৰ কথা শুনিছিল (পিতুৰ্হি শুশ্ৰাৱ সখিত্বমাত্মনো জটায়ুষা সংকথিতং পুনঃ পুনঃ ॥ (গৌ॰ ৫।২৭।৩৬) বুলি কৈছে যদিও ৰামায়ণকাৰে এষাৰো সেই কাহিনীৰ বৰ্ণনা দাঙি ধৰা নাই।

বাল্মী॰ ৰামায়ণৰ পশ্চিমোত্তৰীয় পাঠত জটায়ুৰ ককায়েক সম্পাতিয়ে দশৰথৰ লগত তেওঁৰ ভায়েকৰনো কেনেকৈ মিত্ৰতা হ'ল, সেই সম্পৰ্কত কৌতূহল প্ৰকাশ কৰাৰ ইঙ্গিত আছে (ভ্ৰাতুৰ্জটায়ুষস্তস্য জনস্থাননিবাসিনঃ। কথং দশৰথঃ সখা ॥ ৪।৫৬।২৩)। ইকালে গৌড়ীয় পাঠতো

দশৰথ-জটায়ুৰ মিত্ৰতা সম্পৰ্কীয় বিষয়ত সন্দেহৰ এটা থল থকা পৰিলক্ষিত হয়। তাত সম্পাদিয়ে মনতে ভাবিছে — ৰামমো জটায়ুৰ কি হয় ( কশ্চ ৰামো জটায়ুষঃ )। অৱশ্যে অলপ পাছতে জটায়ু - দশৰথৰ মিত্ৰতাৰ কথা সোঁৱৰণ কৰাই সেই সন্দেহ ময়াৰ যত্নও কৰা হৈছে ( তস্যোস্কস্য মম ভ্ৰাতুঃ সখা দশৰথো নৃপ. । ৪।১৭।২৬ )।

প্ৰাণ দিও ৰামৰ উপকাৰ সাধন কৰা জটায়ুৰ লগত ৰামৰ পিতৃৰ মিত্ৰতা-বন্ধনৰ কথা পৰৱৰ্তী উদ্ভাৱনা বুলি ধাৰণা হয়। বহুবাৰ দশৰথক জটায়ুৰ মিত্ৰ বুলি কোৱা হৈছে যদিও এই মিত্ৰতাৰ সম্পৰ্কত সন্দেহৰ থলো বাল্মী০ ৰামায়ণত আছে। আত্মীয়জনৰ আগত আত্মীয়তাৰ পৰিচয় দিবলৈ যাওঁতে সেই আত্মীয়তাৰ লগত জড়িত ইতিবৃত্ত কোৱাটো মানুহৰ স্বাভাৱিক স্পৃহা। তেনে স্থলত বাল্মী০ ৰামায়ণত এবাৰলৈকো দশৰথ-জটায়ুৰ মিত্ৰতা-বন্ধনৰ কাহিনী উল্লেখ নকৰাটো মন কৰিবলগীয়া কথা।

দশৰথ-জটায়ুৰ মিত্ৰতা-বন্ধনৰ কাহিনী সৰ্বপ্ৰথম প্ৰস্তুত কৰিছে পদ্ম-পুৰাণৰ গৌড়ীয় পাতালখণ্ডতে। শনি-দশৰথৰ কাহিনীৰ লগত জড়িত কৰি এই কাহিনীৰ অৱতাৰণা কৰা হৈছে। সেই কাহিনীৰ আলম্বনতে ৰচিত কৃত্তিবাসৰ শনি-দশৰথৰ বৃত্তান্তৰ, সামান্য পৰিৱৰ্তনেৰে সৈতে মাধৱদেৱৰ 'আদিকাণ্ড'তো শনি-দশৰথৰ বৃত্তান্তৰ অন্তৰ্ভুক্ত কৰি দশৰথ-জটায়ুৰ মিত্ৰতা বন্ধনৰ ইতিবৃত্ত দাঙি ধৰা হৈছে।

মাধৱদেৱৰ 'আদিকাণ্ড'ত ঘোঁৰাৰে সৈতে অচেতন হৈ সৰি পৰা দশৰথক 'গৰুড়তনয় পক্ষী জটায়ু মহন্ত'ই দেখি ভাবিলে —

পৰম পূজনী ৰাজা লোকত বিদিত।
ভূমিত পৰিলে হাড় হোৱা চূৰ্ণাকৃত।
ধৰো পিঠি পাতি দশৰথ মহাৰাজ।
থাকিবেক কীৰ্তি মোৰ ত্ৰিভুবন মাজ।
বিষ্ণু সমসৰ ৰাজা ধৰ্ম অৱতাৰ।
পিঠি পাতি লৈয়া আজি কৰো উপকাৰ॥

এই বুলি ভাবি পক্ষীবৰে পাখা ( ডেউকা ) পাতি ধৰিলে আৰু দশৰথ তাৰ ওপৰত 'ঘোঁৰায়ে সহিতে পৰি নমৰিলা প্ৰাণে'। কিন্তু সময়ৰ পাছত সুস্থিৰ হৈ বজাই মৰি ওপজা যেন অনুভৱ কৰিলে আৰু ভাবিলে —

কৈৰ হন্তে আসি পক্ষী আমাক ৰাখিল।

·· নাহিকে বান্ধৱ আন পক্ষীৰ সমান ॥

নানা স্তুতি কৰি ৰজাই পক্ষীক ক'লে =

মহা বলৱন্ত পক্ষী তুমি মহাজন ॥

আকাশৰ হন্তে পৰি যাওঁ যমঘৰ।

পিঠি পাতি আমাক ৰাখিলা পক্ষীবৰ ॥ ২৯৬

এৰাইলো দুৰ্গতি প্ৰাণ ৰাখিলা আমাৰ।

নাহি ত্ৰৈলোক্যত হেন কৰে উপকাৰ ॥

দশৰথৰ মনত এনে ভাৱহে হৈছে-সেই পক্ষী "কিবা পিতামহ বধূ অজ পিতা মোৰ"। 'মহা বল বীৰ্য্য তুমি বিষ্ণু অৱতাৰ' বুলিও পক্ষীক স্তুতি কৰা হৈছে। তাৰ পাছত দশৰথে 'কোন কুলে জাত তুমি কাহাৰ তনয়/ কিবা নাম তোমাৰ দিয়োক পৰিচয়' বুলি সোধাত জটায়ুৱে উত্তৰ দিছে —

আমাৰ জটায়ু নাম জানিবা নৃপতি ॥

জ্যেষ্ঠ ভাই সম্পাতি আছন্ত পক্ষীবৰ।

দুয়ো সহোদৰ আমি পুত্ৰ গৰুড়ৰ ॥ ২৯৯

পক্ষীৰ উপৰে ৰাজা ভৈলো দুয়োভাই।

এই খিনিতে উল্লেখ কৰা হ'ল যে ৰামায়ণত সম্পাতিয়ে কপিবিলাপৰ আগত ভেওঁৰ ডেউকা সূৰ্যৰ তাপত, জটায়ুক ৰক্ষা কৰিবলৈ মেলি ধৰোঁতে দগ্ধ হোৱাৰ যি কাহিনী কৈছে. পদ্মপুৰাণত দশৰথৰ আগত জটায়ুৱে সেই কাহিনী কৈছে।

জটায়ুৰ পৰিচয় পাই দশৰথে প্ৰাণৰক্ষাকাৰী জটায়ুক 'তুমি বিনে আন মহামিত্ৰ নাহি মোৰ' বুলি —

কাষ্ঠ আনি অগ্নি জ্বালি দুইকো দুয়ো ধৰি।

কৰিলন্ত মিত্ৰ দুয়ো অগ্নি সাক্ষী কৰি ॥

জটায়ুৰেও দশৰথক মিত্ৰ পাই পৰম সুখী হৈ ৰজাক বহুমান কৰি ঘৰলৈ গুচি যায়।

কৃত্তিবাস ৰামায়ণত শনিৰ দৃষ্টিত ৰথৰ জৰী ছিগি তললৈ সৰি পৰাৰ সময়ত –

জটায়ু নামেতে পক্ষী উড়ে অন্তৰীক্ষে।
আকাশে থাকিয়া পক্ষী ৰথখানা দেখে॥

জটায়ুৱে ভাবিলে –

ভূমিতে পড়িবে ৰাজা নাহি পেয়ে স্থল।
ৰাজাৰ হইবে চূৰ্ণ শৰীৰ সকল॥
হেন কালে কৰি যদি ৰাজাৰে উদ্ধাৰ।
ধৰিতে থাকিবে যশ আমাৰ অপাৰ॥
দশৰথ মহাৰাজ ধৰ্ম্ম অধিষ্ঠান।

তাকে ভাবি জটায়ুৱে ডেউকা দুখন মেলি দিলে, তাৰ ওপৰতে ৰথৰ সৈতে পৰি ৰজা স্থিৰ হৈ ৰ'ল। তাৰ পাছত তেওঁ ৰথত ঘোঁৰা জুৰি ধ্বজ-পতাকা আঁৰি ল'লে। সাৰথিয়ে ঘোঁৰাক ছাট মাৰিলে আৰু 'আৰ বাৰ চলে ৰথ আকাশেৰ বাট'। তাৰ পাছত ৰজাই এঠাইত ৰথখন ৰাখিবলৈ ক'লে — তেওঁৰ প্ৰাণ কোনে ৰাখিলে সেইজনক যাতে চাই ল'ব পাৰে। দশৰথক ৰক্ষা কৰোঁতাজন "ৰঘু পিতামহ কিবা সেই অজ পিতা" বুলি দশৰথৰ ভাব হ'ল।

পক্ষীৰাজক ৰথত তুলি লৈ মধুৰ সম্ভাষণ কৰি দশৰথে সুধিলে — "কোন দেশে থাকা তুমি কাহাৰ নন্দন/পৰিচয় দেহ মোৰ তুমি কোনজন"। নিজক পক্ষীজাতিৰ বুলি কৈ জটায়ুৱে আৰু ক'লে —

মম জ্যেষ্ঠ ভাই পক্ষী ভূপতি সম্পাতি॥
জটায়ু আমাৰ নাম গৰুড়নন্দন।
অন্তৰীক্ষে ভ্ৰমি আমি উপৰ গগন।
আছাড় খাইয়া পড় দেখিয়া ৰাজন॥
পাখা পাতি ৰাখিলাম তোমাৰ জীৱন।

ভেতিয়া দশৰথে প্ৰাণদাতা জটায়ুক মিত্ৰ বুলি কৈ ৰথৰ ভগা কাঠ খহাই আনি একুৰা জুই ধৰিলে আৰু দুয়োজনে অগ্নি-সাক্ষী কৰি মিত্ৰতা-বন্ধন কৰিলে। কৃত্তিবাসৰ মতে — "জটায়ু পক্ষীৰ কথা শুনে যেই জন/সৰ্বত্ৰ তাহাৰে ৰাখে দেব নাৰায়ণ" ॥

মাধৱদেৱ আৰু কৃত্তিবাসৰ বৰ্ণনাত এই কাহিনীত থকা পাৰ্থক্য এই কেইটা – (১) কৃত্তিবাসৰ ৰচনাত দশৰথে জটায়ুৰ পাখাৰ ওপৰত ৰথ সহ স্থিৰ হৈ লৈ পুনৰ ৰথ জুৰি আকাশৰ বাটেৰে যাবলৈ লৈছে ভেওঁৰ প্ৰাণদাতাজন কোন চাই যাব খুজিছে। মাধৱদেৱৰ 'আদিকাণ্ড'ত দশৰথ সুস্থিৰ হ'বলৈ কিছু সময় লাগিছে আৰু স্থিৰ হৈহে প্ৰাণৰক্ষাকাৰীজনৰ খবৰ লৈছে। জটায়ুৰ পৰা বিদায় লোৱাৰ পাছতহে ইয়াত দশৰথে 'দুনাই জুৰিলন্ত ৰথ'। (২) তদুপৰি জটায়ু অন্তৰীক্ষত উৰি থকাৰ সময়তে দশৰথক ভেউকা পাতি ৰক্ষা কৰা বুলি মাধৱদেৱৰ 'আদিকাণ্ড'ত নাই। পতিকে দশৰথ জটায়ুৰ সাক্ষাৎ স্থলৰ ওপৰতে হৈছে। (৩) সেই কাৰণে মাধৱদেৱৰ ৰচনাত 'কাষ্ঠ আনি অগ্নি জ্বালি' দুয়ো মিত্ৰতা কৰিব পাৰিছে, কৃত্তিবাসৰ তাত থকাৰ দৰে আকাশমাৰ্গত 'ৰথকাষ্ঠ খসাইয়া আনি' জুই জ্বলাব লগীয়া হোৱা নাই।

কৃত্তিঃৰামায়ণত 'পুনশ্চ গেলেন ৰাজা শনিৰ ভৱনে' বুলি নিতান্ত সংক্ষেপে কোৱাৰ ঠাইত মাধৱদেৱে দশৰথ পুনৰপি স্বৰ্গে শনিৰ সন্মুখ হোৱা আৰু চাৰিটা যোৱাৰে সৈতে শনিৰ দৃষ্টিত পৰিও জীয়াই থাকি বাৰে বাৰে আহিব পৰা দশৰথক শনিয়ে 'কিনো মহা পুণ্যশীল' বুলি অনেক প্ৰশংসা কৰাৰ কথা বহলাই বৰ্ণনা কৰিছে।

গণেশৰ মুণ্ডছেদৰ কাহিনী — পুৰাণভেদে গণেশৰ মুণ্ডছেদ হোৱাৰ যি ভিন্ ভিন্ কাহিনী আছে, সেই আলোচনালৈ নাযাওঁ। মাধৱদেৱৰ 'আদিকাণ্ড'ত শনিয়ে দশৰথক গণেশৰ মুণ্ডছেদৰ যি কাহিনী পূৰ্বকথাৰূপে কৈছে, সেই কাহিনীৰ মূল কথাখিনি ব্ৰহ্মবৈবৰ্ত পুৰাণৰ গণপতিখণ্ডত থকা কাহিনীটোৰ লগত মিলে। তাত অৱশ্যে শনি-দশৰথৰ বৃত্তান্তটো নাই; গণেশৰ জন্মকথাৰ প্ৰসংগতহে শনিৰ দৃষ্টি পৰি গণেশৰ মুণ্ডছেদ হোৱাৰ বৃত্তান্ত দাঙি ধৰা হৈছে। কৃত্তিবাসী ৰামায়ণতো গণেশৰ মুণ্ডছেদৰ কাহিনীটো শনিয়ে

দশৰথক কোৱা পূৰ্বকথা ৰূপেই উপস্থাপন কৰা হৈছে। কৃত্তিবাসে শনি-দশৰথৰ প্ৰসংগত গণেশৰ মুণ্ডছেদৰ কাহিনীটো ব্ৰহ্মবৈবৰ্ত পুৰাণৰপৰা লৈ নিজা বং ৰহণেৰে সজাই যোগ দিছে বুলি অনুমান হয়। ব্ৰহ্মবৈবৰ্তপুৰাণ মাধৱদেৱ তথা অসমীয়া সমাজৰ অপৰিচিত গ্ৰন্থ নহয় যদিও মাধৱদেৱে কৃত্তিবাসৰ দৰে একে প্ৰসংগতে গণেশৰ মুণ্ডছেদৰ কাহিনীটো অপ্ৰাসংগিক সালসলনি কৰি তেখেতৰ 'আদিকাণ্ড'ত ঠাই দিছে বুলি ভবাৰ সবল যুক্তি আছে। দুয়োজনৰে বৰ্ণনা দুটা তুলনা কৰি চালেই সেই কথা স্পষ্ট হ'ব। তাৰ আগতে ব্ৰহ্মবৈবৰ্ত পুৰাণত থকা কাহিনীটো দাঙি ধৰিব খুজিছোঁ। তেতিয়া মাধৱদেৱৰ বৰ্ণিত কাহিনীটো তাৰ লগত আৱশ্যক বুলি তুলনা কৰি চোৱাত সুবিধা হ'ব।

ব্ৰহ্মবৈবৰ্ত পুৰাণৰ গণপতিখণ্ডত (৫০ আৰু ৫১ অঃ) নৱজাতক গণেশক চাবলৈ যাওঁতে শনিৰ দৃষ্টি পৰি গণেশৰ মুণ্ডছেদ হোৱাৰ কাহিনীটো আছে। শিৱৰ পুত্ৰ জন্মাৰ কথা শুনি হৰিকে আদি কৰি সমস্ত দেৱতা নৱজাত গণেশক চাবলৈ গ'ল। শিৱৰ বাসস্থানত হৰিক মাজত লৈ দেৱ-মুনি সকলৰ সভা বহিল। হৰিৰ সোঁ-কাষে শিৱ, বাওঁকাষে প্ৰজাপতি, সন্মুখত ধৰ্ম সূৰ্য, ইন্দ্ৰ, চন্দ্ৰ আদি দেৱতাসকল, গন্ধৰ্ব কিন্নৰসকলে নৃত্যগীত কৰিব লাগিছে। গণেশক চোৱাৰ ইচ্ছাৰে সৈতে শনিও তাত উপস্থিত হ'ল। তেওঁৰ মুখ অতি নম্ৰ, চকু কিছু মুদ খোৱা। তেওঁৰ মন একমাত্ৰ কৃষ্ণতে নিমগ্ন হৈ আছে, তেওঁ বাহিৰে-ভিতৰে কৃষ্ণক স্মৰণ কৰিব লাগিছে[১৩]। সভাত থকা সকলোকে প্ৰণাম কৰি দেৱতাসকলৰ আজ্ঞা পাই ভিতৰলৈ সোমাই যোৱা শনিক পাৰ্বতীৰ দুৱৰীয়ে প্ৰথমতে সোমাবলৈ নিদিছিল। পাৰ্বতীৰ আদেশমতে দুৱৰীয়ে যাবলৈ দিয়াত শনি পাৰ্বতীৰ ওচৰ পালেগৈ। শনিয়ে পাৰ্বতী আৰু গণেশলৈ কিয় চকু তুলি চোৱা নাই সেই কথা পাৰ্বতীয়ে জানিব'ল বিচৰাত শনিয়ে তেওঁৰ ওপৰত থকা নিজ পত্নীৰ অভিশাপৰ কাহিনী ক'লে।

---

১৩ এতস্মিন্নন্তৰে তত্ৰ দ্ৰষ্টুং শংকৰনন্দনম্।
আজগাম মহাযোগী সূৰ্যপুত্ৰ শনৈশ্চৰঃ। ৫
অত্যন্ত নম্ৰবদন ঈষন্মুদিতলোচনঃ।
অন্তৰ্বহিঃ স্মৰণ্ কৃষ্ণং কৃষ্ণৈকগতমানসঃ।। ৬ (গণপতিঃ ৫০ অঃ)

চিত্ৰৰথৰ কন্যাক সূৰ্য্যপুত্ৰ শনিয়ে বিয়া কৰাইছিল। এবাৰ ঋতুকালৰ অন্তত সুন্দৰকৈ সাজি কাছি শনিৰ পত্নী স্বামীৰ কাষ চাপিল। সেই সময়ত শনি হৰিৰ ধ্যানত নিমগ্ন হৈ বাহ্যজ্ঞানশূন্য হৈ আছিল। পত্নীয়ে মিচিকিয়া হাঁহি মাৰি চঞ্চল চাৱনিৰে চাই শনিক ক'লে — "মোৰ ফালে চোৱাঁ।" শনিৰপৰা একো সহাৰি নাপাই পত্নীয়ে শনিক অভিশাপ দিলে — "তুমি যাৰ ফালে দৃষ্টিপাত কৰিবা, তাৰে মূৰ ছিগি পৰিব ১৪।" এই কথা শুনি পাৰ্বতীয়ে হাঁহি উৰুৱাই দিলে। পাৰ্বতীৰ কথামতে শনিয়ে সোঁ চকুৰ কোণেৰে গণেশলৈ চালে আৰু তৎক্ষণাত গণেশৰ মূৰটো ছিগি গোলোকধামত প্ৰৱেশ কৰিলেগৈ। পুত্ৰৰ তেজেৰে শৰীৰ লুতুৰি পুতুৰি হোৱা পাৰ্বতী মূৰ্চ্ছিত হৈ পৰিল, তেওঁৰ পৰিচাৰকবৰ্গৰো মূৰ্চ্ছা যোৱা অৱস্থা হ'ল। কৈলাসত হাহাকাৰ লাগিল।

গৰুড়ত উঠি হৰি পুষ্পভদ্ৰা নদীৰ পাৰ পালেগৈ। তাতে সুৰতশ্ৰমত মূৰ্চ্ছিতপ্ৰায় হৈ উত্তৰ ফালে মূৰ কৰি শুই থকা হাতী এটাৰ মূৰটো হৰিয়ে সুদৰ্শন চক্ৰেৰে কাটি পেলালে ১৫। মাইকী হাতীজনীয়ে বিলাপ কৰাত হৰিয়ে অন্য এটা হাতীৰ মূৰ কাটি আনি সেই হাতীটোৰ মূৰত লগাই জীয়াই তুলিলে।

হাতীৰ মূৰটো আনি ধুনীয়াকৈ গণেশৰ মূৰত হৰিয়ে লগাই দিলেহি। (ৰুচিৰং তচ্ছিৰ. কৃত্বা যোজয়ামাস বালকে) মূৰ্চ্ছিতা পাৰ্বতীক তত্ত্বজ্ঞানেৰে উদ্বুদ্ধ কৰি হৰিয়ে জীৱই কৰ্ম্মফল এৰাব নোৱাৰে যে সেই সম্পৰ্কে উপদেশ দিলে। তাৰ পাছত সকলো দিহাদিহি গুচি গ'ল।

---

১৪ হৰেঃ পাদং ধ্যায়মানং সা মাং পশ্যেত্যুবাচ।
মৎসমীপং সমাগত্য সস্মিতলোললোচনা ॥ ২৯
শশাপ মামপশ্যন্তং ঋতুনষ্টা স্বকোপত।
বাহ্যজ্ঞানবিহীনং ধ্যানৈকজ্ঞানমানসম্ ॥ ৩০ (উক্ত স্থানৰ)

১৫ পুষ্পভদ্ৰানদীতীৰে দদৰ্শ কাননে স্থিতঃ।
গজেন্দ্ৰং নিদ্ৰিতং তত্ৰ শয়ানং হস্তিনীযুতম্ ॥
দিশ্যুত্তৰস্যাং শিৰসংমূৰ্চ্ছিতং সুৰতশ্ৰমাৎ।

মাধৱদেৱৰ 'আদিকাণ্ড'ত থকা কাহিনীটোত ব্ৰহ্মবৈবৰ্ত পুৰাণৰ কাহিনীটোৰ লগত নিম্নোক্ত বিষয় কেইটাত সাদৃশ্যৰ বেগুনি দেখা যায়। তলত সংশ্লিষ্ট বিষয়কেইটাত কৃত্তিঃৰামায়ণত থকা ভিন্নতাও উল্লেখ কৰা হ'ল। (১) পুত্ৰৰ শোকত পাৰ্বতী অচেতন হোৱা, (২) ব্ৰহ্মবৈঃ পুৰাণত গোলোকধামলৈ যোৱা গণেশৰ ছিন্ন শিৰ 'আদিকাণ্ড'ত 'কেহো নেদেখিল মুণ্ড অন্তৰীক্ষ ভৈল'। কৃত্তিঃৰামায়ণত গণেশৰ মুণ্ড ভস্ম হৈ অদৃশ্য হোৱা বুলি আছে। (৩) ব্ৰহ্মবৈঃ পুৰাণত হাতীৰ মূৰটো ধুনীয়া কৰি গণেশৰ কণ্ঠত লগাই দিয়া হৈছে। 'আদিকাণ্ড'ত হাতীৰ মূৰ লগোৱাৰ পাছত —

> সুন্দৰ আকৃতি পুত্ৰ দেখি গজানন।
> পৰম হৰিষ ভৈল পাৰ্বতীৰ মন॥

কৃত্তিঃ ৰামায়ণত ইফালে গণেশৰ —

> শৰীৰ দেৱৰ মত বদন কৰীৰ।
> দেখিয়া হইল বৰ দুঃখ পাৰ্বতীৰ॥
> সকল দেবেৰ পুত্ৰ দেখিতে সুন্দৰ।
> গজমুখ বসিবেক তাহাৰ ভিতৰ॥

পাৰ্বতীৰ এই অসন্তোষৰ কাৰণেই —

> বিৰিঞ্চি বলেন কৰি গণেশেৰ বজা।
> আগে গণেশেৰ পূজা পৰে অন্য পূজা॥
> গণেশ থাকিতে যেবা অন্য দেব পূজে।
> পূৰ্বধৰ্ম নষ্ট তাৰ হয় সব কাজে॥

ওপৰত আলোচনা কৰি অহা সাদৃশ্যৰ বেগুনি দেখি মাধৱদেৱৰ গণেশৰ মুণ্ডচ্ছেদ প্ৰসংগত কৃত্তিবাসৰ বাটেদি হ'লেও বৈ ব্ৰহ্মবৈৱৰ্তপুৰাণৰ লগত সম্পৰ্ক জুৰিছিল বুলি অনুমান হয়। ইফালে আকৌ ব্ৰহ্মবৈঃ পুৰাণৰ কাহিনীত বিষ্ণুৰ শ্ৰেষ্ঠত্ব আৰু গুৰুত্ব পদে পদে ঘোষণা কৰা হৈছে যদিও এক শৰণীয়া বৈষ্ণৱ মাধৱদেৱৰ কাহিনীটোত ত্ৰিভুৱন সৃষ্টি কৰা বুলি দেৱী পাৰ্বতীৰহে প্ৰতাপ বেছি দেখুৱাইছে। তেখেতৰ কাহিনীটোত বিষ্ণুৱে ভুমুকিকে মৰাহি নাই।

মাধৱদেৱৰ 'আদিকাণ্ড'ত শনিয়ে দশৰথৰ আৰম্ভ বৰ্ণনা কৰা মতে পাৰ্বতী দেৱীৰ পুত্ৰ গণেশৰ জন্ম সংবাদ পাই দেৱতা সকল মহেশৰ স্থানলৈ গ'ল। কেৱল শনিয়েহে এই ভাবি নগ'ল —

মোহোৰ দৃষ্টিত জন্ম ভৈল গণেশৰ।
মই গৈলে বৰ মিলিবেক অথন্তৰ ॥ ৩২৪

সভাত দেৱতাসকলৰ মাজত শনিক নেদেখি পাৰ্বতীয়ে দেৱতাসকলক সুধিলে —

আমাৰ থানক আইল সবে দেৱগণ।
শনি কিয় নাইল বুলি কৰি কোপমন ॥ ৩২৫

কৃত্তিঃ ৰামায়ণত শনিয়ে প্ৰথমতে দশৰথক তেওঁৰ দৃষ্টিৰপৰা দশৰথে কেনেকৈ নিস্তাৰ পালে, তাৰ কাৰণ স্বৰূপে আগতে কৈ লৈছে —

দশৰথ তুমি সূৰ্য্যবংশেৰ ভূষণ।
লবেন তোমাৰ ঘৰে জন্ম নাৰায়ণ ॥
ৰাজচক্ৰৱৰ্ত্তী তুমি ধৰ্ম অৱতাৰ।
তেকাৰণে মোৰ দৃষ্টে পাইল নিস্তাৰ ॥

গণেশ গজানন হোৱাৰ কাহিনী কৈ শেষ হোৱাৰ পাছত শনিয়ে দশৰথক তেওঁ শনিৰ দৃষ্টিপাতৰ কুফলৰপৰা নিস্তাৰ পোৱাৰ যি কাৰণ দৰ্শাইছে, মাধৱদেৱেও গণেশ বৃত্তান্তৰ অন্তত একে কাৰণকে দেখুৱাইছে। কৃত্তিঃ ৰামায়ণত আছে —

মনুষ্য হইয়া তুমি এস বাৰবাৰ।
সূৰ্যবংশে জন্ম হেতু পাইলে নিস্তাৰ ॥
সূৰ্যবংশে জাত তুমি সূৰ্য্যৰ কুমাৰ।
একেবংশে জন্ম তাই পাইলে নিস্তাৰ ॥

মাধৱদেৱৰ 'আদিকাণ্ড'ত আছে —

নৰ হুয়া আসা তুমি মোৰ বিদ্যমান ॥ ৩৩৮
যিকাৰণে হৈলা আমি সূৰ্যৰ তনয়।

সেহি বংশে উপজিলা তুমি মহাশয় ॥
সিহেতু বহিলা মোৰ আগে নৰেশ্বৰ।

কৃত্তি. ৰামায়ণত শনিয়ে কোপ দৃষ্টিৰেই চাওক বা সুদৃষ্টিৰেই চাওক, যাৰ পিনে চায়, সিয়েই ভস্মীভূত হয় কাৰণে "সন্মুখ ছাড়িয়া তুমি এস পৃষ্ঠমূল"/বুলি কোৱা আৰু সেই সময়ত শনিয়ে চকু মুদি থকা বুলি কোৱা কথা মাধৱদেৱৰ 'আদিকাণ্ড'ত নাই। কৃত্তিঃ ৰামায়ণত দেৱীৰ আদেশমতে দেৱগণ গণেশক চাব'লৈ যোৱা বুলি আছে, মাধৱদেৱৰ ৰচনাত সেই বুলি নাই। কৃত্তিঃ ৰামায়ণত শনি নাই অহা বুলি দেৱগণে গোচৰ দিয়াৰ বিপৰীতে 'আদিকাণ্ড'ত পাৰ্বতীয়েহে দেৱগণক শনি নঅহাৰ কাৰণ সুধিছে। ব্ৰহ্মা ঠাইতে দূত পঠাই শনিক পাৰ্বতীৰ ওচৰলৈ মতাই নিছে।

'আদিকাণ্ড'ত শনি উপস্থিত হোৱা দেখি পাৰ্বতীয়ে কোপ ত্যাগ কৰিলে। শনিয়ে সভাত প্ৰবেশ কৰোঁতে কি হ'ল বৰ্ণাইছে —

গণেশৰ মুণ্ডগোট দেখিলো সাক্ষাত ॥
তেতিক্ষণে তান মাথাগোট ছিণ্ডি গৈল।
কেহো নেদেখিল মুণ্ড অন্তৰীক্ষ ভৈল ॥ ৩২৭

তেতিয়া শনিৰ বৰ চিন্তা হ'ল। পাৰ্বতীৰ চিত্ত বিকল হৈ পৰিল। পুত্ৰশোকত তেওঁ অচেতন হ'ল।

কৃত্তিঃ ৰামায়ণত শনিয়ে শুভদৃষ্টিৰে চাওঁতেও গণেশৰ মুণ্ডভস্ম হৈ অদৃশ্য হৈ পৰে। তেতিয়া পাৰ্বতীয়ে "আমাৰ পুত্ৰৰ মুণ্ড নিলে কোনজন" বুলি দেৱতাসকলক সোধাত, "শনিৰ দৃষ্টিতে ভস্ম গণেশৰ মাথা" বুলি জানিব পাৰি 'শূলপাণি' হৈ মহাকোপে শনিক বধ কৰিবলৈ খেদি যায়।

'আদিকাণ্ডত' পাৰ্বতী অচেতন হৈ পৰাৰ পাছত দেৱগণে গণেশৰ মূৰ বিচাৰি ত্ৰিভুবন চলাথ কৰিছে, মূৰ নাপাই ঘুৰি অহাতহে দেৱতাসকলক 'কি কাৰণে আমাৰ পুত্ৰৰ মুণ্ড নাই' বুলি সুধিছে আৰু তেতিয়া দেৱগণে কৈছে —

শনিৰ দৃষ্টিত ভস্ম তোমাৰ পুত্ৰৰ ॥
আবো শনি আসি কৰিলন্ত দৃষ্টিপাত।

তাতেসে ছিণ্ডিল মুণ্ড কহিলো সাক্ষাত ॥ ৩৩০

সেই কথা শুনি পাৰ্বতীয়ে খড়্গ শনিক মাৰিবলৈ খেদি গৈছে, পাৰ্বতীয়ে হাতত শূল লৈ যোৱাৰ কথা মাধৱদেৱে নাই লিখা। পাৰ্বতীয়ে শনিক মাৰিবলৈ খেদি যোৱা দেখি দেৱতাসকলে যি স্তোত্ৰ কৰিছে, মাধৱদেৱ আৰু কৃত্তিবাস, দুয়োজনৰ ৰচনাতে সি প্ৰায় একেই। কৃত্তি: ৰামায়ণত আছে —

সকল দেৱতাগণ কৰিছে স্তৱন।
আপনি সৃজিয়া শনি মাৰ কি কাৰণ ॥
তুমি আদ্যাশক্তি মাতা জগতেৰ গতি।
তোমাৰ মহিমা বলে কাহাৰ শকতি ॥

মাধৱদেৱৰ 'আদিকাণ্ড'ত আছে —

হেন দেখি স্তুতি কৰি বোলে দেৱগণে।
সৃজিলা আপুনি শনি মাৰিবা কেমনে ॥ ৩৩১
তোমাৰ সৃজন ইটো যত চৰাচৰ।
যত দেৱগণ ব্ৰহ্মা বিষ্ণু মহেশ্বৰ ॥
জল স্থল ত্ৰিভুৱন সৃজিলা আপুনি।

একশৰণ ধৰ্মৰ প্ৰচাৰক মাধৱদেৱে পাৰ্বতীক এইদৰে ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰেৰে সৈতে চৰাচৰৰ সৃষ্টিকাৰিণী বুলি কোৱা কথাত আপাত দৃষ্টিত যি বিসংগতি পৰিলক্ষিত হয়, তাত্ত্বিক দৃষ্টিত সি অমূলক হৈ পৰে।

কৃত্তিঃ ৰামায়ণৰ মতে শনিয়ে যাকে চাব তাৰ মুণ্ড নাইকিয়া হ'ব বুলি দেৱীয়েই বৰ দিয়া কথা দেৱগণৰ স্তুতিত প্ৰকাশ পাইছে —

আপনি দিয়াছ বৰ পৰম কৌতুকে।
শনি যাৰে দেখে তাৰে মাথা নাহি থাকে ॥
পাইয়া তোমাৰ বৰ তোমাতে পৰীক্ষা।
তুমি যদি মাৰ তাৰে কে কৰিবে ৰক্ষা ॥

'আদিকাণ্ড'ত শনিৰ দৃষ্টিত পৰাজনৰ মুণ্ডছেদ হোৱাৰ কোনো কাৰণ দৰ্শোৱা নাই।

'আদিকাণ্ড'ত দেৱতাৰ স্তুতিত সন্তুষ্ট হৈ দেৱীয়ে 'যিমতে উপায়ে মুণ্ড হোৱয় পুত্ৰৰ" দেৱগণে তাৰ যত্ন কৰিলেহে শনিয়ে দেৱীৰ কোপৰপৰা নিস্তাৰ পাব বুলি ক'লে। তেতিয়া পৱনে "এখনে আনিবো মুণ্ড তোমাৰ পুত্ৰৰ" বুলি দেৱীক কোপ শান্ত কৰিবলৈ প্ৰাৰ্থনা কৰি ভতালিকে ওলাই গ'ল। তাৰ পাছত —

দেখিলন্ত ঐৰাৱত হস্তীক পৱন।
উত্তৰক শিৰ কৰি আছয় শয়ন॥ ৩৩৪
তাৰ মাথাগোট বেগে কাটিয়া আনিলা।
গণেশৰ গলত লগাই জোৰা দিলা॥
ভৈলা গজানন নাম দেখিতে সুন্দৰ।
× × ×
পৰম হৰিষ ভৈল পাৰ্ব্বতীৰ মন॥

ইফালে —

ঐৰাৱত মুণ্ড কাটি পৱনে আনিলা।
দেখিয়া ইন্দ্ৰৰ মনে বিষাদ মিলিলা॥ ৩৩৬

তাৰ পাছত দেৱতাসকলে "সবে মিলি ঐৰাৱত হস্তীক জীয়াইলা॥" কেনেকৈ ঐৰাৱতক জীউৱা হ'ল মাধৱদেৱে সেইকথা বৰ্ণনা কৰা নাই। ইয়াৰ পাছত দেৱগণ দিহাদিহি গুচি গ'ল।

কৃত্তিঃ ৰামায়ণত ব্ৰহ্মাই দেৱীক "স্থিৰ হও, জীয়াইব তোমাৰ নন্দন" বুলি আশ্বস্ত কৰি পৱনক "মুণ্ড কাটি আন যেবা উত্তৰ শিয়ৰে" বুলি আদেশ কৰিলে। সেইমতে বায়ু পৱনে গঙ্গাৰ তীৰত ঐৰাৱতক উত্তৰ মূৰাকৈ শুই থকা পাই মূৰটো কাটি লৈ আহে। মাধৱদেৱে ঐৰাৱত থকা ঠাইৰ নাম উল্লেখ কৰা নাই। পৱনে কাটিঅনা ঐৰাৱতৰ মূৰ লগাই গণেশক "ৰক্তমাংসে জীয়াইল, হৈল গজানন"। তেতিয়া পাৰ্ব্বতীৰ দুখ হোৱা জানি ব্ৰহ্মাই গণেশক প্ৰথম পূজাৰ অধিকাৰী কৰাৰ কথা আগতে কৈ অহা হৈছে। কৃত্তিঃ ৰামায়ণত ঐৰাৱতৰ মূৰ কাটি অনাৰ কাৰণে ইন্দ্ৰই দুখ কৰাত ব্ৰহ্মাই পৱনক পুনৰ আদেশ কৰিলে — "মুণ্ড কাটি আন্ত যেবা পশ্চিম-শিয়ৰে"॥ এটা বগাহাতী পশ্চিম-মূৰাকৈ শুই আছিল। পৱনে তাৰ মূৰটো কাটি আনি ঐৰাৱতক দিলো

দশৰথৰ শনিৰ বৰ লাভ — মাধৱকন্দলীৰ 'আদিকাণ্ডত' শনিৰ দৃষ্টিত গণেশৰো বিঘিনি ঘটাৰ কাহিনীটো কোৱাৰ পাছত, একে সূৰ্য্যবংশৰে বুলিহে শনিৰ দৃষ্টিত পৰিও দশৰথে নিস্তাৰ পালে বুলি কৈ দশৰথক 'মোক আগে মাগা মোত্ত' দিবো সেহি বৰ' বুলি বৰ দিয়ালৈ শনি প্ৰস্তুত হ'ল। তেতিয়া —

ৰাজাৰে বোলত দৃষ্টি ছাৰা ৰোহিণীত।
তেবে জলবৃষ্টি হৈবে মোৰ পৃথিৱীত॥

সেইমতে শনিয়ে ৰোহিণীত দৃষ্টি ত্যাগ কৰে আৰু দশৰথৰ ৰাজ্যত সেইদিনাৰ পৰা বৃষ্টি হ'ব বুলি আশ্বাস দিয়ে। 'বৰ পায়া হৰিষে নৃপতি গৃহে গৈল/অনন্তৰে ৰাজ্যত বিস্তৰ বৃষ্টি ভৈল'। পদ্মপুৰাণৰ গৌড়ীয় পাতালখণ্ডত দশৰথে শনিৰপৰা যি বৰ লাভ কৰিছিল, 'আদিকাণ্ড'তো সেই একে বৰকে লাভ কৰিছে।

কৃত্তিঃ ৰামায়ণতো এই ধৰণেই শনিয়ে বৰ দিব খোজাত দশৰথে 'ৰোহিণীতে তৱ দৃষ্টি, নহে বৰিষণ' বুলি জানিবলৈ দিয়ে। তেতিয়া শনিয়ে দশৰথক দুটা বৰ দিয়ে —

(১) শনি বলে আজি হ'তে ছাড়িবে ৰোহিণী।
× × × আজি হৈতে তব ৰাজ্যে হ'বে বৰিষণ॥
(২) ৰোহিণী বৃষভ ৰাশি হবে যেইজন।
সেই ৰাজ্যে হবে না আমাৰ আগমন॥

পদ্মপুৰাণৰ উত্তৰখণ্ডত থকা শনি-দশৰথৰ বৃত্তান্ততো দশৰথে শনিৰ পৰা দুটা বৰ পোৱাৰ কথা আছে যদিও, সেই বৰ দুটাৰ লগত কৃত্তিবাসৰ বৰ দুটা নিমিলে।

কৃত্তিঃ ৰামায়ণত দশৰথ শনিৰ ওচৰৰপৰা পোনে পোনে নিজ ৰাজ্যলৈ অহা নাই; ইন্দ্ৰৰ সভাত সোমাই শনিক তেওঁ কিদৰে প্ৰসন্ন কৰিলে সেই কথা জনাইছেগৈ আৰু তেতিয়া —

শুনিয়া ৰাজাৰ কথা দেৱগণে ভাবে।
একণে হইবে বৃষ্টি তুমি যাও দেশে॥

সাতদিন বৃষ্টি মাত্র ঝড় না কৰিব ॥
তোমাৰ ৰাজ্যেতে জল যথাকালে দিব ।

তেতিয়াহে ৰজা স্বদেশলৈ গৈছে। কৃত্তিবাসে ইন্দ্ৰৰ আদেশত আবৰ্ত, সংবৰ্ত, দ্ৰোণ আৰু পুষ্কৰ — এই চাৰি জলধৰে বৃষ্টিপাত কৰাত নদ-নদী পানীৰে ভৰি পৰা, গছত ফল-ফুল লগা, আৰু জীৱগণে নতুন জীৱন পোৱাৰ বৰ্ণনাও দিছে ।

## ॥ অন্ধমুনিৰ অভিশাপ ॥

বাল্মী০ ৰামায়ণৰ অযোধ্যাকাণ্ডত দশৰথে কৌশল্যাৰ আগত তেওঁ অন্ধমুনিৰ পুত্ৰক বধ কৰাৰ কাৰণে অন্ধমুনিয়ে তেওঁক পুত্ৰশোকত প্ৰাণত্যাগ কৰিবলৈ অভিশাপ দিয়াৰ কথা বৰ্ণনা কৰা আছে। ৰাম বনলৈ যোৱাৰ পাছত ষষ্ঠদিনা ৰাতি মাজ ভাগতে সাৰ পাই দশৰথে নিজৰ দুষ্কৃতিৰ কাহিনী ৰূপে মুনিপুত্ৰ বধৰ বৃত্তান্তটো কৌশল্যাক কৈছিলে [১৬]। এই ঘটনাটো দশৰথ কুমাৰ হৈ থাকোঁতেই, অৰ্থাৎ তেওঁৰ পিতৃ জীৱিত থাকোঁতেই ঘটিছিল বুলি কোৱা হৈছে [১৭]।

মাধৱদেৱৰ আদিকাণ্ডত শনিৰ দৃষ্টি পৰি দশৰথৰ ৰাজ্যত ঘটা অনাবৃষ্টিৰ বৃত্তান্তটোৰ পাছতে, দশৰথৰ বিয়াৰ পাছত ঘটা ঘটনা ৰূপে দশৰথৰ জীৱন-চৰিত্ৰৰ ক্ৰমত অন্ধমুনিৰ অভিশাপৰ কাহিনীটো বৰ্ণনা কৰা হৈছে। উল্লেখযোগ্য যে এই কাহিনী ৰঘুবংশ ( ৯ সঃ ), পদ্মপুৰাণৰ গৌড়ীয় পাতালখণ্ড

১৬ স ষষ্ঠদিৱসে ৰাত্ৰং শোচন্নেৱ মহাযশাঃ।
অৰ্ধৰাত্ৰে প্ৰবুদ্ধঃ সন্ সস্মাৰাত্মদুষ্কৃতম্ ।। ( গো ২।৬৩।৩ )

১৭ কৌশল্যে শকলক্ষোণ ত্বকপেন ময়া শুৰা।
কৌমাৰে শব্দৱেধিত্বম্যাদিনা দুষ্কৃতংকৃতম্ ॥ ( গো ২।৬৩।৯ )

( ১৪ অঃ ) আৰু ব্ৰহ্মপুৰাণতো ( ১২৩ অ০) দশৰথৰ জীৱনবৃত্তৰ ক্ৰমতে, যৌৱন বিয়াৰ পাছত ঘটা ঘটনা হিচাপে বৰ্ণনা কৰা হৈছে। কৃত্তিবাসী ৰামায়ণতো এই ক্ৰমতে কাহিনীটো উপস্থাপন কৰা হৈছে।

বাল্মীকি ৰামায়ণৰ মতে শব্দভেদী বাণ চলাব পৰা ৰাজকুমাৰ দশৰথ এবাৰ বাৰিষা কালত সৰযূ নদীৰ ঘাটলৈ পানী খাবলৈ অহা ম'হ, হাতী বা অন্য যি কোনো জন্তু চিকাৰ কৰাৰ উদ্দেশ্যে সৰযূৰ পাৰলৈ গ'ল ( গৌঃ ২।৬৫ সৰ্গ )। মাধৱদেৱৰ মতে —

এক দিনা ৰজা মৃগ মাৰিবাক প্ৰতি।
ঘোৰ অৰণ্যত ভৈলা প্ৰবেশ নৃপতি।। ৩৪২
সৰযূৰ বনত পশিলা নিশা কালে।
নানাবিধ পশু মাৰিলন্ত পালে পালে।।
শব্দৰ অনুসাৰে ফুৰে মৃগ মাৰি।
যতেক মাৰিলা পশু গণিতে নপাৰি।। ৩৪৩

বাল্মীকি ৰামায়ণত দশৰথে পালে পালে অগণন পশু মৰাৰ কথা নাই। উল্লেখযোগ্য যে ৰামায়ণী সাহিত্যসমূহত দশৰথৰ মৃগয়াৰ স্থান কাল তথা প্ৰকাৰ সম্পৰ্কত ভিন্ ভিন্ বৰ্ণনা পোৱা যায়। ৰঘুবংশত বসন্তকালত ৰজা দশৰথে ( ৯।২৬ ) বনত নানা প্ৰকাৰৰ জন্তু চিকাৰ কৰি অৱশেষত তমসা নদীৰ পাৰত উপস্থিত হোৱা ( ৯।৭২ ) আৰু তমসাত পানীৰ কলহ ভৰোৱা শব্দ শুনি হাতী বুলি ভাবি ( দ্বিৰদবৃংহিতশংকী ৯।৭৩ ) শব্দভেদী বাণেৰে অন্ধমুনিৰ পুত্ৰক বধ কৰা বৃত্তান্ত বৰ্ণনা কৰা হৈছে। 'ব্ৰহ্মপুৰাণ'ত এসময়ত ৰজা দশৰথে অন্য চিকাৰীৰ সৈতে গৈ অৰণ্যত 'বাৰিবন্ধ' অৰ্থাৎ হাতী ধৰা ফান্দ পাতি গাঁতত সোমাই থাকি তাৰপৰা চোকা শৰেৰে জন্তু বধ কৰা বুলি আছে[18]। তাত মুনিকুমাৰ নিহত হোৱা স্থানক জলাধাৰ থকা ঠাইখন

১৮ স কদাচিদ্দশৰথো মৃগয়াশীলিভিৰ্বৃতঃ ।।
অটন্নৰণ্যে শৰ্ৱৰ্য্যাং বাৰিবন্ধমথাকৰোৎ।
× × গৰ্তং প্ৰবিশ্য পানাৰ্থমাগতান্নিশিতৈঃ শৰৈঃ।। ৩৫
মৃগান্ হন্তি মহাবাহুঃ ... ... ... ... ... ...। (ব্ৰহ্মঃ ১২৩ অঃ)

বুলি কৈছে ১৯। 'অধ্যাত্মৰামায়ণ'ত নদীৰ পাৰত মহাবনত মৃগয়ালৈ দশৰথে বিচৰণ কৰিছিল বুলি কৈছে, ২০ সেই নদীখনৰ নাম তাত কোৱা হোৱা নাই। 'আনন্দ ৰামায়ণ'ত দশৰথে মহাবনত যে 'ৰাত্ৰিৰত্ন কৰা আৰু বহুত বনচৰ বধ কৰা বুলি আছে ২১। তাত মুনিপুত্ৰই কলহত পানী ভৰোৱাৰ কথা আছে যদিও নদী নে অন্য জলাধাৰত সেই কথা উল্লেখ কৰা নাই। কৃত্তিঃ ৰামায়ণত মুনিপুত্ৰই সৰোবৰতহে কলহত পানী ভৰাইছিল বুলি আছে, সৰযূ নদীত বা অন্য কোনো নদীত নহয়। কৃত্তিবাসৰ লগত থকা মাধৱদেৱৰ বৰ্ণনাৰ অন্য অমিলৰ কথা পাছত আলোচনা কৰা হ'ব।

মাধৱদেৱৰ 'আদিকাণ্ড'ত থকা মতে মৃগয়াৰ সময়ছোৱাত দশৰথৰ এক অধৰ্ম মিলিল। শ্ৰীফলবনত অন্ধক মুনি আৰু তেওঁৰ অন্ধপত্নীয়ে বাস কৰে আৰু 'সিন্ধু নামে পুত্ৰ যাদি পোষে দুহাতক' বোলা হৈছে।

অন্ধমুনিৰ পুত্ৰজনৰ নাম স্থান ভেদে ভিন্ ভিন্। বাল্মী০ ৰামায়ণৰ দাক্ষিণাত্য পাঠত ঋষিপুত্ৰজনৰ নাম নাই। গৌড়ীয় আৰু পশ্চিমোত্তৰীয় পাঠত তেওঁৰ নাম যজ্ঞদত্ত ২২ 'আনন্দ-ৰামায়ণ'ত মুনিপুত্ৰ জনৰ নাম শ্ৰৱণ (১।১৮৮), 'ব্ৰহ্মপুৰাণ'ত আকৌ অন্ধমুনি জনৰ নামহে শ্ৰৱণ। শ্ৰৱণ আৰু তেওঁৰ পত্নী, প্ৰয়োজনে চকুৰেও নেদেখে, কাণেৰেও নুশুনে ২৩। ড০ অশোক চেটাৰ্জীয়ে তেখেতৰ 'পদ্মপুৰাণ, এ ষ্টাডি' নামৰ গ্ৰন্থত; অপ্ৰকাশিত পদ্মপুৰাণৰ গৌড়ীয় পাতালখণ্ডত সেই অন্ধমুনিজনৰ নাম সিন্ধুমুনি বুলিহে আছে বুলিছে

---

১৯ তত্ৰ বিৰ্চৰতি ৰাং পুত্ৰে যত্ৰ ৰাবিসমাশ্ৰয়ঃ ॥ ৭২ (ব্ৰহ্ম ১২৩ অঃ)

২০ পুৰাহং যৌৱনে যুক্তশ্চাপবাণধৰো নিশি।
অচৰং মৃগয়াসক্তো নদ্যাস্তীৰে মহাবনে ॥ (অধ্যাত্ম: ২।৭।২০)

২১ একদা স নিশায়াং তু মৃগয়ায়াং মহাবনে ॥ ৮৬
চকাৰ ৰাত্ৰিৰত্নং চাৱধীদ্ বনচৰান্ বহূন্। (আনন্দ ১।১অঃ)

২২ যজ্ঞদত্ত চিৰং তাত সলিলে ক্ৰীড়িতং ত্বয়া। (গৌঃ ২।৬৬।৬)

২৩ বৃদ্ধো বৈ শ্ৰৱণো নাম ন শৃণোতি ন পশ্যতি।
তস্য ভাৰ্য্যা তথাভূতা ... ... ... ... ... ... ॥ (ব্ৰহ্ম: ১২৩।৩৮)

২৪। কৃত্তিবাসী ৰামায়ণত মাধৱদেৱৰ 'আদিকাণ্ড'ত ধকাৰ দৰে মুনিপুত্ৰৰ নাম 'সিন্ধুমুনি' বুলি আছে। তাত অন্ধমুনিৰ আশ্ৰমো গৌৰব বনত বুলি আছে।

মাধৱদেৱৰ 'আদিকাণ্ড'ত অন্ধমুনিৰ পুত্ৰ সিন্ধুৱে সমহৰণৰ পানী আনিবলৈ গৈ কলহ ডুবাওঁতে যেতিয়া শব্দ হ'ল, তেতিয়া হস্তীৰ অৱস্থাৰ পৰা সেই শব্দ শুনি –

হস্তী পানী খাই মনে মানি নৃপবৰ।
শব্দৰ অনুসাৰে মাৰিলন্ত শৰ॥
বজ্ৰৰ সমান বাণ অগনি সাক্ষাত।
পৰিল সন্ধানে সিন্ধু মুনিৰ হিয়াত॥ ৩৪৬

বাল্মী০ ৰামায়ণতো হাতী বুলি ভুল কৰি মুনিকুমাৰলৈ দশৰথে শব্দভেদী বাণ মৰা বুলি আছে ২৫। তাত সাপৰ বিষৰ সিঁচিমা শৰপাটৰ আঘাতত হাহাকাৰ কৰি এজন বনবাসীয়ে অনেক করুণ বিলাপ কৰা শুনিবলৈ পাই দশৰথ সেই ফালে যাবলৈ ধৰিলে আৰু তেওঁৰে বুকুৰি-পুতুৰি হৈ পৰি থকা ঋষি জনক দেখিবলৈ পালে ২৬। মাধৱদেৱে আহও মুনিপুত্ৰৰ বিলাপ মুলৰ সমান দীঘল নকৰি থোৰতে কৈছে—

মুনি বোলে হৰি হৰি গবিলোহো প্ৰাণে॥
কোন নিদাৰুণে প্ৰাণ লৈলেক আমাৰ।
কিবা অপকাৰ মই কৰি আছো কাৰ॥ ৩৪৭

ইয়াত দশৰথে মুনিপুত্ৰৰ বিলাপ শুনি নহয়, হাতীত বাণ লাগিছে বুলিহে চাবলৈ গৈ শৰবিদ্ধ মুনিপুত্ৰক দেখি হাহাকাৰ কৰি উঠিছে। এই

---

২৪ In the concluding part of chap.14 the story of Dasarathas piercing the son of the blind Sindhumuni has deen dealt with. শঙ্কঃ, এ কাঁদি, ১২৬পৃঃ)

২৫ অজোঽহং শৰমৃক্তা গীৰ্ণমাণীবিশোপমম্।
শব্দং প্ৰতি গজপ্ৰেপ্সুৰভিলক্ষ্য ত্বপাতয়ম্॥ (বাঃ ২।৬৩।২৩)

২৬ ৰ: ২৬৩।২৫-৩৭

সঁচাকৈ দশৰথৰ মনত হোৱা অনুতাপৰ বৰ্ণনা মাধৱদেৱৰ লেখনীৰ পৰশত অতি মৰ্মস্পৰ্শী হৈ প্ৰকাশ পাইছে—

হা কি কৰিলো মই কিনো নিদাৰুণ ।
হস্তী বুলি শৰ কৰি মাৰিলো ব্ৰাহ্মণ ॥ ৩৪৯
মহা শান্তমতি অতি ঋষিৰ তনয় ।
তপ যেন মূৰ্তি ধৰি প্ৰকাশ কৰয় ॥
ইহাংক বধিলো মই পৰম কুমতি ।
বংশে সমন্বিতে আবে গৈলো অধোগতি ॥ ৩৫০
ৰাখিলো কলংক মই সূৰ্য্যৰ বংশত ।
কুলকো নাশিলো আপুনিও ভৈলো হত ।

মুনিকুমাৰে দশৰথক দেখি তেওঁ কোন বুলি প্ৰশ্ন কৰি ক্ষোভ প্ৰকাশ কৰা কথাখিনিও মাধৱদেৱৰ নিজা সাঁচত ঢলা—

অৰে কোন তই কৈৰ অধম বৰ্বৰ ।
কোন শত্ৰু কিসক কৰিলি মোক শৰ ॥
ব্ৰহ্মবধ কৰি তই কোন যশ পাইলি ॥
কমন কাৰণে বেটা কালকূট খাইলি ॥ ৩৫২
বিষ ভূঞ্জে যিটো সিটো মৰয় একল ।
ব্ৰহ্মবধ কৰি তই বংশ নিলি তল ॥
বৃদ্ধ মাৱ বাপ মোৰ অন্ধ দুয়ো প্ৰাণী ।
মই মাত্ৰ পুত্ৰ মাগি মাচি পোৱো আনি ॥ ৩৫৩
মোক মাৰি তাৰা দুহাতৰো বধ কৈলি ।

'বিষ ভূঞ্জা' আৰু একনক বধ কৰি আৰু দুজন প্ৰাণীৰ বধৰ ভাগী হোৱাৰ ধাৰণাটো মাধৱদেৱে বাল্মী০ ৰামায়ণৰ পৰা পাব পাৰে । দশৰথে তেওঁ অজ্ঞানত মুনিহত্যা কৰা কাৰ্যক বালকৰ বিষভক্ষণৰ লগত তুলনা কৰি কৈকেয়ীক কৈছিলে — সদ্যোহাসিহ ব্যাপেন যথা স্যাদ্ ভক্ষিতং বিষম্ ॥ (বাঃ ২।৬৩।১২) মুনিপুত্ৰই দশৰথক — 'তুমি একেঁপাট শৰেৰেই মোৰ মৰ্মস্থানত আঘাত কৰি মোৰ অন্ধ আৰু পিতৃ-মাতৃকো" বধ কৰিলা (একেন

খলু বাণেন মৰ্মণ্যভিহতে ময়ি।। যাবন্ধৌ নিহতৌ বৃদ্ধৌ মাতা জনয়িতা চ মে।। বা. ২।৬৩।৩৯-৪০)।

বাল্মী০ ৰামায়ণত দশৰথ যেতিয়া শৰবিদ্ধ মুনিপুত্ৰৰ ওচৰত উপস্থিত হৈছেগৈ, তেতিয়া মুনিপুত্ৰই তেওঁক দেখিয়েই 'ৰাজন্' বুলি সম্বোধন কৰি, তেওঁনো কি অপৰাধত মুনিপুত্ৰক বধ কৰিলে, সেই কথা সুধিছে (কিং তৱাপকৃতং ৰাজন্ বনে নিবসতা ময়া।।) কৃত্তি: ৰামায়ণতো মুনিপুত্ৰই দশৰথক নিজেই চিনি পাইছে। মাধৱদেৱৰ 'আদিকাণ্ড'ত মুনিপুত্ৰই দশৰথক 'কোন তই কৈৰ অধম বৰ্বৰ' বুলি সম্বোধন কৰিছে আৰু দশৰথে মুনিপুত্ৰক নিজৰ জন্ম-কৰ্মৰ পৰিচয় দি কৈছে —

সূৰ্যবংশে ভৈলো অজ ৰাজাৰ তনয়।
দশৰথ নাম মোৰ জানা মহাশয়।। ৩৫৫
মহা মন্দমতি মই পৰম উন্মত্ত।
পশু মাৰি ফুৰোঁ এই সৰযূ বনত।।
শব্দভেদী মই যোৰ আন্ধাৰ নিশাত।
শৰে হানি পশু মাৰি ফুৰোঁ অসংখ্যাত।। ৩৫৬
পানী ভৰা তুমি মই তাহাক নাজানি।
হস্তী গোটে পানী খাই বুলি মনে মানি।।
শব্দ অনুসাৰে শৰ কৰিলো প্ৰহাৰ।
পৰে আতিশয় বাণ হিয়াত তোমাৰ।। ৩৫৭
অজ্ঞানত থাকি মই বধিলো তোমাক।
হোক প্ৰায়শ্চিত্ত ভষ্ম কৰিয়ো আমাক।।

বাল্মী০ ৰামায়ণত মুনিপুত্ৰই বিনা অপৰাধত বনবাসী তেওঁক দশৰথে বধ কৰাৰ বাবে খেদ কৰি আৰু তেওঁৰ অন্ধ পিতৃ-মাতৃদ্বয়বো তেওঁৰ মৃত্যুত মৰণ মিলিল বুলি দশৰথৰ আগত কৈ, দশৰথক অন্ধমুনিৰ ওচৰলৈ গৈ তেওঁৰ সংবাদ জনাবলৈ কৈছে। তেতিয়া অন্ধমুনিয়ে দশৰথক শাপি ভষ্ম নকৰে বুলি মুনিপুত্ৰই আশ্বাস দিছে আৰু পিতাকৰ আশ্ৰমলৈ যোৱাৰ পথো মুনিপুত্ৰই বতাই দিছে (ইয়মেকপদী ৰাজন্ যতো মে পিতুৰাশ্ৰম:)।

মাধৱদেৱৰ 'আদিকাণ্ড'ত দশৰথে নিজ অপকৰ্মৰ প্ৰায়শ্চিত্ত স্বৰূপে তেওঁক ভস্ম কৰিবলৈ মুনিপুত্ৰক কাতৰ প্ৰাৰ্থনা কৰাত, মুনিপুত্ৰই কৈছে —

মোৰ কৰ্মফল তোক শপবোহো কিক ॥ ৩৫৮
পিতৃ-মাতৃ শাপে দৈবে হৈবে সৰ্বনাশ।
মোক লৈয়া যাহা ৰাজা তাৰা দুইৰ পাশ ॥
আছে বাপ মাব মোৰ শ্ৰীফল বনত।
কৰিয়ো কাতৰ গৈয়া ধৰি চৰণত ॥ ৩৫৯
মহা কাৰুণিক দুয়ো পৰম মহন্ত।
অজ্ঞান দোষক তোৰ ক্ষমা কৰিবন্ত ॥

বাল্মী০ ৰামায়ণত মুনিকুমাৰে দশৰথক শাপ দিয়াৰ প্ৰসংগই উত্থাপিত হোৱা নাই; মুনিকুমাৰে কৰ্মফল বুলি সেই দুৰ্ঘটনাক মানি লোৱা বুলিও নাই। কৃত্তিঃ ৰামায়ণত মুনিকুমাৰে পূৰ্বজন্মৰ কৰ্মফল ৰূপে তেওঁৰ এই মৃত্যু ঘটিছে বুলি, সেই জন্মত এহাল কপৌ চৰাই একেলগে থকাৰ সময়ত তাৰে মতা চৰাইটো মুনিকুমাৰে বাঢ়লুঁটি মাৰি বধ কৰাত মৃত্যুৰ সময়ত কপৌটোৱে 'পৰজন্মে পাবে এই ৰূপে মনস্তাপ' বুলি শাও দিয়াৰ কথা ৰজাক জানিবলৈ দিছে। মাধৱদেৱৰ ৰচনাত এই কপোত-বৃত্তান্তৰ উল্লেখ নাই।

মাধৱদেৱৰ 'আদিকাণ্ড'ত মুনিপুত্ৰই 'শৰ কাঢ় ৰাজা মোৰ হেৰ প্ৰাণ যায়' বুলি দশৰথক অনুৰোধ কৰা আৰু সেই মতে দশৰথে শৰ কঢ়াত মুনিপুত্ৰই কঁপি কঁপি প্ৰাণত্যাগ কৰাৰ বৰ্ণনা বাল্মী০ ৰামায়ণৰ অনুৰূপ। বাল্মী০ ৰামায়ণত মুনিপুত্ৰই দশৰথক কৈছিলে — 'হে মহাৰাজ, শৰপাট কাঢ়ি দিয়ক, এই তীক্ষ্ণ শৰে মোৰ মৰ্মস্থলত পীড়া কৰিছে (বিশল্যং কুৰু মাং ৰাজন্ মৰ্ম মে নিশিতঃ শৰঃ কৃণদ্ধি)।' শৰ কঢ়াৰ পাছত মুনিপুত্ৰই মাটিত ছট্‌ফটাই প্ৰাণত্যাগ কৰে। (বেপমানস্য ভূতলে ....... ত্যজৌ প্ৰাণাংস্তপোধনঃ ॥)। মাধৱদেৱৰ ৰচনাতো শৰ কঢ়াৰ পাছত 'কম্পি কম্পি ঋষিৰ তথাতে গৈল প্ৰাণ।' অৱশ্যে ইয়াত বাল্মী০ ৰামায়ণত থকাৰ দৰে ঋষিপুত্ৰই তেওঁক বধ কৰাৰ বাবে দশৰথৰ ব্ৰহ্মহত্যা পাপ নালাগে বুলি কৈ থোৱা নাই।

অন্ধমুনি তথা তেওঁৰ পুত্ৰৰ বৰ্ণ সম্পৰ্কত বাল্মী০ ৰামায়ণৰ পাঠসমূহত মতভেদ দেখা যায়। গৌড়ীয় আৰু পশ্চিমোত্তৰীয় পাঠৰ মতে অন্ধমুনি, অৰ্থাৎ দশৰথে বধ কৰা মুনিপুত্ৰৰ পিতাকহে ব্ৰাহ্মণ তেওঁ নিজে নহয় —

ন দ্বিজাতিৰহং শংকাং ব্ৰহ্মহত্যাকৃতাং ত্যজ ॥
ব্ৰাহ্মণেন ত্বহং জাতঃ শূদ্ৰায়াং বসতা বনে। (গৌ: ২।৬৫।৪২,৪৩)

দাক্ষিণাত্য পাঠৰ মতে অন্ধমুনি বৈশ্য —

শূদ্ৰায়ামস্মি বৈশ্যেন জাতো নৰবৰাধিপ। (বা ২।৬৩।৬১)*

অন্ধমুনিৰ পত্নীগৰাকী তিনিওটা পাঠ অনুসৰিয়েই শূদ্ৰা। তিনিওটা পাঠতে মুনিপুত্ৰই তেওঁক বধ কৰিলে দশৰথৰ ব্ৰহ্মহত্যা পাপ নালাগে বুলি কাৰণ স্বৰূপে তেওঁৰ মাতৃ শূদ্ৰা হোৱাৰ কথা কৈছে। পিছে তিনিওটা পাঠতে অন্ধমুনিয়ে দশৰথে অজ্ঞানত হত্যা কৰাৰ কাৰণেহে ব্ৰহ্মহত্যা পাপ নহয় বুলি কোৱাৰ বৰ্ণনা আছে।

অজ্ঞানাত্তু হতো যস্মাৎ ক্ষত্ৰিয়েণ ত্বয়া মুনিঃ।
তস্মাত্ত্বাং নাবিশত্যাশু ব্ৰহ্মহত্যা নৰাধিপ ॥ (বাঃ ২।৬৪।৫৫)

গতিকে দেখা গ'ল যে বাল্মী০ ৰামায়ণতেই অন্ধমুনি তথা তেওঁৰ পুত্ৰৰ বৰ্ণ সম্পৰ্কত মতৈক্যৰ অভাৱ। এইখিনিতে উল্লেখ কৰিব পাৰি যে 'ব্ৰহ্মপুৰাণ'ৰ মতে পুত্ৰজন ব্ৰাহ্মণ (১২৩।৪৯)। 'ৰঘুবংশ'ত মুনিপুত্ৰই নিজকে 'দ্বিজেতৰতপস্বীসুত' (৯।৭৬) বুলি কৈছে। 'অধ্যাত্ম ৰামায়ণ' আৰু 'আনন্দৰামায়ণ'ৰ মতে মুনিপুত্ৰজন বৈশ্য (অধ্যাত্মঃ ২।৭।২৭ আনন্দঃ ১।১।৮৮)। কৃত্তিঃ ৰামায়ণত অন্ধমুনিৰ জাতি সম্পৰ্কে এই বুলি আছে — 'অন্ধকমুনিৰ কথা অপূৰ্ব কাহিনী/ব্ৰাহ্মণ তাহাৰ পিতা শূদ্ৰাণী জননী ॥' দশৰথে সমৰাসুৰক বধ কৰাৰ পাছত ইন্দ্ৰই এই কথা কৈছিল। মাধৱদেৱৰ 'আদিকাণ্ড'ত মুনি আৰু মুনিপুত্ৰ, দুয়ো ব্ৰাহ্মণ। মুনিপুত্ৰই দশৰথক 'ব্ৰহ্মবধ কৰি তই কোন ফল পাইলি'

---

* ড০ বুল্কেই দাক্ষিণাত্য পাঠৰ বুলি উদ্ধৃত কৰা এই শ্লোক গীতাপ্ৰেছ আৰু কাশীৰ পণ্ডিত পুস্তকালয়ৰ পাঠত (সামান্য পৰিবৰ্তন সহ) তথা আৰ্যশাস্ত্ৰৰ পাঠৰ উক্ত অধ্যায় আৰু শ্লোকসংখ্যাত আছে।

বুলিছে আৰু অন্ধমুনিয়ে দশৰথক অভিশাপ দিয়াৰ পাছত কৈছে 'আনে যেন ব্ৰাহ্মণৰ দ্ৰোহ নাচৰয় ।'

'আদিকাণ্ড'ত দশৰথে শৰ কঢ়াৰ পাছত প্ৰাণত্যাগ কৰা সিন্ধুমুনি মহাপুণ্যৰ বলত স্বৰ্গলৈ যায় । তেতিয়া দশৰথে মৰা-শৰ কান্ধত লৈ শ্ৰীফল বনলৈ যায় বুলিছে । 'ৰঘুবংশ'ত শেলপাট নুলিউৱাকৈয়ে দশৰথে কান্ধত তুলি মুনিপুত্ৰক পিতৃ-মাতৃৰ ওচৰলৈ লৈ যায় (ৰঘু ৯।৭৭) আৰু পিতৃ-মাতৃৰ আদেশ ক্ৰমে শেল উলিয়াওঁতেই মুনিপুত্ৰই প্ৰাণত্যাগ কৰে (৯।৭৮)। কৃত্তিঃ ৰামায়ণত মুনিপুত্ৰই দশৰথক শেল উলিয়াবলৈ কোৱা নাই যদিও দশৰথে মৃত মুনিপুত্ৰৰ বুকুৰপৰা শেলপাট উলিয়াই মৃতদেহটো অন্ধদম্পতীৰ ওচৰলৈ লৈ যায় । বাল্মী০ ৰামায়ণত মৃতপুত্ৰক ঘটনাস্থলীতে থৈ দশৰথ অন্ধদম্পতীৰ ওচৰলৈ গৈছিল ।

মাধৱদেৱৰ 'আদিকাণ্ড'ত দশৰথে যেতিয়া অন্ধদম্পতীৰ ওচৰত কান্ধৰ পৰা মৃত পুত্ৰক নমাই থ'লে, তেতিয়া ভৰিৰ শব্দ শুনিবলৈ পাই অন্ধমুনিয়ে পৰম উৎকণ্ঠাৰে ক'লে —

এত নিশা ঘৰে কেন নাসস পুতাই ।
সিংহে বাঘে মাৰিবেক এবেশ্বৰে পাট ।।
গোধূলাতে গৈলা পুতা পানী আনিবাক ।
এত নিশা কৰি খেদ লগাইলি আমাক ।। ৩৬৩
তোত বিনা আমাৰ সহায় নাহি আন ।
তইসে কেৰলে আমি অন্ধকৰ প্ৰাণ ।।
আনখন ইটো কৰ্ম নকৰিবি আৰ ।

কথা শুনি দশৰথৰ ধাতু উৰিল, হৃদয় শুকাল, মুখৰ মাত হৰিল । তেও লাহে লাহে ঋষিৰ কাষ চাপি গৈ মন থিৰ কৰি 'তয় পুত্ৰবধী মই অধম পামৰ' বুলি কৈ সমস্ত ঘটনাৰ বিৱৰণ দিলে । 'এবে মুনি শাপ দিয়া ভস্ম কৰা মোক' বুলি ৰজা মৌন হ'ল ।

বাল্মী০ ৰামায়ণত মুনিপুত্ৰৰ নিৰ্দেশক্ৰমে সৰযূৰ জল ভৰাই কলহটো লৈ দশৰথ অন্ধদম্পতীৰ ওচৰত উপস্থিত হোৱাৰ সময়ত তেওঁলোকে পুত্ৰেকলৈ

আশাৰে বাট চাই পুত্ৰেকৰ কথাকে কৈ কথা পাতি আছিল ২৭। দশৰথৰ চিত্ত শোকত আকুল আৰু ভয়ত চেতনা বিলুপ্ত হ'বলগীয়া অৱস্থা হৈছিল। তেওঁৰ ভৰিৰ খোজৰ শব্দ শুনিয়েই মুনিয়ে 'বাছা, কিয় পলম কৰিছি? পানী লৈ আহ, . ... চক্ষুহীন আমাৰ কাৰণে তয়েই চকু, তই আমাৰ কাৰণে অগতিৰ গতি, আমাৰ প্ৰাণটো তোতে সোমাই আছে, তই নেমাত কিয় ২৮?' তেতিয়া দশৰথে কোনো মতে মনৰ ভয় দমন কৰি তেওঁলোকক পুত্ৰবধৰ করুণ সংবাদ অনুতাপ সহ জ্ঞাপন কৰে। দশৰথৰ নিচিনা সত্যনিষ্ঠ আৰু প্ৰতাপী ৰজাই এই দৰে নিজৰ অপৰাধ স্বীকাৰ কৰি (এবং গতে যৎ স্যাৎ তৎপ্ৰসীদতু মে মুনিঃ) শাস্তি গ্ৰহণ কৰিবলৈ প্ৰস্তুত হোৱাটো নিতান্ত স্বাভাৱিক কথা। বাল্মী০ ৰামায়ণৰ মতে দশৰথে নিজে গৈ এইদৰে অপৰাধ স্বীকাৰ নকৰা হ'লে মূৰটো ততালিকে শতসহস্ৰ টুকুৰা হ'ল হৈতেন ২৯।

মাধৱদেৱৰ 'আদিকাণ্ড'তো দশৰথে নিজৰ দোষ স্বীকাৰ কৰি 'এবে মুনি শাপ দিয়া ভস্ম কৰা মোক' বুলি দণ্ড প্ৰাৰ্থনা কৰিছে। পুত্ৰৰ মৰণ-সংবাদ পাই অন্ধদম্পতীৰ শোকাগ্নি উঠলি উঠিল, অচেতন হৈ তেওঁলোক ভূমিত বাগৰি পৰিল। চেতনা পাই হৃদয়ত মুঠি হানি কান্দিবলৈ ধৰিলে আৰু —

বাজাত খুজিয়া শৰ পায়া গলে বান্ধি।
ভৈলন্ত মূৰ্চ্ছিত দুনাই দুয়োজনে কান্দি॥
ক্ৰতি পায়া পুনু পৃথিবীত পাৰে লুটি।

---

২৭ তন্নিমিত্তাভিবাসীনৌ কথাভিৰপৰিক্ৰমৌ।
তামাশং মৎকৃতে হীনাৱুপাসীনানাথবৎ॥ (ৰাঃ ২।৬৪।৩)

২৮ পদশব্দং তু মে শ্ৰুত্বা মুনিৰ্বাক্যমভাষত।
কিংচিৰায়সি মে পুত্ৰপানীয়ং ক্ষিপ্ৰমানয়॥

× × ত্বং গতিস্ত্বগতীনাং চ চক্ষুস্ত্বং হীনচক্ষুষাম্।
সমাসক্তাস্ত্বয়ি প্ৰাণাঃ কস্মাৎত্বং নাভিভাষসে॥ (ৰাঃ ২।৬৪।৮, ১০)।

২৯ যদেতদশুভং কৰ্ম ন স্ম মে কথয়েঃ স্বয়ম্।
ফলেন মূৰ্ধা স্ম তে ৰাজন্ সদ্যঃ শতসহস্ৰধা॥ (ৰাঃ ২।৬৪।২২)

নৰহয় জীউ যেন প্ৰাণ যায় ফুটি ।। ৩৭৪
পুত্ৰ পুত্ৰ বুলি দুয়োজনে দেয় ডাক।

তই বিনে আমি দুয়ো অন্ধ ভৈলো নাশ ।। ৩৭৫
অন্ধসাৰ লাঠী পুত্ৰ গৈলা কৈক লাগি ।
কোন এবে আমাক পুষিবে ভিক্ষা মাগি ।। ইত্যাদি

সহৃদয়ৰ চকুত কাৰুণ্যৰ প্লাৱন নমোৱা অন্ধদম্পতীৰ এই বিলাপৰ পাছুতে তেওঁলোকৰ কাৰুণ্য ক্ৰোধত পৰিণত হৈছে —

নৃপতিক চাই মুনি বুলিলা বচন ।।
মোৰ পুত্ৰবধী তই দশৰথ পাপী ।
পুত্ৰবধ কৰি তই জীয়স তথাপি ।। ৩৭৭
সূৰ্যবংশী ৰাজা হুয়া কৰিলি অকৰ্ম ।
.. . ... . ...
শুন তোক ৰাজা দিওঁ নিদাৰুণ শাপ ।। ৩৭৮
জানিয়া মাৰিলি হন্তে তনয়ক মোৰ ।
কৰিলোহোঁ হন্তে ভস্ম দিয়া শাপ ঘোৰ ।।

তথাপিতো শাপো তোক শুন ৰে দুৰ্জন ।
পুত্ৰশোকে মৰো যেনে আমি দুই জন ।।
তই পুত্ৰশোকে ৰাজা মৰিবি নিশ্চয় ।

বাল্মী০ ৰামায়ণত দশৰথৰ কথা শুনি অন্ধমুনিয়ে দীৰ্ঘনিশ্বাস ত্যাগ কৰি মূৰ্চ্ছিত হৈ পৰে বুলি চমুকৈ কোৱা হৈছে (২।৬৪।২১)। তাৰ পাছত দশৰথে নিজে দোষ স্বীকাৰ কৰাৰ বাবেহে দুৰ্ঘোৰ শাস্তিৰ পৰা অব্যাহতি পাইছে (২।৬৪।২২) বুলি কৈছে আৰু বিহেতুকে দশৰথে অজ্ঞাতসাৰেহে মুনিপুত্ৰক হত্যা কৰিছে, সেইকাৰণে সমস্ত ৰঘুবংশ কুশলে থাকিব পাৰিছে বুলিছে ৩০। তাৰ

৩০ অজ্ঞানাদ্ধি কৃতং যস্মাদিদং তে তেন জীৱসে ।
অপি হ্যকুশলং ন স্যাদ্ৰাঘৱাণাং কুতো ভৱান্ ।। (ৰাঃ ২।৬৪।২২)

পাছত তেওঁলোকক দশৰথে মৃতপুত্ৰৰ ওচৰলৈ লৈ যোৱাত অন্ধদম্পতীয়ে পুত্ৰৰ শৰীৰ স্পৰ্শ কৰি বিলাপ কৰিবলৈ ধৰে আৰু পুত্ৰৰ উদ্দেশ্যে জলাঞ্জলি দিয়ে। পুত্ৰৰ আহ্বানক্ৰমে পৰলোকলৈ যাব খোজা অন্ধমুনিয়ে একেবাৰে শেষতহে দশৰথক এই বুলি অভিশাপ দিয়ে —

পুত্ৰশোকাতুৰ. প্ৰাণান্ সন্ত্যক্ষ্যাম্যহংশো যথা।
ত্বমপ্যন্তে তথা প্ৰাণাংস্ত্যক্ষসে পুত্ৰলালস ॥ (গৌঃ ২।৬৫।৩৪*)

'পুত্ৰশোকত অৱশ আৰু আতুৰ হৈ মই যিদৰে প্ৰাণত্যাগ কৰিছোঁ, তেনেকৈ তুমিও অন্তকালত পুত্ৰৰ চিন্তাত প্ৰাণত্যাগ কৰিবাঁ।' এইদৰে কৈ অন্ধদম্পতী চিতাত উঠি স্বৰ্গগামী হয়। বাল্মী০ ৰামায়ণত ইমানতে অন্ধমুনিৰ অভিশাপৰ বৃত্তান্ত শেষ হৈছে।

মাধৱদেৱৰ 'আদিকাণ্ড'ত অন্ধমুনিয়ে অভিশাপ দিয়াত দশৰথে 'মুহি ইটো শাপ প্ৰভু দিলা মোক বৰ' বুলি আনন্দ প্ৰকাশ কৰি 'কেমনে মৰিবো পুত্ৰ নাহিকে আমাৰ' বুলি মুনিক জনাই 'কতো কালে হৈবে পুত্ৰ কহিয়োক সাৰ' বুলি সুধিলে। তাৰ উত্তৰত ঋষ্যশৃংগক অনাই যজ্ঞ কৰিবলৈ অন্ধমুনিয়ে কেনেকৈ নিৰ্দেশ দিলে, সেই বিষয়ে 'ঋষ্যশৃংগৰ বৃত্তান্ত'ত আলোচনা কৰা হৈছে। এটা শ্ৰীফল দি মুনিয়ে 'চলাহা গৃহক পুত্ৰ হৈবেক তোমাৰ' বুলি কোৱাত ৰজাই ঋষিক প্ৰণাম কৰি ঘৰলৈ গুচি গ'ল আৰু তাৰ পাছত —

কৌশল্যাৰ হাতে নিয়া দিলন্ত শ্ৰীফল।
পুত্ৰ হৈব সবাৰে শুনিয়া কৌতূহল ॥
কৌশল্যা কৈকেয়ী সতী সুমিত্ৰা সুন্দৰী।
ৰাজা বোলে তিনিও ভুঞ্জিবা ভাগ কৰি ॥

কৃত্তিঃ ৰামায়ণতো এই দৰে ঋষ্যশৃংগক অনাই যজ্ঞ কৰোৱাৰ ব্যৱস্থা

---

* আৰ্য্যশাস্ত্ৰ, গীতাপ্ৰেছৰ পাঠ আৰু পণ্ডিত পুস্তকালয়ৰ পাঠত এই শ্লোকৰ ঠাইত আছে —

পুত্ৰব্যসনজং দুঃখং যদেতন্মম সাম্প্ৰতম্।
এবং ত্বং পুত্ৰশোকেন ৰাজন্ কালং কৰিষ্যসি ॥ (বাঃ ২।৬৪।৫৪)

যি অন্ধমুনিয়ে দশৰথক এটা শ্ৰীফল দিয়াৰ কথা আছে। পিছে সেই ফল যজ্ঞৰ চৰুৰ ভিতৰত দিবলৈহে বিধান দিছিল, আৰু কৈছিল 'এই ফলে জন্মিবেন দেব চক্ৰপাণি'।

এতিয়া কৃত্তি. ৰামায়ণৰ অন্ধমুনিৰ অভিশাপৰ কাহিনীৰ লগত মাধৱ-দেৱৰ কাহিনীটোৰ মৌলিক অমিলখিনি আলোচনা কৰোঁ। কৃত্তিবাসৰ বৰ্ণনা মতে দশৰথ 'মৃগ অন্বেষিয়া' নিবিড় কাননত ভ্ৰমি ফুৰোঁতে অন্ধকৰ তপোবনত উপস্থিত হ'ল আৰু —

শ্ৰমযুক্ত হইয়া বসেন বৃক্ষতলে।
দিব্য সৰোবৰ দেখিলেন সেইস্থলে ॥
অন্ধক মুনিৰ পুত্ৰ সিন্ধু নাম ধৰে।
কলসীতে ভৰে জল সেই সৰোবৰে ॥
...... ৰাজা ভাবে জলপান কৰিছে হৰিণী ॥
মৃগজ্ঞানে হানে বাণ ৰাজা দশৰথ।
বাণাঘাতে পড়ে মুনি প্ৰাণ ওষ্ঠাগত ॥

ইয়াত সৰযূনদীত নহয়, সৰোবৰতহে মুনিপুত্ৰই পানী ভৰাইছিল আৰু হাতী বুলি ভ্ৰমত পৰি নহয়, হৰিণীয়ে জলপান কৰিছে বুলিহে দশৰথে বাণ এৰিছিল। শব্দভেদী বাণত মৃগ নিহত হ'ল বুলি চাবলৈ গৈ দশৰথে মৃত্যুমুখী মুনিকুমাৰক দেখিবলৈ পাই দশৰথৰ 'উড়িল পৰাণ'। মুনিকুমাৰৰ ইঙ্গিত মতে আঁজলি ভৰাই দশৰথে পানী দিয়াত মুনিকুমাৰে কিছু সকাহ পালে। 'শিৰে হাত দিয়া ৰাজা কৰে অনুতাপ' বুলিছে যদিও ইয়াত মুনি-পুত্ৰৰ অঘটন দেখি দশৰথ একেবাৰে নিমাত হৈহে আছে, তেওঁ নিজৰ পৰিচয়ো দিব লগা হোৱা নাই —

ব্যাকুল দেখিয়া মুনি নাহি দিল শাপ ॥
মুনি বলে দশৰথ ভয় কি কাৰণ।
তোমাৰে শাপিয়া আমি পাইবো কঁদ্ধন ॥
কপালে যা থাকে তা নাহয় খণ্ডন।
পূৰ্ব জনমেৰ কথা হইল স্মৰণ ॥

এই বুলি মুনিকুমাৰে দশৰথক 'কপোত-বৃত্তান্ত' শুনাইছে। মুনিপুত্ৰৰ বিধান মতে তেওঁৰ মৃতদেহ লৈ দশৰথ গৈ দেখিলা অন্ধকলতীৰ ওচৰ পাইছে, সেই সময়ত তেওঁলোকৰ মাজত হৈ থকা কথোপকথনৰ বৰ্ণনা মাধৱদেৱৰ 'আদিকাণ্ড'ত নাই। মাধৱদেৱৰ মতে 'বসি আছে দেখিলন্ত দুয়ো অন্ধক'; আৰু কৃত্তিবাসৰ মতে অন্ধক-অন্ধকীৰ 'বামনেত্ৰ ভুজ স্পন্দে অমঙ্গল দেখি,'

গৃহিণী বলেন নাথ একি কুলক্ষণ।
আজি কেন পুত্ৰৰ বিলম্ব এতক্ষণ॥
অন্ধক বলেন শুন পাগল গৃহিণি।
আৰ দিন নিকটে পাইত ফল পানি॥
আজি বুঝি গিয়াছে সে দূৰস্থ কানন।

সেই সময়তে গৈ উপস্থিত হোৱা দশৰথৰ ভৰি লাগি শ্ৰীফলৰ পাতত খচ্মচনি উঠাত পুতেক আহিছে বুলি তেওঁলোকে কৈছে—

এস পুত্ৰ .. .. ...
কালিকাৰ উপবাসী, কৰিব পাৰণ।
ফল জল দেহ পুত্ৰ ৰাখহ জীৱন॥

এই উপবাস বা পাৰণৰ কথা মাধৱদেৱৰ ৰচনাত নাই। তাৰ পাছত ভয়ে ভয়ে, মনে মনে ৰজা আগ বাঢ়িছে, অন্ধকে 'কিবা পিতা-মাতা সঙ্গে কৰ উপহাস' বুলি পুতেকৰ সহাৰি নাপাই ধ্যানত বহিল। ধ্যানৰ দ্বাৰাহে মুনিয়ে সকলো কথা জানিব পাৰিছে, দশৰথে নিজৰ অপৰাধ স্বীকাৰ কৰি শাস্তি বিচৰা নাই। ধ্যানৰ দ্বাৰা সকলো জানিব পাৰি ততালিকে মুনিয়ে দশৰথক অভিশাপ দিছে —

মৃতপুত্ৰ আনিলে হে আমাকে দেখাতে॥
আৰ কিবা দশৰথ শপিব তোমাকে।
এই মত তৰ প্ৰাণ যাব পুত্ৰশোকে॥
পুত্ৰশোকে মৰিব আমৰা দুই প্ৰাণী।
পুত্ৰশোক কি যন্ত্ৰণা জানিবা আপনি॥

অভিশাপ দিয়ালৈকে ইয়াত দশৰথ নিমাত, মনিকো অভিভূত কৰিব

পৰা ব্যক্তিত্বৰ অধিকাৰী দশৰথে ইয়াত নিজৰ অপৰাধ স্বীকাৰ কৰ'ৰ সাহস কৰিব নোৱাৰিলে। মুনিয়ে অভিশাপ দিয়াৰ পাছত 'শাপ নহে পুত্ৰ বৰ হইল আমাৰ' বুলি বৰদাতা ঋষিক আনন্দ মনেৰে কোৱাত, অন্ধমুনিয়ে ধ্যান কৰি 'ইহাৰ ঘৰেতে জন্মিব নাৰায়ণ' বুলি জানিলে। তেতিয়া মুনিয়ে বৰ্জাক কলে—

> যাহ ৰাজা, তোমাৰে দিলাম আমি বৰ।
> চাৰি পুত্ৰ হবেন তোমাৰ গদাধৰ ॥
> মম সম পুত্ৰ শোকে তোমাৰ মৰণ।
> পুত্ৰ হইলে একাদশ বৎসৰ জীৱন ॥

মাধৱদেৱৰ 'আদিকাণ্ড'ত পুত্ৰ হ'লে এঘাৰ বছৰহে দশৰথৰ জীৱন হ'ব বুলি ভৱিষ্যদ্বাণী কৰা নাই। মুনিৰ বচন যে কেতিয়াও ব্যৰ্থ নহয়, সেই কথা প্ৰতিপাদন কৰিবলৈ অন্ধমুনিয়ে তেওঁৰ জীৱনৰ এটা এটা কাহিনী কৈছে। মাধৱদেৱৰ 'আদিকাণ্ড'ত উল্লেখ নথকা সেই কাহিনীটো এই — অন্ধ-মুনিয়ে তেওঁৰ পিতৃৰ ঘৰলৈ অহা ত্ৰিজট মুনিৰ চৰণ বন্দন কৰোঁতে, মুনিৰ চৰণ দেখি ঘিণ লগাত তেওঁ আৰু তেওঁৰ পত্নীয়ে চকু মুদিছিল। ত্ৰিজট মুনিয়ে 'এৱমস্তু' বুলি কোৱাত দুয়ো পতি-পত্নী অন্ধ হ'ল।

কৃত্তিঃ ৰামায়ণত শ্ৰীফলটো যজ্ঞৰ চৰুত দিবলৈ কৈছিলে; মাধৱদেৱৰ ৰচনাত তেনে উল্লেখ নকৰাকৈ দিয়াৰ কাৰণে দশৰথে চাৰিগৰাকী পত্নীক খাবলৈ দিলে। মাধৱদেৱৰ ৰচনাত সিন্ধুমুনিৰ শৱ-সংকাৰ অথবা অন্ধদম্পতীৰ প্ৰাণত্যাগৰ সম্পৰ্কত তথা পিতৃ-মাতৃয়ে পুত্ৰৰ তৰ্পণ কৰাৰ সম্পৰ্কত একো কোৱা নাই। কৃত্তিঃ ৰামায়ণত দশৰথক অভিশাপ দিয়াৰ পাছত, নিজে অন্ধ হোৱাৰ কাহিনী কৈ, দশৰথক পুত্ৰলাভৰ উপায় দি পাছতহে মৃতপুত্ৰক কোলাত লৈ মুনিয়ে বিলাপ কৰিছে। মাধৱদেৱৰ 'আদিকাণ্ড'ত দশৰথৰ পৰা পুত্ৰৰ মৃত্যুৰ সংবাদ জানি মুনিদম্পতীয়ে বিলাপ কৰিছে, তাৰ পাছত দশৰথক অভিশাপ দিছে, তাৰ পাছতহে দশৰথক পুত্ৰলাভৰ বিধান দিছে; প্ৰকৃতপক্ষে ইহে স্বাভাৱিক প্ৰক্ৰিয়া।

কৃত্তি: ৰামায়ণত দশৰথ মুনিহত্যাৰ প্ৰায়শ্চিত্তৰ উপায় বিচাৰি বশিষ্ঠৰ আশ্ৰমত উপস্থিত হ'লগৈ। বশিষ্ঠ নথকা অৱস্থাত তেওঁৰ পুত্ৰ বামদেৱে দশৰথক প্ৰায়শ্চিত্ত স্বৰূপে তিনিবাৰ ৰামনাম লোৱালে। যি স্থলত 'এক ৰামনামে কোটি ব্ৰহ্মহত্যা হৰে', তেনেস্থলত ৰজাক তিনিবাৰ ৰামনাম লোওৱাৰ কাৰণে বশিষ্ঠই বামদেৱক চণ্ডাল হ'বলৈ অভিশাপ দিলে আৰু ক'লে—

গঙ্গাস্নানে ৰঘুনাথ যাবেন যখন।
অগুসাও পথ তুমি ৰামেৰ তখন॥
তাঁহাৰ চৰণপদ্ম কৰিও স্পৰ্শন।
তখনি হইবে মুক্ত চণ্ডাল জনম॥

বামদেৱ গুহক চণ্ডাল হৈ থাকিল। পাছত ৰাম আৰু গুহ চণ্ডালৰ মিত্ৰতা-বন্ধনৰ কাহিনীত গুহকে ৰামৰ আগত এই বৃত্তান্তটো কৈছে। তাত ৰামক দেখি গুহকৰ চণ্ডাল জনম মুক্ত হোৱাৰ কথা কিন্তু নাই। সেই প্ৰসংগত মাধৱদেৱে গুহ চণ্ডালে পূৰ্বজন্মত গঙ্গাৰ অভিশাপ পোৱা বুলিহে বৰ্ণনা কৰিছে। মাধৱদেৱৰ 'আদিকাণ্ড'ত বামদেৱ বশিষ্ঠৰ শাপত চণ্ডাল হোৱাৰ লেশমাত্ৰও আভাস নাই।

## ॥ ইন্দ্ৰৰ আহ্বানত দশৰথৰ দ্বাৰা অসুৰ-বিজয় ॥

বাল্মী০ ৰামায়ণত অযোধ্যাকাণ্ডত কৈকেয়ীৰ বৰ প্ৰাপ্তিৰ প্ৰসংগত দশৰথে ইন্দ্ৰৰ আহ্বানত শম্বৰাসুৰক জয় কৰাৰ কাহিনী বৰ্ণনা কৰা হৈছে। মাধৱদেৱে ব্ৰহ্মপুৰাণ, আনন্দ ৰামায়ণ, কৃত্তি:ৰামায়ণ প্ৰভৃতিৰ দৰে 'আদিকাণ্ড'তে দশৰথৰ জীৱন-চৰিতৰ ক্ৰমত অন্তৰ্ভুক্ত কৰি অসুৰ-বিজয়ৰ কাহিনীটো উত্থাপন কৰিছে। মাধৱদেৱ আৰু কৃত্তিবাস দুয়োজনৰে দশৰথৰ অসুৰ-বিজয়ৰ বৰ্ণনা বাল্মী০ ৰামায়ণৰ বৰ্ণনাৰ লগত নিমিলে। এই দুজন কবিৰ বৰ্ণনা দুটাৰ মাজত নিকট সম্পৰ্ক পৰিলক্ষিত হয় যদিও বৈসাদৃশ্যখিনিও

উলাই কৰিব পৰা বিষয় নহয়। বাল্মী০ ৰামায়ণত থকা শম্বৰাসুৰবধৰ কাহিনী মাধৱকন্দলীৰ 'অযোধ্যাকাণ্ড'ৰ আলোচনা প্ৰসংগত উত্থাপন কৰা হৈছে।

মাধৱদেৱৰ বৰ্ণনামতে অন্ধমুনিৰ আশ্ৰমৰপৰা ঘৰলৈ গৈ দশৰথে এৰাতি কটোৱাৰ পাছত, পাছদিনা ৰাতিপুৱা স্নান-দানাদি কৰি পাত্ৰ-মন্ত্ৰীসকলৰ সৈতে ৰাজসভাত বহি থকাৰ সময়ত —

সেহি বেলা ইন্দ্ৰ অসুৰত পাইয়া ত্ৰাস।
ত্ৰিদশ সহিতে আইলা নৃপতিৰ পাশ।।

দশৰথে পাদ্য-অৰ্ঘ্য আসন আদিৰে অভ্যৰ্থনা কৰাৰ পাছত ইন্দ্ৰৰ আগমনৰ উদ্দেশ্যৰ কথা সুধিলে। তেতিয়া ইন্দ্ৰই ক'লে —

হাৰিলো ত্ৰিদশে আমি অসুৰত ৰণ ।। ৩৮৯
মহা বলৱন্ত আতি অসুৰ দুৰ্ম্মতি।
খেদায়া দেৱক কাঢ়ি লৈলা অমৰাৱতী ।।
তুমি বিনে আমাৰ সুহৃদ আন নাই।
আপদ কালত তুমি হুয়োক সহায় ।। ৩৯০
... .. ৰণে জিনি সবে অসুৰক কৰি হত।
ত্ৰিদশ দেৱক ৰাজা থাপিয়ো স্বৰ্গত ।। ৩৯১

ইন্দ্ৰৰ এই বিনয় বচন শুনি দশৰথে 'হৈবোহো সহায় ৰণে মাৰিবো অসুৰ' বুলি ইন্দ্ৰক বিদায় দিলে। ইন্দ্ৰই ইয়াত অসুৰৰ বিশেষ নাম উল্লেখ কৰা নাই।

তাৰ পাছত দশৰথে সৈন্য সংগ্বিতে স্বৰ্গলৈ যাত্ৰা কৰিলে। উল্লেখযোগ্য যে বাল্মী০ ৰামায়ণৰ মতে অযোধ্যাৰ পৰা দক্ষিণলৈ দণ্ডকাৰণ্যৰ ফালে থকা বৈজয়ন্তনগৰতহে তিমিধ্বজ শম্বৰাসুৰৰ লগত দেৱতাসকলৰ যুদ্ধ হৈছিল আৰু দশৰথে তাতে অসুৰ জয় কৰিছিল (গৌ: ২।৮।১১-১৪)। মাধৱদেৱ আৰু কৃত্তিবাস দুয়োজনেই দশৰথে স্বৰ্গত গৈ অসুৰ জয় কৰা বুলি বৰ্ণনা কৰিছে। 'অধ্যাত্ম'ৰ'তো দশৰথে স্বৰ্গত গৈ দেৱতাৰ পক্ষলৈ যুদ্ধ কৰা বুলিছে[৩০] যদিও তাত

৩০ স তু ৰাজা তথা চক্ৰে গত্বা চৈব ত্ৰিবিষ্টপম্।
যুদ্ধং চক্ৰে তথা দৈত্যৈৰ্দানবৈঃ সহ ৰাক্ষসৈঃ। (অধ্যা:১২৩।২৩)

বৰ্ণনা কৰা কাহিনীটোৰ লগত মাধৱদেৱৰ আৰু কৃত্তিবাসৰ কাহিনী দুটাৰ মিল নাই।

মাধৱদেৱে দশৰথতো বিষ্ণু অৱতাৰৰ আভাস দেখিছে। পূৰ্বে বলিয়ে ইন্দ্ৰক খেদাই স্বৰ্গ লোৱাৰ সময়ত —

লিকালত বিষ্ণু ভৈলা দেৱৰ সহায় ॥
পুনৰপি স্বৰ্গ কাঢ়ি লৈলন্ত দানৱ।
দশৰথ ৰূপে সহায় ভৈলন্ত মাধৱ ॥ ৩৯৫

জটায়ুৱে আকাশৰপৰা স'ৰ পৰা দশৰথক পিঠি পাতি ধৰি ৰক্ষা কৰাৰ সময়তো 'বিষ্ণু সমসৰ ৰাজা ধৰ্ম অৱতাৰ' বুলি কোৱা হৈছে।

মাধৱদেৱে দশৰথ আৰু অসুৰৰ মাজত হোৱা যুদ্ধৰ অলপ দীঘলীয়া বৰ্ণনা দিছে। প্ৰথমতে 'নানা অস্ত্ৰ নৃপতি লাগিলা বৰিষিত।' পিছত মায়া যুদ্ধ কৰিবলৈ ধৰা অসুৰলৈ 'মহাবলে ৰাজা ব্ৰহ্ম অস্ত্ৰক এৰিল। পিছে

আৰাধিয়া অসুৰে ব্ৰহ্মাত পাই বৰ।
ব্ৰহ্মাৰ অস্ত্ৰত মৃত্যু নাহি অসুৰৰ ॥ ৪০০

সেই কাৰণে দশৰথৰ ব্ৰহ্ম অস্ত্ৰৰ প্ৰহাৰত পৰা অসুৰবোৰে 'মৰি পুনু পুনু উঠি উঠি ৰণ কৰে।' তাৰ পাছত দশৰথে 'কাটিলা দানৱগণ হানি চক্ৰবাণ।' তেতিয়াও বাণ বৰষি দশৰথক জৰ্জৰিত কৰি তোলাত দশৰথে 'মহাকোপে হানিল গন্ধৰ্ব অস্ত্ৰগোট।' এই শৰৰ প্ৰভাৱত দৈত্যবিলাকৰ মাজত নিজৰ ভিতৰতে নানা ধৰণৰ মাৰ-কাট হ'বলৈ ধৰিলে আৰু অৱশেষত 'অসুৰৰ তেজে ৰণভূমি গৈল ভল।' লক্ষকোটি অসুৰ এইদৰে নিহত হোৱা দেখি দেৱগণ আনন্দিত হ'ল; ইন্দ্ৰই দশৰথৰ বল-বিক্ৰমৰ শলাগ লৈ 'নাহি নৃপজিৰ ৰাজা তোমাৰ সমান' বুলি ৰজাক অনেক সংকাৰ কৰিলে। 'যুবিবেক তোমাৰ কীৰ্তিক সৰ্বজনে' বুলি ইন্দ্ৰই —

ৰাজাক দিলন্ত দিব্য বস্ত্ৰ অলংকাৰ ॥ ৪২২
দিলা দিব্যৰথ অষ্ট ঘোটক সহিত।

ইন্দ্ৰ আদি দেৱগণৰ পৰা মেলানি মাগি দশৰথ অযোধ্যালৈ ঘূৰি আহিল।

ব্ৰহ্মাক আৰাধনা কৰি এই অসুৰগণে বৰ পোৱাৰ কাৰণে ব্ৰহ্ম অস্ত্ৰত অসুৰৰ মৃত্যু নাই বোলা কথা মাধৱদেৱৰ নিজা। ব্ৰহ্মপুৰাণত ৩১ দেৱতা, অসুৰ, দৈত্য, দানৱগণে এই প্ৰসংগত বিষ্ণুক আৰু শিৱক আৰাধনা কৰাৰ কথা আছে।

কৃত্তি: ৰামায়ণত থকা বৰ্ণনা অনুসৰি 'হইল অসুৰ স্বৰ্গে নামেতে শম্বৰ'। শম্বৰে অমৰাৱতী জিনি ল'লে, তাৰ ভয়ত দেৱতা স্বৰ্গত থাকিব নোৱৰা হ'ল। তেতিয়া ইন্দ্ৰই গৈ ব্ৰহ্মাক উপায় বিচাৰিলে। ব্ৰহ্মাই দশৰথক মাতি আনিবলৈ কোৱাত ইন্দ্ৰ অযোধ্যা পালেহি। ইন্দ্ৰৰ আমন্ত্ৰণক্ৰমে দশৰথ স্বৰ্গত উপস্থিত হ'ল আৰু দৈত্যসেনাৰ লগত যুদ্ধত প্ৰবৃত্ত হ'ল। 'নানা অস্ত্ৰ বৰ্ষণ' কৰাৰ পাছত দশৰথে যি গন্ধৰ্ব অস্ত্ৰ প্ৰয়োগ কৰিলে তাৰ প্ৰভাৱ মাধৱদেৱে কৰা বৰ্ণনাত থকাৰ নিচিনাই— 'আপনা আপনি ৰিপু কৰে কাটাকটি' আৰু 'আপনা আপনি কৰে বাণ বৰিষণ'। মাধৱদেৱৰ বৰ্ণনাত দশৰথে এই অস্ত্ৰ প্ৰয়োগ কৰিয়েই অসুৰগণক জয় কৰিলে। কৃত্তিবাসৰ ৰচনাত শব্দভেদী বাণেৰেহে 'কাটে ৰাজা দশৰথ শম্বৰেৰ মাথা'। মাধৱদেৱৰ বৰ্ণনাত দশৰথে দেৱতাবো অজেয় অসুৰ বধ কৰাৰ কাৰণে স্বৰ্গত যোৱা যি আনন্দ উল্লাস প্ৰকাশ পাইছে, কৃত্তিবাসে সেই আনন্দ উল্লাসৰ বৰ্ণনা দিয়া নাই।

কৃত্তি: ৰামায়ণত ইন্দ্ৰই অসুৰ নিধন কৰি তেওঁক ৰক্ষা কৰাৰ কাৰণে দশৰথক বৰ প্ৰাৰ্থনা কৰিবলৈ কোৱাত দশৰথে মুনিহত্যা পাপ যাতে তেওঁৰ নালাগে সেই প্ৰাৰ্থনা কৰিলে। তেতিয়া—

শুনিয়া ৰজাৰ কথা ইন্দ্ৰদেৱ হাসে।
সে পাপ তোমাতে নাহি, যাও তুমি দেশে॥
অন্ধক মুনিৰ কথা অপূৰ্ব কাহিনী।
ব্ৰাহ্মণ তাঁহাৰ পিতা শূদ্ৰাণী জননী॥

মাধৱদেৱৰ ৰচনাত ইন্দ্ৰই দশৰথক নানান উপহাৰহে দি পঠাইছে, দশৰথক বৰ মাগিবলৈ কোৱা নাই। এইখিনিতে উল্লেখ যোগ্য যে দশৰথে সিন্ধুমুনিক বধ কৰি আহিয়েই মুনিহত্যা পাপৰ প্ৰায়শ্চিত্ত বিচাৰি বশিষ্ঠৰ আশ্ৰমলৈ

৩১ ব্ৰহ্ম:— ১২৫।১১,১২

মাধৱে ৰামদেৱে 'এক ৰাম নামে কোটি ব্ৰহ্মহত্যা হৰে' যদিও তিনিবাৰ দশৰথক ৰামনাম লোৱা কথা কৈছে। তেনেস্থলত আকৌ ইয়াৰ 'ব্ৰহ্মহত্যা পাপ নাহি থাকে মনোপৰ' বুলি বৰ প্ৰাৰ্থনা কৰা কথাটো বিসংগতিপূৰ্ণ।

কৈকেয়ীৰ বৰলাভ — বাল্মী০ ৰামায়ণত শম্বৰাসুৰৰ লগত হোৱা যুদ্ধৰ প্ৰসংগত কৈকেয়ীয়ে দশৰথক সেৱা কৰি দুটা বৰ লাভ কৰাৰ কথা সকলো পাঠতে একে নহয়। গৌড়ীয় পাঠৰ মতে অসুৰ বিজয় কৰি ঘূৰি অহাৰ সময়ত পৰিচৰ্য্যা কৰি আৰু ব্ৰণ উঠি অহাৰ সময়তো শুশ্ৰূষা কৰি কৈকেয়ীয়ে দশৰথৰ পৰা দুটা বৰ লাভ কৰিছিল (গৌ ২।৮।.৪,১৫)। কৈকেয়ীয়ে তেতিয়া তেওঁ সময়মতে পাছত বৰ দুটা ল'ব বুলি কৈছিল। গীতা প্ৰেছ, পণ্ডিত পুস্তকালয়, আৰ্য্যশাস্ত্ৰ আদি পাঠৰ মতে দশৰথে কৈকেয়ীকো যুদ্ধলৈ লৈ গৈছিল। অসুৰৰ শস্ত্ৰ প্ৰহাৰত ক্ষত-বিক্ষত হোৱা দশৰথক অচেতন অৱস্থাত কৈকেয়ীয়ে ওঁ ভৰাই আনিছিল আৰু শুশ্ৰূষা কৰিছিল। তেতিয়া তুষ্ট হৈ দশৰথে দিব খোজা বৰ দুটা কৈকেয়ীয়ে ইচ্ছামতে পাছত ল'ব বুলি কৈছিল (ৰ : ২।৯।১১, ১৫—১৮)। মাধৱকন্দলীৰ ৰামায়ণত দশৰথ দেৱাসুৰৰ যুদ্ধত জয়ী হৈ ঘূৰি আহোঁতে কৈকেয়ীয়ে আগবাঢ়ি গৈ বজাক ভকতি কৰাত সন্তুষ্ট হৈ দশৰথে ৰাণীক দুটা বৰ দিছিল (১৩৯৫—১৫৯৭ পদ)।

কৈকেয়ীৰ বৰলাভৰ বিষয়ে ভিন্ ভিন্ ৰামায়ণী সাহিত্যত ভিন্ ভিন্ কথা পোৱা যায়। বাল্মী০ ৰামায়ণৰ গৌড়ীয় পাঠত দুটা ভিন্ন কাৰণত কৈকেয়ীয়ে দশৰথৰপৰা দুটা বৰ লাভ কৰা বুলি থকা কথা আগতে উল্লেখ কৰি অহা হৈছে। তাত ব্ৰণ হোৱাৰ সময়ত কৈকেয়ীয়ে দশৰথক কেনে শুশ্ৰূষা কৰিছিল, সেই কথাৰ উল্লেখ নাই। কৃত্তিঃ ৰামায়ণ আৰু মাধৱদেৱৰ আদিকাণ্ড দুয়ো ঠাইতে কৈকেয়ীয়ে এবাৰ অসুৰ বিজয় কৰি অহা ৰজাক শুশ্ৰূষা কৰি আৰু এবাৰ ব্ৰণ হওঁতে শুশ্ৰূষা কৰি দশৰথৰ পৰা দুটা বৰ লাভ কৰাৰ বহল বৰ্ণনা দিয়া হৈছে। দুয়ো ঠাইতে প্ৰথমটো বৰ দশৰথে অসুৰ জয় কৰি অহাৰ পাছত আৰু দ্বিতীয়টো বৰ ব্ৰণৰ পুঁজ শুহি বাহিৰ কৰাৰ কাৰণে লাভ কৰে বুলি বৰ্ণনা কৰা হৈছে। অৱশ্যে দুয়ো ঠাইতে দশৰথৰ ব্ৰণ হোৱা স্থান একে নহয়।

মাধৱদেৱৰ 'আদিকাণ্ড'ত থকামতে অসুৰ-জয় কৰি যেতিয়া দশৰথে অযোধ্যাৰ ৰাজভৱনত প্ৰৱেশ কৰিলেহি, তেতিয়া —

স্বামী আসিবাৰ শাছে দেখিয়া কৈকেয়ী ॥
সাদৰে প্ৰণাম আসি কৰিলা সুন্দৰী।
× × মহাৰণ কৰি শ্ৰম পাইলা নৃপবৰ।
× × দেখি মহাদই নানামত সেৱা কৰি ॥
স্বামীৰ শ্ৰমক দূৰ কৰিলা সুন্দৰী॥ ৪২৬
নানাভাৱে নৃপতিৰ চিত্ত সন্তোষিলা।

তেতিয়া দশৰথে কৈকেয়ীক 'খোজ মোত যেই লাগে বৰ দিবো তোক' বুলি ইচ্ছা প্ৰকাশ কৰাত কৈকেয়ীয়ে ৰজাক সত্য অঙ্গীকাৰ কৰাই ল'লে। কৈকেয়ীয়ে এই সময়ত কুজীক মন্তাই আনি পৰামৰ্শ লোৱাৰ কথা কৃত্তি: ৰামায়ণতো আছে। কুজীয়ে কৈকেয়ীক পাছত বৰ ল'বলৈ পৰামৰ্শ দিলে।

মাধৱদেৱৰ মতে প্ৰথমটো বৰ লোৱাৰ পাছত 'গৈলা কাল বহি সাত সহস্ৰ বৎসৰ' আৰু তেতিয়াই গ্ৰহগতি আৰু দৈৱৰ বিপাকত দশৰথৰ 'গুহ্যৰ ভিতৰে ব্ৰণ ভৈল আতি টান'। ৰজাৰ প্ৰাণৰ সংশয় হ'ল। 'আসিলন্ত বৈদ্য ধন্বন্তৰিৰ নন্দন'। তেওঁ মহামন্ত্ৰে ঔষধ জাৰি দি ৰজাক এই পৰামৰ্শ দিলে — 'ব্ৰণ এৰি তোমাৰ গুহ্যত মহাৰাজ/মুখ দিয়া চুপিয়া কৰোক পূঁজ ৰাজ'। সেই দুষ্কৰ কাম কোনে কৰিব বুলি চিন্তা কৰি থাকোঁতেই কৈকেয়ী সেই কাম কৰিবলৈ প্ৰস্তুত হ'ল। সেই কাম সমাধা কৰাত ৰজা সুস্থ হ'ল আৰু তেওঁ কৈকেয়ীক 'নাহি আন প্ৰিয়া আৰো তোমাৰ সমান' বুলি প্ৰশংসা কৰি মনৰ বাঞ্ছিত বৰ ল'বলৈ ক'লে। তেতিয়া কৈকেয়ীয়ে দশৰথক ক'লে —

পূৰ্বে এক বৰ দিয়া আছাহা আমাক॥ ৪৪২
ভক্তি দেখি আৰো বৰ দিবে খোজা মোক।
সভাৰ মাজত সত্য কৰি বুলিয়োক॥
যেতিক্ষণ খুঁবা বাছো দিবা সেহি বৰ।
সত্য কৰি বোলা ৰাজা সভাৰ ভিতৰ॥ ৪৪৩

সেইমতে দশৰথে সত্য প্ৰতিজ্ঞা কৰিলে। মাধৱদেৱৰ দৰে অন্য কোনেও দশৰথক এনেদৰে সভাৰ মাজত সত্য প্ৰতিজ্ঞা কৰোৱা নাই। দশৰথৰ সত্য বচন শুনি কৈকেয়ী সন্তুষ্ট হ'ল। মাধৱদেৱৰ মতে — 'দৈৱৰ নিৰ্বন্ধ আছি আছয় পূৰ্বৰ / তাক এৰাইবাক লাগি কাহাৰ শকতি।'

কৃত্তিবাসৰ মতে দশৰথে অন্ত:পুৰত প্ৰৱেশ কৰিয়েই 'সবাইৰ অধিক ভাল বাসে কৈকেয়ীৰে। সেই হেতু আগে গৈল কৈকেয়ীৰ ঘৰে।' কৈকেয়ীয়ে অস্ত্ৰ-সঞ্জীৱনী বিদ্যা জানে। ৰজাৰ শৰীৰ ক্ষত-বিক্ষত হৈ অহা দেখি তেওঁ ৰজাৰ গাত মন্ত্ৰ পঢ়ি পানী দিয়াত ৰজাৰ সকলো 'জ্বালা-ব্যথা' দূৰ হ'ল। তেতিয়া দশৰথে 'তোমাৰ সমান প্ৰিয়ে কেহ নাহি আৰ' বুলি প্ৰশংসা কৰি কৈকেয়ীক অভীষ্ট বৰ ল'বলৈ ক'লে। কুজীৰ পৰামৰ্শমতে কৈকেয়ীয়ে প্ৰয়োজন মতে বৰ ল'ব বুলি ৰজাক জনালে আৰু ৰজাক 'সত্যত বন্দী' কৰিলে। তাকে দেখি ব্ৰহ্মা আদি দেৱগণে ভৱিষ্যত ৰাম-বনবাসৰ কথা ভাৱি সন্তোষৰ হাঁহি মাৰিলে।

নখৰ ভিতৰত ব্ৰণ হৈ ৰজা কাতৰ হৈ পৰিল। পদ্মাকৰ নামেৰে ধন্বন্তৰিৰ পুত্ৰই তেওঁক প্ৰতিকাৰৰ দুটা উপায় দিলে —

শামুকেৰ ঝোল খাও না কৰিও ঘৃণা।
নহে নখদ্বাৰে চুষ দিক একজনা॥

ৰাতি-দিনে ৰজাৰ শুশ্ৰূষা কৰি থকা কৈকেয়ীয়ে নখদ্বাৰত শোহা মাৰি পুঁজ উলিয়াই ৰজাক আৰোগ্য কৰি দ্বিতীয়টো বৰ লাভ কৰিলে। এই সময়ত ৰজাই কৈকেয়ীক কৰ্পূৰ-তাম্বোল ভক্ষণ কৰিবলৈ কোৱাৰ বৰ্ণনাও কৃত্তিবাসে দিছে।

পুত্ৰ জন্ম নোহোৱাত দশৰথৰ খেদ – মাধৱদেৱৰ মতে 'সাতশত ভাৰ্য্যা' বিয়া কৰায়ো কাৰো পুত্ৰ সন্তান জন্ম নোহোৱা দেখি দশৰথে মহা মনোদুখে তেওঁ বংশবিহীন হৈ পিতৃ আৰু দেৱতাৰ ঋণ শুজিব নোৱৰাৰ কাৰণে দিনে ৰাতিয়ে চিন্তা কৰিবলৈ ধৰিলে। এদিন বশিষ্ঠ তথা 'আনো মুনি সমস্তক' মতাই আনি দশৰথে 'সবাহাতে আপোনাৰ দুখ নিবেদিল'। এই প্ৰসংগত দশৰথে কৈছিলে — 'পুত্ৰৰ নিমিত্তে যজ্ঞ কৰিলো বিস্তৰ'।

বাল্মী০ ৰামায়ণত দশৰথে পুত্ৰলাভৰ অৰ্থে তপস্যা কৰি পুত্ৰলাভ নকৰাৰ কথা আছে (সুতাৰ্থং তপ্যমানস্য নাসীদ্ বংশকৰ সুতঃ ॥ বাঃ ১।৮।১)। বিভিন্ন 'ৰামকথা'ত দশৰথে পুত্ৰলাভৰ কাৰণে বিভিন্ন সাধনা কৰাৰ কথা আছে যদিও বিষ্ণুৰ যজ্ঞ কৰাৰ কথা পোৱা নাযায়। এই কল্পনা মাধৱদেৱৰ নিজা যেন ধাৰণা হয়।

দশৰথে এই প্ৰসংগত অন্ধমুনিৰ শাপৰ উল্লেখ কৰি 'সিও শাপ মোত এতকালে নফলিল' বুলি খেদ কৰাত বশিষ্ঠই 'কেন বুজিলন্ত মুনি কহা মোত নিষ্ঠ' বুলি প্ৰশ্ন কৰিলে। দশৰথে অন্ধমুনিৰ অভিশাপৰ প্ৰসংগ বশিষ্ঠক জানিবলৈ দিলে। অন্ধমুনিয়ে দশৰথক যেতিয়া পুত্ৰশোকত প্ৰাণত্যাগ কৰিবলৈ শাপ দিছিলে, তেতিয়া দশৰথে নিজৰ পুত্ৰহীনতাৰ কথা মুনিক জনাই, তেওঁৰনো কেনেকৈ পুত্ৰ হ'ব সুধিছিলে। তেতিয়া অন্ধমুনিয়ে কৈছিলে —

কৰিবাহা যজ্ঞ তুমি ঋষ্যশৃংগ আনি ॥
শিশুমতি মুনি তান গুণ কৈবো কত।
আগম পুৰাণ বেদ সবাতো পাৰ্গত ॥ ৩৮২
দেখিবাক শিশু মুনি বিষ্ণু সমসৰ।
ছৱালৰ থানে ক্ৰীড়া কৰে নিৰন্তৰ ॥
তেহে যজ্ঞ কৰাইলে কহিলো ৰাজা সাৰ।
চাৰি অংশে বিষ্ণু পুত্ৰ হৈবন্ত তোমাৰ ॥ ৩৮৩

এই ঋষ্যশৃংগনো ক'ত থাকে দশৰথে বশিষ্ঠক সুধিলে। দশৰথে বশিষ্ঠক আৰু ক'লে —

আৰো এক কথা কহোঁ শুনিয়ো সম্প্ৰতি।
দুৰ্ব্বাসা ঋষিক পাই কৰিলোঁ ভকতি ॥ ৪৫৫
পুছিলোহো কৃতাঞ্জলি তাহাৰ আগত।
জানা মহামুনি তুমি ভূত ভৱিষ্যত ॥
হৈবেক আমাৰ কিবা পুত্ৰ উতপতি।

দুৰ্ব্বাসাই মহামুনি ঋষ্যশৃংগক অনাই যজ্ঞ কৰালে হৰিয়ে চাৰি ৰূপ

ধৰি দশৰথৰ ঘৰত অৱতাৰ ল'ব বুলি দশৰথক ব্যৱস্থা দিলে। এই প্ৰসংগত দুৰ্ব্বাসাৰ অৱতাৰণা মাধৱদেৱৰ নিজা উদ্ভাৱনা।

বাল্মী$_0$ ৰামায়ণত দশৰথে পুত্ৰলাভৰ অৰ্থে অশ্বমেধযজ্ঞ সম্পাদন কৰিবলৈ মনস্থ কৰি মন্ত্ৰীসকলৰ লগত সেই বিষয়ে আলোচনা কৰিবৰ মনেৰে মন্ত্ৰীশ্ৰেষ্ঠ সুমন্ত্ৰক গুৰু তথা পুৰোহিতসকলক আমন্ত্ৰণ কৰিবলৈ ক'লে। সুযজ্ঞ, বামদেৱ, জাবালি, কাশ্যপ, বশিষ্ঠ প্ৰভৃতি শ্ৰেষ্ঠ দ্বিজসকলক মন্ত্ৰাই আনি দশৰথে তেওঁৰ অভিলাসৰ কথা জনালে। সকলোৱে ৰজাক প্ৰশংসা কৰিলে। আৱশ্যকীয় সম্ভাৰ আহৰণ, সৰযূৰ পাৰত মণ্ডপ নিৰ্মাণ আদি কাম আৰম্ভ কৰিবলৈ আদেশ দিয়া হ'ল ( বাঃ ১।৮সৰ্গ )। অন্ধমুনি আৰু দুৰ্বাসাৰ সম্পৰ্কত এই প্ৰসংগত একো কথা নাই।

## ॥ ঋষ্যশৃংগ — প্ৰসংগ ॥

বাল্মী$_0$ ৰামায়ণত দশৰথে অশ্বমেধ যজ্ঞ কৰাৰ প্ৰয়াস কৰাত সুমন্ত্ৰই ঋষ্যশৃংগৰ বিষয়ে কৰা এটা ভৱিষ্যৎবাণীৰ কথা দশৰথৰ আগত কৈছিলে। সেই ভৱিষ্যৎ বাণী অনুসাৰে মহৰ্ষি বিভাণ্ডকৰ পুত্ৰ ঋষ্যশৃংগক অনাই অংগদেশৰ ৰজা ৰোমপাদে নিজ কন্যা শান্তাক বিয়া দি তেওঁৰ ৰাজ্যত হোৱা অনাবৃষ্টি নিবাৰণ কৰিব। সেই ঋষ্যশৃংগকে অনাই যজ্ঞ কৰিলে দশৰথৰো পুত্ৰলাভ হ'ব বুলি সনৎকুমাৰে ঋষিসকলক ভৱিষ্যৎ বাণী কৰিছিল ( বাঃ ১।৯স. )।

বাল্মী$_0$ ৰামায়ণৰ এইখিনি কথাৰ উল্লেখ মাধৱদেৱৰ 'আদিকাণ্ড'ত পোৱা নাযায়। কৃত্তিঃ ৰামায়ণৰ মতে দশৰথে ভাই-বন্ধু, পাত্ৰ-মিত্ৰ, বশিষ্ঠ প্ৰভৃতি মুনিসকলৰ লৈতে সভাত বহি তেওঁৰ সন্তানহীনতাৰ বাবে খেদ কৰিবলৈ ধৰিলে। দশৰথৰ এই খেদ মাধৱদেৱৰ ৰচনাত কৰাৰ নিচিনাই। কৃত্তিবাসে দশৰথৰ সেই সময়ত 'নবম হাজাৰ বৰ্ষ বয়স হইল' বুলি কোৱা কথাষাৰ মাধৱদেৱৰ ৰচনাত নাই। ইফালে কৃত্তিঃ ৰামায়ণত দুৰ্বাসা সম্পৰ্কীয়

কথাষিনি নাই। দশৰথে 'বৰ দিয়াছেন শ্ৰীঅদ্ধক মহামুনি/যজ্ঞ কৰ তুমি ঋষ্যশৃংগ মুনি আনি' বুলি সভাক জানিবলৈ দি সেই ঋষ্যশৃংগনো ক'ত থাকে সুধিলে। ইয়াৰ উত্তৰত বশিষ্ঠই বিভাণ্ডক মুনিৰ বীৰ্য্যেৰে হৰিণীৰ গৰ্ভত ঋষ্যশৃংগৰ জন্ম হোৱাৰ যি কাহিনী কৈছে, মাধৱদেৱৰ 'আদিকাণ্ড'ত তাৰো উল্লেখ নাই। কৃত্তি ৰামায়ণত বশিষ্ঠই আক কৈছে —

পৰম সুন্দৰ সেই বিভাণ্ডকেৰ বেটা।
শাস্ত্ৰ বেত্তা হয় সে কপালে শৃংগ কোটা ॥
... .. ...
ব্ৰহ্মাৰ সমান তিনি বেদ পাঠ কৰে।
যাৰে বৰ শাপ দেন কভু নহে আন।
তাঁৰ আশীৰ্বাদে ৰাজা হবে পুত্ৰবান।

মাধৱদেৱৰ 'আদিকাণ্ড'ত বশিষ্ঠই দিয়া ঋষ্যশৃংগৰ বৰ্ণনা অন্য প্ৰকাৰৰ—

নৃত্য-গীত প্ৰিয় সিটো বিভাণ্ডৰ সুত ॥ ৭৫৮
মোদকৰ নামে সিটো মৰিয়া জীৱন্ত।
গীত শুনি মুনি যেন অমৃত পিৱন্ত।
দেখিতে ছৱাল মুনি বিষ্ণু অৱতাৰ।
চাৰি বেদ শাস্ত্ৰ তান কণ্ঠত প্ৰচাৰ ॥ ৫৫৯
প্ৰহৰেক মাত্ৰ কৰে সন্ধ্যাক বন্দন।
ছৱালৰ থানে ক্ৰীড়া কৰে সৰ্বক্ষণ ॥

বাল্মী০ ৰামায়ণৰ মতে বনত জন্মি (তাত হৰিণীৰ সন্তান বুলি নাই) বনতে ডাঙৰ-দীঘল হোৱা বিভাণ্ডক-পুত্ৰ ঋষ্যশৃংগই সদায় পিতৃৰ অনুবৰ্তন কৰি কটোৱাৰ কাৰণে অন্য কথা একো নাজানে। অগ্নিক আৰু পিতাকক শুশ্ৰূষা কৰোঁতেই তেওঁৰ দিন যায় ৩১। তদুপৰি সদায় বনত বাস কৰি

৩১ স বনে নিত্যসংবৃদ্ধো মুনিৰ্বনচৰঃ সদা ॥ ৪
নান্যং জানাতি বিপ্ৰেন্দ্ৰো নিত্যং পিত্ৰনুবৰ্তনাৎ।
... ... ...

তপস্যা আৰু স্বাধ্যায়ত ( নিয়মিত বেদপাঠত ) ৰত থকাৰ কাৰণে ঋষ্যশৃংগই নাৰী তথা বিষয় ভোগৰ কথাও একো নাজানে [৩২]।কৃত্তিবাসেও 'স্ত্ৰী-পুৰুষ ভেদ সেই মুনি নাহি জানে' বুলিছে। বাল্মী০ ৰামায়ণত থকা আৰু কৃত্তি: ৰাম য়ণত থকা ঋষ্যশৃংগৰ বৰ্ণনাৰ লগত যে মাধৱদেৱৰ ঋষ্যশৃংগৰ বৰ্ণনাৰ মিল নাই সেই কথা এই আলোচনাৰ পৰা বুজিব পৰা হ'ল।

মাধৱদেৱে ঋষ্যশৃংগক বিষ্ণুৰ অৱতাৰ বোলা কথাই শংকৰদেৱৰ ভবেষ।-বৰ্ণনত থকা এই কথাখিনিলৈ মনত পেলায় —

হৃদয়ত জপ হৰিনাম যাৰ মুখে।
বিষ্ণুৰ নৈবেদ্য উদৰত ভৰে সুখে॥
পাদোদক নিৰ্মাল্য সমস্তে থাকৈ যাৰ।
বোলা হৰি হৰি সেহি বিষ্ণু অৱতাৰ॥ কীৰ্তন

মাধৱদেৱে আজন্ম তপস্বী ঋষ্যশৃংগই 'আন একো নজানন্ত' বুলি লিখা কথাত মূলৰ 'অনভিজ্ঞস্ত নাৰীণাং বিষয়াণাং সুখস্য চ' বোলা কথা খিনি এই —

উপজাৰে পৰা ঋষি নিজ আশ্ৰমত বসি
তপ কৰি থাকন্ত সদায়।
পৰম মহন্ত সন্ত আন একো নজানন্ত
তপে মন মগ্ন সমুদায়॥ ৬৭৫

মাধৱদেৱৰ 'আদিকাণ্ড'ত বশিষ্ঠই ঋষ্যশৃংগক অনাৰ ব্যৱস্থা দি দশৰথক কৈছে —

আনাহা পায়ক যাৰ স্বৰ সুললিত।
সুস্বাদু সন্দেশ লাড়ু লোক যথোচিত॥ ৬৬০

---

তস্যৈব বৰ্তমানস্য কালঃ সমভিবৰ্ত্তত॥ ৬
অগ্নিং শুশ্ৰূষমাণস্য পিতৰংচ যশস্বিনম্। (বা ১।১ সঃ)

৩২ ঋষ্যশৃংগো বনচৰস্তপঃস্বাধ্যায়সংযুতঃ।
অনভিজ্ঞস্ত নাৰীণাং বিষয়াণাং সুখস্য চ॥ বা. ১।২০।৩)

সুস্বৰে পঞ্চম কন্যাগণে গাওক গীত।
শুনি বিমোহিত আস্তি হৈবে তান চিত্ত ॥
মোদক সন্দেশ দিবা সেহি সময়ত।
দেখাইবেক ৰতিৰস তাহান আগত ॥ ৪৬১
শিশুমুনি গীত সন্দেশৰ স্বাদ পাই।
আসিব আমাৰ স্থানে এৰি নিজ ঠাই ॥
এহিমতে উপায়ে মুনিক আনিয়োক।

'ভট্টিকাব্য'ত দশৰথে বেশ্যাৰ সহায়ত ঋষ্যশৃংগক অনাৰ কথা আছে (ভট্টি ১।১১)। তাৰ বাহিৰে ৰঘুবংশীয় দশৰথে বেশ্যা পঠাই ঋষ্যশৃংগক অনাৰ কথা অন্য ঠাইত নাই। পিছত আমি দেখিম যে 'আদিকাণ্ড'ত বশিষ্ঠৰ উক্ত ব্যৱস্থামতে ঋষ্যশৃংগক দশৰথে অনোৱা নাই। আৰু ঋষ্যশৃ'গ ভেতিয়া শিশু হৈয়ো থকা নাই। কৃত্তিঃ ৰামায়ণত বশিষ্ঠই ঋষ্যশৃংগক আনিবলৈ এনেকুৱা কোনো ব্যৱস্থা দিয়াৰ কথা নাই।

মাধৱদেৱৰ 'আদিকাণ্ড'ত বশিষ্ঠই ঋষ্যশৃংগক অনোৱাৰ ব্যৱস্থা দিয়াৰ পাছত সুমন্ত্ৰই বশিষ্ঠৰ কথাখিনি 'বশিষ্ঠে কহিলা যত, সবে সত্য স্বৰূপত' বুলি কৈ দশৰথক এটা পূৰ্বকথা মনত পেলাই দিছে। সেই কথা —

আপুনিও জানা তুমি সাম্প্ৰতে পাসৰি আছা
সুমৰাইলে সুমৰিবা স্বামী ॥ ৪৬৩
শান্তা নামে কন্যাখানি তযু গৃ'হ মহামানী
উপজিল পৰম সুন্দৰী।
লোমপাদ নৰপতি অংগদেশ অধিপতি
শান্তাক খুজিলা ভক্তি কৰি ॥
মিত্ৰৰ ভাৱত থাকি তুমিও শান্তাক দিলা
লোমপাদে শান্তাক নিলন্ত।
আনন্দে নধৰে হিয়া কন্যাক গৃহক নিয়া
জীউ বুলি তেন্তে তুলিলন্ত ॥ ৪৬৪

লোমপাদ মহামানী বিভাণ্ডৰ পুত্ৰ আনি
শান্তা কন্যা দিলন্ত বিবাহ।
ঋষ্যশৃংগ নিয়া যজ্ঞ কৰি পাছে লোমপাদে
পুত্ৰ পায়া মিলিল উৎসাহ ॥
দ্বাদশ বৎসৰ বৃষ্টি তাহাৰ ৰাজ্যত নাই
তাতে লোক মৰয় সমস্ত।
ঋষ্যশৃংগ আসিলাত ভৈলা বৃষ্টি অসংখ্যাত
পাচে সুখী ভৈলা লোক যত ॥ ৪৬৫

মাধৱদেৱৰ 'আদিকাণ্ড'ত দশৰথৰ জীৱন-বৃত্তৰ ক্ৰমত পেলাই লৈহে দশৰথৰ লগত জড়িত বৃত্তান্তসমূহ বৰ্ণনা কৰা হৈছে। একমাত্ৰ তেওঁৰ কন্যা শান্তাৰ জন্মকথা আৰু লোমপাদক জী বুলি তুলি ল'বলৈ শান্তাক দান কৰাৰ কথা সেই নিয়মৰ ব্যতিক্ৰম হৈছে। নিজ কন্যাৰ সম্পৰ্কত এই দুটা কথা পিতাকে পাহৰি থকাটো একেবাৰেই অস্বাভাৱিক ঘটনা। ৰঘুবংশী দশ-ৰথ আৰু ঋষ্যশৃংগৰ পত্নী শান্তাৰ পিতা-পুত্ৰী সম্পৰ্কৰ বিষয়ে পাছত বহলাই আলাচনা কৰা হৈছে।

বাল্মী০ ৰামায়ণৰ মতে ৰোমপাদ (গৌড়ীয় পাঠত লোমপাদ) নামৰ অংগদেশীয় ৰজাই নিজ ৰাজ্যত হোৱা অনাবৃষ্টি দূৰ কৰিবৰ উদ্দেশ্যেহে ঋষ্যশৃংগক অনাইছিল। মহাভাৰতৰ বনপৰ্বত থকা ঋষ্যশৃংগৰ কাহিনীতো সেই বুলিয়েই কোৱা হৈছে। কৃত্তিঃ ৰামায়ণতো অনাবৃষ্টিৰ প্ৰতিকাৰৰ অৰ্থেহে ঋষ্যশৃংগক লোমপাদে অনোৱা বুলি কোৱা হৈছে। মাধৱদেৱৰ 'আদিকাণ্ড'ত লোমপাদে পুত্ৰলাভৰ উদ্দেশ্যেহে ঋষ্যশৃংগক আনিছে বুলি ওপৰত উদ্ধৃত পদত কোৱাৰ উপৰিও আকৌ দোহাৰিছে —

অপুত্ৰক ভৈলো বুলি লোমপাদ নৃপতিৰ
মনে অতি অসুখ আশেষ।
ঋষ্যশৃংগ আনি যজ্ঞ কৰাইলে হৈবেক পুত্ৰ
পাইলা নাৰদত উপদেশ ॥ X ৪৬৭

বায়ুপুৰাণ (৯৯।১০৩,৪), ব্ৰহ্মপুৰাণ (১৩।৪০,৪১), হৰিবংশ (১।৩১।৪৬,৪৭), আৰু মৎস্যপুৰাণত (৪৮।৯৭,৯৮) অংগদেশত ৰাজত্ব কৰা নৃপবংশৰ বৰ্ণনাৰ প্ৰসংগত, সেই দেশৰ ৰজা চিত্ৰৰথৰ পুত্ৰ দশৰথৰে অন্যতম নাম লোমপাদ বুলিছে আৰু এই লোমপাদ দশৰথে ঋষ্যশৃংগৰ প্ৰসাদত 'চতুৰংগ' নামে এজন পুত্ৰ লাভ কৰিছিল বুলি আছে। শান্তা এই লোমপাদ নামেৰে খ্যাত অংগ-দেশীয় দশৰথৰে কন্যা ৩৩। এই পৰম্পৰাৰ লগত মাধৱদেৱৰ কিবা প্ৰকাৰে পৰিচয় ঘটাৰ কাৰণেই মাধৱদেৱে এই সাধাৰণভাৱে অপ্ৰচলিত কথাৰ বৰ্ণনা দাঙি ধৰিছে।

মাধৱদেৱৰ 'আদিকাণ্ড'ত সুমন্ত্ৰই দশৰথক শান্তা-লোমপাদৰ কথা সোঁৱৰাই দিয়াত দশৰথে 'কেনমতে ঋষ্যশৃংগ, কৰিলা শান্তাক বিহা, প্ৰপঞ্চিয়া কহিয়োঁ আমাত' বুলি অনুৰোধ কৰিলে। বাল্মী০ ৰামায়ণত সনৎ-কুমাৰৰ ভৱিষ্যৎবাণী স্বৰূপে ঋষ্যশৃংগক অনাবৃষ্টিৰ প্ৰতিকাৰৰ কাৰণে অনাই লোমপাদে শান্তাক বিয়া দিয়াৰ কথা যোতিয়া সুমন্ত্ৰই ক'লে, তেতিয়া দশৰথে ঋষ্যশৃংগকনো কেনেকৈ আনিলে সেই বিষয়ে কবলৈ কৈছিলে (যথৰ্ষ্যশৃংগ-স্ত্বানীতো যেনোপায়েন সোচ্যতাম্), শান্তাৰ লগত কেনেকৈ বিয়া হ'ল, সেই কথা সোধা নাছিলে। অৰ্থাৎ বাল্মী০ ৰামায়ণত শান্তাৰ বিয়াহ সম্পৰ্কত দশৰথে ঔৎসুক্য প্ৰকাশ কৰা নাই। 'আদিকাণ্ড'ত যদিও শান্তাৰ বিয়া কেনেকৈ হ'ল সেই কথা বৰ্ণনা কৰিবলৈ গৈয়ে সুমন্ত্ৰই অংগদেশলৈ ঋষ্যশৃংগক অনাৰ বৃত্তান্ত দাঙি ধৰিছে, তথাপি ঋষ্যশৃংগ আনয়নৰ কাহিনীটোৰ বৰ্ণনাত মাধৱ-দেৱে বাল্মী০ ৰামায়ণৰ গৌড়ীয় পাঠকে অনুসৰণ কৰিছে। মাধৱদেৱৰ 'আদিকাণ্ড'ত সুমন্ত্ৰই দশৰথক ঋষ্যশৃংগৰ বৃত্তান্ত ক'বলৈ ধৰিলে — বিভাণ্ডক

---

৩৩ এই আটাই কেইঠাইতে অল্প মাত্ৰ সাল-সলনিৰে শ্লোককেইটাও প্ৰায় একেই। 'হৰিবংশ'ত থকা এই সম্পৰ্কীয় শ্লোক দুটা হ'ল —

অথ চিত্ৰৰথস্যাপি পুত্ৰো দশৰথোঽভৱৎ।
লোমপাদ ইতিখ্যাতো যস্য শান্তা সুতাভৱৎ॥ ৪৬
তস্য দাশৰথিৰ্বীৰশ্চতুৰঙ্গো মহাযশাঃ।
ঋষ্যশৃংগপ্ৰসাদেন জজ্ঞে কুলবিৱৰ্ধনঃ॥ ৪৭ (১।৩১ অ.)

নামৰ ঋষিয়ে পুত্ৰ ঋষ্যশৃংগক লৈ 'মাধৱত মতি দিয়া' তপস্যা কৰি কটায়। অপুত্ৰক লোমপাদ ৰজাই নাৰদৰপৰা উপদেশ পালে যে ঋষ্যশৃংগক অনাই যজ্ঞ কৰিলেই তেওঁৰ পুত্ৰ হ'ব। নাৰদৰ উপদেশ মতে ঋষ্যশৃংগক আনিবলৈ লোমপাদে এক 'উত্তম উপায়' কৰিলে। এখন নাৱৰ ওপৰত এখন মায়া-বন নিৰ্মাণ কৰিলে অকে সুগন্ধি দ্ৰব্য, কৰ্পূৰ, চেনি আৰু ঘি'উৰে পাক কৰি অনেক সন্দেশ তৈয়াৰ কৰি লৈ গছ বিলাকত ফল-ফুলৰূপে লগাই দিয়ালে। তাত ভ্ৰমৰে গুঞ্জন জুৰিলে, কোকিলে কুহু কুহু ধ্বনি কৰিবলৈ ধৰিলে আৰু 'বহয় শীতল বাত কামুকী ৰমণী যেন, মদনক দেৱ হাত বাৰ।'

নৃত্য-গীত আৰু কামকলাত নিপুণ, 'নানা ৰসে পৰম গুৱনী' সুন্দৰী যুৱতী কিছুমান পাটৰ বস্ত্ৰ পিন্ধি লয়লাসে নাৱত উঠিল। শুভক্ষণত যাত্ৰা কৰি তেওঁলোকে বিভাণ্ডক মুনিৰ আশ্ৰমত উপস্থিত হ'লগৈ। সেই মায়া-নৌকা আঁৰ কৰি থৈ সুন্দৰীগণ বিভাণ্ডক নথকাৰ বেগ চাই ঋষ্যশৃংগৰ ওচৰ চাপিল। তাত তেওঁলোকে 'হাতে তাল যন্ত্ৰ ধৰি, সুৰ সুললিত কৰি' নানামত নৃত্য কৰিবলৈ ধৰিলে আৰু এইদৰে ঋষ্যশৃংগক সমূদায় মুহি পেলালে। ঋষ্যশৃংগই হাঁহি হাঁহি কৌতূহলেৰে সৈতে নাচনীক তেওঁলোক কোন আৰু ক'ত বাস কৰে সুধিলে। তেতিয়া নটীগণে নিজকে তপস্বী বুলি পৰিচয় দি তেওঁলোকে তপস্যাৰত ঋষিৰ আগত নৃত্যগীত কৰি সুকোমল বেদপাঠ কৰি আছে বুলি ক'লে। তেতিয়া ঋষ্যশৃংগই কৌতুক মনেৰে সেই 'তপস্বীসকলৰ লগতে থাকি সুমধুৰ বেদধ্বনি শুনিবলৈ ইচ্ছা প্ৰকাশ কৰিলে। সেই তপস্বীৰূপী নাৰীগণৰ 'সুন্দৰ কোমল গাৱ,' সুশোভন জটাভাৰ বস্ত্ৰ আৰু উত্তম গন্ধ বিশিষ্ট শৰীৰৰ ভস্মধূলা প্ৰশংসা কৰি ঋষ্যশৃংগৰ নিজৰ বল্কল-বসন, আউল-বাউল জটাভাৰ, কৰ্কশ বেদধ্বনি, কুৎসিত ভস্মধূলা— এই বিলাকলৈ বিতৃষ্ণা জন্মিল। ওপজাৰেপৰা নিজ আশ্ৰমতে তপস্যাত কাল কটোৱা, তপস্যাৰ বাহিৰে অন্য একো কথা নজনা সেই পৰম মহন্ত সন্ত ঋষ্যশৃংগই নটীগণৰ কপট কথাত বিশ্বাস স্থাপন কৰিলে; তেওঁলোকে দিয়া মোদক-সন্দেশবোৰ গছৰ গুটি বুলি খাই বৰ ভাল পাই ক'লে —

তোমাৰ ৰাজ্যৰ ফল খায়া ভৈলো কৌতূহল
ইটো অতি স্বাদত বিচিত্ৰ।
আহয় আমাক দায়া অন্যো অন্যো আলিঙ্গিয়া
আসা তুমি আমি কৰো মিত্ৰ ॥
তোমাসাৰ সংগে যাইবো ইটো মধুফল খাইবো
শুনিবো মধুৰ বেদধ্বনি।
থাকিবো তোমাৰ সংগে তপ কৰি মহাৰংগে
অন্যো অন্যে ৰঞ্জিবো ৰজনী ॥ ৪৭৭

তেতিয়া নটীসবে—

ভৈলা মিত্ৰ বুলি কৰিলন্ত আলিংগন ॥
দেখিলা নজানে কিছু ঋষিৰ তনয়।
নানা কামকলা বসে ভাৱ দৰশয় ॥ ৪৭৯
কেহোজনী আলিঙ্গি ধৰিলা তান গলে।
কেহোজনী বসুৱাইলা বস্ত্ৰৰ আঞ্চলে ॥
কেহোজনী নিয়া তাংক বসাইলা কোলাত।
স্তনৰ উপৰে কেহো থৈলা তান হাত ॥ ৪৮০
কেহোজনী তান মুখে মুখে চুমা দিল।
বুকুত লগায়া স্তন কেহো সাৱটিল ॥ ইত্যাদি

নানান কামভাৱ প্ৰদৰ্শন কৰি ঋষ্যশৃংগক নটীগণে সুগন্ধি শীতল পানীৰে গা ধুৱাই ভস্মধূলি গুচাই কুসুম-চন্দন পিন্ধালে; বল্কল গুচাই দিব্য বস্ত্ৰ আৰু ৰুদ্ৰাক্ষ গুচাই সুবৰ্ণৰ অলংকাৰ পিন্ধাই দিলে; শিলিখাৰ ঠাইত কৰ্পূৰ-তামোল খুৱালে। তাৰ পাছত তালযন্ত্ৰ ধৰি কোনোৱে সুললিত গীত গালে, কোনোৱে মৃদংগ বজালে, কোনোৱে লয়লাসে নৃত্য কৰি 'এহিমতে মোহিত কৰিলা তান চিত্ত।' এইদৰে 'গ্ৰাম্যজন সংগ'পাই ঋষ্যশৃংগৰ ঋষি-ধৰ্ম সকলো গ'ল। তেওঁ নটীবিলাকক সুধিলে—

তোমাৰ আশ্ৰম কত দূৰ মুনিগণ ॥
তুমিসব মহামিত্ৰ ভৈলাহা আমাৰ।

দেখিতে উৎসুক আছে আশ্ৰম তোমাৰ ॥ ৪৮৮

তেতিয়া মায়াবিনীহঁতে ঋষিক হাতত ধৰি নি নাৱত তুলিলেগৈ। ঋষ্যশৃংগই বিমুগ্ধচিত্তে সেই কৃত্রিম বনৰ শোভা চাই থাকোঁতেই নাও বাই নৈ যোৱা হ'ল। ভাগৱত ঋষিৰ টোপনিয়ে ধৰিলে। সেই সময় হোৱাতে নাওঁ অংগদেশত উপস্থিত হ'লগৈ। সাৰপাই ঋষিয়ে নাৰীসকক সুধিলে—

কহিয়োক তুমিসৰে স্বৰূপ বচন।
নোহা তুমিসৰে ঋষি মুহি তপোবন॥
তুমিসৰে আমাক মুহিলা মায়া কৰি।
আপোনাৰ দেশে আনি আছা ছল কৰি॥ ৪৯৩
কি কাৰণে আনিলা কহিয়ো প্রয়োজন।

তেতিয়া নাৰীগণে কৰপুটে ঋষিক তেওঁলোকৰ তিনিটা উদ্দেশ্যৰ কথা জনালে— অংগদেশৰ ৰজা লোমপাদৰ শান্তা নামে এক মহাসতী কন্যা আছে, তেওঁক ঋষ্যশৃংগই বিয়া কৰাব লাগে। দ্বিতীয়তে অপুত্ৰক ৰজাৰ পুত্ৰ লাভৰ অৰ্থে ঋষ্যশৃংগই যজ্ঞ কৰিব লাগে। তৃতীয়তে অংগৰাজ্যত বাৰ বছৰ জুৰি হোৱা অনাবৃষ্টিৰ, ঋষ্যশৃংগ গ'লে অৱসান ঘটিব।

অংগৰাজ লোমপাদে সসম্মানে ঋষ্যশৃংগক আগবঢ়াই নিলে। ঋষিয়ে অংগদেশত প্ৰৱেশ কৰাৰ লগে লগেই তাত বৃষ্টিপাত হ'ল। তাৰ পাছত 'ঋষ্যশৃংগ' মুনিক শান্তাক বিহা দিল' আৰু 'পৰম পণ্ডিত সৰ্ব কৰ্মত কুশল' ঋষ্যশৃংগৰ হতুৱাই —

সাংগোপাংগে যজ্ঞ কৰিলাহা নৰপতি।
পাইলন্ত যজ্ঞত পুত্ৰ বৰ মহামতি ॥ ৫০৩
উপজিল চাৰিপুত্ৰ পৰম মহন্ত।

তাৰ পাছত শান্তাৰে সৈতে ঋষ্যশৃংগ ঋষি 'লোমপাদ আশ্ৰমত ৰহিলা হৰিষি।'

মাধৱদেৱৰ 'আদিকাণ্ড'ত বৰ্ণিত ঋষ্যশৃংগ আনয়নৰ কথাখিনি বাল্মী০ ৰামায়ণৰ গৌড়ীয় পাঠত বৰ্ণিত কথাৰ অনুৰূপ। অৱশ্যে বৰ্ণনাৰ ক্ষেত্ৰত মাধৱদেৱৰ স্বকীয় বৈশিষ্ট্য জল জল-পট্‌পট্‌কৈ প্ৰকাশ পাই আছে। উদা-

হৰণ স্বৰূপে নাট্যত মায়াবনৰ কৃত্রিম সৌন্দর্য চাই চাই ঋষ্যশৃংগ বিমুগ্ধ হোৱা, অৱশেষত ভাগৱত তেওঁৰ টোপনি ধৰা আৰু সেইখিনি সময়ৰ ভিতৰতে নাও বহুদূৰ আগবাঢ়ি যোৱাৰ ব্যঞ্জনাৰে অংকন কৰা চিত্ৰখনি মাধৱদেৱৰ নিজা কল্পনাৰ সৃষ্টি।

বাল্মী০ ৰামায়ণৰ সকলো পাঠতে ঋষ্যশৃংগক বেশ্যা পঠাই প্রলোভিত কৰি ৰোমপাদে (লোমপাদে) অনা বুলি আছে যদিও গৌড়ীয় পাঠত ঋষ্যশৃংগ আনয়নৰ বৰ্ণনাটো অন্য পাঠৰ বৰ্ণনাতকৈ কিছু বেলেগ। প্রথমতে অন্য পাঠত থকা কাহিনীটো চমুকৈ দাঙি ধৰা হ'ল। দশৰথৰ অনুৰোধক্রমে সুমন্ত্রই ঋষ্যশৃংগ আনয়নৰ কাহিনীটো ক'বলৈ ধৰিলে। মন্ত্রী আৰু পুৰোহিত সকলে বনত থকাৰ বাবে নাৰী আৰু বিষয়সুখৰ ভু নোপোৱা ঋষিকুমাৰ ঋষ্যশৃংগক ইন্দ্রিয়গ্রাহ্য বিষয়েৰে প্রলোভিত কৰি ৩৪ আনিবলৈ ৰোমপাদক পৰামৰ্শ দিলে। সুন্দৰ অলংকাৰেৰে ভূষিত সুন্দৰী বেশ্যা কিছুমানক সংকাৰ কৰি, তেওঁলোকে যাতে নানা উপায়েৰে ফুচুলাই ঋষ্যশৃংগক আনিব পাৰে, ৰোমপাদৰ আদেশমতে মন্ত্রীসকলে সেই ব্যৱস্থা গ্রহণ কৰে ৩৫।

নগৰৰ মুখ্য মুখ্য গণিকাসকল ঋষ্যশৃংগৰ আশ্রম থকা মহাবনলৈ গৈ আশ্রমৰপৰা কিছু দূৰত বৈ থাকিল। কোনোকালে নাৰী নেদেখা ঋষ্যশৃংগই এদিন আশ্রমৰ বাহিৰলৈ আহি বিচিত্র সাজ-পাৰ পিন্ধা আৰু মধুৰ স্বৰেৰে গীত গাই থকা গণিকাবিলাকক দেখা পালে ৩৬। তেতিয়া তেওঁলোকে আগবাঢ়ি গৈ ঋষিকুমাৰৰ পৰিচয় ল'লে আৰু তেওঁৰ লগত নিবিড় আত্মীয়তা স্থাপন কৰি পেলালে। ঋষ্যশৃংগই নিমন্ত্রণ কৰাত বেশ্যাবিলাক ঋষিৰ আশ্রমলৈ গ'ল। ঋষিকুমাৰে আগ বঢ়োৱা পাদ্য-অর্ঘ্য আৰু ফল-মূল গ্রহণ কৰি তেওঁলোকে বিভাণ্ডক মুনি আহি পোৱাৰ ভয়ত লৰালৰিকৈ আশ্রমৰ

৩৪ ইন্দ্রিয়াৰ্থৈৰভিমতৈৰ্নৰচিত্তপ্রমাথিভিঃ। (ৰাঃ ১।১০।৭)

৩৫ গণিকাস্তত্র গচ্ছন্তু ৰূপৱত্যঃ স্বলংকৃতাঃ।
প্রলোভ্য বিবিধোপায়ৈৰানেষ্যন্তীহ সংকৃতাঃ ॥ (ৰাঃ ১।১০।৫)

৩৬ ৰাঃ ১।১০।৯-১১।

পৰা গুচি যাব খুজিলে। তেওঁলোকে ঋষ্যশৃংগক ফল-মূল ভুজি অনেক মিঠাই আৰু বিবিধ উত্তম খাদ্য উপহাৰ দিলে। ঋষিকুমাৰক তেওঁলোকে আনন্দ মনেৰে আলিংগন কৰিলে ৩৭। তাৰ পাছত বেশ্যাগণ গুচি যোৱাত ঋষ্যশৃংগৰ মন বিষন্ন হৈ পৰিল। পাছ দিনা ঋষ্যশৃংগ তেওঁ আগদিনা বেশ্যাগণক প্ৰথমতে লগ পোৱা ঠাইখনলৈ আকৌ আহিল। তেতিয়া বেশ্যা-গণে ক'লে— 'হে সৌম্য! আমাৰ আশ্ৰমলৈ ব'লক (এহ্যাশ্ৰমপদং সৌম্য অস্মাকমিতি চাব্ৰুৱন্)।' তেওঁলোকৰ মন মুহি যোৱা কথা শুনি ঋষ্যশৃংগ যাবলৈ সাজু হ'ল আৰু তেওঁক নাৰীগণে (অংগদেশলৈ) লৈ আহিলে। তেওঁ অহাৰ লগে লগে তাত বৃষ্টিপাত হ'ল। ৰোমপাদে পাদ্য-অৰ্ঘ্য দি আদৰি নি অন্তঃপুৰত কন্যা শান্তাক তেওঁলৈ সম্প্ৰদান কৰিলে। ঋষ্যশৃংগ ভাৰ্য্যাৰে সৈতে তাতে বাস কৰি থাকিল।

বাল্মী০ ৰামায়ণৰ গৌড়ীয় পাঠৰ মতে লোমপাদে মুনিবেশী বেশ্যা-বোৰক পঠাই প্ৰলোভিত কৰি ঋষ্যশৃংগক আনিবলৈ স্থিৰ কৰে ৩৮। এখন ডাঙৰ নাৱত ফল ফুলেৰে ভৰি থকা গছ কই আশ্ৰমৰ নিচিনা কৰি লৈ তাত সোৱাদ আৰু গোন্ধে মলমলাই থকা ফল, সুগন্ধি পানীয়ৰ সৈতে বেশ্যা-গণক তুলি দি ঋষ্যশৃংগ থকা ঠাইলৈ পঠাই দিয়া হ'ল ৩৯। সুন্দৰ বেশ-ভূষাৰে সজ্জিত সেই বেশ্যাগণে নিৰ্জন বনলৈ গৈ বিভাণ্ডকৰ আশ্ৰমৰপৰা অলপ দূৰত লুকাই থাকি ঋষ্যশৃংগক দেখা পোৱাৰ আশাত ৰৈ থাকিল।

---

৩৭ ততস্তাস্তং সমালিংগ্য সৰ্বা হৰ্ষসমন্বিতাঃ।
মোদকান্ প্ৰদদুস্তস্মৈ ভক্ষ্যাংশ্চ বিবিধান্ শুভান্॥ (ৰা ১।১০।২০)

৩৮ বেশ্যাভিৰ্মুনিৰূপাভিৰানয়িষ্যত্যুষেঃ সুতম্।
লোভয়িত্বাভ্যুপায়েন স্বাং পুৰীং পিতুৰাশ্ৰমাৎ॥ (ৰাঃ ১।৮।২৪)

৩৯ ফলৱন্তশ্চ যে বৃক্ষাঃ সমূলবিটপাস্তথা।
ৰোপয়িত্বা বৃহন্নৌষু সুৰভাণি পাৰ্থিবঃ॥
পানানি চ সুগন্ধীনি ফলান্যাস্বাদৱন্তি চ।
সুসম্বৃতাস্তথা নৌভিঃ প্ৰয়াতা যত্ৰ বৈ মুনিঃ॥ (ৰা ১।৯।৮,৯)

চৰ পঠিয়াই বিভাণ্ডক মুনি আশ্ৰমত নাই বুলি জানি ঋষ্যশৃংগৰ চকুত পৰিব পৰাকৈ তেওঁলোকে গান-বাজনা আদি কৰি থাকিবলৈ ধৰিলে ৪০।

গৌড়ীয় পাঠৰ বাহিৰে অন্য বাল্মী০ ৰামায়ণৰ পাঠত বেশ্যাবোৰে ঋষ্যশৃংগক আলিংগন কৰা বোলোঁতে কামচেষ্টাৰ বৰ্ণনা সীমাবদ্ধ। গৌড়ীয় পাঠত চাৰিটা শ্লোকত বেশ্যাবোৰৰ বৰ্ণনা দিয়া হৈছে —

নয়নভ্ৰূৰিকাৰৈশ্চ ইঙ্গৈৰঙ্গসন্নিভৈঃ।
সংজ্ঞাশ্চ তাঃ প্ৰকুৰ্ব্বন্ত্যঃ পুংসাং হৰ্ষবিবৰ্ধনাঃ ॥
নূপুৰশিঞ্জিতৰবৈঃ কোকিলাভিৰুতেন চ।
গন্ধৰ্ব্বনগৰপ্ৰখ্যং প্ৰগীতমিৱ তদ্বনম্ ॥
ধূয়মানৈশ্চ ৱাসোভিঃ শ্লক্ষ্ণৰংগদভূষণৈঃ।
পৰস্পৰং বিনিঘ্নন্ত্যঃ শোভন্তে ললিতেনচ ॥
সৌগন্ধিকেন মাল্যেন চূৰ্ণৈশ্চ সুসুগন্ধিভিঃ।
কাম সংজননাৰ্থায় ঋষিপুত্ৰস্য ধীমতঃ।
সৰ্বতঃ প্ৰকিৰন্তি স্ম ললমানা ৱৰাংগনা ॥ (গৌঃ ১।৯।১৪-১৭)

নয়ন আৰু ভ্ৰূসঞ্চালনৰ দ্বাৰা আৰু পদ্ম যেন হাতেৰে পুৰুষৰ হৰ্ষ-বৰ্ধন কৰা সংকেত দি, নূপুৰধ্বনি আৰু কুলিৰ মাতেৰে সেই বন গন্ধৰ্ব নগৰৰ নিচিনা গীতিময় কৰি তুলি বেশ্যা গণ ঋষিকুমাৰ অহালৈ বাট চাই থ'ল। বতাহে কঁপোৱা সাজপাৰ আৰু মনোৰম খাৰু-মণিৰে এজনীয়ে আন জনীক প্ৰহাৰ কৰি তেওঁলোকে ললিত বিলাসেৰে শোভা পাবলৈ ধৰিলে। সেই ৰূপ-লাৱণ্যসম্পন্না বৰাঙ্গনাসকলে ঋষিপুত্ৰৰ কাম ভাৱ উত্তেজিত কৰিবলৈ সকলো ফালে সুগন্ধি মালা আৰু গুড়ি ছটিয়াই দিলে। বেশ্যাবিলাকৰ এই কাম বোৰ দেখি আশ্ৰমৰপৰা ঋষ্যশৃংগ ওলাই আহিল আৰু তেওঁলোকলৈ তধা লাগি চাবলৈ ধৰিলে। তেতিয়া সেই মধুৰভাষিণী আয়তলোচনা ৰমণীগণ

---

৪০ চাৰয়িত্বা তু তম্ ৱিমাশ্ৰমাদভিনিৰ্গতম্।
.. ...
কন্দুকৈশ্চাপি গায়ন্ত্য ক্ৰীড়ন্ত্যঃ প্ৰভৃতয়স্তিৈঃ।
মদবিহ্বলিতাঃ কাশ্চিৎ প্ৰপতন্ত্যুৎপতন্তি চ॥ (ৰা ১।১।১২,১৩)

অব্যক্তমধুৰ স্বৰেৰে গীত গাই হাঁহিবলৈ ধৰিলে।

তাৰ পাছত বেশ্যাগণে ঋষিপুত্ৰৰ পৰিচয় সোধা আৰু ঋষিপুত্ৰই তেওঁলোকক আশ্ৰমলৈ নি সৎকাৰ কৰাৰ বৰ্ণনা ভিন্ন শ্লোকেৰে দিছেও মূল কথাখিনি গৌড়ীয় পাঠ আৰু অন্য পাঠত একেই। গৌড়ীয় পাঠত বেশ্যা-গণে পছৰ গুটি বুলি মোদক আৰু তীৰ্থজল বুলি মধুৰ মদ্যৰস ঋষ্যশৃংগক পান কৰিবলৈ দিলে। তাৰ পাছত মদবিহ্বলা সেই নাৰীগণে হাঁহি হাঁহি ঋষিপুত্ৰক আলিংগন কৰিবলৈ ধৰিলে আৰু পীন বক্ষেৰে বাৰে বাৰে ঋষি-পুত্ৰক স্পৰ্শ কৰিলে আৰু মদ্যপান কৰি লৈ ঋষিপুত্ৰৰ কাণত ফুচ্‌ফুচাই কথা ক'বলৈ ধৰিলে ৪১। ফল বুলি মোদক আদি লোভনীয় দ্ৰব্য খাই, তীৰ্থজল বুলি সুগন্ধি মদ্যপান কৰি আৰু বেশ্যাগণৰ সুকুমাৰ অংগস্পৰ্শত আহ্লাদিত হৈ ঋষিপুত্ৰই এই বস্তু যোৰলৈ পুনৰ লাভৰ আশাৰে বাট চাবলৈ ধৰিলে। বেশ্যাবিলাকে বিদায় লৈ গুচি যোৱাৰ পাছত ৰাতি সেইদিনা ঋষিপুত্ৰৰ চকুত টোপনি নাহিল ( ন নিদ্ৰামধ্যগচ্ছত )। বিভাণ্ডক মুনি আশ্ৰমলৈ ঘূৰি আহি পুত্ৰেকৰ তেনে ব্যাকুল অৱস্থা দেখি তাৰ কাৰণ সোধাত ঋষ্য-শৃংগই সকলো নতুন অভিজ্ঞতাৰ কথা জনালে। ঋষ্যশৃংগই বেশ্যাবিলাকক তপস্বী বুলিহে ভাবিছিল। বিভাণ্ডকে কথাবোৰ শুনি সেইবা ৰাক্ষসৰ দ্বাৰা তপোভংগৰ বাবে কৰা প্ৰচেষ্টা বুলি পুত্ৰেকক সঁকিয়াই দিলে। ইয়াৰ পাছৰখিনি কথা গৌড়ীয় পাঠ আৰু অন্য পাঠ সমূহত একে দৰেই বৰ্ণনা কৰা হৈছে। পিছে ঋষ্যশৃংগক বেশ্যাগণে নাৱত তুলি লৈ যোৱাৰ পাছত বিভাণ্ডকে আহি পুত্ৰেকক আশ্ৰমত নাপাই তেওঁ ব্যাকুল হৈ পৰা, পুত্ৰেকক বিচাৰি গৈ গোৱালৰ বাসস্থানেৰে সংযুক্ত সমৃদ্ধ গাঁৱত উপস্থিত হৈ সেই গাওঁসমূহ ঋষ্যশৃংগৰ সন্মানাৰ্থে অংগৰাজ লোমপাদে স্থাপন কৰিছে বুলি জানিব পাৰি আনন্দ মনেৰে বিভাণ্ডক নিজৰ আশ্ৰমলৈ ঘূৰি যোৱাৰ কথা— এই সমস্ত বৃত্তান্ত কেৱল গৌড়ীয় পাঠতহে আছে।

---

৪১ পৰিষ্বজিৰে চৈন্য হসন্ত্যো মদবিহ্বলাঃ ॥
পৰিপস্পৃশিৰে চৈনং পীনৈকৰসিজৈর্মুহুঃ।
শ্ৰোত্ৰমূলে চোপজেপুৰ্দনৈৰ্মধুপৰিভিঃ ॥ ( গৌঃ ১।৯।৩৩,৩৪ )

এইখিনিতে উল্লেখযোগ্য যে মহাভাৰতৰ বনপৰ্বত (১১০-১১৩ অ:) ঋষ্যশৃংগৰ কাহিনীটো বাল্মী০ ৰামায়ণৰ গৌড়ীয় পাঠত থকা কাহিনীটোৰে ক্ৰমবিকশিত ৰূপ। অদ্ভুতাচাৰ্য্য অথবা বড়ু নিত্যানন্দ আচাৰ্য্যই ৰচনা কৰা 'অদ্ভুতাশ্চৰ্য ৰামায়ণ' (বাংলা) আৰু কৃত্তি ৰামায়ণত বৰ্ণিত ঋষ্যশৃংগৰ বৃত্তান্ত মহাভাৰতৰ কাহিনীটোৰ দ্বাৰা প্ৰভাৱিত। তেনে স্থলত বাল্মী০ ৰামায়ণৰ গৌড়ীয় পাঠৰ অনুক্ৰমে মিলা সাঁচত মাধৱদেৱে বৰ্ণনা কৰা ঋষ্যশৃংগৰ বৃত্তান্তটো কৃত্তিবাসৰ বৰ্ণনাৰ লগত তুলনা কৰি দেখুওৱাৰ আৱশ্যক নাই। মাধৱদেৱৰ 'আদিকাণ্ড'ত মূলত বিশেষক দৃষ্টি এহাৰ পাছৰ কথাখিনি অৰ্থাৎ সমৃদ্ধ পাৰ্শ্বসমূহ দেখি নিজৰ আগ্ৰহৰ সন্তোষ মনেৰে দৃষ্টি যোৱাৰ কথা খিনি নাই।

## ॥ শান্তা কাৰ কন্যা? ॥

মাধৱদেৱৰ 'আদিকাণ্ড'ত শান্তা বুলি যে দশৰথৰ এটি কন্যা আছিল আৰু তেওঁক যে কন্যাৰূপে লোমপাদক দিয়া হৈছিল, এই কথা সুমন্ত্ৰই দশৰথক সোঁৱৰাই দিয়াৰ বিষয়ে আগতে উল্লেখ কৰি আহিছোঁ। নিজৰ কন্যাৰ বিষয়ে এই গুৰুত্বপূৰ্ণ কথা দশৰথক অন্যাই সোঁৱৰাই দিব লগা হোৱা কথাটো যে নিতান্ত অস্বাভাৱিক কথা হৈছে, সেই কথাও আগতে কৈ অহা হৈছে। মাধৱদেৱে এনে অস্বাভাৱিকতাৰ আশ্ৰয় লোৱা বিষয়ত থকা পৃষ্ঠভূমি যথেষ্ট দীঘলীয়া। সেই পৃষ্ঠভূমিৰ সৈতে পাঠকক এইখিনিতে পৰিচয় দিয়াটো অপ্ৰাসংগিক নহ'ব।

শান্তাৰ পিতৃ-মাতৃৰ সম্পৰ্কত বাল্মী০ ৰামায়ণৰ পাঠ সমূহৰ মাজতে মতভেদ থকা দেখা যায়। দাক্ষিণাত্য পাঠৰ মতে অংগৰাজ লোমপাদৰ লগত দশৰথৰ মিত্ৰতা আছিল। লোমপাদ অপুত্ৰক আছিল, তেওঁৰ শান্তা নামে এটি কন্যা আছিল —

ইক্ষাকূণাং কুলে জাতো ভৱিষ্যতি সুধার্মিকঃ ॥
নাম্না দশৰথো ৰাজা শ্ৰীমান্ সত্যপ্ৰতিশ্ৰুৱঃ।
অংগৰাজেন সখ্যং চ তস্য ৰাজ্ঞো ভৱিষ্যতি ॥
কন্যা চাস্য মহাভাগা শান্তা নাম ভৱিষ্যতি।
অপুত্ৰস্ত্বংগৰাজো বৈ লোমপাদ ইতি শ্ৰুতি.। (ৰা ১।১১।২-৪)

ওপৰত উদ্ধৃত 'অপুত্ৰ শ্ৰুতি.' — এই অংশৰ ঠাইত 'পুত্ৰস্ত্বংগস্য ৰাজস্তু ৰোমপাদ ইতি শ্ৰুত' (অংগদেশৰ ৰজাৰ পুত্ৰ ৰোমপাদ নামেৰে বিখ্যাত) আৰু 'পুত্ৰস্তু সোঽঙ্গৰাজস্য ৰোমপাদ ইতি শ্ৰুত' (তেওঁ অংগৰাজৰ পুত্ৰ, ৰোমপাদ নামেৰে খ্যাত) বুলিও পাঠান্তৰ আছে।

দাক্ষিণাত্য পাঠৰ ওপৰত উদ্ধৃত বৰ্ণনাৰপৰা শান্তা অংগৰাজ লোমপাদৰে যে কন্যা সেই কথা জানিব পাৰি। এই পাঠত শান্তা দশৰথৰ কন্যা আছিল বুলি কোনো ইঙ্গিত পোৱা নাযায়। এই পাঠ অনুসৰি দশৰথ অনপত্য, অৰ্থাৎ পুত্ৰ-কন্যা কোনো সন্তানেই তেওঁৰ নাই। এই পাঠত দশৰথে লোমপাদৰ ওচৰত ঋষ্যশৃংগক খোজেঁাতে এই বুলি কৈছিলগৈ — 'হে ধৰ্মাত্মা, মই নিঃসন্তান। আপোনাৰ আদেশ লৈ শান্তাৰ স্বামীয়ে মোৰ বংশৰক্ষাৰ কাৰণে যজ্ঞ সম্পাদন কৰকগৈ'—

অনপত্যোঽস্মি ধৰ্মাত্মন্ শান্তাভৰ্তা মম ক্ৰতুম্।
আহৰেত ত্বয়াজ্ঞপ্তঃ সন্তানাৰ্থং কুলস্য চ ॥ (ৰাঃ ১।১১।৫)

বাল্মী$_0$ ৰামায়ণৰ গৌড়ীয় আৰু পশ্চিমোত্তৰীয় পাঠৰ মতে শান্তা দশৰথৰ কন্যা। ওপৰত দাক্ষিণাত্য পাঠত থকা 'কন্যা চাস্য মহাভাগা শান্তা নাম ভৱিষ্যতি' শ্লোকাংশত থকা 'অস্য' (এওঁৰ) শব্দটোৱে স্পষ্টভাৱে অংগ ৰাজকহে নিৰ্দিষ্ট কৰিছে, দশৰথক নাই কৰা। বংগত প্ৰচলিত ৰামায়ণৰ কোনো কোনো পাঠত এই 'অস্য' শব্দটোৰ ঠাইত 'তস্য' (তেওঁৰ) বুলি আছে। তেতিয়া এই 'তস্য' পদে শান্তা 'তেওঁৰ' অৰ্থাৎ দশৰথৰ কন্যা বুলিহে বুজায়। এই শ্লোকাৰ্ধৰ পাছত গৌড়ীয় আৰু পশ্চিমোত্তৰীয় পাঠত দশৰথে তেওঁৰ নিজ কন্যা শান্তাক অংগৰাজ লোমপাদক দান কৰাৰ কাহিনী বৰ্ণনা কৰা হৈছে। সেই বৃত্তান্ত তলত দাঙি ধৰা হ'ল।

অংগৰাজ লোমপাদ অনপত্য। তেওঁ দশৰথক এই বুলি প্ৰাৰ্থনা কৰিলে - "নি সন্তান মোক আপুনি পুত্ৰফল লাভৰ অৰ্থে শান্তচিত্তেৰে শান্তাক দান কৰিব লাগে [৪২]।" পৰম কাৰুণিক দশৰথে সেইমতে (কন্যাৰূপে তুলি ল'বলৈ) শান্তাক লোমপাদক দান কৰিলত তেওঁ আনন্দ মনেৰে ৰজা-ঘৰলৈ ঘূৰি গ'ল আৰু পাছত শান্তাক ঋষ্যশৃংগলৈ বিয়া দিলে। একেটা সৰ্গতে লোমপাদে ঋষ্যশৃংগক দশৰথৰ সম্পৰ্কত এনেদৰে কোৱা বুলিও আছে — "সন্তানহীন মই পুত্ৰফল লাভৰ অৰ্থে প্ৰাৰ্থনা কৰাত এই ৰজাই মোক তেওঁৰ প্ৰিয়তমা উত্তমা কন্যা শান্তাক দান কৰিছিল। হে ব্ৰাহ্মণ! মোৰ দৰে এই ৰজাও তোমাৰ শহুৰ হয় [৪৩]।" উল্লেখযোগ্য যে বাল্মী০ ৰামায়ণৰ এই দুটা পাঠতে শান্তাক (১।৮।২৫) লোমপাদৰ 'স্বকাং দুহিতৰং' —নিজকন্যা বুলিও কৈছে।

মহাভাৰতৰ ঋষ্যশৃংগ উপাখ্যানতো শান্তাক একাধিক বাৰ লোমপাদৰ নিজ কন্যা বুলিছে [৪৪]। 'হৰিবংশ'ত (১।৩১।৭৬,৪৭) অংগদেশৰ ৰজা চিত্ৰ-ৰথৰ পুত্ৰ দশৰথ, দশৰথৰে অন্য নাম লোমপাদ আৰু এই অংগৰাজ লোম-পাদ দশৰথৰে কন্যা শান্তা বুলি থকা শ্লোক ইতিমধ্যে উল্লেখ কৰি অহা হৈছে। বায়ুপুৰাণ (৯৯।১০৩), ব্ৰহ্মপুৰাণ (১৩।৪০) আৰু মৎস্যপুৰাণতো সেই একে কথাকে কোৱা বুলিও একে প্ৰসংগতে আলোচনা কৰি অহা হৈছে। এই আটাই কেইঠাইতে 'লোমপাদ ইতিখ্যাতস্তস্য শান্তা সুতাভৱৎ' - এই শাৰীটো পোৱা যায়। বিষ্ণুপুৰাণত (৪।১৮।৩,৪) অংগৰাজ লোমপাদৰ অন্য

---

৪২ অংগৰাজোঽনপত্যস্তু লোমপাদো ভৱিষ্যতি।
স ৰাজানং দশৰথং প্ৰাৰ্থয়িষ্যতি ভূমিপ ॥
অনপত্যায় মে কন্যাং সখে দাতুং ত্বমৰ্হসি।
শান্তা শান্তেন মনসা পুত্ৰাৰ্থং ৱৰবৰ্ণিনি ॥ (গোঃ ১।১০।৪,৫ , পঃ ১।৯।৪,৫)

৪৩ অনেন মেঽনপত্যায় দত্তেয়ং ৱৰবৰ্ণিনী।
যাচতে পুত্ৰকৃত্যায় শান্তা প্ৰিয়তমাত্মজা ॥
সোঽয়ং তে শ্বশুৰো ব্ৰহ্মন্ যথৈৱাহং তথানৃপঃ। (উক্ত সৰ্গৰ ২৫ শ্লোক)

৪৪ বনপৰ্ব ১১০।২৬ আৰু ১১৩।১১

নাম দশৰথ বুলিছে যদিও, শান্তাক অযোধ্যাৰ ৰজা দশৰথৰ কন্যাহে বুলিছে। অধ্যাত্মৰামায়ণত আৰু চম্পূৰামায়ণত দশৰথক অনপত্য দুখত পীড়িত বুলি কোৱা হৈছে [8৫]। এই গ্ৰন্থ দুখনত ঋষ্যশৃংগক যথাক্ৰমে 'শান্তাভৰ্তা' আৰু 'শান্তাকুটুম্বী' বুলিছে, কিন্তু শান্তা দশৰথৰ কন্যা বুলি কোনো ইঙ্গিত পোৱা নাযায়। ক্ষেমেন্দ্ৰৰ 'ৰামায়ণমঞ্জৰীত শান্তা লোমপাদৰ কন্যা আৰু বিয়াৰ পাছতো তেওঁ পিতাকৰ লগত এজন পুত্ৰৰ দৰে থাকিছিল বুলি কোৱা হৈছে [8৬]।

বাল্মী₀ ৰামায়ণৰ গৌড়ীয় আৰু পশ্চিমোত্তৰীয় পাঠত শান্তা দশৰথৰ কন্যা বুলি থকা কাহিনীটো পুৰাণ আদি ধৰ্মীয় সাহিত্যৰপৰা আৰম্ভ কৰি মহাকাব্য, নাটকলৈকে বুলি ব্যাপকভাৱে প্ৰচলন হোৱালৈ চাই এই কাহিনীৰ জনপ্ৰিয়তা সম্পৰ্কে অনুমান কৰিব পাৰি। বিষ্ণুপুৰাণত নি.সন্তান ৰোমপাদক অজপুত্ৰ দশৰথে তেওঁৰ কন্যা শান্তাক দুহিতৃৰূপে প্ৰদান কৰে [8৭]। স্কন্দপুৰাণত শান্তা বুলি নামটো উল্লেখ নাই কৰা যদিও দশৰথৰ কন্যা এটি নিঃসন্তান লোমপাদক দিয়াৰ কথা আছে [8৮]। পদ্মপুৰাণৰ পাতালখণ্ডৰ গৌড়ীয় পাঠত এই বুলি কোৱা হৈছে — মহাত্মা দশৰথৰ শান্তা নামেৰে এটি কন্যা হ'ল। দশৰথে কন্যাটিক সখিয়েক নিঃসন্তান ৰোমপাদ ৰজাক দান কৰিলে। ধৰ্মজ্ঞ ৰোমপাদে শান্তাক নিজকন্যাৰূপে গ্ৰহণ কৰিলে আৰু পাছত বিভাণ্ডক মুনিৰ ঔৰসত হৰিণীৰ গৰ্ভত জন্ম লোৱা ঋষ্যশৃংগক সেই মনোৰমা কন্যাটি দান

8৫ অনপত্যদুঃখেন পীড়িতঃ ( আধ্যাত্মঃ ১।৩।৪ )

আৰু

অনপত্যয়া দূয়মানমানসে ·· ·· দশৰথে ( চম্পূ ৰাঃ, বালকাণ্ড )।

8৬ তৎপ্ৰীত্যা লোমপাদোঽস্মৈ শান্তাং দুহিতৰং দদৌ।
অপুত্ৰস্তৎসুতাং পুত্ৰতুল্যাং জগ্ৰাহ তাংপুনঃ ॥ ( ৰামায়ণমঃ ১।৪০ )

8৭ যস্মৈ অজপুত্ৰো দশৰথঃ শান্তাং নাম কন্যামনপত্যায়
দুহিতৃত্বে যুযোজ ( বিষ্ণুঃ ৪।১৮।৯ )।

8৮ স্কন্দপুৰাণ, নাগৰখণ্ড, ১৮ অঃ।

কৰিলে ৪৯। এইখিনিতে উল্লেখযোগ্য যে মহাভাৰততো ঋষ্যশৃংগক বিভাণ্ডকৰ ঔৰসত হৰিণীৰ গৰ্ভত জন্ম বুলিছে, অৱশ্যে তাত শান্তা লোমপাদৰ নিজ কন্যাহে।

'উত্তৰৰামচৰিত নাটকত অযোধ্যাৰ ৰজা' দশৰথৰ শান্তা নামে এটি কন্যা জন্ম হোৱা আৰু সেই কন্যাটিকে দশৰথে লোমপাদক নিজ কন্যাৰূপে তুলি ল'বলৈ দান কৰা বুলি কোৱা হৈছে। এই কন্যাক বিভাণ্ডক পুত্ৰ ঋষ্যশৃংগই বিয়া কৰাইছিল ৫০। আনন্দৰামায়ণতো দশৰথে নিজ কন্যা শান্তাক সুখিয়েক লোমপাদক দিয়া বুলিছে ( ১।১।৯৬, ৯৭ )।

মাৰাঠী 'ভাৱাৰ্থ ৰামায়ণ'ত, সাৰলাদাসৰ ওড়িয়া মহাভাৰতত আৰু কৃত্তিঃ ৰামায়ণ প্ৰভৃতি প্ৰাদেশিক ভাষাৰ ৰামায়ণী সাহিত্যতো শান্তাক দশৰথৰ কন্যা বুলি কোৱা হৈছে। বাল্মী০ ৰামায়ণৰ দাক্ষিণাত্য পাঠত লোমপাদৰ নিজকন্যা শান্তা বুলি কোৱা কথাতকৈ গৌড়ীয় তথা পশ্চিমোত্তৰীয় পাঠত শান্তা দশৰথৰ কন্যা বুলি থকা কথা অধিক জনপ্ৰিয় হৈ উঠিল। ডাল-পাত জোৰা দিয়া কথা সাধাৰণ মানুহে বেছি ভাল পায়। সেই কাৰণেই অযোধ্যাৰ ৰজা দশৰথৰ কন্যা লোমপাদক দান কৰাৰ কাহিনী অধিক জনপ্ৰিয় হৈ উঠিল। কিন্তু এই কাহিনী যে বাল্মী০ ৰামায়ণত পাছত জোৰা দিয়া হৈছে, বিদ্বানসকলে নানা যুক্তি প্ৰমাণেৰে সেই কথা সমৰ্থন কৰিছে। তেনে যুক্তিসমূহৰ আলমত তলত এটি আলোচনা আগবঢোৱা হ'ল।

---

৪৯ অথ শান্তাভৱন্ নাম্না কন্যা তস্য মহাত্মনঃ।
তামসৌ প্ৰদদৌ সখ্যে ৰোমপাদায় ভূভুজে॥
অনপত্যায় ধৰ্মজ্ঞঃ স তাং কন্যামকল্পয়ৎ।
দদৌ স ঋষ্যশৃংগায় তাং কন্যাং সুমনোহৰাম্॥
বিভাণ্ডকস্য পুত্ৰায় হৰিণ্যাং যোঽভ্যজায়ত। ( পদ্ম: পাতালঃ১২ অঃ )

৫০ কন্যাং দশৰথো ৰাজা শান্তাং নাম ব্যজীজনৎ।
অপত্যকৃতিকাং ৰাজ্ঞে লোমপাদায় যাং দদৌ॥
বিভাণ্ডকসুতস্তামৃষ্যশৃংগ উপযেমে। ( উত্তৰঃ ১।৪-৫ )

শান্তা যদি দশৰথৰে কন্যা আছিল, দশৰথৰ আৰু সন্তান জন্ম নোহোৱাকৈ লোমপাদক তেওঁৰ একমাত্ৰ সন্তান শান্তাক দি দিয়াটো অসংগত কথা। একমাত্ৰ সন্তানকে লোকক পালিত সন্তানৰূপে দান কৰাটো স্মৃতি-শাস্ত্ৰবিৰোধী কথা। তদুপৰি বাল্মী০ ৰামায়ণৰ কোনো পাঠতে দশৰথে হোম আদি অনুষ্ঠান কৰি যথাৰং শান্তাক লোমপাদক দান কৰাৰ বৰ্ণনা নাই।

দশৰথৰ একমাত্ৰ সন্তান শান্তাৰ মাতৃৰ নাম বাল্মী০ ৰামায়ণৰ কোনো পাঠতে উল্লেখ নকৰাটো মন কৰিবলগীয়া কথা।

বাল্মী০ ৰামায়ণৰ সকলো পাঠতে দশৰথে যজ্ঞ কৰাৰৰ উদ্দেশ্য ঋষ্য-শৃংগক অংগৰাজ্যৰপৰা আনিবলৈ যাওঁতে শান্তাক লগ পোৱাৰ কথা আছে। সেই সময়ত দশৰথে লোমপাদক কৈছিল — 'হে মহাৰাজ, আপোনাৰ সুতা শান্তা স্বামীৰে সৈতে মোৰ ৰাজধানীলৈ যাব লাগে, মই এক মহৎ কাৰ্য্য সাধন কৰিব খুজিছোঁ [৫২]।' এই প্ৰসংগত কোনো পাঠতে পিতা-পুত্ৰীৰ বহুকালৰ মূৰত হোৱা সাক্ষাতৰ স্নেহ-সূচক বৰ্ণনা পোৱা নাযায়। দশৰথে ঋষ্যশৃংগ আৰু শান্তাক লৈ নিজ ৰাজ্যলৈ ঘূৰি যোৱাৰ সংবাদ দূতৰ দ্বাৰা প্ৰেৰণ কৰোঁতে নিজকন্যা লগত যোৱাৰ আনন্দ-উল্লাসৰ আভাস পোৱা নাযায়। ইফালেদি অযোধ্যাৰ প্ৰজাসকলে ঋষ্যশৃংগক দেখিহে আনন্দিত হোৱাৰ বৰ্ণনা দিয়া হৈছে [৫৩], নিজ ৰাজ্যৰ ৰজাৰ (তেতিয়ালৈকে) প্ৰথম সন্তান ৰাজকুমাৰীৰ আগমনৰ বাবে নহয়।

অন্তঃপুৰত প্ৰবেশ কৰাৰ পাছত স্বামীৰে সৈতে অহা বিশালনয়না শান্তাক দেখি অন্তঃপুৰৰ ৰমণীসকলে প্ৰীতি আৰু আনন্দ লাভ কৰিলে, সেই ৰমণীসকল আৰু বিশেষকৈ ৰজা দশৰথৰ দ্বাৰা পূজিতা হৈ শান্তা স্বামীৰে সৈতে ৰাজভৱনতে বাস কৰি থাকিল — এই বুলি বাল্মী০ ৰামায়ণৰ

---

৫২ শান্তা তব সুতা ৰাজন্ সহ ভৰ্ত্ৰা বিশাম্পতে ॥ ১৯
মদীয়ং নগৰং যাতু কাৰ্য্যং হি মহদুদ্যতম্। (বা. ১।১১স.)

৫৩ ততঃ স্বলংকৃতং ৰাজা নগৰং প্ৰবিবেশ হ ॥
শংখদুন্দুভিনিৰ্হ্ৰাদৈঃ পুৰস্কৃত্বা দ্বিজৰ্ষভম্ ॥
ততঃ প্ৰমুদিতাঃ সৰ্বে দৃষ্ট্বা বৈ নাগৰা দ্বিজম্ ॥ (বা. ১।১১।২৬,২৭)।

কেউটা পাঠতে বৰ্ণনা আছে, কিন্তু এই সময়ত বহুকালৰ মূৰত নিজ-কন্যাক মূৰাই লগ পোৱা কেনো মাতৃ দশৰথৰ অন্তঃপুৰত ওলোৱা নাই। তদুপৰি দশৰথে শান্তাক নিজ কন্যাৰূপে মৰম স্নেহ কৰাতকৈ ঋষিপত্নীৰূপে পূজা কৰিছে।

সনৎকুমাৰৰ ভবিষ্যদ্‌বাণী স্বৰূপে বাল্মী০ ৰামায়ণৰ সকলো পাঠতে সুমন্ত্ৰই দশৰথৰ আগত অনাবৃষ্টি নিবাৰণৰ উদ্দেশ্যে অংগৰাজ লোমপাদে ঋষ্য-শৃংগক অনাৰ কাহিনী যেতিয়া কৈছিল, তেতিয়া শান্তাক ঋষ্যশৃংগলৈ বিয়া দিয়াৰ প্ৰসংগটোতে শান্তা যে দশৰথৰ কন্যাহে আছিল, সেই কথাও ক'ব লাগিছিল। আনহে নালাগে গৌড়ীয় আৰু পশ্চিমোত্তৰীয় পাঠতো এই প্ৰসংগত শান্তা যে দশৰথৰ কন্যা আছিলে, সেই সম্পৰ্কে ঘূণাক্ষৰেও উল্লেখ কৰা নাই। এই প্ৰসংগত বাল্মী০ ৰামায়ণৰ দাক্ষিণাত্য পাঠত ইমানকে কোৱা হৈছে — "এই দৰে বেশ্যাৰ সহায়ত অংগৰাজে ঋষিপুত্ৰক অনালে দেৱতাই বৃষ্টিপাত কৰিব আৰু শান্তাক তেওঁলৈ দিয়া হ'ব। জেঁাৱাই ঋষ্যশৃংগয়ে আপোনাৰ পুত্ৰলাভৰো বিধান কৰিব ৫৪।"

বাল্মী০ ৰামায়ণৰ গৌড়ীয় পাঠত লোমপাদে নিজকন্যা শান্তাক ঋষ্যশৃংগক দান কৰিব আৰু ঋষ্যশৃংগ লোমপাদৰ জেঁাৱায়েক হ'ব, সেই ঋষ্যশৃংগয়ে যজ্ঞ কৰাই দশৰথৰ পুত্ৰলাভ কৰাব ৫৫ বুলি থকা বৰ্ণনাটো শান্তা দশৰথৰ কন্যা বুলি থকা কথাৰ লগত বিসংগতিপূৰ্ণ।

---

৫৪ এবমংগাধিপেনৈৱ গণিকাভিৰ্ঋষেঃ সুতঃ।
আনীতোঽৱৰ্ষয়দ্‌দেৱঃ শান্তা চাস্মৈ প্ৰদীয়তে॥ ১৮
ঋষ্যশৃংগস্তু জামাতা পুত্ৰাংস্তৱ বিধাস্যতি। (ৰাঃ ১।৯।স.)

৫৫ ততঃ স ৰাজা বিবিধৰত্নান্তাং তস্মৈ প্ৰদাস্যতি।
স্বকাং দুহিতৰং ভাৰ্যাং ৰূপযৌদাৰ্যসমন্বিতাম্॥
এবং তস্য চ জামাতা ভবিষ্যতি মহাতপাঃ।
লোমপাদস্য ৰাজৰ্ষেঋ শৃংগঃ প্ৰতাপৱান্॥
ৰাজ্ঞো দশৰথস্যাপি স পুত্ৰানভিকাংক্ষিতান।
বিধাস্যতি মহাতেজা হবিৰ্দত্বাধ্বৰাগ্নিষু (গৌড়ীয়ঃ ১।৮।২৬-২৮)

পশ্চিমোত্তৰীয় পাঠতো এইদৰেই কোৱাৰ কথা আগতে উল্লেখ কৰি অহা হৈছে। দশৰথ আৰু শান্তাৰ পিতৃ-কন্যা সম্পৰ্ক থকা হ'লে সেই কথা ঘোষণা কৰাৰ উচিত অৱসৰ এয়ে আছিল। তাকে নকৰি উত্তৰ ভাৰতৰ দুটা পাঠত লোমপাদৰ 'সুতাং দুহিতৰং বুলি এবাৰ কৈ পাছত গৌড়ীয় পাঠত (১।১০।৪,৫) আৰু পশ্চিমোত্তৰীয় পাঠত (১।৯।৪,৫) লোমপাদে দশৰথক তেওঁৰ কন্যা শান্তাক খুজি অনাৰ কাহিনী ডাল-পাত জোৰা দি অবিবোধিতা কৰিলে। এইখিনি আলোচনাৰপৰা বুজা গ'ল যে শান্তা আৰম্ভণিতে অংগৰাজ লোমপাদৰ নিজকন্যা বুলিহে বাল্মী৹ ৰামায়ণত বৰ্ণনা কৰা হৈছিল।

লোমপাদৰ নিজকন্যা শান্তাৰ পিতৃৰূপে দশৰথক কিয় আৰু কেনেকৈ জুৰি দিয়া হ'ল এতিয়া তাৰ কিছু আলোচনা কৰা হওক। হৰিবংশ, বায়ু, ব্ৰহ্ম আৰু মৎস্যপুৰাণত অঙ্গৰাজ লোমপদৰে অন্য নাম দশৰথ আৰু শান্তা সেই অঙ্গৰাজ দশৰথৰে কন্যা বুলি বৰ্ণনা থকাৰ কথা আগতে কৈ আহিছোঁ। বিষ্ণুপুৰাণত অংগৰাজ লোমপাদ দশৰথক অযোধ্যাপতি দশৰথে নিজ কন্যা শান্তাক দি দিয়াৰ কাহিনী অৱতাৰণা কৰি প্ৰথমবাৰৰ কাৰণে অজপুত্ৰ দশৰথৰ লগত অংগৰাজ দশৰথৰ কন্যা শান্তাৰ পিতা-পুত্ৰী সম্পৰ্ক জোৰা হয়। এইদৰে শান্তা অযোধ্যাৰ প্ৰখ্যাত ৰজা দশৰথৰ কন্যা বুলি প্ৰচাৰ হ'ল। তাৰ পাছত অংগৰাজ লোমপাদে (দশৰথে) ঋষ্যশৃংগলৈ শান্তাক বিয়া দিয়া বিখ্যাত কাহিনীটো যুক্তিযুক্ত কৰিবৰ উদ্দেশ্যে, ৰোমপাদ বা লোমপাদ নিঃসন্তান হোৱাৰ কাৰণে শান্তাক দশৰথৰপৰা খুজি নিয়া কাহিনী-টোৰ উদ্ভাৱনা হ'ল। নামৰ সাদৃশ্যই ৰোমপাদ দশৰথ আৰু অজপুত্ৰ দশৰথৰ মাজত মিত্ৰতাৰ সূত্ৰ উলিয়াবলৈ সহজ কৰি তুলিলে।

শান্তাক দশৰথৰ কন্যা বুলি ভবাৰ থল যে বাল্মী৹ ৰামায়ণত একেবাৰে নাই, সেইটো নহয়। 'কন্যা চাস্য মহাভাগস্য শান্তা নাম ভৱিষ্যতি' (১।১১।৪) এই শ্লোকাৰ্ধত থকা 'অস্য' শব্দৰ লগত দশৰথৰ সম্পৰ্ক জুৰি দিয়াৰ কথা আগতে উল্লেখ কৰি আহিছোঁ। তদুপৰি সুমন্ত্ৰই দশৰথৰ 'ঋষ্যশৃংগস্তু জামাতা পুত্ৰাংস্তৱ বিধাস্যতি' বুলি কোৱা যি শাৰী কথা দাক্ষিণাত্য পাঠত আছে তাতো শান্তাক দশৰথৰ কন্যা বুলি ব্যাখ্যা কৰাৰ এটা সুৰুঙা আছে।

প্ৰসংগটোৰপৰা এই কথাফাঁকিত ঋষ্যশৃংগক ৰোমপাদৰহে জোঁৱায়েক বুলিছে বুলি নিশ্চিত ভাবে বুজিব পাৰি যদিও 'ঋষ্যশৃংগস্তু তস্য জামাতা' বুলি অন্বয় কৰি তেওঁক দশৰথৰ জোঁৱায়েক বুলিও অৰ্থ কৰিব পাৰি। টীকাকাৰ গোবিন্দৰাজে এই শাৰীটো ব্যাখ্যা কৰোঁতে (যদিও দ ক্ষণাত্য পাঠত শান্তাক দশৰথৰ কন্যা বোলা নাই) এনেদৰে লিখিছে।

জামাতা লোমপাদস্য দশৰথস্যাপি রা।

দশৰথস্যৌৰসী শান্তা দত্তা লোমপাদস্য॥

গোবিন্দৰাজে ইয়াত শান্তাক দশৰথৰ ঔৰসজাত কন্যা বোলাৰ উপৰিও, বালকাণ্ডৰ 'সখ্যং সম্বন্ধকং চৈৱ তদা তং প্ৰত্যপূজয়ৎ' (১১।৮) ইত্যাদি শ্লোকত থকা সম্বন্ধক শব্দটোৰ ব্যাখ্যা কৰি কৈছে 'সম্বন্ধকং শান্তায়া জনকপিতৃত্বৰূপং সম্বন্ধম্' — শান্তাৰ জন্মদাতা আৰু (পালক) পিতাৰূপে দশৰথ আৰু লোমপাদৰ সম্বন্ধ।

অংগৰাজ লোমপাদ দশৰথৰ কন্যা অজপুত্ৰ দশৰথৰ কন্যা হোৱা কাহিনীৰ উদ্ভৱ আৰু ক্ৰমবিকাশ এনেদৰেই হয় [৫৬]। যি কন্যা অজপুত্ৰ দশৰথৰ নিজকন্যা নাছিল, সেই শান্তা দশৰথৰে কন্যা আছিল বুলি সেইকাৰণেই মাধৱদেৱৰ আদিকাণ্ডত সুমন্ত্ৰই দশৰথক সোঁৱৰাই দিব লগা হৈছিল।

দশৰথৰ দ্বাৰা অযোধ্যালৈ ঋষ্যশৃংগ আনয়ন— বাল্মী০ ৰামায়ণত পুত্ৰলাভৰ অৰ্থে যজ্ঞ কৰিবলৈ সুমন্ত্ৰৰ পৰামৰ্শমতে দশৰথে ঋষ্যশৃংগক আনিবলৈ বশিষ্ঠৰ অনুমতি লৈ অমাত্য আৰু পুৰোহিত তথা অন্তঃপুৰৰ ৰাণীসকলৰ সৈতে অংগদেশলৈ যাত্ৰা কৰাৰ কথা আছে। মাধৱদেৱৰ 'আদিকাণ্ড'ত বশিষ্ঠই ঋষ্যশৃংগক আনিবৰ বাবে দশৰথক যি ব্যৱস্থা দিছিলে (৬৫০-৬৬২ পদ), সেই ব্যৱস্থামতেই ঋষ্যশৃংগক অনা হোৱা নাই। ইফালে ইয়াত বশিষ্ঠই ঋষ্যশৃংগ 'শিশুমুনি গীত সন্দেশৰ স্বাদ পাই' আহিব বুলি যি বৰ্ণনা দিছিলে, সেয়াও কাৰ্যতঃ অবান্তৰ, কাৰণ দশৰথে আনিবলৈ যোৱাত শান্তাক বিয়া-বাক কৰাই ঋষ্যশৃংগ সম্পূৰ্ণ গৃহস্থী প্ৰাপ্তবয়স্ক মুনি।

---

৫৬ শান্তা কাৰ কন্যা, এই সম্পৰ্কৰ আলোচনাটো যাইকৈ ড° অশোক চেটাৰ্জীৰ 'Padmapurana, A Study' গ্ৰন্থৰ সহায়ত কৰা হৈছে।

'আদিকাণ্ড'ত সুমন্ত্ৰই দশৰথক মেতিন্না ক'লে— 'ঋষ্যশৃংগ আনি যজ্ঞ কৰিয়ো ন্‌পতি / হৈবেক তোমাৰ তেবে উত্তম সন্ততি ॥' বুলি বিধান দিলে, দশৰথে বশিষ্ঠ প্ৰমুখ্যে সকলো পুৰোহিত, সুমন্ত্ৰ সমন্বিতে আঠজন পাত্ৰ আৰু 'গজ বাজী ৰথ সেনা সাজি লগে লৈলা।' মাধৱদেৱে 'কাহালি মুহুৰি ভেৰি মৃদংগ তবল' আৰু ঢাক-ঢোলৰ শবদেৰে টলবল কৰি 'ত্ৰিভুৱন চমৎকাৰ ৰজাৰ পয়ান' বৰ্ণনা কৰিছে।

দশৰথক লোমপাদে অনেক ভঙ্গি প্ৰদৰ্শন কৰি পাদ্য-অৰ্ঘ্য দি পূজা কৰাৰ যি বৰ্ণনা মাধৱদেৱে দিছে, সি মূলৰ দ্বাৰা প্ৰণোদিত (বা. ১।১১।১৬)। অৱশ্যে মূলত বশিষ্ঠ ঋষি অংগৰাজ্যলৈ যোৱা নাছিলে। মূলত লোমপাদে ঋষ্যশৃংগৰ আগত তেওঁৰ দশৰথৰ লগত থকা 'সখ্যং সম্বন্ধকং' বিৱৰি কোৱাৰ দৰে 'আদিকাণ্ড'তো —

লোমপাদে বুলিলন্ত বচন বিনয়।
এন্তে দশৰথ ৰাজা তুয়ো পৰিচয় ॥ ৫১৭
প্ৰাণসম এন্তে মোৰ বান্ধৱ বিচিত্ৰ।
কত কোটি পুণ্যেসে ইহাংক পাইলো মিত্ৰ ॥
ইহানে দুহিতা শান্তা মাগিয়া আনিলোঁ।
যত্ন কৰিয়া তোমাত বিহা দিলোঁ ॥ ৫১৮
এন্তেসে জানিবা নিজ শশুৰ তোমাৰ।
কৰিয়োক ঋষি আৰে আংক উপকাৰ ॥
মনত অসুখ আন নাহিকে জনয়।
সিহেতু তোমাক ৰাজা কৰিলা আশ্ৰয় ॥ ৫১৯

মূলত অৱশ্যে লোমপাদে প্ৰথমতে দশৰথৰ লগত থকা তেওঁৰ সম্পৰ্কৰ কথা কৈছিল আৰু তাৰ পাছত দশৰথে লোমপাদৰ কন্যা শান্তাক স্বামীৰে সৈতে তেওঁৰ নগৰলৈ আমন্ত্ৰণ জনাইছিল (বা ১।১১।১৯-২০)। 'আদিকাণ্ড'ত দশৰথে গৈয়ে অংগৰাজক এই বুলি কৈছে —

শুনিয়ো নৃপতি মোৰ নাহিকে সন্তান।
ঋষ্যশৃংগ মহামুনি আছে তৱ স্থান ॥ ৫১৫

তেহে যজ্ঞ কৰাইলেসে হৈবেক তনয়।
তাংক নিবে প্ৰতি আসি আছো মহাশয়॥

তেতিয়াহে লোমপাদে ঋষ্যশৃংগক মতাই আনি ওপৰত কৈ অহা কথাখিনি কৈছে। মূলত সেই সময়ত ঋষ্যশৃংগে ৰজাৰ সমীপতে আছিল (আসাদ্য তং দ্বিজশ্ৰেষ্ঠং ৰোমপাদসমীপগম্)।

'আদিকাণ্ড'ত ঋষ্যশৃংগই লোমপাদৰ কথাখিনি শুনি শান্তাৰ সৈতে দশৰথৰ লগত যাবলৈ ওলাল। মাধৱদেৱৰ বৰ্ণনাত পিতা-পুত্ৰীৰ মিলন-ক্ষণৰ আনন্দ সুন্দৰভাৱে ব্যঞ্জিত হৈছে —

শান্তাৰ কৌতুক আতি পিতৃক দেখিয়া।
মাৱক দেখিতে দশগুণ ভৈল হিয়া॥

পিছে শান্তাৰ মাকনো কোন সেই কথা মাধৱদেৱেও আমাক মক'লে। এইখিনিতে উল্লেখ কৰিব পাৰি যে কৃত্তি ৰামায়ণত হেমলতা (শান্তা) দশৰথৰ অন্যতম ৰাণী, ভাৰ্গৱ ৰজাৰ কন্যাৰ গৰ্ভত জন্ম হোৱা কন্যা, দশৰথে পূৰ্বৰ সত্য ৰাখি এই কন্যাটি লোমপাদক দান কৰে বুলি 'অন্ধকমুনি বধ'ৰ আগতে কৈছে।

'আদিকাণ্ড'ত দশৰথে অযোধ্যালৈ ঋষ্যশৃংগক লৈ তেওঁ প্ৰত্যাৱৰ্তন কৰাৰ কথা দূতৰ মুখে জনোৱা বুলি নাই। অন্তঃপুৰৰ ৰাণীসকল অংগ-ৰাজ্যলৈ যোৱাৰ কথাও নাই। শান্তাৰ আগমনত অযোধ্যাত উলহ-মালহ লগাৰ যি বৰ্ণনা মাধৱদেৱে দাঙি ধৰিছে, তাত স্বামীৰে সৈতে ঘৰৰ ছোৱালী ঘৰলৈ আহোঁতে হোৱা আনন্দ-উছাহ প্ৰকাশ পাইছে। এই উলহ-মালহে মাননীয় ঋষি ঋষ্যশৃংগৰ আগমনৰ গুৰুত্বকো মোলান পেলাইছে।

শান্তা আসিবাৰ শুনি তিনি মহাদই।
কৌশল্যা সুমিত্ৰা শান্তী সুন্দৰী কৈকেয়ী॥
হৰস ফৰস কৰি আসিল ৰজাই।
গলা বান্ধি ধৰিলা শান্তাক লগ পাই॥ ৫২২
নিস্তত গৃহক হৰিষৰ নাই পাৰ।
শান্তা সতী কৰিলা মাতৃক নমস্কাৰ॥

সবে মহাদই আসি শান্তাক বেঢ়িলা।
অন্তঃপুৰ মাজে মহা আনন্দ মিলিলা ॥ ৫২৩
সমস্তৰে আনন্দ শান্তাক লাগ পাই।
তান্ত বিনে কাৰো আৰ পুত্ৰ জীউ নাই ॥
এতেকে শান্তাক পায়্যা সাত শত মাৰে।
বস্ত্ৰ অলংকাৰ আনি দিল্যা গাৱে গাৱে ॥ ৫২৪

পতিৰ সৈতে কন্যা পিতৃ-মাতৃৰ ঘৰলৈ অহাৰ এই মনোগ্ৰাহী বৰ্ণনাত উদাসীন ভক্তকবি মাধৱদেৱৰ মানৱীয় আবেগ অনুভূতিৰ সূক্ষ্ম নিৰীক্ষণ তথা সাধাৰণীকৰণৰ ক্ষমতা সুন্দৰকৈ প্ৰকাশ পাইছে।

ঋষ্যশৃংগ দশৰথৰ জোঁৱায়েক হ'লেও তেওঁৰ পূজনীয় অতিথি। গতিকে উচিতভাবেই —

দশৰথ ৰাজা ঋষ্যশৃংগক আনিয়া।
কৰিলা বিস্তৰ পূজা পাদ্য-অৰ্ঘ্য দিয়া ॥
আজু হন্তে হৈব মোৰ মনোৰথ সিদ্ধি।
ভৈলন্ত আনন্দ যেন পায়্যা নৱনিধি ॥ ৫২৫
এহি বুলি অৰ্চা কৰিলন্ত বহুতৰ।
যেন বৃহস্পতিক পূজিলা পুৰন্দৰ ॥

মাধৱদেৱে ঋষ্যশৃংগৰ আগমনত অযোধ্যাবাসী প্ৰজাৰ কোনো আনন্দ উল্লাসৰ বৰ্ণনা দিয়া নাই। সেইদৰে শান্তা অহাৰ বাবেও সাধাৰণ প্ৰজাৰ উলহ-মালহ লগা নাই।

## ॥ পুত্ৰপ্ৰাপ্তিৰ উদ্দেশ্যে দশৰথৰ যজ্ঞ ॥

বাল্মী, ৰামায়ণত থকাৰ দৰে মাধৱদেৱৰ আদিকাণ্ডতো দশৰথে ষ্যশৃংগ কআনি পুত্ৰ লাভৰ অৰ্থে অশ্বমেধ যজ্ঞ আৰম্ভ কৰিছে—

অনন্তৰে নৃপতি যজ্ঞৰ ঘোঁৰা আনি।
বিবিধৱতে অভিষেক কৰি মহামানী ॥ ৫২৭

ৰথীয়া কটক দিলা জগত অনেক।
মেলি দিয়া ঘোঁৰাক পালিলা বৰিষেক ॥

'বসন্ত প্ৰবেশ ভৈলা গুচিয়া শিশিৰ' — এই সময়ত দশৰথে অশ্বমেধ যজ্ঞ আৰম্ভ কৰাৰ কথা বাল্মী০ ৰামায়ণৰ গৌড়ীয় পাঠৰ মতেই দিছে। (অথকালে ব্যতিক্ৰান্তে শিশিৰে তদনন্তৰম্। বসন্ত সময়ে প্ৰাপ্তে ৰাজা যষ্টুং মনো দধে ॥ ১।১১।১)।

অৱশ্যে যজ্ঞৰ বৰ্ণনা মাধৱদেৱৰ নিজা, বাল্মী০ ৰামায়ণৰ অনুবাদ নহয়। যজ্ঞৰ প্ৰসংগতে মাধৱদেৱে বিভাণ্ডকৰ কথা অৱতাৰণা কৰিছে। যেতিয়া বিভাণ্ডকে পুতেকক ঘৰত নাপালে, তেতিয়া তেওঁ ধ্যানত বহি জানিব পাৰিলে —

দশৰথ ৰাজা মোৰ নিলেক তনয়।
পুত্ৰ প্ৰয়োজনে যজ্ঞ কৰে মহাশয় ॥ ৫৩৮

পৰম হৰিষ মনে বিভাণ্ডক আযোধ্যালৈ আহিল আৰু দশৰথ তথা যজ্ঞত সমৱেত ঋষিসকলৰ আদৰ সৎকাৰ গ্ৰহণ কৰি —

কৰিলন্ত বিভাণ্ডকে প্ৰশংসা ৰাজাক।
পুত্ৰসমে বসিলন্ত যজ্ঞ কৰিবাক ॥ ৫৪০

বাল্মী০ ৰামায়ণত দশৰথে অশ্বমেধ যজ্ঞৰ উপৰিও পুত্ৰেষ্টিযাগ কৰাৰ বৰ্ণনা কৰা হৈছে। পণ্ডিতসকলে বাল্মী০ ৰামায়ণত পাছত সংযোজনা কৰা বালকাণ্ডৰ ভিতৰতো পৰশুৰামৰ তেজোভংগ আৰু দশৰথৰ পুত্ৰেষ্টি যাগৰ কথা একেবাৰে পৰৱৰ্তী সংযোজনা বুলি মত প্ৰকাশ কৰে, কাৰণ এই দুটা প্ৰসংগতে ৰামক বিষ্ণুৰ অৱতাৰ বুলি প্ৰতিপাদন কৰা হৈছে।

পুত্ৰেষ্টি যাগৰ প্ৰসংগটো যে বাল্মী০ ৰামায়ণত পাছৰ সংযোজনা সেই কথা সহজেই ধৰিব পাৰি। বালকাণ্ডৰ অষ্টম সৰ্গত পুত্ৰলাভৰ অৰ্থে দশৰথে অশ্বমেধ যজ্ঞ কৰিব বুলি কোৱা হৈছে (বা ১।৮।৮)। ত্ৰয়োদশ আৰু চতুৰ্দশ সৰ্গত অশ্বমেধ যজ্ঞৰ বৰ্ণনা দিছে। চতুৰ্দশ সৰ্গত ব্ৰাহ্মণসকলক যজ্ঞান্ত দক্ষিণা দিয়াৰ পাছত দশৰথে ঋষ্যশৃংগক কুলবৰ্ধনকাৰী কৰ্ম কৰিবলৈ অনুৰোধ

কৰিছে। তেতিয়া ঋষ্যশৃংগই 'তথাস্তু' বুলি কৈ 'হে ৰাজন্, তোমাৰ চাৰিজন কুলৰ ভাৰ বহন কৰিবপৰা পুত্ৰ হ'ব' বুলি আশীৰ্বাদ কৰিছে (১।১৪।৫৮-৫৯)। ঋষ্যশৃংগকে মুখ্য কৰি পুৰোহিতসকলে অশ্বমেধৰ ব্যৱস্থা কৰিবলৈ কওঁতেই দশৰথক এইবুলি কৈছিল — "মহাৰাজ, যজ্ঞৰ সামগ্ৰী গোটোৱা হওক, ঘোঁৰা এৰি দিয়া হওক, সৰযূ নদীৰ উত্তৰ পাৰে যজ্ঞভূমিৰ ব্যৱস্থা কৰা হওক। তুমি অমিত পৰাক্ৰমী চাৰিজন পুত্ৰ লাভ কৰিবা, কাৰণ পুত্ৰৰ অৰ্থেই তোমাৰ এই ধাৰ্মিক বুদ্ধি জন্মিছে [১]। গতিকে অশ্বমেধ যজ্ঞৰ দ্বাৰায়ে দশৰথৰ পুত্ৰপ্ৰাপ্তিৰ কামনা সিদ্ধি হৈছে, তাৰ পাছত আকৌ পুত্ৰেষ্টি যাগৰ কি প্ৰয়োজন? মন কৰিবলগীয়া কথা যে পুত্ৰেষ্টি যাগৰ বৰ্ণনা (১৫ সৰ্গৰপৰা ১৭ সৰ্গলৈকে) দিয়াৰ পাছত ১৮ সৰ্গৰ আৰম্ভণিতে অশ্বমেধ যজ্ঞৰ অন্তত (নিবৃত্তে তু ক্ৰতৌ তস্মিন্ হয়মেধে মহাত্মনঃ) দেৱতা আৰু ঋষিসকল নিজ নিজ স্থানলৈ ঘূৰি যোৱাৰ বৰ্ণনা দিছে। এই কথাখিনি প্ৰকৃতপক্ষে অশ্বমেধ যজ্ঞৰ বৰ্ণনাৰ পাছত অৰ্থাৎ ১৪ সৰ্গৰ পাছতে থকাটো স্বাভাবিক। গতিকে মাজৰ তিনিটা সৰ্গত বৰ্ণোৱা পুত্ৰেষ্টি যাগৰ কথাখিনি পাছত সুমুৱাই দিয়াটো প্ৰমাণিত হয়। উল্লেখযোগ্য যে মহাভাৰত, হৰিবংশ, বিষ্ণুপুৰাণ বায়ুপুৰাণ আৰু ভাগৱতত থকা ৰামকথাত দশৰথৰ কোনো যজ্ঞৰ কথাই নাই। ৰঘুবংশত কেৱল পুত্ৰেষ্টি যাগৰ কথাহে আছে [২]। পদ্মপুৰাণতো সেই একেই কথা। মাধৱদেৱে কিন্তু পুত্ৰেষ্টিযাগৰ উল্লেখ নাই কৰা। অৱশ্যে বাল্মী০ ৰামায়ণত পুত্ৰেষ্টিযাগৰ অগ্নিত উদ্ভূত পুৰুষে পায়সদান কৰাৰ কথা মাধৱদেৱে অশ্বমেধৰ লগতে জড়িত কৰিছে।

---

১ ঋষ্যশৃংগপুৰোগাশ্চ প্ৰত্যূচুৰ্নৃপতিং তদা ॥
সংভাৰাঃ সংভ্ৰিয়ন্তাং তে তুৰগশ্চ বিমুচ্যতাম্।
সৰয্বাশ্চোত্তৰে তীৰে যজ্ঞভূমিৰ্বিধীয়তাম্ ॥
সৰ্বথা প্ৰাপ্স্যসে পুত্ৰাংশ্চতুৰোঽমিতবিক্ৰমান্।
যস্য তে ধাৰ্মিকী বুদ্ধিৰিয়ং পুত্ৰাৰ্থমাগতা ॥ (বা ১।১৩।২১-২৩)

২ ঋষ্যশৃংগাদয়স্তস্য সন্ত সন্তানকাংক্ষিণঃ।
আৰেভিৰে জিতাত্মান পুত্ৰীয়ামিষ্টিমৃত্বিজঃ ॥ (ৰঘুঃ ১০।৪)

**বিষ্ণুপুৰাণ** (৫।১ অ) আৰু **ভাগৱতপুৰাণত** (১০।১ অ:) কৃষ্ণজন্মৰ প্ৰসংগত দৈত্যপীড়িতা পৃথিৱীয়ে ব্ৰহ্মা আদি দেৱতাসকলৰ সৈতে গৈ ক্ষীৰ-সমুদ্ৰশায়ী বিষ্ণুৰ শৰণাপন্ন হোৱাৰ কথা আছে। কালিদাসৰ **'ৰঘুবংশ'**ত ব্ৰহ্মা আদি দেৱতাসকল ৰাক্ষসৰাজ ৰাৱণৰ দ্বাৰা পীড়িত হৈ ক্ষীৰসমুদ্ৰশায়ী বিষ্ণুৰ শৰণাপন্ন হোৱাৰ যি বৰ্ণনা দিয়া হৈছে, বিষ্ণুপুৰাণৰ কৃষ্ণজন্ম প্ৰসংগৰ কথাৰ লগত তাৰ মিল আছে। আনন্দৰামায়ণতো ৰাৱণাদিৰ দ্বাৰা পীড়িত পৃথিৱী ব্ৰহ্মাদি দেৱতাৰ সৈতে বিষ্ণুৰ ওচৰলৈ গৈছে। মাধৱদেৱৰ আদিকাণ্ডতো ৰাৱণপীড়িত দেৱগণ হৰিৰ শৰণাপন্ন হৈছে। ইন্দ্ৰৰ সৈতে বহি দেৱতাসকলে এইদৰে আলোচনা কৰিছে —

ৰাৱণৰ হন্তে নাহিকে নিস্তাৰ বিনে দেৱ গদাধৰ।
ব্ৰহ্মায়ে আমাৰ প্ৰমাদ মিলাইল ৰাৱণক দিয়া বৰ॥
ইতিনি লোকত ত্ৰিদশ দেৱত ৰাৱণ অবধ্য ভৈল।
নৰ বানৰত হৈব সিটো হত ব্ৰহ্মা বৰ ছিদ্ৰ থৈল॥ ৫৪৬
পুত্ৰৰ নিমিত্তে কৰে মহা যজ্ঞ দশৰথ নৃপবৰ।
এহি সময়তে ঈশ্বৰ বিষ্ণুক পঠাই দিঔ তান ঘৰ॥

'ৰঘুবংশ'তো দশৰথৰ যজ্ঞ আৰম্ভ হোৱাৰ সময়তে (১০।৫) ৰাৱণপীড়িত দেৱতাসকল হৰিৰ ওচৰলৈ গৈছে।

**বাল্মী, ৰামায়ণত** দশৰথৰ পুত্ৰেষ্টি যাগলৈ হবি. গ্ৰহণৰ অৰ্থে অহা দেৱতাসকলে ব্ৰহ্মাক তেওঁৰ বৰ পাই ৰাৱণে কেনেকৈ জগৎ উৎপীড়ন কৰিছে সেই কথা কৈ তাৰ প্ৰতিকাৰৰ উপায় বিচাৰিছিল (বা ১।১৫।৪—১১)। তেতিয়া ব্ৰহ্মাই কৈছিল — "সেই দুৰাত্মাৰ বধৰ উপায় আৰু নিহতাৰ কথা মই জানিব পাৰিছোঁ। সি গন্ধৰ্ব, যক্ষ, ৰক্ষ আৰু দেৱতাৰ অবধ্য হওঁ যেন বুলি কোৱাত মই সেয়ে হওক বুলি ক'লোঁ। সি মনুষ্যক অবজ্ঞা কৰি মনুষ্যৰপৰা সুৰক্ষা নিবিচাৰিলে; সেই কাৰণে সি মনুষ্যৰ হাতত মৰিব, অন্যৰ হাতত তাৰ মৃত্যু নহয় (বা১ ১।১৫।১২—১৫)।" সেই সময়তে দশৰথৰ যজ্ঞস্থলীত গৰুড়ত উঠি আহি চতুৰ্ভুজ হৰি উপস্থিত হোৱাত দেৱতাসকলে তেওঁক বন্দনা কৰিলে আৰু "আপোনাক জগতৰ হিত কামনা কৰি এটি কাৰ্যত

নিয়োগ কৰিছোঁ" বুলি অযোধ্যাপতি দশৰথৰ তিনিগৰাকী ৰাণীৰ গৰ্ভত চাৰিভাগে মনুষ্য ৰূপত অৱতীৰ্ণ হৈ ৰাৱণক বধ কৰিবলৈ প্ৰাৰ্থনা জনালে (ৰাঃ ১।১৫।১৬–২২)। ৰাৱণে দেৱ, গন্ধৰ্ব, সিদ্ধ আৰু মুনিসকলক উৎপীড়ন কৰাৰ কথা জনাই সকলোটিয়ে দেৱশত্ৰু ৰাৱণৰ বধৰ অৰ্থে হৰিৰ শৰণাপন্ন হৈ স্তুতি কৰিলে।

'ৰঘুবংশ'ত আৰু মাধৱদেৱৰ আদিকাণ্ডত দশৰথৰ যজ্ঞস্থলীত লগ পাই নহয়, দেৱতাসকলে ক্ষীৰসমুদ্ৰলৈ গৈহে হৰিক প্ৰাৰ্থনা জনাইছে। কৃত্তিবাসী ৰামায়ণতো এইদৰেহে বৰ্ণনা কৰা হৈছে। মাধৱদেৱৰ এই বৰ্ণনা 'ৰঘুবংশ'ৰ বৰ্ণনাৰ লগত কেতিয়াবা শব্দে শব্দে মিলি আছে।

মাধৱদেৱৰ আদিকাণ্ডত দেৱতাসকলে য'ত "অব্যক্ত স্বৰূপে, আছন্ত ঈশ্বৰ, নুহিকে কাৰো গোচৰ"— সেই ক্ষীৰোদধিৰ তীৰ পালেগৈ আৰু হৰিক স্তুতি কৰিবলৈ ধৰিলে। ৰঘুবংশতো এই হৰিক বাক্য আৰু মনৰ অগোচৰ বুলিছে —" অথৈনং তুষ্টুবুঃ স্তুত্যমবাঙ্মনসগোচৰম্ (ৰঘু ১০।১৫)।" অৱশ্যে 'ৰঘুবংশ'ত দেৱগণে হৰিক ব্যক্তৰূপতে দেখা পাইছেগৈ।

'আদিকাণ্ড'ত দেৱগণে "ক্ষীৰসাগৰৰ, তীৰ জুৰি সবে, হৰিক দেখিব মনে," "নমো নাৰায়ণ, জগত কাৰণ, সনাতন নাৰায়ণ" প্ৰভৃতি বুলি কৃপা কৰি সদয় হ'বলৈ প্ৰাৰ্থনা কৰি আৰু কৈছে—

তোমাৰ চৰণে আমি দেৱগণে শৰণ লৈলো সম্প্ৰতি।
তুমিসি ঈশ্বৰ ইটো জগতৰ তুমি বিনে নাহি গতি ॥
হুয়ো সুপ্ৰসন্ন দিয়ো দৰশন গুচোক আমাৰ দুখ।
ত্ৰিদশসকলে দেখো কৌতুহলে তোমাৰ প্ৰসন্ন মুখ ॥ ৫৪৯

এই স্তুতিত দায়াযুক্ত হৈ হৰিয়ে অদ্ভুত ৰূপত দেৱতাসকলক দেখা দিলে আৰু দেৱগণ "জয় জয় হৰি" বুলি কৃতাঞ্জলি হৈ দণ্ডৱতে পৰিলে। এইখিনিতে মাধৱদেৱৰ এফাঁকি পদত 'ৰঘুবংশ'ৰ ধ্বনিৰ অনুৰণন শুনা যায়—

সুপ্ৰসন্ন বিধি ভৈল কাৰ্যসিদ্ধি দেখা দিলা নাৰায়ণ।
শ্ৰীমুখ দেখি ভৈলা সবে সুখী যতেক ত্ৰিদশ গণ ॥

'ৰঘুবংশ'ত আছে — "অব্যাক্ষেপো ভবিষ্যন্ত্যাঃ কাৰ্যসিদ্ধেৰ্হি লক্ষণম্ " অৰ্থাৎ যাৰ ওচৰলৈ যোৱা হয় অবিলম্বে তেওঁৰ দৰ্শন হ'লে সি ভৱিষ্যৎ কাৰ্যসিদ্ধিৰ লক্ষণ স্বৰূপ হয় (ৰঘুঃ ১০।৬)।

নাৰায়ণৰ ৰূপ-বৰ্ণনৰ ক্ষেত্ৰতো কালিদাসৰ অনুৰূপ শব্দ আৰু চিত্ৰ মাধৱদেৱৰ লেখাত দেখিবলৈ পোৱা যায়। ৰঘুবংশত আছে— "সৰ্পৰ আসনত বহি থকা হৰিৰ শৰীৰ সেই নাগৰ ফণামণ্ডলত থকা মণিসমূহৰ উদ্‌ভাসিত কিৰণসমূহেৰে সমুজ্জল হৈ আছিল [৩]।" আৰু 'কমলাসনা লক্ষ্মীদেৱীয়ে অংকতলত পাণিপল্লৱ স্থাপন কৰি তাত হৰিৰ চৰণযুগল ধৰি ৰাখিছিল [৪]।" মাধৱদেৱৰ 'আদিকাণ্ড'ত আছে –

সৰ্পৰ ফণাত চৰণ থাপিয়া আছা ত্ৰিজগত পতি। ৫৭২
সৰ্পৰ ফণাত মণি জ্যোতি কৰে অৰুণ চৰণ তলে।

আৰু—

অনন্তৰে সৰ্পৰ নামিলা নাৰায়ণ।
...... হাতৰ পদ্মক লক্ষ্মী থৈলন্ত কোলাত।
তাহাৰ উপৰে থাপিলন্ত দুই হাত॥ ৫৬৫
দুই পাদপদ্ম তাতে থাপিলন্ত হৰি।

হৰিৰ ৰূপবৰ্ণন মাধৱদেৱে ভাগৱতত নানা প্ৰসংগত থকা ৰূপ-বৰ্ণন-সমূহৰ ধৰণত কৰিছে যদিও এই প্ৰসংগত সেই ধাৰণা 'ৰঘুবংশ'ৰপৰা লাভ কৰিছে বুলি ভবাৰ থল আছে। দেৱতাসকলে কৰা নাৰায়ণ-স্তুতিতো সেই কথা খাটে। 'আদিকাণ্ড'ত আছে –

তুমি কালমূৰ্তি সৰ্বসংহাৰ কাৰণ।
.. ...... ধৰ্ম অৰ্থ কাম মোক্ষদাতা তুমি দেৱ।

---

৩ ভোগিভোগাসনাসীনং দদৃশুস্তং দিবৌকসঃ।
তৎফণামণ্ডলোদৰ্চিৰ্মণিদ্যোতিতবিগ্ৰহম্॥ (ৰঘু: ১০।৭)

৪ শ্ৰিয়ঃ পদ্মনিষণ্ণায়াঃ ক্ষৌমান্তৰিতমেখলে।
অংকে নিক্ষিপ্তচৰণমাস্তীৰ্ণকৰপল্লৱে॥ (ৰঘু. ১০।৮)

ৰঘুবংশত দেৱতাসকলে কৈছে — 'চতুৰ্বৰ্গফলং জ্ঞানং কালাৱস্থাশ্চতুৰ্যুগাঃ (ৰঘুঃ ১০।২২)।" আকৌ 'আদিকাণ্ড'ত আছে —

ব্ৰহ্মা ৰূপ ধৰি প্ৰজা ই তিনি ভুৱন।
বিষ্ণুৰূপ ধৰি কৰা সৃষ্টিক পালন॥
ৰুদ্ৰৰূপ ধৰি কৰা আপুনি সংহাৰ।

ৰঘুবংশত আছে —

নমো বিশ্বসৃজে পূৰ্বং বিশ্বং তদনু বিভ্ৰতে।
অথ বিশ্বস্য সংহৰ্ত্ৰে তুভ্যং ত্ৰেধা স্থিতাত্মনে॥ (ৰঘুঃ ১০।১৬)

এনেকুৱা বৰ্ণনা যে অকল কালিদাসৰ 'ৰঘুবংশ'তহে আছে, সেইটো নহয়। কিন্তু একে প্ৰসংগত মিলি থকা কথাটো মন কৰিবলগীয়া।

দেৱতাসকলৰ স্তুতিত সন্তুষ্ট হৈ 'আদিকাণ্ড'ত নাৰায়ণে —

মেঘৰ গম্ভীৰ ধ্বনি মাতিলা হৰিষে।
দেৱৰ শৰীৰে যেন অমৃত বৰিষে॥

এই বৰ্ণনাতো কালিদাসৰ প্ৰতিধ্বনি শুনা যায় — "(হৰিৰূপী) কৃষ্ণ মেঘ ৰাৱণৰূপী অনাবৃষ্টিত পীড়িত হৈ থকা দেৱতাৰূপী শস্যক বৰ্ষণ কৰি তিৰোহিত হ'ল ৫।

'আদিকাণ্ড'ত নাৰায়ণে ব্ৰহ্মা, ইন্দ্ৰ, যম, বৰুণ, চন্দ্ৰ, অগ্নি, বায়ু, বসুমতী— এই সকলোৰে দুৰৱস্থাৰ কাৰণ সোধাত উত্তৰত বৃহস্পতিয়ে ৰাৱণৰ হাতত হোৱা এই দেৱতাসকলৰ দুৰ্গতিৰ বৰ্ণনা কৰিছে। ভোজৰ 'চম্পুৰামায়ণ'ত এই প্ৰসংগত দেৱতাসকলে তেওঁলোকৰ দুৰ্গতিৰ যি বৰ্ণনা দিছে, তাৰ লগত মাধৱদেৱৰ এই বৰ্ণনাৰ কিছু মিল দেখা যায়। 'কুমাৰদাস'ৰ জানকীহৰণ কাব্যতো হৰিৰ প্ৰশ্ন আৰু তাৰ উত্তৰত বৃহস্পতিয়ে কোৱা কথাৰ লগত ৬ মাধৱদেৱ আৰু কৃত্তিবাসৰ বৰ্ণনাৰ সাদৃশ্য আছে।

---

৫ ৰাৱণাৱগ্ৰহক্লান্তমিতি বাগমৃতেন সঃ।
অভিবৃষ্য মৰুৎসস্যং কৃষ্ণমেঘস্তিৰোদধে॥ (ৰঘুঃ ১০।৪৮)

৬ জানকীহৰণ কাব্য — (২।৩)

॥ ৰাৱণ বিষ্ণুৰ পাৰিষদ ॥

ভাগৱত পুৰাণত (৭।১।২৫-৪৬) সনক আদি চাৰি সিদ্ধৰ শাপগ্ৰস্ত হোৱা বৈকুণ্ঠৰ পৰিষদ জয়-বিজয়ৰে দ্বিতীয় জন্ম ৰাৱণ কুম্ভকৰ্ণ বুলি বৰ্ণোৱা হৈছে। ব্ৰহ্মবৈৱৰ্তপুৰাণ (কৃষ্ণজন্মখণ্ড ৫৬।৪৬-৪১) আৰু পদ্মপুৰাণতো (উত্তৰখণ্ড ২৩১।৪) এই কথা কোৱা হৈছে। মাঘৰ 'শিশুপালবধ' কাব্যতো শিশুপালৰ পূৰ্বৰ দুটা জন্মৰ কথা কৈছে। মাধৱদেৱৰ 'আদিকাণ্ড'তো সেই পুৰাবৃত্তৰ ফালে ইঙ্গিত কৰিছে। বৃহস্পতিয়ে যেতিয়া হৰিক এইবুলি ক'লে —

অধম ৰাক্ষসে দেৱতাক বিড়ম্বিল॥ ৬০৫
নীচজনে উত্তমক পীড়য় অধিক।
আমাৰ উত্তম জন্ম আছো ধিক্‌ধিক॥

তেতিয়া হৰিয়ে পুতৌৰ হাঁহি মাৰি ক'লে —

মোৰ পাৰিষদ বুলি কেহো নজানয়।
নীচ বুলি আতিশয় গৰিহা কৰয়॥ ৬০৭
কোটি এক দেৱে ৰাৱণক নোহে সম।
সেই ভৈল অধম উত্তম কোনজন॥
এতেকেসে উচ্চ কৰি হাসিলা ঈশ্বৰে।

তাৰ পাছত হৰিয়ে "বুলিলন্ত ৰচন শবদ অনুপাম" আৰু "সেহি শব্দে চাৰিপদে ভৈলা শ্লোকনাম" বুলি যি কথা কৈছে, কৃত্তি: ৰামায়ণতো হৰিৰ বচনত সেইদৰে শ্লোক উৎপত্তি হোৱাৰ কথা আছে —

বসিয়া শ্ৰীহৰি কৰিলেন এক শব্দ।
সে শব্দে হইল শ্লোক চাৰিপদ বদ্ধ॥

॥ ৰাৱণৰ বৰপ্ৰাপ্তি ॥

মাধৱদেৱৰ 'আদিকাণ্ড'ত বৃহস্পতিয়ে "ত্ৰিভুৱনে নাহিকে তোমাৰ অবিদিত। তথাপিতো তত্ত্ব আগে কহিবে উচিত॥" বুলি দেৱতা সকলৰ দুখ-দুৰ্গতিৰ কথা কওঁতে কৈছে —

বেদ বিশ্ৰৱা পুত্ৰ ৰাৱণ দুৰ্মতি॥ ৫১১
ৰাক্ষসৰ কুলত নিকষাত জাত ভৈল।

ঘোৰ তপ কৰিয়া ব্ৰহ্মাত বৰ লৈল ॥
সুৰাসুৰ লোকত অবধ্য কলেৱৰ।
ত্ৰিভুৱন জিনি পীড়া কৰে লংকেশ্বৰ ॥ ৬৩০

বাল্মী$_0$ ৰামায়ণত ৰাৱণে ব্ৰহ্মাৰ ওচৰত মনুষ্যৰ বাহিৰে আনৰ পৰা অবধ্য হ'বলৈ বৰ বিচৰাৰ কথা অৰণ্যকাণ্ডতো ( ৩২।১৭।১৮ ) আছে। এই প্ৰসংগত ৰাৱণে ব্ৰহ্মাক তেওঁৰ মূৰ উচ্ছৰ্গা কৰাৰ কথাও আছে *। সপ্তম শতিকাত ৰচিত মাঘৰ 'শিশুপালবধ' কাব্যত ৰাৱণে নটা মূৰ উচ্ছৰ্গা কৰি শিৱক সন্তুষ্ট কৰাৰ কথা আছে [৭]। পদ্মপুৰাণত ( উত্তৰ খণ্ড ২৬১অঃ ) শিৱৰপৰাহে ৰাৱণে দেৱতা আদিৰ অবধ্য হ'বলৈ বৰ পোৱাৰ কথা আছে।

'ৰঘুবংশ'ত হৰিয়ে দেৱতাসকলৰ আগত কৈছে — "সেই ৰাক্ষসে নিজৰ তৰোৱালৰ ধাৰাৰ পৰা বাকী ৰখা দশম মূৰটো মোৰ চক্ৰৰ প্ৰাপ্য বুলিহে ৰাখিলে। চন্দন গছে সাপৰ অত্যাচাৰ সহ্য কৰি থকাৰ দৰে মইয়ো ব্ৰহ্মাৰ বৰ পোৱাৰ কাৰণেহে সেই দুৰাত্মা ৰাক্ষসৰ উৎপাত সহ্য কৰি আছোঁ। এই ৰাক্ষসে তপস্যাৰ দ্বাৰা ব্ৰহ্মাক সন্তুষ্ট কৰি মনুষ্যলোকক অৱজ্ঞা কৰি দেৱতাসকলৰ অবধ্য হ'বলৈ বৰ লৈছিল [৮]"। অন্য এঠাইত ৰাৱণে নিজৰ মুখমণ্ডল অৰ্পণ কৰি শিৱক অৰ্চনা কৰাৰ কথা কৈছে [৯]। ৰাৱণৰ বৰপ্ৰাপ্তিৰ ক্ষেত্ৰত এই তিনিওখন গ্ৰন্থৰে প্ৰভাৱ মাধৱদেৱৰ ওপৰত পৰিব পাৰে। সেয়েহে আদিকাণ্ড'ত বিষ্ণুৱে দেৱতাসকলক এইদৰে কোৱা বুলিছে —

যিহেতু সহিছোঁ উগ্ৰতৰ ৰাৱণৰ ॥

---

* মন্নংজ্বৰে যস্তপসা শিৰাংস্যুপজহাৰ হ ॥ ( গো: ৩।৩৭।১৮ )

৭ প্ৰভুৰ্বুভূষুৰ্ভুৱনত্ৰয়স্য যঃ শিৰোঽতিৰাগাদ্দশমং চিকৰ্তিষুঃ।
অতৰ্কয়দ্বিঘ্নমিৱেষ্টসাহসঃ প্ৰসাদমিচ্ছাসদৃশং পিনাকিনঃ ॥ ( শিঃ ১।৪৯ )

৮ ধাসিধাৰাপৰিহৃতঃ কামং চক্ৰস্য তেন মে।
স্থাপিতো দশমো মূৰ্ধা লভ্যাংশ ইৱ ৰক্ষসা ॥
স্ৰষ্টুৰ্ব্বাতিসৰ্গাত্তু ময়া তস্য দুৰাত্মনঃ।
অত্যাৰূঢ়ং ৰিপোঃ সোঢ়ং চন্দনেনেৱ ভোগিনঃ ॥ (ৰঘু: ১০।৪১,৪২ )

৯ মখৈৰৰ্চিতেশ্বৰম্। ( ৰঘু: ১২। ৮৯ )।

মহাদুখে হৰক আবাধি লংকেশ্বৰ।
আপোন ইচ্ছায়ে মাগি লৈয়া আছে বৰ ॥
সুৰাসুৰে জিনিবাক নপাৰয় আনে।
অজৰ অমৰ মহেশ্বৰ বৰ দানে ॥ ৬১৫
ব্ৰহ্মাক আৰাধি আৰো সিটো বৰ লৈলা।
মানুষে মাৰিবে ব্ৰহ্মা বৰ ছিদ্ৰ থৈলা ॥

এই নিচিনা বৰ লাভ কৰা দেৱপীড়ক ৰাৱণক বধ কৰিবলৈ হৰিয়ে মনুষ্যৰূপে চাৰি ৰূপত দশৰথৰ ঘৰত জন্ম ল'বলৈ বুলি আশ্বাস দি ক'লে —

তপস্বীৰ বেশে দেৱকাৰ্যক সাধিবো।
দুৰাচাৰ ৰাৱণক সবংশে বধিবো ॥ ৬১৭

তাৰ পাছত দেৱতাসকলক হৰিয়ে নিৰ্দেশ দিলে — 'মোৰ ক্ৰীড়াহেতু দেৱগণ আছা যত/ছদ্মৰূপে উতপতি হৈবা বানৰত'। 'দশৰথ নৃপতিৰ যাহা যজ্ঞ থান' বুলি দেৱতাসকলক হৰিয়ে দিয়া নিৰ্দেশ মাধৱদেৱৰ মুকলিত হোৱাৰ দৰে এই কথাও মুকলিত —

অদ্ভুত পুৰুষ সাজি দিলা নাৰায়ণ।
হাতে ধৰি পায়স ... ... ... ॥ ৬২০ পদ

বাল্মী০ ৰামায়ণত যজ্ঞৰ অগ্নিৰপৰা উদ্ভূত হৈ দশৰথৰ হাতত দিব্য পায়স অৰ্পণ কৰা 'প্ৰাজাপত্য পুৰুষ' জনৰ বৰ্ণনা আৰু মাধৱদেৱৰ 'আদিকাণ্ড'ত ঋষ্যশৃংগৰ হাতত পায়স অৰ্পণ কৰা 'অদ্ভূত পুৰুষ'জনৰ বৰ্ণনা একে নহয়। উল্লেখযোগ্য কৃত্তিঃ ৰামায়ণত যজ্ঞকুণ্ডৰপৰা কোনো পুৰুষ বাহিৰ হোৱা নাছিল, বৰঞ্চ 'যজ্ঞ হ'তে উঠে চৰু বিষ্ণুৰ আকৃতি'। বাল্মী০ ৰামায়ণৰ মতে দশৰথৰ যজ্ঞৰ অগ্নিৰ পৰা এক বিশালকায় পুৰুষ উদ্ভূত হ'ল। তেওঁ অতুল প্ৰভাৱে মণ্ডিত, মহাবীৰ্যশালী, মহাবলী, কৃষ্ণবৰ্ণৰ, ৰক্তবস্ত্ৰপৰিধানকাৰী, ৰক্তবদন, গাৰ নোম, দাড়ী-গোঁফ আৰু চুলি সিংহৰ (কেশৰৰ) নিচিনা আৰু চিক্‌চিকীয়া। তেওঁৰ বাণী দিব্য দুন্দুভিৰ নিচিনা। তেওঁ দিব্য লক্ষণযুক্ত, দিব্য অলংকাৰেৰে ভূষিত, গিৰি-শৃংগৰ দৰে ওখ, দৃপ্ত বাঘৰ দৰে বিক্ৰমশালী।

তেওঁৰ আকৃতি সূৰ্যসদৃশ,দীপ্ত অনলৰ শিখাৰ নিচিনা [10]।

তেওঁ হাতত তপ্তসুবৰ্ণময় আৰু ৰজত আচ্ছাদনেৰে ঢকা এটা পাত্ৰত দিব্য পায়স লৈ দশৰথক ক'লে — 'মোক প্ৰাজাপত্য পুৰুষ বুলি জানিবা ; মই ( প্ৰজাপতিৰ নিৰ্দেশক্ৰমে ) ইয়ালৈ আহিছোঁ [11] '। দশৰথৰ পূজা অৰ্চনা লাভ কৰি সেই পুৰুষে ক'লে — "মহাৰাজ, আপুনি দেৱতাসকলক অৰ্চনা কৰি এই দেৱ-নিৰ্মিত পায়স লাভ কৰিছে। এই পায়সে সন্তানপ্ৰাপ্তি কৰাব আৰু ধন তথা আৰোগ্যও দান কৰিব। এই পায়স আপোনাৰ সুযোগ্য পত্নী-সকলক খাবলৈ দিয়কচোন, তাৰ ফলত আপুনি পুত্ৰ লাভ কৰিব [12]।" দশৰথে সেই দিব্য পাত্ৰ গ্ৰহণ কৰি প্ৰাজাপত্যপুৰুষক প্ৰদক্ষিণ কৰি প্ৰণাম জনালে আৰু পুৰুষজন অন্তৰ্ধান হ'ল।

আদিকাণ্ডত দশৰথৰ যজ্ঞত —

অদ্ভুত পুৰুষ হাতে পায়স লৈলন্ত।
যজ্ঞৰ কুণ্ডৰ পৰা ভিতৰ হৈলন্ত ॥

---

১০ ততো বৈ যজমানস্য পাবকাদতুলপ্ৰভম্ ।
প্ৰাদুৰ্ভূতং মহদ্ ভূতং মহাবীৰ্যং মহাবলম্ ॥
কৃষ্ণং ৰক্তাম্বৰধৰং ৰক্তাস্যং দুন্দুভিস্বনম্ ।
স্নিগ্ধহৰ্য্যক্ষতনূজশ্মশ্ৰুপ্ৰৱৰমূৰ্ধজম্ ॥
শুভলক্ষণসম্পন্নং দিব্যাভৰণভূষিতম্ ।
শৈলশৃংগ সমুৎসেধং দৃপ্তশাৰ্দূলবিক্ৰমম্ ॥
দিবাকৰসমাকাৰং দীপ্তানলশিখোপমম্ । ( ৰা: ১।১৬।১১-১৪ )

১১ প্ৰাজাপত্যং নৰং বিদ্ধি মামিহা ভ্যাগতং নৃপ ॥ ( ১।১৬।১৬ )

১২ ৰাজন্নৰ্চয়তা দেৱানদ্য প্ৰাপ্তমিদং ত্বয়া ॥
ইদং তু নৃপশাৰ্দূল পায়সং দেৱনিৰ্মিতম্ ।
প্ৰজাকৰং গৃহাণ ত্বং ধন্যমাৰোগ্যবৰ্ধনম্ ॥
ভাৰ্যাণামনুৰূপাণামশ্নীতেতি প্ৰযচ্ছ বৈ ।
তাসু ত্বং লপ্স্যসে পুত্ৰান্ যদৰ্থং যজসে নৃপ ॥ ( ৰা: ১।১৬।১৮-২০ )

আকাশৰ পৰা ব্ৰহ্মাই মুনিগণক পূৰ্ণাহুতি দিবলৈ ক'লে আৰু বিষ্ণু অৱতাৰ হোৱাৰো সূচনা দিলে —

ঋষ্যশৃংগে পূৰ্ণাহুতি বহ্নিত দিলন্ত।
কুণ্ড মধ্য হন্তে পুৰুষেক উঠিলন্ত॥
সুন্দৰ আকৃতি আতি বিষ্ণু সমসৰ।
দিব্য বস্ত্ৰ অলংকাৰে শোভে কলেৱৰ॥ ৬৩১
মাথাত পিঙ্গল জটা শৰীৰ পিঙ্গল।
শৰদ গম্ভীৰ অনু প্ৰকাশে উজ্জ্বল॥
সম্পূৰ্ণ পায়স পাত্ৰ হাতে আছে ধৰি।
ঋষ্যশৃংগ হাতে পাছে দিলন্ত সাদৰি॥ ৬৩২

পদ্মপুৰাণত স্বয়ং যজ্ঞৰূপ হৰিয়ে দশৰথক পায়স-পাত্ৰ দানকৰে (বাঃ ৬।২৪২ অঃ)। 'আদিকাণ্ড'ত ঋষ্যশৃংগই দুয়ো হাত পাতি পায়স গ্ৰহণ কৰাত 'অদ্ভুত পুৰুষে' বিধান দিলে —

সুবৰ্ণৰ পাত্ৰত পায়স থৈৰ ভৰি।
তিনি মহাদই ভুঞ্জিৱন্ত ভাগ কৰি॥ ৬৩৩
তিনিত হৈবেক চাৰি তনয় ৰাজাৰ।
সাক্ষাতে হৈবন্ত নাৰায়ণ অৱতাৰ॥
সাধিৱন্ত জগতৰ পৰম কল্যাণ।

দিব্য পুৰুষে পায়সপাত্ৰ ঋষ্যশৃংগক সমৰ্পণ কৰাটো মাধৱদেৱৰ নিজা উদ্ভাৱনা। 'কৃত্তিঃ ৰামায়ণত অগ্নিৰপৰা কোনো দিব্যপুৰুষ উদ্ভূত হৈ পায়স দিয়া নাই। দশৰথৰ যজ্ঞত শংখচক্ৰ-গদা-পদ্মধাৰী বিষ্ণুক কেৱল ঋষ্যশৃংগই দেখা পাইছিল। ঋষ্যশৃংগই তেতিয়া দশৰথক 'তব ঘৰে জন্মিতে আইল ভগৱান' বুলি কয় আৰু সেই সময়তে দেৱবাণী হয় — 'বিষ্ণুজন্ম ৰাৱণেৰে কৰিতে সংহাৰ'। যজ্ঞৰপৰা উঠি অহা বিষ্ণু আকৃতিৰ চৰুত ঋষ্যশৃংগই বিষ্ণুমন্ত্ৰ মাতি অৰ্দ্ধক মুনিয়ে দিয়া ফলটো কাটি দি দিয়ে আৰু 'সেই ফলে নাৰায়ণ কৰেণ প্ৰৱেশ'। চৰু তুলি আনি সুবৰ্ণৰ পাত্ৰত লৈ ঋষ্যশৃংগই দশৰথক দিয়ে।

॥ বিষ্ণুৰ লক্ষ্মীৰ প্ৰতি আদেশ ॥

'আদিকাণ্ড'ত হৰিয়ে দেৱতাসকলক বানৰ ৰূপে জন্ম ল'বলৈ কোৱাৰ পাছত লক্ষ্মীয়ে হৰিক প্ৰশ্ন কৰিলে —

মোত কিবা আজ্ঞা হয় প্ৰভু চক্ৰপাণি ॥
দশৰথ ঘৰে তুমি হৈবা উতপন।
আমি কৈত উপজিবো বুলিয়ো বচন ॥ ৬২১

উত্তৰত হৰিয়ে ক'লে —

আছন্ত জনক ৰাজা মিথিলা নগৰ।
আচৰন্ত ৰাজা ঋষি ধৰ্ম নিৰন্তৰে।
অযোনিকা হুয়া থাকিবাহা তান ঘৰে ॥ ৬২২

কৃত্তি: ৰামায়ণতো এই প্ৰসংগতে লক্ষ্মীয়ে জনকৰ ঘৰত অৱতাৰ লোৱাৰ কথা কোৱা হৈছে। তাত থকামতে নাৰায়ণে যেতিয়া ব্ৰহ্মাৰ বাক্য মানি দশৰথৰ ঘৰত জন্ম ল'বলৈ স্থিৰ কৰিলে, তেতিয়া —

পদতলে পড়ি লক্ষ্মী যুড়িল ক্ৰন্দন ॥
তব অৱতাৰ হবে পৃথিবী মণ্ডলে।
তোমা দৰশন আমি পাব কতকালে।
বিচ্ছেদ যন্ত্ৰণা আমি সহিতে না পাৰি।
লক্ষ্মীৰ ক্ৰন্দনে কান্দেন কম্বুগ্ৰীৱ।
ব্ৰহ্মাৰে জিজ্ঞাসে কোথা লক্ষ্মীৰে ৰাখিব ॥

তেতিয়া ব্ৰহ্মাই ক'লে —

উনি নাহি গেলে কি ৰাৱণ ৰাজা মৰে ॥
অযোনিসম্ভৱা উনি জন্মিবেন চাষে।
জনকেৰ ঘৰে জন্ম মিথিলা প্ৰদেশে ॥

একেটা প্ৰসংগত বিষয়টো অৱতাৰণা কৰাৰ বাহিৰে ইখিনি কথা যে কৃত্তিবাস আৰু মাধৱদেৱৰ এই ক্ষেত্ৰত একে নহয়, সেই কথা স্পষ্ট। এই খিনিতে কৃত্তি:ৰামায়ণত জনকৰ চাষভূমিত লক্ষ্মীৰ জন্ম হোৱা আখ্যানটোও চমুকৈ উল্লেখ কৰি যাব খুজিছোঁ। কৃত্তিবাসে কি উদ্দেশ্য লৈ

'শ্ৰীহৰিৰ জন্মকথা থাকুক এখন' বুলি 'মাতা লক্ষ্মীৰ জনম' আগতে কৈ ল'লে, তাৰ যুক্তি বিচাৰি পোৱা নাযায়। কৃত্তিবাসৰ মতে ৰ'ত (কুশধ্বজকন্যা)। বেদৱতীয়ে প্ৰাণত্যাগ কৰিছিলে তাতে 'মিথিলা ভুবন' হ'ল। পুত্ৰৰ কাৰণে জনকে যজ্ঞভূমি কৰ্ষণ কৰি থকাৰ সময়তে আকাশেদি যোৱা উৰ্বশীক দেখি ৰাজৰ্ষি জনকৰ বীৰ্যপাত হৈ মাটিত পৰে। তেতিয়া ঋতুমতী পৃথিৱী গৰ্ভৱতী হয় আৰু বহুকাল ডিম্বৰূপে থাকি জনকৰ নাঙলৰ সীৰলুত উঠি অহাত জনকে ডিম্বটো ভাঙি এটি কন্যা লাভ কৰে। সেই কন্যাটি যে জনকৰে বীৰ্য-জাতা আকাশবাণীয়ে জনকক সেই কথা জনাই দি কন্যাটি পালন কৰিবলৈ কয়। সন্তানহীন জনকে কন্যাটি নি ডাঙৰ দীঘল কৰে। কৃত্তিবাসে এইদৰে লক্ষ্মীৰ জন্মকথা কৈ লৈহে লক্ষ্মীপতিয়ে অযোধ্যাত জন্ম লোৱাৰ বৰ্ণনা দিবলৈ গৈছে। আনহাতে মাধৱদেৱে ৰাম সমস্ত বিদ্যাত পাৰ্গত হোৱাৰ বৰ্ণনা দিয়াৰ পাছতহে সীতা জন্মৰ প্ৰসংগলৈ আহিছে।

॥ দশৰথৰ ৰাণীসকলৰ পায়স-ভোজন ॥

দশৰথে যজ্ঞত লাভ কৰা পায়স ৰাণীসকলক ভগাই দিয়া বিষয়ত ৰাল্মী. ৰামায়ণৰ উত্তৰভাৰতীয় পাঠ দুটা আৰু দাক্ষিণাত্য পাঠৰ বৰ্ণনাৰ মাজত অমিল দেখা যায়। গৌড়ীয় আৰু পশ্চিমোত্তৰীয় পাঠৰ মতে দশৰথে কৌশল্যাক আধাভাগ, কৈকেয়ীক চাৰিভাগৰ এভাগ আৰু সুমিত্ৰাক আঠ ভাগৰ এভাগকৈ দুবাৰ পায়স দিয়ে। দাক্ষিণাত্য পাঠৰ মতে কৌশল্যাই আধাভাগ, সুমিত্ৰাই এবাৰ চাৰিভাগৰ এভাগ আৰু এবাৰ আঠভাগৰ এভাগ আৰু বাকী আঠভাগৰ এভাগ কৈকেয়ীয়ে পায়।

পায়স বিভাজনৰ ক্ষেত্ৰত 'ৰঘুবংশ'ৰ বৰ্ণনাৰ লগত মাধৱদেৱৰ বৰ্ণনাৰ এটা ক্ৰম পৰিলক্ষিত হয়। 'ৰঘুবংশ'ত দশৰথে কৌশল্যা আৰু কৈকেয়ীক সমানে দুভাগ কৰি দিছিলে (১০।৫৪) আৰু তেওঁলোকে সুমিত্ৰাক নিজ নিজ ভাগৰ পৰা দি সন্মানিত কৰিব বুলি ৰজাই ভৰসা ৰাখিছিল (ৰঘুঃ ১০।৫৫)। স্বামীৰ অভিপ্ৰায় বুজিব পাৰি দুয়োগৰাকী ৰাণীয়ে সুমিত্ৰাক নিজ নিজ ভাগৰপৰা আধা অংশকৈ পায়স দি দিছিলে।

মাধৱদেৱৰ আদিকাণ্ডত দশৰথে পায়স দুভাগ কৰি 'কৌশল্যা কৈকেয়ী

দুই মহাদৈক দিল'। তেওঁলোকে দুয়োহাত পাতি 'হবিষে খোজত দুয়ো পায়স ভুঞ্জিত'। সেই সময়তে সুমিত্রা আহি উপস্থিত হৈ —

কিবা খাহ্যা যাই বুলি পুছিলা বিনয়।
শুনি কৌশল্যাৰ দায়া ভৈল আতিশয়॥
কৈকেয়ীক বুলিলন্ত কৌশল্যা সুন্দৰী।
সুমিত্রাক দিদি আমি খাওঁ কেমেকৰি॥ ৬৪৩

কৌশল্যাই সুমিত্রাকো ভাগ দিবলৈ ৰজাৰ আদেশ বিচৰাত 'সুমিত্রাকো দিবে আজ্ঞা দিলা মহামানী'। তেতিয়া দুয়ো ৰাণীয়ে নিজ নিজ ভাগৰ পৰা আধা অংশকৈ সুমিত্রাক পায়স দিলে। বশিষ্ঠৰ বিধান অনুসৰি মংগল আচাৰ কৰি ৰাণীসকলে পায়স ভোজন কৰিবলৈ ল'লে। সেই সময়তে দুয়ো-গৰাকী ৰাণীয়ে সুমিত্রাক ক'লে —

আপুনি নিদিল তোক ভাগ নৃপবৰ॥ ৬৪৮
আমিসে স্নেহত ভাগ দিলো তোক জান।
এতেকেসে বোলো আমি বচন বন্ধন॥
যাৰ ভাগহন্তে তোৰ যিটো পুত্র হয়।
আমাৰ পুত্রৰ হৈব সহায় নিশ্চয়॥ ৬৪৯

সুমিত্রা এই ব্যৱস্থাত সম্মত হ'ল।

কৃত্তিঃ ৰামায়ণত সতিনীৰ ঈর্ষাত সুমিত্রা 'দুৰ্ভগা' হোৱাৰ কথা আগতে কৈ অহা হৈছে। দশৰথে সমানে দুভাগ কৰি দুয়োগৰাকী ডাঙৰ ৰাণীক 'চৰু' দি যেতিয়া যজ্ঞশালালৈ গুচি গ'ল, সেই সময়তে সুমিত্রাই কান্দি কান্দি দীর্ঘ-শ্বাস ত্যাগ কৰি ক'লেহি —

কোন দ্রব্য খেতে ৰাজা নাকৈল আশ্বাস॥
আমি ত দুর্ভাগা নাৰী বিফল জনম।
আমাকে বঞ্চিয়া খেয়ে কত পাবে ধন॥

তেতিয়া মৰম লাগি কৌশল্যাই ক'লে —

মনে মানিয়াছি যেন তিনিটি ভগিনী।
আপন ভাগেৰ তোমা দিব অর্ধখানি।

ইহাতে তোমাৰ যদি জন্মে নন্দন।
আমাৰ পুত্ৰেৰ সঙ্গে ৰবে সেই জন॥

তেতিয়া —

সুমিত্ৰা বলেন দিদি এই স্নেহ কৰ।
মম পুত্ৰ হয় তব পুত্ৰেৰ নফৰ।

তাকে দেখি ক্ৰূৰমতি কৈকেয়ীয়ে কপটভাৱে সুমিত্ৰাক ক'লে —

তোমাৰে চৰুৰ অৰ্দ্ধ অংশ দিবো আমি।
সুমিত্ৰা ভগিনী এই সত্য কৰ তুমি।।
আমাৰ চৰুৰ অংশে হবে যে নন্দন।
আমাৰ পুত্ৰেৰ সংগী কৰো সেইজন।।

সুমিত্ৰাই 'তোমাৰ পুত্ৰেৰ দাস আমাৰ নন্দন' বুলি পণ কৰাত কৈকেয়ীয়ে আধাভাগ সুমিত্ৰাক দিলে।

মাধৱদেৱৰ মতে ৰজাই ঋষি-পুৰোহিত প্ৰভৃতিক দান-দক্ষিণা দি বিদায় দিয়াৰ পাছতহে ৰাণীসকলক পায়স দিছিলেহি। কৃত্তিঃ ৰামায়ণত দশৰথৰ যজ্ঞ সাংগ হোৱাৰ আগতেই যজমানৰ সহধৰ্মিণীসকলে 'চৰু' ভক্ষণ কৰিলে।

॥ ৰাণীসকলৰ শুভস্বপ্ন দৰ্শন ॥

ভক্ষণত অনুক্ৰমে স্বামীৰ সংযোগ ঘটাৰ পাছত তিনিও গৰ্ভৱতী ৰাণী অচেতন হৈ নিদ্ৰা গৈ থাকোঁতে —

স্বপনত তিনিও দেখিল অপৰূপ॥ ৫৫৩
শংখ চক্ৰ গদা পদ্ম চাৰি অস্ত্ৰ ধৰি।
স্বপ্নে তিনি মহাদেৱক দেখা দিলা হৰি॥
গৰুড়ৰ দুই পাখা জ্বলে সুবৰ্ণৰ।
তাহান স্কন্ধত বসি আছে দামোদৰ॥ ৫৫৪
মহা মেঘখণ্ড যেন মেৰুৰ উপৰে।
দিগপাল প্ৰকাশি শৰীৰ জ্যোতি কৰে॥

সেই হৰিৰ শ্যামশৰীৰত পীতবস্ত্ৰই শোভা কৰিছে, গলে বনমালা, কণ্ঠত কৌস্তুভ, পূৰ্ণ শশীৰ দৰে প্ৰসন্ন মুখ, প্ৰফুল্ল পংকজ জিনি নয়নে শোভা কৰিছে, শ্যামশৰীৰত শোভি থকা বস্ত্ৰ অলংকাৰ সমূহ যেন নিৰ্মল গগনত শোভা পাই থকা তাৰাগণহে গৰুড়ৰ স্কন্ধত দুই পাদপদ্মই প্ৰকাশ পাই আছে। হৰিৰ কটাক্ষ হাসিত যেন অমৃতহে বৰষিছে। তিনিওগৰাকী ৰাণীয়ে হৰিৰ মনেৰে হৰিলৈ চাই আছে। তাৰ পাছত—

হৈব অৱতাৰ হেন দেখাই স্বপনত।
কৰিলন্ত স্নান হৰি সাগৰ জলত ॥ ৬৩৮
তিনিযো আগতে পাছে হৈলা অন্তৰ্ধান।

পদ্মপুৰাণতো শংখ, চক্ৰ, গদা ধাৰণ কৰা পীতাম্বৰ হৰিয়ে তিনি ৰাণীক স্বপ্নত দেখা দিয়া বুলিছে[১৩]। মাধৱদেৱে এই কল্পনাৰ প্ৰেৰণা কালিদাসৰ 'ৰঘুবংশ' আৰু পদ্মপুৰাণৰ পৰাই পাইছে বুলি ভবাৰ থল আছে। ৰঘুবংশতো তিনিও গৰাকী ৰাণীয়ে গৰ্ভধাৰণৰ পাছতে স্বপ্নত দেখিবলৈ পালে — বামন আকৃতিৰ পুৰুষ কিছুমানে শংখ, চক্ৰ, গদা, খড়্গ আৰু শাৰ্ঙ্গধনু ধাৰণ কৰি ৰাণীসকলক ৰখি আছে। পক্ষীৰাজ গৰুড়ই আকাশত সোণালী ডেউকাৰ আভা বিস্তাৰ কৰি মেঘৰ মাজে মাজে তেওঁলোকক লৈ ফুৰাইছে। কৌস্তুভশোভিতা লক্ষ্মীদেৱীয়ে পদুম ফুলেৰে তেওঁলোকক বিচি আছে আৰু সপ্তৰ্ষিগণে আকাশী গঙ্গাত স্নান কৰি বেদৰ মন্ত্ৰেৰে তেওঁলোকক উপাসনা কৰিব লাগিছে[১৪]। গৰুড়ৰ 'সুবৰ্ণ পাখা' মেঘৰও ইত্যাদি চিত্ৰৰ কল্পনা 'ৰঘু-

১৩ তাসাং স্বপ্নেষু দেৱেশঃ পীতবাসা জনাৰ্দনঃ।
শংখ-চক্ৰ-গদাপাণিৰাবিৰ্ভূতস্তদা হৰিঃ ॥ (পদ্মঃ উত্তৰ ২৪২।৬৩)

১৪ গুপ্তং দদৃশুৰাত্মানং সৰ্বাঃ স্বপ্নেষু বামনৈঃ।
জলজাসিগদাশাৰ্ঙ্গলাঞ্ছিতমূৰ্তিভিঃ ॥ ৬০
হেমপক্ষপ্ৰভাজালং গগনে চ বিতন্বতা।
উহ্যন্তে স্ম সুপৰ্ণেন বেগাকৃষ্টপয়োমুচা ॥ ৬১
বিভ্ৰতা কৌস্তুভন্যাসং স্তনান্তৰবিলম্বিনম্।

বংশ'ৰ এই বৰ্ণনায়ে মাধৱদেৱক দিছে। 'ৰঘুবংশ'ত দশৰথে ৰাণীসকলৰ সেই স্বপ্নৰ কথা শুনি সন্তোষ মনেৰে জগৎ গুৰু বিষ্ণুৰ পিতৃত্বৰ গৌৰৱেৰে নিজকে গৰিষ্ঠ মানিলে। আদিকাণ্ডতো তিনিও গৰাকী ৰাণীয়ে ৰজাৰ আগত স্বপ্নৰ বৃত্তান্ত জনোৱাত 'হৈব হৰি পুত্ৰ ৰাজা জানিলন্ত মনে'। মাধৱদেৱৰ মতে স্বপ্নদৰ্শনৰ পাছতহে —

পাছে নাৰায়ণ আসি চাৰি মূৰ্ত্তি ধৰি।
তিনি মহাদেৱ গৰ্ভে প্ৰৱেশিলা হৰি॥ ৬৬০

কৃত্তিঃৰামায়ণত গৰ্ভৰ নৱম মাহত কেৱল কৌশল্যাইহে স্বপ্নত হৰিক দেখিছিল।

যে ছিল প্ৰাক্তন পুণ্য তাহাৰি কাৰণ।
কৌশল্যাৰে দেখা দেন প্ৰভু নাৰায়ণ॥
স্বপ্নে শংখ চক্ৰ গদা পদ্ম শাৰ্ঙ্গধাৰী।

কৌশল্যাই পুত্ৰভাৱে হৰিক কোলাত তুলি ল'লে আৰু হৰিয়ে কৌশল্যাক 'মা' বুলি সম্বোধন কৰি ক'লে —

পূৰ্ব্বেতে আমাৰ সেৱা কৰেছ আদৰে।
সেই পুণ্যে জন্মিলাম তোমাৰ উদৰে॥
……… পুত্ৰ বুলি স্তন দিয়া কৰহ পালন॥

স্বপ্নদৰ্শনৰ বৰ্ণনাত কৃত্তিবাস আৰু মাধৱদেৱৰ অমিল স্পষ্ট।

ৰাণীসকলৰ গৰ্ভধাৰণৰ বৰ্ণনা মাধৱদেৱ আৰু কৃত্তিবাস দুয়োজনেই দিছে। মাধৱদেৱৰ বৰ্ণনাত 'সূৰ্য্যৰ সদৃশ গৰ্ভ কৰয় প্ৰসন্ন' আৰু 'গৰ্ভৰ প্ৰকাশে প্ৰকাশয় তিনি নাৰী/চক্ষুক তাৰয় ৰূপে চাহিতে নাপাৰি।' কৃত্তিবাসৰ মতে 'কোটি সূৰ্য জিনি সেই তিনেৰ বৰণ।' গৰ্ভধাৰিণীসকলক সূৰ্য্যৰ লগত তুলনা কৰাৰ কল্পনা ৰঘুবংশৰ অৱদান। 'ৰঘুবংশ'ত আছে — সূৰ্য্যৰ অমৃত নামৰ

---

পদ্ম'পাসত্ত লক্ষ্মী চ পদ্মব্যজনহস্তা।। ৬২
কৃতাভিষেকৈর্দিব্যায়াং ত্রিস্রোতসি চ সপ্তভিঃ।
ব্রহ্মর্ষিভিঃ পৰং ব্রহ্ম গৃণদ্ভিৰুপতস্থিৰে॥ ৬৩ (ৰঘুঃ ১০ সৰ্গ)

কিৰণকালে যিদৰে জলময় গর্ভ ধাৰণ কৰে, ৰাণীসকলেও সেইদৰে প্ৰজাৰ কল্যাণৰ অৰ্থে দেৱাংশসম্ভূত গর্ভ ধাৰণ কৰিলে ( ৰঘু· ১০।৫৮ )।

কৃত্তিবাসে গর্ভধাৰিণীসকলৰ মাহে মাহে হোৱা শাৰীৰিক পৰিৱৰ্তনৰ বৰ্ণনা দিছে। তেওঁৰ মতে গৰ্ভধাৰণৰ সময়ত ৰাণীসকল —

হইয়াছিলেন বৃদ্ধা শিৰে পাকা কেশ।
চক্ষৰ তক্ষণে যেন প্ৰথম বয়েস ॥

ইফালে ৰাম বনবাসৰ বৰ লোৱা সময়ত 'কৈকেয়ী যুৱতী নাৰী দশৰথ বুঢ়া।' কৃত্তিবাসৰ মতে —

নয়মাস গৰ্ভৱতী হৈল তিনজন॥
দেখি দশৰথ ৰাজা আনন্দিত মন।
পঞ্চামৃত দিয়া কৈল গৰ্ভেৰ শোধন॥

মাধৱদেৱে গৰ্ভধাৰিণীসকলৰ শাৰীৰিক লক্ষণ বৰ্ণনা কৰা নাই। তেওঁৰ মতে —

পঞ্চম মাসত চায়া দিন শুভক্ষণ।
ঘৃত মধু পঞ্চামৃত কৰাইলা ভোজন॥ ৬৬৩
.. .... কৰিলন্ত পুংসৱন দশম মাসত।

মাধৱদেৱৰ মতে দেৱগণে গৰ্ভ ৰক্ষা কৰি থাকিলে, মুনিসবে মংগল আচাৰ আচৰিলে, ৰজাই ৰাণী তিনিগৰাকীৰ পাশ নেৰা হ'ল।

॥ ৰাম আৰু ভ্ৰাতৃসকলৰ জন্মবৰ্ণন ॥

বাল্মী৹ ৰামায়ণৰ কেৱল দাক্ষিণাত্য পাঠত ৰামৰ জন্ম তিথি আৰু ৰাশিসমূহৰ অৱস্থানৰ উল্লেখ পোৱা যায়। অন্য পাঠসমূহত নথকা এই বৰ্ণনা নিঃসন্দেহে পৰৱৰ্তী সংযোজনা। এই বৰ্ণনামতে দশৰথৰ যজ্ঞ শেষ হোৱাৰ দ্বাদশ মাহত চ'তৰ নৱমী তিথিত ৰাম, ভৰত আৰু লক্ষ্মণৰ জন্ম হয় —

ততো যজ্ঞে সমাপ্তে তু ঋতূনাং ষট্ সমত্যয়ুঃ।
ততশ্চ দ্বাদশে মাসে চৈত্ৰে নাৱমিকে তিথৌ॥ ( ৰাঃ ১।১৮।৮ )

পৰৱৰ্তী অনেক ৰামায়ণী সাহিত্যতে চ'ত মাহৰ শুক্লা দশমীত ৰাম আদিৰ জন্ম হয় বুলিছে। অধ্যাত্ম ৰামায়ণ (১।৩।১৪), পদ্মপুৰাণ (৬।২৪২।৬৪), কৃত্তিবাসী ৰামায়ণ, ৰামচৰিতমানস, ভাৱাৰ্থ ৰামায়ণ প্ৰভৃতিত সৌৰৱে বৰ্ণনা দিয়া হৈছে। ৰঘুবংশত তিথি, বাৰ, নক্ষত্ৰ আদি একোৰে উল্লেখ নাই। মাধৱদেৱৰ 'আদিকাণ্ড'তো 'শুভগ্ৰহ নক্ষত্ৰ মিলিল শুভক্ষণ' বুলি কৈছে মাত্ৰ। 'ৰঘুবংশ'ত "স্বসংপ্ৰথমসংবৰ" (১০।৬৭) বুলি কোৱা কথাৰ অনুৰূপ মাধৱদেৱৰ এই বৰ্ণনাত শুনা যায় — "জগতৰ সুমংগল হৈলন্ত উদয়।"

বাল্মী° ৰামায়ণত চাৰিওজন ভ্ৰাতৃৰ জন্মৰ বৰ্ণনা একেলগে দিছে। কালিদাসে ৰামৰ জন্ম, দশৰথৰ নৱজাতক দৰ্শন, নামকৰণ আৰু কৌশল্যাৰ শাৰীৰিক পৰিৱৰ্তনৰ বৰ্ণনা (ৰঘু° ১০।৬৭-৬৯) দিয়াৰ পাছতহে ভৰতৰ আৰু লক্ষ্মণ-শত্ৰুঘ্নৰ জন্মৰ বৰ্ণনা দিছে। মাধৱদেৱেও প্ৰথমতে ৰামজন্মৰ উৎসৱ-মাংগলৰ বৰ্ণনা দি গৈছে। দূতে দশৰথক কৌশল্যাৰ পুত্ৰজন্মৰ সংবাদ দিয়াত দশৰথে দূতক বস্ত্ৰ-অলংকাৰ দান কৰি সযত্নে স্নান কৰাৰ পাছত পুত্ৰৰ কল্যাণৰ অৰ্থে অনেক বস্তু দান কৰিছে। তাৰ পাছতহে ক্ৰমে কৈকেয়ী আৰু সুমিত্ৰাৰ পুত্ৰজন্মৰ কথা কৈছে। মাধৱদেৱৰ আদিকাণ্ডত আছে —

ভূমিত ৰেকত যেবে হৈলা দামোদৰ।
খসিল মাথাৰ মণি ৰাজা ৰাৱণৰ।। ৬৭৩

... ... ... ...

দশৰথ ঘৰে হৰি হৈলা অৱতাৰ।
দেখিয়া উৎসুক সব হৈল দেৱতাৰ।।
দুন্দুভি শঙ্খ আদি কৰে নিৰন্তৰে।
বৰষিলা পুষ্প দশৰথৰ উপৰে।। ৬৭৭

মাধৱদেৱৰ এই বৰ্ণনাৰ লগত ৰঘুবংশত থকা নিম্নোক্ত বৰ্ণনাৰ মিল সুস্পষ্ট —

দশাননকিৰীটেভ্যস্তৎক্ষণং ৰাক্ষসশ্ৰিয়ঃ।
মণিব্যাজেন পৰ্যস্তাঃ পৃথিব্যামশ্ৰুবিন্দৱঃ।।

বিস্তৰ'। অন্য মুনিগণেও তাকেইহে ক'বিছে। দেৱলোকত পৰম কৌতুক মিলিছে, নগৰৰ লোকত পৰম আনন্দ মিলিছে।

॥ ৰাম আদিৰ নামকৰণ ॥

মাধৱদেৱে 'চাৰিও পুত্ৰৰ ৰাজা কৰাইলা গণতি' বুলি যথাক্ৰমে চাৰিও জন পুত্ৰৰ নামকৰণৰ বৰ্ণনা দিছে। 'জগতৰঞ্জন অনুপাম গুণ' দেখি কৌশল্যা-পুত্ৰৰ নাম ৰাম থৈছে, 'কৈকেয়ীক ৰাজাৰ অধিক স্নেহতৰ' দেখি তেওঁৰ পুত্ৰৰ নাম ভৰত থৈছে আৰু 'সুমিত্ৰাৰ পুত্ৰ দুই সৰ্বসুলক্ষণ' দেখি তেওঁলোকৰ নাম লক্ষ্মণ আৰু শত্ৰুঘ্ন থৈছে। ঋষিসকলে পুত্ৰৰ গুণ বৰ্ণাই দশৰথক ক'লে -তেওঁৰ পুত্ৰই সবাৰো মনোৰথ পূৰিব, 'একনাৰায়ণে চাৰি অংশে মূৰ্তি ধৰি চাৰি পুত্ৰ হোৱা দশৰথৰ সৌভাগ্য বৰ্ণনাৰ অতীত, ৰামে দুষ্টক মাৰি সন্তক পালন কৰিব, 'বলে বীৰ্যে ধৈৰ্যে গুণে-ৰূপে অনুপাম' ৰাম 'ৰাৱণ সহিতে ৰাক্ষসৰ যম' হ'ব, ইত্যাদি ধৰণে ঋষিসকলে ৰামৰ অনেক গুণ-কীৰ্তন কৰিলে। তেওঁলোকক বস্ত্ৰ, সুগন্ধি দ্ৰব্য, স্বৰ্ণ দান কৰি বিদায় দিলে। তদুপৰি 'নট ভাট তেলী মালী দুখী ভিক্ষুজন'ক ভোজন কৰালে, 'খাটনিয়া নৃপতি'গণক বস্ত্ৰ-অলংকাৰ দি সন্তুষ্ট কৰিলে। আনন্দ মনেৰে সকলো ঘৰাঘৰি গ'ল।

কৃত্তিঃ ৰামায়ণত গণকেহে তিনিদণ্ড ধৰি যেলা কৰি কেৱল ৰামৰ কোষ্ঠী কৰিছে। তাত সূৰ্যবংশী শ্ৰেষ্ঠ ৰজাসকলৰ মাজত 'এই পুত্ৰ ৰাজচক্ৰৱৰ্তী' হ'ব বুলি মাত্ৰ ইমানকেহে কৈছে —

ইহাৰ কোষ্ঠীৰ কিবা কৰিব গণন।
এমন লক্ষণ বুঝি প্ৰভু নাৰায়ণ॥

অযোধ্যাত 'ক্ষত্ৰ বৈশ্য শূদ্ৰসবে কৰিল মঙ্গল' যদিও কেৱল 'গণকে তুষিলা ৰাজা দিয়া বহুধন' বুলিহে কৃত্তিবাসে বৰ্ণাইছে। কৃত্তিবাসৰ ৰচনাত ৰাম জন্মৰ কথা শুনি সকলো মুনি হাতে দণ্ড-কমণ্ডলু লৈ নচা প্ৰভৃতি কৌতুক-পূৰ্ণ লোকৰুচিকৰ বৰ্ণনাটোৰ সামান্য সাদৃশ্যও মাধৱদেৱৰ বৰ্ণনাত পৰিলক্ষিত নহয়। কৃত্তিবাসে লিখিছে —

স্বৰ্গে নাচে দেৱগণ মৰ্ত্ত্যে নাচে মৰ্ত্ত্যজন
হৰিষে নাচিছে দশৰথে॥

ব্ৰহ্মাণী শক্তিৰ সঙ্গে        নাচিছেন ব্ৰহ্মা ৰঙ্গে
শচী সঙ্গে নাচে শচীপতি।
স্থাবৰ জঙ্গম আৰ        সবে নাচে চমৎকাৰ
উল্লসিত নাচে বসুমতী ॥

দিব্য-বস্ত্ৰ আভৰণ পিন্ধি সুন্দৰী নাৰীগণে ৰামক চাবলৈ ৰাজপথেদি যাব লাগিছে, সমুখত বিদ্যাধৰীয়ে নৃত্য কৰিছে, নগৰ ভৰি বহুত প্ৰদীপ জ্বলিছে, কৌশল্যা পুত্ৰৱতী হ'ল বুলি নগৰত খলক লাগিছে আৰু "গগন-মণ্ডলে থাকি, দেৱগণ বলে ডাকি, জয় জয় জয় ৰঘুপতি"। কবি কৃত্তিবাসৰ এই বৰ্ণনাৰ লগত ভক্ত মাধৱদেৱৰ বৰ্ণনাৰ ভাৱগত পাৰ্থক্য সুস্পষ্ট।

মাধৱদেৱৰ 'আদিকাণ্ড'ত ৰাম জন্মৰ লগে লগে ৰাৱণৰ শিৰোমণি খহি পৰা বৰ্ণনাটো 'ৰঘুবংশ'ৰ লগত মিলি থকাৰ কথা আলোচনা কৰি অহা হৈছে। তদুপৰি ৰঘুবংশত নথকা এই কথাৰ আনুষংগিক বৰ্ণনাও মাধৱদেৱ আৰু কৃত্তিবাসৰ ৰচনাত একে নহয়। মাধৱদেৱৰ মতে শিৰোমণি খহি পৰা দেখি ৰাৱণে মাল্যৱন্তক তাৰ কাৰণ সোধাত তেওঁ "যাহাৰ হাতত মৃত্যু হৈবেক তোমাৰ॥ সেহিজন পৃথিৱীত ভৈল উতপন" বুলি উত্তৰ দিলে। তেতিয়া ৰাৱণে মাল্যৱন্তক অনেক তিৰস্কাৰ কৰি 'পুনৰপি মণি তুলি মাথাত পিন্ধিল'।

কৃত্তি: ৰামায়ণত আছে —

অযোধ্যাত জন্ম যদি নিলেন শ্ৰীপতি।
লংকায় আতংক দেখে সদা লংকাপতি॥
আচম্বিতে ৰাৱণৰ সিংহাসন দোলে।
মাথাৰ মুকুট খসি পড়ে ভূমিতলে॥

তেতিয়া দশমুখে হায় হায় কৰি 'আচম্বিতে মুকুট খসিল কি কাৰণ' বুলি চিন্তিত হৈ ৰাৱণে ক'লে —

কোথা গেল ইন্দ্ৰজিৎ আৰ ধনুৰ্বাণ।
পৃথিৱী বাসুকী কাটি কৰ খান্ খান্॥

মাধৱদেৱৰ ৰচনাত কেৱল 'মাথাৰ মণি' দামোদৰ জন্মৰ লগে লগে খহি পৰিছে; ইয়াত কিন্তু লংকাত সদায় আতংক দেখিছে। তাৰে এটা হ'ল আচম্বিতে ৰাৱণৰ সিংহাসন কঁপিছে আৰু মাথাৰ মুকুট মাটিত খহি পৰিছে।

তাৰ বাবে পৃথিৱী আৰু বাসুকীক জগৰীয়া কৰি দণ্ড দিব খোজাত বিভীষণে "তোমাৰে বধিতে জন্ম নিল নাৰায়ণ" বুলি প্ৰকৃত কথা কৈ অন্যক দণ্ড দিয়া নিৰৰ্থক বুলি কোৱাৰ সময়তে 'দশৰথ ঘৰতে জন্মিল চক্ৰ পাণি' বুলি দৈববাণী হৈছে। ইয়াৰ পাছত কৃত্তিবাসে ৰাৱণৰ আদেশ মতে শুক-সাৰণে ক'তনো ৰাৱণৰ শত্ৰু জন্মিছে সেই কথা জানি আহিবলৈ গৈ দুয়োজন বৈষ্ণৱ ভাৱে দশৰথৰ ঘৰত কোটি ব্ৰহ্মা, সনক প্ৰহ্লাদ আদিয়ে সেৱা কৰি থকা চতুৰ্ভুজ হৰিক দেখিবলৈ পাই প্ৰণতি জনোৱা আৰু ৰাৱণক আহি সেই কথা নকৈ স্নান-দান আদিৰ বিধান কৰাৰ বহল আখ্যান দাঙি ধৰিছে। সেইবোৰ কথাৰ ছাঁমাত্ৰও মাধৱদেৱৰ বৰ্ণনাত অগোচৰ।

॥ ৰাম আৰু ভ্ৰাতৃসকলৰ ৰূপ-গুণ কীৰ্তন ॥

মাধৱদেৱে ৰাম আৰু ভ্ৰাতৃসকলৰ ৰূপ-গুণ বৰ্ণনা কৰোঁতে ভক্ত কৱি-জনা তন্ময় হৈ পৰিছে। চাৰিভাইৰ ভিতৰত জ্যেষ্ঠ শ্ৰীৰামৰ দূৰ্বাদল শ্যামতনুৰ পৰা আৰম্ভ কৰি 'ৰেখাৰূপে চৰণত প্ৰকাশে কমল'লৈকে 'সৰ্বাঙ্গ সুন্দৰ ৰূপ পৰম মধুৰ' বৰ্ণনা কৰি গুণবাজি বৰ্ণনা কৰি কৈছে —

পৰম শ্ৰীমন্ত সন্ত শীতল শৰীৰ।
সাগৰ গম্ভীৰ ধীৰ গুণৰ মন্দিৰ ॥
অমৃত সমান বাণী মধুৰ আলাপ।
সৰ্বজন ৰঞ্জন নাহিকে কোপ তাপ ॥ ৭০৫

'পৰম সুন্দৰ সৰ্ব গুণৰ আলয়' স্বৰূপে ভৰত, 'সৰ্ব গুণান্বিত দুয়ো ভাই গুভানয়' বুলি লক্ষ্মণ-শত্ৰুঘ্নবো সংক্ষিপ্ত ৰূপ-গুণৰ বৰ্ণনা দাঙি ধৰি তেওঁ-লোকৰ পাৰস্পৰিক প্ৰীতিৰ চিত্ৰও মাধৱদেৱে অংকন কৰিছে —

কৌশল্যা কৈকেয়ী পৰমান বাঁতি দিল।
× × কৌশল্যাৰ ভাগে ভৈল লক্ষ্মণ কুমাৰ ॥
কৈকেয়ীৰ ভাগত ভৈলন্ত শত্ৰুঘন।
× × ৰামক ভকতি সদা কৰন্ত লক্ষ্মণে।
ভৰতন্ত শত্ৰুঘন থাকন্ত মিলনে ॥
× × অন্যো অন্যে চাৰি ভাই পৰম মিলন।

ৰামৰ ৰূপ-গুণ বৰ্ণনাৰ হেঁপাহ ভক্ত কবিজনাৰ ইমানতে পলোৱা নাই. দুটা অধ্যায় জুৰি ( ৭১২-৭২৮ পদলৈ ) মাধৱদেৱে পৰ্য্যায়ক্ৰমে ৰামৰ চৰিত্ৰ, বিদ্যাশিক্ষা, ৰূপ-বৰ্ণন গুণ-কীৰ্তন, ৰামৰ পৰম পুৰুষত্ব আৰু ৰাম-নামৰ মহিমা কীৰ্তন আৰু এনেহেন মহিমাময় শ্ৰীৰামৰ চৰিত্ৰ শ্ৰৱণৰ কলো সানুনয়ে বেকত কৰিছে।

লীলাতনু ধৰি ৰামৰূপে অৱতাৰ হোৱা পৰমপুৰুষ হৰি সমস্তৰে চিত্ত হৰি প্ৰতিদিনে ডাঙৰ-দীঘল হৈছে। তেওঁ ক্ষত্ৰিয় ব্যৱহাৰ আচৰণ কৰে; পিতৃ-মাতৃ দেৱ-দ্বিজৰ চৰণত ভকতি কৰে। তেওঁৰ মনত দম্ভ অহংকাৰ নাই। ৰঘুবংশ শিৰোমণি, সমস্তৰে অগ্ৰগণী ৰাম 'পৰম আচাৰী সন্ত, অতিশয় নীতিমন্ত', 'অত্যন্ত কৰুণাশীল'। তেওঁ নিৰন্তৰ শাস্ত্ৰ পঢ়িলে, নানা গুণ অভ্যাসিলে অস্ত্ৰবিদ্যা আৰম্ভ কৰিলে, দানধৰ্ম, ৰাজধৰ্ম, কুলৰ কৰ্মসমূহ ভ্ৰাতৃসকলৰ সৈতে শিকিলে। আৰু

অস্ত্ৰ শস্ত্ৰ শাস্ত্ৰ যত চৌষষ্ঠি কলাৰ তত্ত্ব
যত বিদ্যা আছে সংসাৰত।
ক্ষেপণ জোৰণ বাণ মন্ত্ৰ পঢ়ি সংহাৰণ
সমস্ততে ভৈলন্ত পাৰ্গত॥ ৭১৪

এইদৰে চন্দ্ৰৰ নিচিনা শীতল পাৱন উজ্জ্বল গুণৰাশিৰে ৰামে জগতৰ সকলোকে সন্তোষ দান কৰিলে। ৰামৰ গুণ দেখি ৰজা দশৰথৰ মনত যেন অমৃতহে বৰষিলে, কৌশল্যাৰ মন-প্ৰাণে যেন অহৰ্নিশে সুধাহে পান কৰিলে। অযোধ্যাৰ নৰ-নাৰীয়ে 'ৰামকেসে কৰে ধ্যান, ৰামতে মজিল প্ৰাণ, ভৈল লোক ৰামৰ অধীন' আৰু —

সৰ্ব পাপবিমোচন ৰাঘৱৰ গুণগণ
কহে জুমাজুমি সৰ্বজনে।
নিৰ্মল চৰিত্ৰচয় কেৱল অমৃতময়
শুনি সবে পিয়ে সৰ্বক্ষণে॥

এইদৰে মাধৱদেৱে মৰ্য্যাদা পুৰুষোত্তম ৰূপে নমস্য শ্ৰীৰামৰ লোক-মৰ্য্যাদাবিশিষ্ট চৰিতাৱলীত শ্ৰোতা-পঢ়োতাজনকো নিমগ্ন কৰিছে। ইমানতে

ক্ষান্ত নহৈ আকৌ দূৰ্বাদল শ্যাম, সুন্দৰ শৰীৰ, দেখিয়া মদনো লাজে' শ্ৰীৰামৰ হাস্য নিৰীক্ষণ, গজেন্দ্ৰ গমনৰ বৰ্ণনা দি কৈছে —

গুণহন্তে ৰূপ ৰূপহন্তে গুণ দুয়ো অন্যো অন্যো বলে।
ৰূপে গুণে লোক দুয়ো বিমোহিত চাই থাকে কৌতূহলে॥

ৰাম ক্ষমা, দয়া, ধৃতি, সত্য, শৌচ, নীতি আদি সমস্ত গুণেৰে মণ্ডিত। সজ্জনৰঞ্জন ৰাম দুৰ্জ্জনৰ কাৰণে যম, তেওঁৰ বিপুল বিক্ৰম আৰু দুৰ্জ্জয় দক্ষ শৰীৰ। এইদৰে ধনুৰ্ধৰ ৰামৰ দক্ষতা বৰ্ণনা কৰি ৰামৰ পৰম-পুৰুষত্ব প্ৰতিপাদন কৰিছে —

অনাদি অনন্ত নাহি যাৰ অন্ত যিটো দেৱতাৰ দেৱ।
ব্ৰহ্মা আদি দেৱে সদায় কৰন্ত যাহাৰ চৰণে সেৱ॥
তেন্তে ভগৱন্ত দেৱ মহেশ্বৰ ভৈল আসি অৱতাৰ।
সমস্ত লোকৰ কুশল কাৰণে কৰিলা গুণ প্ৰচাৰ॥ ৭২০

সকল নিগমে যাৰ মহিমা বখানি অন্ত নাপায়, সেই ৰামৰ নাম শুনিলেই মনত যেন অমৃত বৰষে বুলি আৰম্ভ কৰি ৰাম-নামৰ মাহাত্ম্য ঘোষণা কৰা হৈছে। মহা মহা পাপীও যি ৰামৰ নাম লৈ সংসাৰ তৰে সেই ৰামৰ মহিমা কʼবলৈ কাৰ সাধ্য আছে বুলি কৈ "মুকুধ মাধৱ, দাসে বিৰচিল, আদিকাণ্ড কথাসাৰ" বুলি বিনম্ৰ নিবেদন কৰিছে। তেওঁৰ ৰচিত পদ লাগে যিয়েই নহওক, ৰামৰ চৰিত্ৰ বুলিয়েই তাক আদৰপূৰ্বক শ্ৰৱণ কৰিবলৈ মাধৱদেৱে বাৰে বাৰে নিজৰ অযোগ্যতাৰ কথা জনাই সভাসদবৰ্গক অনুৰোধ কৰিছে। এই প্ৰসংগত মাধৱদেৱে ৰামক যি পৰমমহিমামণ্ডিত আসনত প্ৰতিষ্ঠা কৰিছে, সেইটো একান্ত মননীয় বিষয়—

ৰামেসে পৰম ধৰ্ম্ম অনুপাম সৰ্বোত্তম সৰ্বসাৰ।
ৰামেসে সুহৃদ সোদৰ বান্ধৱ তেহেঁসে জগত উদ্ধাৰ॥ ৭২৬
× × মহা ভাগৱত পুৰাণ ভাৰত সবাৰো এহি যুগুতি॥
বেদ শাস্ত্ৰ যত বিচাৰি চাহিবা ৰাম বিনে নাহি আন।

॥ বানৰৰূপে দেৱতাসকলৰ জন্ম॥

মাধৱদেৱৰ আদিকাণ্ডত বিষ্ণুৱে দেৱতাসকলক "হৰৰূপে উতপতি

হৈবা বানৰত" বুলি আজ্ঞা কৰাৰ কথা আগতে উল্লেখ কৰি অহা হৈছে। বাল্মীকি-ৰামায়ণত বিষ্ণুৱে দেৱতাসকলক এনে কোনো আদেশ দিয়া নাছিল। তাত থকামতে বিষ্ণু দশৰথৰ পুত্ৰ হ'বলৈ প্ৰস্তুত হোৱাত ভগৱান্ ব্ৰহ্মাই দেৱতাসকলক ক'লে — সত্যসন্ধ, বীৰ, আমাৰ সকলোৰে হিতৈষী বিষ্ণুক সহায় কৰিবলৈ আপোনালোকে বলী, ইচ্ছামতে ৰূপ ল'ব পৰা, মায়াবিদ, বীৰ, বায়ুসদৃশ বেগী, নীতিজ্ঞ, বুদ্ধিমান, বিষ্ণুৰ দৰে পৰাক্ৰমী, কেনেও সংহাৰ কৰিব নোৱৰা, উপায়জ্ঞ, দিব্যশৰীৰধাৰী, অমৃতভোজী দেৱগণৰ দৰে সকলো ধৰণৰ অস্ত্ৰৰ গুণসম্পন্ন, আপোনালোকৰ তুল্য পৰাক্ৰমী পুত্ৰ বানৰৰূপত অপ্সৰা, গন্ধৰ্বী, যক্ষী, ঋক্ষস্ত্ৰী, বিদ্যাধৰী, নাগকন্যা, কিন্নৰী তথা বানৰীৰ দেহত উৎপন্ন কৰক (ৰা ১।১৭।১-৬)। ব্ৰহ্মাই ইতিপূৰ্বেই তেওঁৰ হামিত ঋক্ষৰাজ জাম্ববানৰ উৎপত্তি হোৱাৰ কথা তেওঁলোকক জানিবলৈ দিলে।

ব্ৰহ্মাৰ এই আজ্ঞা পাই দেৱগণে বানৰৰূপত অনেক পুত্ৰ জন্ম দিলে। মহাত্মা, ঋষি, সিদ্ধ, বিদ্যাধৰ, নাগ আৰু চাৰণগণেও বনচৰ বীৰপুত্ৰ জন্ম দিলে। দেৱৰাজ ইন্দ্ৰই বানৰৰাজ বালীক, সূৰ্যই সুগ্ৰীৱক, বৃহস্পতিয়ে তাৰক, কুবেৰে গন্ধমাদনক, বিশ্বকৰ্মাই নলক, অগ্নিয়ে নীলক, অশ্বিনীকুমাৰদ্বয়ে মৈন্দ আৰু দ্বিবিদক, বৰুণে সুষেণক, পৰ্জন্যই শৰভক, বায়ুৱে হনুমানক জন্ম দিলে। ইয়াৰ বাহিৰেও নানা তৰহৰ বানৰৰ ৰূপত অন্য দেৱতাসকলেও পুত্ৰ উৎপাদন কৰা আৰু বানৰসকলৰ মুখ্য অধিপতি ৰূপে বালী-সুগ্ৰীৱৰ বৰ্ণনা দিয়া হৈছে (ৰা ১।১৭।৮-৩৭)।

পদ্মপুৰাণৰ উত্তৰখণ্ডত[15] বিষ্ণুৱেহে দেৱতাসকলক বানৰৰূপে অৱতীৰ্ণ হ'বলৈ আদেশ কৰিছিলে আৰু বিষ্ণুৰ আদেশক্ৰমে সকলো দেৱতাই বানৰ

---

১৫ উবাচ ত্ৰিদশান্ সৰ্বান্ ব্ৰহ্মৰুদ্ৰপুৰোগমান্ ॥ ২৯
ৰাজ্ঞো দশৰথস্যাহমুৎপৎস্যামি ৰঘোঃ কুলে।
হনিষ্যামি দুৰাত্মানং ৰাৱণং সহ বান্ধৱম্ ॥
মানুষং ৰূপমাস্থায় হন্মি দৈৱতকণ্টকম্।
নন্দিশাপাদ্ভৱন্তোঽপি বানৰত্বমুপাগতাঃ।
কুৰুধ্বং মম সাহায্যং গন্ধৰ্বাপ্সৰসোত্তমাঃ ॥ ৩০ (২৪২ অঃ)

ৰূপ ধৰি পৃথিৱীত জন্ম লৈছিলে ( ইত্যুক্তা দেৱতা সৰ্ব্বে দেৱদেৱেন বিষ্ণুনা। বানৰত্বমুপাগম্য জজ্ঞিৰে পৃথিবীতলে॥ )। আনন্দৰামায়ণতো বিষ্ণুৰ আদেশত দেৱতাসকলে বানৰ জন্ম লৈছে।

মাধৱদেৱৰ আদিকাণ্ডতো পদ্মপুৰাণৰ দৰে বিষ্ণুৱেহে দেৱগণক বানৰ পুত্ৰ উৎপন্ন কৰিবলৈ নহয়, বানৰৰূপে নিজে অৱতীৰ্ণ হ'বলৈ আদেশ কৰিছে। যেতিয়া হৰি দশৰথৰ ঘৰত ৰাৱণ বধৰ অৰ্থে অৱতীৰ্ণ হ'ল তেতিয়া —

পাচে আসি ব্ৰহ্মাৰ আদেশে দেৱগণ।
অংশে সবে বানৰত ভৈল উতপন॥
×× ব্ৰহ্মা আদি কৰিয়া দেৱতা নিৰন্তৰ।
কতোহো ভালুক ভৈলা বানৰ বিস্তৰ॥

এই অভূতপূৰ্ব ঘটনাত মাধৱদেৱে এই বুলি মন্তব্য কৰিছে —

বিপৰীত লীলা কেনে দেখা ঈশ্বৰৰ।
দেৱতাসৱকো আনি কৰিলা বানৰ॥
বিষয়ত আশা যাৰ নুগুচে সৰ্ব্বথা।
সিজনৰ নুহি জানা কোননো অৱস্থা॥ ৭৩৪
জানিয়া বিষয়সুখ যত্নে দূৰ কৰি।
একোন্ত শৰণে নিত্যে ভজিয়োক হৰি॥

বাল্মী॰ৰামায়ণ অথবা কৃত্তিঃ ৰামায়ণত বিভিন্ন দেৱতাই বিভিন্নৰূপত বানৰাদি পুত্ৰ উৎপন্ন কৰা বা নিজে বানৰৰূপত অৱতীৰ্ণ হোৱাৰ বিবিতং বৰ্ণনা আছে, তেনে বৰ্ণনা মাধৱদেৱৰ আদিকাণ্ডত দিয়া নাই। এইখিনিতে কৃত্তিঃৰামায়ণত থকা বানৰজন্ম সম্পৰ্কীয় বিৱৰণৰ আভাস দি যাব খুজিছোঁ। এই প্ৰন্থত বিষ্ণুৱে "নৰেৰ গৰ্ভেতে আমি লইব জনম। বানৰীৰ গৰ্ভে জন্ম লহ দেৱগণ" বুলি আদেশ কৰিছিলে আৰু নৰৰূপে নাৰায়ণ জন্মাৰ পাছত—

বানৰ ৰূপেতে জন্ম নিল দেৱগণ।
বিধাতা বলেন শুন যত দেৱগণ।
যে যথা বানৰী পাও কৰ আলিংগন॥

তাৰ পাছত কৃত্তিবাস বিভিন্ন দেৱতাৰ তেজত বিভিন্ন ৰাক্ষস আদিৰ জন্ম হোৱাৰ বহল বিৱৰণ দিছে। এই বিৱৰণ বাল্মী০ ৰামায়ণৰ অনুমোদিত নহয়।

—x—

# ॥ সীতাজন্মৰ কাহিনী ॥

মাধৱদেৱৰ মতে —

যেহি যেহি ৰূপে অৱতাৰ হন্ত হৰি।
উপজয় লক্ষ্মীদেৱী সেহি ৰূপ ধৰি ॥

মহাপুৰুষ শংকৰদেৱে কৃষ্ণ অৱতাৰত ৰুক্মিণীক লক্ষ্মীৰ অৱতাৰ বুলি বৰ্ণনা কৰিছে। কীৰ্তনৰ অন্তৰ্গত 'নাৰদৰ কৃষ্ণদৰ্শন' অধ্যায়ত ৰুক্মিণীকে লক্ষ্মী বুলিছে —

লক্ষ্মী পানী দেন্ত ভৃঙ্গাৰ ধৰি।
ঋষিৰ চৰণ ধুৱাইলা হৰি ॥

এই প্ৰসংগৰ বৰ্ণনাত মূল সংস্কৃত ভাগৱতত ৰুক্মিণীকে লক্ষ্মী বুলি কোৱা নাই। 'দামোদৰ বিপ্ৰাখ্যান'তো শংকৰদেৱে ৰুক্মিণীক লক্ষ্মী বুলিছে। এই পৃষ্ঠভূমিতে গয়না লৈ মাধৱদেৱে ওপৰত উদ্ধৃত কৰা লক্ষ্মী অৱতাৰৰ সিদ্ধান্ত গ্ৰহণ কৰিছে।

সীতাজন্মৰ সম্পৰ্কত বিভিন্ন ৰামায়ণী সাহিত্যত বিভিন্ন কাহিনী পোৱা যায়। বাল্মী০ ৰামায়ণৰ উত্তৰকাণ্ডত বৃহস্পতিৰ পুত্ৰ ব্ৰহ্মৰ্ষি কুশধ্বজৰ বাঙ্ময়ী কন্যা [1] বেদৱতীয়ে নাৰায়ণপৰায়ণা হৈ 'নাৰায়ণ মোৰ পতি হওক,

১ কুশধ্বজো নাম পিতা ব্ৰহ্মৰ্ষিৰ্মে সুধাৰ্মিকঃ।
বৃহস্পতিসুতঃ শ্ৰীমান্ বুদ্ধ্যা তুল্যো বৃহস্পতেঃ ॥
× × সম্ভূতা বাঙ্ময়ী কন্যা নাম্না বেদৱতী স্মৃতা ॥ (সৌঃ ৭।১৭।২,১০)

অন্য কোনো শ্ৰেষ্ঠ মনুষ্য নহয়' — এই কামনাৰে তপস্যা কৰি থকাৰ ২ সময়ত কামমোহিত হৈ ৰাৱণে তেওঁক ধৰ্ষণ কৰা আৰু বেদৱতীয়ে ভৱিষ্যৎ ৰাৱণৰ মৃত্যুৰ কাৰণ হৈ জন্ম ল'ব বুলি অগ্নিত প্ৰৱেশ কৰাৰ কাহিনী বৰ্ণনা কৰা হৈছে। অগ্নিত প্ৰৱেশ কৰাৰ আগতে বেদৱতীয়ে ৰাৱণক কৈছিল — "নাৰীয়ে পুৰুষক বধ কৰিব নোৱাৰে, বিশেষকৈ তোমাক। পাপিষ্ঠ, তোমাক মই অভিশাপ নিদিওঁ; শাপ দি তপস্যা ক্ষয় কৰিলে কি লাভ হ'ব ? মই যদি অলপো সৎকৰ্ম, দান অথবা হোম আচৰণ কৰিছোঁ, তেনেহ'লে তাৰ ফলস্বৰূপে সাধ্বী আৰু অযোনিসম্ভূতা হৈ মই কোনো এজন ধাৰ্মিক লোকৰ কন্যা হ'ম ৩।" এই দৰে কৈ বেদৱতীয়ে অগ্নিত প্ৰৱেশ কৰাৰ সময়ত স্বৰ্গৰ পৰা পুষ্পবৃষ্টি হ'ল।

সেই বেদৱতীয়ে পুনৰ পদ্মত জন্ম গ্ৰহণ কৰিলে আৰু ৰাৱণে তেওঁক আকৌ পালে। ৰাৱণে তেওঁক ধৰি নি নিজৰ ঘৰত সুহ্‌ৰাই মন্ত্ৰীক দেখুৱা-লেগে। লক্ষণজ্ঞ মন্ত্ৰীয়ে "গৃহস্থৰ পক্ষে সেই কন্যা সম্ভোগ কৰা অনুচিত আৰু আপুনি কন্যাটি পৰিত্যাগ কৰাহে ভাল হ'ব" বুলি কোৱাত ৰাৱণে নি কন্যাটি সাগৰত পেলাই দিলেগৈ। চোৰ আঘাতত কন্যাটি যজ্ঞৰ উপবনৰ ওচৰত পৰিলহি। জনকৰজাৰ নাঙলৰ ফালত লাগিলত তেওঁ উলিয়াই অনাত (পূৰ্বে পদ্মত জন্মা বেদৱতীয়ে) পুনৰায় জনকৰ কন্যাৰূপে জন্ম ল'লে —

বাল্যে হস্তমুখগ্ৰস্তা পুনৰপ্যাহৃতা সতী।
সৈষা জনকৰাজস্য প্ৰসূতা তনয়া প্ৰভো ॥ (৭।১৭।৩৫)

অগস্ত্যই ৰামক সীতাৰ পূৰ্বজন্মৰ বৃত্তান্ত স্বৰূপে এইখিনি কথা কোৱাৰ

---

২ নাৰায়ণঃ পতিৰ্মেঽস্তু ন চান্যো মানুষোত্তমঃ।
আৰিতাং চাপি মাং বিদ্ধি নাৰায়ণপৰায়ণাম্ ॥ (পৌঃ ৭।১৭।১৮)

৩ নহি স্ত্ৰিয়া পুমান্ শক্যো হন্তুং ত্বং তু বিশেষতঃ।
শপামি ন চ পাপ ত্বাং তপসঃ কিং ব্যয়েন মে ॥
যদি ত্বস্তি ময়া কিঞ্চিৎ কৃতং দত্তং হুতং তথা।
তেন হ্যযোনিজা সাধ্বী ভবেয়ং ধৰ্মিণঃ সুতা ॥ (পৌঃ ৭।১৭।২৮,২৯)

উপবিষ্ট কৈছে — "তেৱেঁই আপোনাৰ ভাৰ্য্যা, হে মহাবাহু, আপুনিয়েই সনাতন বিষ্ণু। আপুনি যাক বধ কৰিছিল, সেই শত্ৰু যাঁক এওঁ ক্ৰোধৰ দ্বাৰা আগতেই আপোনাৰ পৰ্বত সদৃশ অভিমানসমূহ ধ্বংস কৰি বধ কৰি থৈছে। এই মহাভাগাই নাঙলৰ ফালেৰে চাহ কৰা বেদী নিৰ্মাণৰ স্থানত পুনৰ মৰ্ত্যলোকত জন্ম গ্ৰহণ কৰিছে। আগতে সত্যযুগত এওঁৱেই বেদৱতী আছিল। সীতা অৰ্থাৎ নাঙলৰ সীৰলুত জন্ম হোৱাৰ কাৰণে মানুহে এওঁক সীতা বোলে ৪।" এই প্ৰসংগত ৰামক সনাতন বিষ্ণু বুলিছে যদিও সীতাক লক্ষ্মী বোলাৰ কোনো ইংগিত পোৱা নাযায়। বাল্মী০ ৰামায়ণত কেৱল অগ্নিপৰীক্ষাৰ সময়ত ৰামক বিষ্ণু, কৃষ্ণ আৰু প্ৰজাপতি দেৱ বোলাৰ লগতে সীতাকো লক্ষ্মী বোলা হৈছে (সীতা লক্ষ্মীৰ্ভবান্ বিষ্ণুঃ দেৱঃ কৃষ্ণঃ প্ৰজাপতিঃ)। দাক্ষিণাত্য পাঠৰ উত্তৰকাণ্ডৰ ৩৭ সৰ্গৰ পাছত থকা এটা প্ৰক্ষিপ্ত সৰ্গতো সীতা-লক্ষ্মীৰ অভিন্নতাৰ কথা কোৱা হৈছে, পিছে এই সৰ্গটো বাল্মী০ ৰামায়ণৰ আন কোনো এটা পাঠতে নাই। গতিকে দেখা গ'ল যে বেদৱতীৰ আখ্যানটো বাল্মী০ ৰামায়ণত অন্তৰ্ভুক্ত কৰাৰ সময়ত সীতা আৰু লক্ষ্মীৰ অভিন্নতাৰ কথা ব্যাপক ৰূপত স্বীকৃত হোৱা নাছিল।

---

৪ তৱ ভাৰ্য্যা মহাবাহো ত্বং হি বিষ্ণুঃ সনাতনঃ ॥
পূৰ্বং ক্ৰোধহতঃ শত্ৰুৰ্যয়া যো হতস্ত্বয়া।
সমুপাশ্ৰিত্য শৈলাভং তৱ বীৰ্য্যমমানুষম্ ॥
এৱমেষা মহাভাগা পুনৰ্মৰ্ত্যেষ্বজায়ত।
ক্ষেত্ৰে হলমুখোৎকৃষ্টে বেদীসংস্থানসংস্থিতে ॥
সৈষা বেদৱতী নাম পূৰ্বমাসীৎ কৃতে যুগে।
সীতোৎপন্নেতি সীতা সা মানবৈঃ পুনৰুচ্যতে ॥ (গো: ৭|১৭|৩৫-৩৮)

উল্লেখযোগ্য যে বাল্মী০ ৰামায়ণৰ অন্য পাঠত থকা বেদৱতী আখ্যান গৌড়ীয় পাঠৰটোতকৈ কিছু বেলেগ। তাত থকামতে ৰাৱণে বেদৱতীৰ চুলিত ধৰিছিলে আৰু বেদৱতীয়ে তেওঁৰ তৰোৱাল যেন হৈ পৰা হাতখনেৰে চুলি কাটি পেলাইছিল। শ্লোকবোৰ একে নহ'লেও অন্য বিষয়ত কথাখিনি কিন্তু একেই।

বায়ু, ব্ৰহ্মাণ্ড আৰু বিষ্ণুপুৰাণত সীতা আৰু লক্ষ্মীৰ অভিন্নতাৰ ইংগিত পোৱা নাযায়। ৰঘুবংশত সীতাক লক্ষ্মীৰ লগত তুলনা কৰা হৈছে— ৰাঘৱায় তনয়ামযোনিজাং ৰূপিণীং শ্ৰিয়মিৱ ন্যবেদয়ৎ ॥ ১১।৪৭। হৰিবংশ (১।৪১), ভাগৱত (৯।১০ অ:) ব্ৰহ্মপুৰাণ (২১৩।১২৯), পদ্মপুৰাণ (৬।২৩৯। ১৯) প্ৰভৃতিত সীতাক লক্ষ্মীৰে অভিন্ন কৰি বৰ্ণনা কৰা হৈছে। এই গ্ৰন্থসমূহৰ পটভূমিত মাধৱদেৱে লিখিছে —

ৰামৰূপে নাৰায়ণ আছন্ত সম্প্ৰতি ।।
সীতাৰূপে লক্ষ্মী আছে জনক ঘৰত।

দেৱীভাগৱত আৰু ব্ৰহ্মবৈৱৰ্ত পুৰাণত বেদৱতীকো লক্ষ্মীৰ অৱতাৰ বুলি প্ৰতিপাদন কৰা হৈছে। এই দুই গ্ৰন্থত (দেৱী: ৯।১৬ আৰু ব্ৰহ্ম: প্ৰকৃতিখণ্ড ১৪ অ:) থকামতে কুশধ্বজ আৰু তেওঁৰ পত্নী মালৱতীয়ে লক্ষ্মীক উপাসনা কৰি কন্যাৰূপে লাভ কৰিবলৈ বৰ লাভ কৰে। জন্মৰ লগে লগে বেদমন্ত্ৰ উচ্চাৰণ কৰাৰ কাৰণে তেওঁলোকৰ কন্যাটিৰ নাম বেদৱতী হয়। বেদৱতীয়ে হৰিক স্বামীৰূপে পাবলৈ তপস্যা কৰি থাকোঁতে ৰাৱণে অপমান কৰাত "মই তোৰ বিনাশৰ কাৰণ হ'ম" বুলি শাপ দিয়ে। তাৰ পাছত যোগৰ বলত প্ৰাণত্যাগ কৰি পাছত সীতাৰূপে জন্ম লয়।

মাধৱদেৱৰ আদিকাণ্ডত সীতাজন্মৰ যি অভিনৱ কাহিনী দাঙি ধৰা হৈছে, তাত এই পটভূমিৰ প্ৰভাৱ নাই পৰা বুলিব নোৱাৰি। দেৱীভাগৱত আৰু ব্ৰহ্মবৈঃ পুৰাণত লক্ষ্মীয়েই বেদৱতী হৈ তপস্যা কৰি থাকোঁতে ৰাৱণৰ দ্বাৰা অপমানিতা হৈ সীতাৰূপে জন্ম লৈছে; মাধৱদেৱৰ আদিকাণ্ডতো বেদৱতী নহৈ বৰং লক্ষ্মীয়েই তপস্যা কৰি থাকোঁতে ৰাৱণৰ দ্বাৰা অপমানিতা হৈছে। মাধৱদেৱৰ কাহিনীত ভাগৱতৰ কৃষ্ণজন্ম প্ৰসংগৰ প্ৰভাৱো সমন্বয় ঘটিছে। অৱশ্যে ডিম্বৰূপত সীতাক পোৱাৰ কথাটো কৃত্তিঃ ৰামায়ণৰ বাহিৰে অন্য ঠাইত এতিয়ালৈকে আমি পোৱা নাই। এই কল্পনাটো তেতিয়া হ'লে কৃত্তিবাসৰে বুলি ক'ব লাগিব। কিন্তু কেৱল ডিম্বৰ ভিত্তিতে এই কাহিনী কৃত্তিবাসৰ ৰচনাৰ আধাৰত লিখা বুলিব নোৱাৰি।

মাধৱদেৱৰ 'আদিকাণ্ড'ত নাৰায়ণে দেৱতাসকলক ৰামৰূপে অৱতাৰ লৈ ৰাৱণবধ কৰাৰ প্ৰতিশ্ৰুতি দি দেৱলোকক ৰামৰ প্ৰকৃতি ৰূপত অৱতীৰ্ণ হ'বলৈ কোৱাৰ সময়ত লক্ষ্মীকো জনকৰ ঘৰত অযোনিজা ৰূপে জন্ম লবলৈ আদেশ দিয়াৰ কথা আগতে আলোচনা কৰি অহা হৈছে। পাছত বেদিয়া —

দশৰথ ঘৰে উপজিলা ভগৱন্ত।
পৰম ঈশ্বৰী লক্ষ্মী দেৱী দেখিলন্ত॥

তেতিয়া লক্ষ্মীয়ে 'আপোনাৰ ৰূপ আচ্ছি কৰিয়া সুবেশ/ পৰ্বতে আছন্ত বসি মুক্ত কৰি কেশ'। সেই সময়ত ৰথত উঠি ঘূৰি ফুৰোঁতে ৰাৱণে গোসানীৰ ত্ৰৈলোক্যমোহন চমৎকাৰ ৰূপ দেখিবলৈ পালে। 'ভাৱে বধ চিন্তি মনে আছন্ত গোসানী' বুলি নাজানি ৰাৱণে বলেৰে ধৰি আনি ৰথত তুলিলে। লক্ষ্মীমায়ে তেতিয়া ধ্যান কৰি জানি —

কোপে শাপি ৰাৱণক দিলন্ত উত্তৰ।
মোক নিচিনস তই শুন ৰে বৰ্ব্বৰ॥
জন্মিবাক যাওঁ তোৰ বধৰ কাৰণে।
উপজিলা হৰি তোক মাৰিবাক মনে॥ ৭৪০

লক্ষ্মীৰ এই কথাখিনিয়ে আমাক ভাগৱতত যোগমায়াই কংসক দিয়া সকিয়নিলৈ মনত পেলায়। ক্ষীৰসমুদ্ৰশায়ী বিষ্ণুৰ ওচৰলৈ ব্ৰহ্মাদি দেৱগণ গৈ বিষ্ণুক ৰাৱণবধৰ প্ৰাৰ্থনা জনোৱাৰ কাহিনী যে বাল্মীকি ৰামায়ণত নাই, সেই কথা আগতে আলোচনা কৰি অহা হৈছে। ৰঘুবংশত সেই কথা প্ৰথম বৰ্ণনা কৰা হৈছে। আনহাতেদি কৃষ্ণজন্মৰ প্ৰসংগত দেৱগণে নাৰায়ণক গৈ কংস আদি ৰজাৰূপী দৈত্যৰ উৎপীড়নৰ পৰা বসুমতীক উদ্ধাৰ কৰিবৰ অৰ্থে ক্ষীৰোদধিৰ তীৰত স্তুতি কৰাৰ কাহিনী বিষ্ণুপুৰাণ আৰু ভাগৱতত থকাৰ কথাও উনুকিয়াই আহিছোঁ। সংশ্লিষ্ট বৰ্ণনাটোৰ ক্ষেত্ৰত মাধৱদেৱ ভাগৱতৰ দ্বাৰাও প্ৰণোদিত হোৱাৰ চিন পৰিলক্ষিত হয়। ভাগৱতত ব্ৰহ্মাই সমাধিৰ দ্বাৰা লাভ কৰা বিষ্ণুৰ আদেশ দেৱগণক শুনাইছে। শংকৰদেৱৰ অনূদিত দশম স্কন্ধত এই প্ৰসংগত আছে।

পাছে বিধাতাৰ আজ্ঞা বুজিলা ধ্যানপুঁ

বিষ্ণুৰ আদেশ শুনিয়োক দেৱগণ ॥
সংহাৰিবা হৰি পৃথিৱীৰ মাহাভাৰ।
তুমি সবো হোৱা মহুকুলে অৱতাৰ।। ১৬

এইখিনি কথাৰ লগত 'আদিকাণ্ডত ব্ৰহ্মাই দেৱতাসকলক বানৰাদি ৰূপত উৎপত্তি হ'বলৈ দিয়া ব্যৱস্থাৰ মিল স্পষ্ট। তদুপৰি তাত লক্ষ্মীয়ে জন্ম ল'বলৈ বিষ্ণুৰ আদেশ পোৱাৰ দৰে ভাগৱতত যোগমায়াই পাইছে —

বিষ্ণুৰ আদেশে যোগমায়া ভগৱতী।
কাৰ্য্য সাধিবাক প্ৰতি হৈবা উতপতি ॥

আদিকাণ্ডত ৰাৱণক শাপ দি লক্ষ্মীয়ে সাগৰত জাপ দিলে। স'গৰত বহুদূৰ ভাহি যোৱাৰ পাছত লক্ষ্মীক পৃথিৱীয়ে গৰ্ভত ধাৰণ কৰিলে। পৃথিৱীৰ উদৰত লক্ষ্মীয়ে 'কৰন্ত প্ৰকাশ যত শিশু যেন মত্ত'। সেই ঠাইৰ ওচৰতে মিথিলা নগৰ। তাৰ ৰজা জনকে যজ্ঞ কৰিবলৈ সেই ঠাইডোখৰ বাৰ বছৰ চাহ কৰি পবিত্ৰ কৰিব লগা হ'ল। তাত অনেক নাঙল জোৰা হ'ল, এটা ডিব নাঙলত লাগি বাহিৰ হ'ল। সূৰ্য্যৰ দৰে বক্তময় ডিবটো ৰি[illegible]ৱাসকলে জনকক দিলেগৈ। জনকে ডিবটো ভাঙি এটি 'ভুৱন-দুৰ্লভ পৰম সুন্দৰী কন্যা' পাই ৰংমনেৰে সেই মহা সুলক্ষণা কন্যাটি লৈ অন্তঃপুৰলৈ গ'ল। মহাদেৱে হাহি হাহি ৰজাক 'কাহাৰ কন্যাক প্ৰভু কাঢ়িয়া আনিলা' বুলি সোধাত যজ্ঞ-ভূমিত পোৱা বুলি ক'লে। মুখ্য মহাদেৱক কন্যাটি যত্ন কৰি তুলিবলৈ কোৱাত মহাদেৱে 'পৰম দৰিদ্ৰে যেন পাইল নৱনিধি' স্বৰূপ হ'ল। জনকে কন্যাটিৰ কৰাইলন্ত সংস্কাৰ যেন বেদবিধি। মুনিসকলে সীৰলুত ওপজাৰ কাৰণে কন্যাটিৰ নাম সীতা থ'লে।

সীতাৰ বেদবিধিমতে সংস্কাৰ কৰাৰ কথা আমি অন্য ৰামায়ণী সাহিত্যত পোৱা নাই। তেনেস্থলত মাধৱদেৱে জনকে পোৱা কন্যাটিৰ বেদবিহিত সংস্কাৰ কৰা বুলি বৰ্ণনাই সেই সময়ত কাৰ্য্যতঃ নহলেও সমাজত নাৰীৰো বেদবিহিত সংস্কাৰ থকাৰ কথা প্ৰচলিত আছিল বুলি প্ৰমাণ দিছে। সেই সময়ত পুৰুষৰ বেদবিহিত সংস্কাৰসমূহৰ যথাযথ প্ৰচলন চলি থকাৰ কাৰণে

হয়তো মাধৱদেৱে ৰাম আদি চাৰিভ্ৰাতৃৰ বৈবাহিক-[illegible] বিশেষ উল্লেখ কৰা নাই।

মাধৱদেৱে জনক আৰু সীতাৰ মাজত পিতা-পুত্ৰীৰ সম্পৰ্ক স্বীকাৰ কৰা নাই। তেখেতে লিখিছে —

এহিমতে সীতা গোসাঁনীৰ জন্ম ভৈলা ॥
জনক নৃপতি আনি তুলিলা যতনে।
তাহান দুহিতা সীতা বোলে সৰ্বজনে ॥ ৭৫২

বাল্মীকি ৰামায়ণৰ দাক্ষিণাত্য পাঠত সীতাক ধৰ্মতঃ জনকৰ কন্যা বোলা হৈছে। অযোধ্যাকাণ্ডত থকা সীতা-অনসূয়াসংবাদ (২৮ সঃ) প্ৰসংগত সীতাই অনসূয়াক কৈছে — "(মিথিলাধিপতি জনকে) ক্ষেত্ৰমণ্ডল কৰ্ষণ কৰি থাকোঁতে মই পৃথিৱী ভেদ কৰি উঠি আহিছোঁ; হাতত নাঙল লৈ কৰ্ষণ কৰা নৃপতিৰ মই কন্যা হলোঁ। × × সন্তানহীন ৰজাই মোক মৰমেৰে কোলাত তুলি "এইজনী মোৰ ছোৱালী!" — এই দৰে কৈ মোৰ ওপৰত স্নেহ আৰোপ কৰিলে। সেই সময়ত অন্তৰীক্ষত দিব্যবাণী উচ্চাৰিত হ'ল — "মহাৰাজ, আপোনাৰ কথা সঁচা, এই কন্যা ধৰ্মতঃ আপোনাৰে[৫]।" তাৰ পাছত জনকে বিপুল সমৃদ্ধি লাভ কৰাৰ দৰে আনন্দিত হৈ কন্যাটি জ্যেষ্ঠ মহাদেৱীক দিলে। তেওঁ মাতৃৰ মৰমেৰে সীতাক লালন-পালন কৰিলে (২।২৮।৩২,৩৩)।

পশ্চিমোত্তৰীয় আৰু গৌড়ীয় পাঠত সীতাজন্মৰ বিষয়ত মেনকা অপ্সৰাক জড়িত কৰা হৈছে। যজ্ঞভূমি চাহ কৰিবলৈ যাওঁতে এদিন জনকে দেখিবলৈ পালে — অন্তৰীক্ষপথেদি দিব্যৰূপা মনোৰমা অপ্সৰা মেনকাই জেউতিৰে দিক্-সমূহ পোহৰ কৰি যাব লাগিছে। মদনৰ ৰতিৰ দৰে ৰূপৱতী মেনকাক

---

৫ তস্য লাঙ্গলহস্তস্য কৃষতঃ ক্ষেত্ৰমণ্ডলম্ ।
অহং কিলোত্থিতা ভিত্ত্বা জগতীং নৃপতেঃ সুতা ॥ ২৮
অনপত্যেন চ স্নেহাদঙ্কমাৰোপ্য চ স্বয়ম্ ।
মমেয়ং তনয়েত্যুক্ত্বা স্নেহো ময়ি নিপাতিতঃ ॥ ৩০
অন্তৰীক্ষে চ বাগুক্তা প্ৰতিমামানুষী কিল ।
এবমেতন্নৰপতে ধৰ্মেণ তনয়া তব ॥ ৩১ (বাঃ [illegible])।

দেখি জনকৰ ধৈৰ্য্যচ্যুতি ঘটোৱা মানসিক চিন্তাৰ উদ্ভৱ হ'ল — "এওঁৰ গৰ্ভত যদি নিঃসন্তান মোৰ কীৰ্তিবৰ্দ্ধনকাৰী সন্তান এটিৰ জন্ম হ'লহেঁতেন, তেতিয়া হ'লে বৰ অনুগ্ৰহ কৰা হ'লহেঁতেন"। সেই সময়তে অন্তৰীক্ষত দৈৱবাণী হ'ল "এওঁৰ গৰ্ভত তুমি ৰূপ আৰু দীপ্তিত এওঁৰে নিচিনা এটি সন্তান লাভ কৰিবা"। জনকে যজ্ঞভূমি কৰ্ষণ কৰোঁতে সীতা পৃথিৱীৰ বুকুৰ পৰা উঠি তেওঁক মৰমত কোলাত তুলি লৈ জনকে ক'লে — "এইটি নিশ্চয় মোৰে কন্যা, কাৰণ কন্যাটিলৈ মোৰ স্নেহ জন্মিছে"। সেই সময়তে দৈৱবাণী হ'ল "এইটি মেনকাত জন্ম হোৱা আপোনাৰে মানসী কন্যা[৬]"।

সীতা-অনসূয়াসংবাদ অংশটো বাল্মী৹ ৰামায়ণত পৰৱৰ্তী সংযোজনা বুলি আলোচক সকলে মত প্ৰকাশ কৰে। প্ৰথমতে সীতা নামৰ শ্বীৰলু ৰ লগত সম্পৰ্ক যোৱা হ'ল ; তাৰ পাছত পিতাক জনকে হাল বাওঁতে পোৱা বুলি ক্ৰমান্বয়ে কাহিনীভাগ জোৰা লগাই বঢ়াই নিয়া হ'ল। মহাভাৰতত থকা ৰামোপাখ্যানসমূহত আৰু হৰিবংশত সীতা জনকৰ কন্যা বুলিহে বৰ্ণনা থকাৰ কথা আগতে উল্লেখ কৰি অহা হৈছে। বাল্মী৹ ৰামায়ণৰো অনেক ঠাইত সীত জনকৰ কুলত জন্ম বুলি বৰ্ণনা পোৱা যায়। উদাহৰণ স্বৰূপে 'জনকস্য কুলে জাতা দেৱমায়েৱ নিৰ্মিতা' (১১।২৭)। জনকৰ দুহিতা বুলি ৰামায়ণৰ প্ৰামাণিক কাণ্ডত উল্লেখ থকা (দুহিতা জনকস্যাহং মৈথিলস্য মহাত্মনঃ ৩।১৭।৩) সীতাৰ জন্ম কাহিনী বৈচিত্ৰপূৰ্ণ কৰি গঢ় দিয়াৰ প্ৰচেষ্টাতে সীতা-জন্মৰ বিচিত্ৰ কাহিনীসমূহৰ উদ্ভৱ হ'ল। আনহে নালাগে সীতা ৰাৱণৰ কন্যা বুলিও কাহিনী ৰচনা কৰা হ'ল (এই সম্পৰ্কে দুৰ্গাবৰৰ 'গীতিৰামায়ণ'ৰ প্ৰসংগত আলোচনা কৰিছোঁ)। সীতাজন্মৰ কাহিনীৰ বিকাশত কৃত্তিবাস আৰু মাধৱদেৱেও যথেষ্ট বৰঙণি আগ বঢ়াইছে। কৃত্তিবাসে জনকৰ কামনাপাত্ৰী হোৱা অপ্সৰাগৰাকীৰ নাম উৰ্ৱশী বুলি ক'লে আৰু পৃথিৱীয়ে গৰ্ভত ধাৰণ কৰি থকা বেদৱতীৰ ঠাইত জনকৰ বীৰ্য্যহে বুলি কাহিনীৰ সৃষ্টি কৰিলে। এই খিনিতে উল্লেখযোগ্য যে বলৰামদাসৰ ওড়িয়া ৰামায়ণৰ মতে জনকে হাল বোৱাৰ সময়ত মেনকাক দেখি মেনকাৰ নিচিনা

৬ পোত্ৰায় পাঠ — অ৬।ক-১৬।

এটি কন্যা লাভৰ কামনা কৰে আৰু বেদৱতীয়ে জনকক শ্ৰীজিত কন্যা লাভ কৰিব বুলি আশ্বাস দিয়ে। জনকে হাল বাই পুত্ৰেষ্টিত সীতাৰ ৰূপত বেদৱতীক লাভ কৰে। বেদৱতী, মাতৃৰূপে পৃথিৱী আৰু জনকৰ বাবা মেনকাক দৰ্শন — এই কেউটা কথাৰ যুক্তিসংগত সমন্বয় [illegible] পাৰিবা। মাধৱদেৱে 'বেদৱতী'ক ৰূপটিয়াই কাহিনীৰ জটিলতা [illegible] বেদৱতীৰ ঠাইত লক্ষ্মীকে বহুৱাই দিলে। সেইদৰে বাল্মীকি ৰামায়ণৰ গৌড়ীয় পাঠ আৰু মাধৱকন্দলীৰ ৰামায়ণত থকা সত্ত্বেও 'আদিকাণ্ড'ত মেনকাৰ [illegible] কথা অৱতাৰণা কৰা নাই।

মাধৱদেৱৰ মতে জনকৰ ঘৰত —

সীতা নাম ধৰি লক্ষ্মী জগত জননী।
যেন চন্দ্ৰকলা বাঢ়ি যাত সুবদনী॥
একচিত্তে মনে সদা বিষ্ণুক চিন্তাত।
হৰিক নিচিন্তি সখী একোকে নথাত॥ ৭৫
পৰম বৈষ্ণৱী কন্যা দেখি সৰ্বজনে।
জন্মিল লক্ষ্মীৰ অংশ জানিলেক মনে॥

কৃত্তি: ৰামায়ণত দশৰথৰ চাৰিপুত্ৰৰ অন্নপ্ৰাশন, নামকৰণ, বাল্যক্ৰীড়া শাস্ত্ৰ-বিদ্যাদি শিক্ষাৰ বিস্তৃত বিৱৰণ দিছে। তাৰ ভিতৰত ৰামৰ চন্দ্ৰমুখত আধাফুটা 'অমৃত বচন', এবছৰীয়া চাৰিওজন কোঁৱৰৰ বেশ-ভূষা আৰু 'ৰত্নৰ নূপুৰ পায় ৰুণু ঝুণু ধ্বনি,' 'কৰেন শ্ৰীৰামে খেলা বালকৰ সনে', দশৰথে 'পুনঃ পুনঃ চুম্ব দেন তাহাৰ বদনে' প্ৰভৃতিৰ নিচিনা বাৎসল্যসিক্ত মধুৰ বৰ্ণনা সমূহ মাধৱদেৱৰ ৰচনাত সহৃদয় পাঠক মাত্ৰেই আশা কৰাটো স্বাভাৱিক। ৰামৰ এনেকুৱা বাল্যলীলাসমূহৰ ক্ষেত্ৰত মাধৱদেৱে আমাক নিৰাশ কৰিছে। তেখেতে ড° বৰুৱাই ভবাৰ দৰে যদি কৃত্তিঃৰামায়ণৰ আধাৰত আদিকাণ্ড ৰচনা কৰিলেহেঁতেন, অন্ততঃ তাৰ প্ৰেৰণাতে তেখেতৰ স্বাভাৱিক বাৎসল্য-প্ৰীতি জাগি উঠিলেহেঁতেন।

কৃত্তি: ৰামায়ণত থকা ৰামৰ মৃগয়া তথা ৰাম-লক্ষ্মণ ঘৰলৈ সময়মতে ঘূৰি নহাত দশৰথ-কৌশল্যা আদিৰ অন্বেষণৰ কাহিনীৰ বাহিৰেও অন্য বহুত

অবাল্মীকীয় কাহিনী ৰামায়ণৰ আদিকাণ্ডত নাই।

॥ বালক ৰাম আৰু গুহ চাণ্ডালৰ মিত্ৰতা ॥

বাল্মী০ ৰামায়ণৰ অযোধ্যাকাণ্ডত নিষাদৰাজ গুহক ৰামৰ প্ৰিয়সখা, আত্মসম সখা বোলা হৈছে [৭] যদিও ৰামৰ আৰু গুহৰ মিত্ৰতা কি সূত্ৰত কেনেকৈ হৈছিল, সেই বিষয়ে একো কথা নাই। মাধৱদেৱৰ আদিকাণ্ডত গুহৰ লগত ৰামৰ বাল্যকালতে মিত্ৰতা বন্ধন হোৱাৰ কাহিনী দাঙি ধৰা হৈছে। কৃত্তি: ৰামায়ণতো একে ধৰণেই এই কাহিনী বৰ্ণোৱা হৈছে যদিও দুয়ো ঠাইৰ বৰ্ণনাত অনেক কথা অমিল হোৱাও দেখা যায়। তাৰ ভিতৰত গুহৰ পূৰ্ব-বৃত্তান্তৰ প্ৰসংগটো বিশেষভাৱে উল্লেখযোগ্য।

মাধৱদেৱে ৰাম আৰু গুহৰ মিত্ৰতা বন্ধনৰ কাহিনী এই দৰে বৰ্ণনা কৰিছে —

পুষ্যা নক্ষত্ৰত দশৰথ মহাবীৰ।
চাৰি পুত্ৰ সমে গৈলা ভাগীৰথী তীৰ॥
স্নান দান তৰ্পণ কৰিয়া নৃপবৰ।
দেৱ ঋষি পিতৃক তৰ্পিল নিৰন্তৰ। ৭৫

সেই সময়তে এক অদ্ভুত মিলিল। গুহ নামেৰে চণ্ডাল নৃপতিয়ে সসৈন্যে আহি দশৰথক অৱহেলা কৰি গঙ্গাত স্নান কৰিলে। এই গুহ 'পূৰ্বত ব্ৰাহ্মণ আছি অধৰ্ম কৰিল / সেই পাপে চণ্ডাল যোনিত উপজিল'।

দশৰথে চণ্ডালৰ দৰ্প দেখি তেওঁক ধৰি আনিবলৈ সৈন্যসকলক আদেশ দিলে। ফলত দশৰথ আৰু গুহৰ সৈন্যৰ মাজত তুমুল ৰণ লাগিল। দশৰথৰ আদেশমতে গুহক জীৱন্তে বন্দী কৰি অনা হ'ল। ৰামক দেখি

---

৭ তত্ৰ ৰাজা নিষাদানাং ৰামস্য দয়িতঃ সখা।
ধাৰ্মিকঃ সত্যবাদী চ গুহো নাম মহাবলঃ॥ (গৌ: ২।৪৭।৯)

আৰু

তত্ৰ ৰাজা গুহো নাম ৰামস্যাত্মসমঃ সখা।
নিষাদজাত্যো বলবান্ স্থপতিশ্চেতি বিশ্ৰুতঃ॥ (দাক্ষি: ২।৫০।৩৩)

গুহৰ পূৰ্ববৃত্তান্ত মনত পৰিল। তেওঁ ৰামৰ চৰণত প্ৰণাম জনাই ক'লে — "আছিলোঁ ব্ৰাহ্মণ মই পূৰ্ব জনমত"। ৰামৰ বংশত জন্মা মহাধৰ্মশীল ৰজা ভগীৰথে ব্ৰহ্মাক আৰাধি 'ব্ৰহ্মলোক হন্তে গঙ্গা নমাৱা আনিল' আৰু 'বিষ্ণু পদৰজমিশ্ৰ তুলসী সহিত / তৈল সৰ্বোত্তম গঙ্গা জগতে বিদিত'॥ এনেহেন গঙ্গাত ব্ৰাহ্মণজনে গৰ্ব কৰি স্নান নকৰাৰ কাৰণে গঙ্গাই তেওঁক অভিশাপ দিলে —

এহি পাপে তোৰ জন্ম হৈবে চণ্ডালত ॥ ৭৭০
গুহ নামে হৈবি তই ৰাজা চণ্ডালৰ।
× × একশত জন্ম মোত্ত ভক্তি কৰ যেৱে।
ইটো পাতকৰ বিপ্ৰ মুক্ত হৈবি তেৱে॥
যে'ৱ দৰশন তই পাস শ্ৰীৰামক।
একে জন্মে তোৰ তেবে খণ্ডিব পাতক ॥ ৭৭২

সেই মতে ব্ৰাহ্মণজন জন্মান্তৰত চণ্ডাল হ'ল আৰু ৰঘুবংশত অৱতাৰ হোৱা নাৰায়ণক দৰশন কৰি তেওঁৰ পাপৰ অন্ত হ'ল। তেওঁ এই বুলি ৰামৰ শৰণ পশিলে —

তোমাৰ চৰণে আৱে লৈলোঁহো শৰণ।
তুমি বিনে আন গতি নাহি আনজন ॥
সদা সেৱা কৰি মই থাকিবো তোমাক॥
তোমাৰ পিতৃত মাগি লৈয়োক আমাক ॥ ৭৭৪

সেই মতে ৰামে দশৰথৰপৰা বন্দী গুহক খুজি ল'লে আৰু গুহক অনেক বস্ত্ৰ-অলংকাৰ দি আশ্বাস কৰিলে, অনেক গ্ৰামদেশৰ শাসন দান কৰি "আজি ধৰি গুহ তুমি ভৈলা মোৰ মিতা" বুলি মিত্ৰতা স্থাপন কৰিলে। তেতিয়া গুহই অনেক ভকতি কৰি ৰামক স্তুতি কৰিবলৈ ধৰিলে —

কৈব মই হীন জাতি চণ্ডাল অধম।
তুমি ত্ৰিজগত গুৰু ঈশ্বৰ পৰম॥
ব্ৰহ্মা হৰে নজানন্ত যাহাৰ মহিমা।
চাৰি বেদে কহি যাৰ নপাৱন্ত সীমা॥ ৭৭৯

× × × নাহিকে তোমাত জাতি আচাৰ বিচাৰ।
তয়ু পদে শৰণ কৰোক মাত্র সাৰ ॥
× × এতেকে অজৰামৰ হোৱে সিটো জন।
লৈলো আজি মাত্র মই তোমাত শৰণ ॥
এতেকতে মোক মিত্র বুলিয়া ধৰিলা।
এহিতো অতৰ্ক তয়ু বিপৰীত লীলা ॥ ৭৮১

শৰণ-গ্ৰহণ কৰা মাত্ৰকে মিত্র বুলি গ্ৰহণ কৰা গুহই ৰামক বিদায় ক্ষণত এই বুলি প্রার্থনা কৰিলে—

তোমাৰ চৰণে ৰতি নুগুচোক মোৰ।
যাক দৰশনে পাপ এৰাইলো দুৰ্ঘোৰ ॥ ৭৮৪
ধৰিবাহা আমাক দাসৰ বুলি দাস।
জন্মে জন্মে এহি চৰণত হৌক আশ ॥

তাৰ পাছত ৰামক প্ৰণতি জনাই, ৰামৰ পাদপদ্মযুগল হৃদয়ত ধৰি গুহ নিজ ঠাইলৈ গুচি গ'ল।

কৃত্তিঃ ৰামায়ণৰ মতে এদিন পুণ্য তিথি পাই দশৰথে চাৰিপুত্ৰক লগত লৈ গঙ্গাস্নান কৰিবলৈ গ'ল। অমাৱস্যা তিথিত হ'বলগীয়া গ্ৰহণকালত ৰামৰ কল্যাণৰ অৰ্থে দানধৰ্ম কৰিবলৈ সসৈন্যে গঙ্গাযাত্ৰা কৰা দশৰথক বাটতে নাৰদে লগ পালে। নাৰদে জানিবলৈ বিচৰাত দশৰথে তেওঁৰ গঙ্গাস্নানৰ উদ্দেশ্য ব্যক্ত কৰিলে। তেতিয়া—

মুনি কহে দশৰথ তুমি ত অজ্ঞান।
ৰামমুখ দেখিলে কে কৰে গঙ্গাস্নান ॥
পতিতপাৱনী গঙ্গা পৃথিবী মণ্ডলে।
সেই গঙ্গা জন্মিলেন যাৰ পদতলে ॥
সেই দান সেই পুণ্য সেই গঙ্গাস্নানে।
পুত্ৰভাবে দেখ তুমি প্ৰভু নাৰায়ণে।

মুনিৰ কথা শুনি গঙ্গাযাত্ৰাৰ পৰা বিৰত হ'ব খোজা দশৰথক 'গঙ্গাৰ

মহিমা আমি কি বলিতে জানি' বুলি ৰামে গঙ্গালৈ যাবলৈ সন্মত কৰিলে।

সেই সময়তে তিনিঃকোটি চণ্ডালৰে বেষ্টিত হৈ গুহকে দশৰথৰ সৈন্যক আগচি ধৰিলে। গুহকে দশৰথক ক'লে — 'মোৰ দেশ ভাঙি তুমি বাটত পৰিণত কৰিব খুজিছা নেকি? তুমি বাৰে বাৰে মোৰ ৰাজ্যৰ মাজেদি যোৱাৰ কাৰণে সৈন্যবিলাকে মোৰ ৰাজ্য ভাঙি পেলাইছে। গঙ্গাস্নান কৰিবলৈ মন থাকিলে তুমি অন্য পথেদি যোৱা।' যদি একান্তই দশৰথ গুহৰ ৰাজ্যৰ মাজেদি যাব খোজে, তেনে ৰামক দেখুৱাবলৈ গুহই দশৰথক দাবী কৰিলে। দশৰথে কিন্তু ৰামক ৰথত লুকুৱাই থৈ নিজে যুদ্ধ কৰি গুহক বন্দী কৰিলে। বন্দী গুহই ৰামৰ দৰ্শন পাবলৈ এটা বুদ্ধি ক'ৰিলে। তেওঁ ভৰিৰে ধনু ধৰি ভৰিৰেই শৰ মাৰিবলৈ ধৰিলে। তাকে দেখি ভয়ত এই কথা ৰামক ক'লেগৈ। কৌতূহলবশত. ৰাম গুহৰ ওচৰ পালেহি। তেতিয়া গুহই ৰামক প্ৰণাম কৰি তেওঁ যে বশিষ্ঠৰ শাপগ্ৰস্ত ৰামদেৱহে সেই কথা বিৱৰি ক'লে। তাৰ পাছত গুহই অনাথৰ নাথ ভকতবৎসল কৰুণাসাগৰ হৰি বুলি ৰামক চৰণপৰশেৰে তেওঁক মুক্ত কৰিবলৈ কাতৰ প্ৰাৰ্থনা জনালে। তাৰ পাছত ৰামৰ আজ্ঞামতে লক্ষ্মণে অগ্নি প্ৰজ্বলিত কৰিলে আৰু ৰামে অগ্নি সাক্ষী কৰি গুহৰ লগত মিত্ৰতা বন্ধন কৰিলে। গুহই বিদায় লোৱাৰ পাছত দশৰথে গঙ্গাতীৰলৈ গৈ সূৰ্য্যগ্ৰহণ উপলক্ষে স্নান-দান আদি কৰিলেগৈ।

ৰাম আৰু গুহ চাণ্ডালৰ মিত্ৰতাবন্ধনৰ কাহিনী বেলেগ ৰূপত সপ্তোপাখ্যান, ওড়িয়া ৰামায়ণ আদি গ্ৰন্থতো আছে, গঙ্গাস্নানৰ প্ৰসংগ তাত নাই। এই কাহিনীৰ বৰ্ণনাত মাধৱদেৱৰ আদিকাণ্ড আৰু কৃত্তিবাসৰ ৰামায়ণত থকা মূল পাৰ্থক্য সমূহ এই — (১) আদিকাণ্ডত দশৰথে পুষ্যা নক্ষত্ৰত গঙ্গাযাত্ৰা কৰিছে, কৃত্তিঃৰামায়ণত অমাৱস্যাত সূৰ্যগ্ৰহণৰ সময়ত। (২) আদিকাণ্ডত দশৰথে গঙ্গাত স্নান-দান তৰ্পণাদি কৰাৰ পাছত গুহই দশৰথক অৱজ্ঞা কৰি গঙ্গাত স্নান কৰাৰ বাবে দুয়োৰে মাজত যুদ্ধ হৈছে; কৃত্তিঃ ৰামায়ণত গঙ্গালৈ গুহৰ ৰাজ্যৰ মাজেদি যোৱাৰ কাৰণে দশৰথ আৰু গুহৰ মাজত যুদ্ধ হৈছে। ইয়াত গুহ বিদায়ৰ পাছতহে দশৰথে গঙ্গালৈ গৈ স্নানাদি কৰিছে। ইয়াত দশৰথৰ গঙ্গাযাত্ৰাৰ উদ্দেশ্য ৰামৰ কল্যাণাৰ্থে গ্ৰহণকালত দান আদি কৰা।

(৩) মাধৱদেৱৰ আদিকাণ্ডত নাৰদৰ লগত দশৰথৰ সাক্ষাৎ হোৱাৰ কথা নাই, (৪) বন্দী গুহই ভৰিৰে ধনুশৰ মৰাৰ কথা নাই (৫) অগ্নিসাক্ষী কৰি ৰামে গুহৰ লগত মিত্ৰতা বন্ধন কৰা কথা নাই। (৬) কৃত্তিঃ ৰামায়ণত ৰামে গুহক বস্ত্ৰাদি আৰু গ্ৰাম-দেশৰ শাসন দান কৰাৰ কথা নাই। (৭) গুহৰ পূৰ্ববৃত্তান্তটোৰ ক্ষেত্ৰত দুয়ো ঠাইতে সামান্য সাদৃশ্যও নাই।

ইমানখিনি মৌলিক পাৰ্থক্য থকা সত্বেও বালক ৰাম আৰু গুহৰ মিত্ৰতাৰ কাহিনীটো মাধৱদেৱে কৃত্তিবাসৰ আধাৰত লিখা বুলি ক'বলৈ টান কথা। এই বিষয়ত দুয়োজন কবিৰে এক উমৈহতীয়া উৎস থকা বুলি অনুমান হয়।

॥ ভৰদ্বাজৰ আশ্ৰমত ৰামৰ দিব্য ধনুৰ্বাণ প্ৰাপ্তি ॥

গঙ্গাস্নান কৰি প্ৰত্যাৱৰ্তন কৰিব খোজোঁতেই সূৰ্য্য অস্ত যোৱাত দশৰথে ভৰদ্বাজৰ আশ্ৰমত ৰাতিটো কটোৱাৰ কাহিনী কৃত্তিবাস আৰু মাধৱদেৱ, দুয়োজনৰে ৰচনাত আছে। ভৰদ্বাজৰ আশ্ৰমত ইন্দ্ৰই স্বপ্নত আহি ৰামক দিব্য ধনুৰ্বাণ দি যোৱাৰ কথা দুয়ো ঠাইতে অলপীয়া পৰিৱৰ্তনেৰে বৰ্ণনা কৰা হৈছে। এই কাহিনী আমি এতিয়ালৈকে অন্য ক'তো পোৱা নাই।

মাধৱদেৱৰ আদিকাণ্ডত দশৰথে ভৰদ্বাজৰ আশ্ৰমত গৈ চাৰিপুত্ৰ সমন্বিতে ঋষিৰ চৰণত প্ৰণাম জনালে আৰু ঋষিয়েও বেদমন্ত্ৰ উচ্চাৰণ কৰি তেওঁলোকক আশীৰ্বাদ কৰিলে আৰু নানা বিধ দ্ৰব্যেৰে অতিথি সৎকাৰ কৰিলে। কৃত্তিঃৰামায়ণত দশৰথে গৈ ঋষিক নমস্কাৰ কৰি ক'লে "আনিয়াছি চাৰিপুত্ৰ দেখি মুনিবৰ॥ আশীৰ্বাদ কৰ চাৰিপুত্ৰ তপোধন" বুলি নিবেদন কৰিলে। ভৰদ্বাজে ৰামক দেখি ভাবিলে, 'বৈকুণ্ঠ হইতে বিষ্ণু আইলা আপনি।' ভৰদ্বাজে দূৰ্বাদল শ্যামতনু ৰামৰ 'পৰম আকাৰ' দৰ্শন কৰিবলৈ পালে, ধ্বজ বজ্ৰ অংকুশে শোভিত পাদাম্বুজেৰে সৈতে শংখ চক্ৰ-গদা-পদ্মধাৰী সেই চতুৰ্ভুজ ৰূপত শংকৰ বিৰিঞ্চি আদি যত দেৱগণ আৰু সমস্ত ভুবন সোমাই আছে। তেতিয়া 'মুনি বলে ৰাজা তব সকল তনয়/পুত্ৰভাবে দেখ ৰাজা দেব নাৰায়ণ'॥ আদিকাণ্ডত পাছদিনা ৰামে যেতিয়া ইন্দ্ৰ আদি দেৱগণে দি যোৱা ধনুৰ্বাণ দেখুৱালে তেতিয়াহে ধ্যান কৰি 'জানিলন্ত ঋষি ৰাম নোহন্ত মানুষ/ভৈলা অৱতাৰ বিষ্ণু পৰম পুৰুষ'। এই পৰম পুৰুষ ৰামক ৰাৱণবধৰ উদ্দেশ্যে দেৱ-

ৰামে অজয় ধনুৰ্বাণ দি থৈ গৈছে ( ৭৯১ পদ )। ইয়াত ৰামক প্ৰথমতে দেখি-বলৈ পাই ভৰথাজৰ কেৱল বজমনহে হৈছিল।

অতিথি সংকাৰৰ পাছত ছয়োখন গ্ৰন্থতে ভৰথাজে ৰামক লগত লৈ শয়ন কৰিছে। আদিকাণ্ডত ইন্দ্ৰ আদিক ৰামে স্বপ্নত দেখিছে ; কৃত্তি: ৰামায়ণত কিন্তু ভৰথাজেহে দেখিছে।

আদিকাণ্ডত ৰামৰ স্বপ্নবৃত্তান্তমতে ইন্দ্ৰসমে সমস্ত দেৱগণ আহিল। পুৰন্দৰে ৰামক অভিষেক কৰিলে আৰু 'মন্ত্ৰে সমে দিলা সৰে দিব্য ধনুশৰ।' ইন্দ্ৰই ৰামক ক'লে — "এহি ধনুশৰে শত্ৰু কৰিবা নিৰ্ঘাণ।" ৰামে পুৱা সাৰ পাই দেখে যে তেওঁৰ হাতত দিব্য ধনুশৰ আৰু 'কৰে ফট ফট মনে মন্ত্ৰ নিৰন্তৰ।' ৰামৰ লগতে শয়ন কৰা ভৰথাজে সাৰ পাই ৰামৰ হাতত ধনুশৰ দেখি বিস্মিত হ'ল।

পুৱাতে উঠি স্নানাদি কৰি ৰামে সেই সময়ত এক্তে ঠাইতে থকা দশৰথ আৰু ভৰথাজক গৈ কৰপুটে স্বপ্নৰ বৃত্তান্ত জনালেগৈ। ঐৰাৱতত উঠি আহি ইন্দ্ৰই মন্ত্ৰ সমন্বিতে ধনুশৰ দিয়া আৰু দেৱগণে "এহি ধনুৰ্বাণে জিনিবাহা শত্ৰুগণ' বুলি কৈ সকলো অন্তৰ্ধান হোৱাৰ বিৱৰণ দি ৰামে মুনি আৰু বতাক ধনুৰ্বাণ দেখুৱাত সকলো বিস্মিত হ'ল। ভৰথাজে ধ্যানৰ দ্বাৰা ৰামৰ স্বৰূপ বুজিব পাৰিলে। ভৰথে ৰামক স্বপ্নৰ ফল বুজাই ক'লে। দশৰথ সপুত্ৰে অযোধ্যালৈ উভটিল।

কৃত্তি: ৰামায়ণৰ মতে ৰামক লগত লৈ শুই থকা ভৰথাজে ৰাতি দুই পহৰ যাওঁতে স্বপ্নত দেখিলে, দেৱৰাজে তেওঁৰ পিতানত ধনুশৰ থৈ সেই ধনুশৰ ৰামক দিবলৈ ঋষিক নিৰ্দেশ দিছে। পুৱা দশৰথে ৰামক 'তোমাৰে দিলে ধনুৰ্বাণ দেৱৰাজে' বুলি ধনুশৰ প্ৰদান কৰিলে। প্ৰণাম জনাই ধনুশৰ গ্ৰহণ কৰি ৰামে নি পিতাকক দেখুৱালে।

দশৰথ অযোধ্যালৈ ঘূৰি যোৱাৰ কথা কৈ মাধৱদেৱে বাৰ ফাঁকি পদত ( ৮০১—৮১২ ) ৰামৰ লোকোত্তৰ গুণৰাজি, ৰামৰ 'নিজগুণ যশ কৃপায়ে প্ৰচাৰ' কৰাৰ অভিপ্ৰায়ে অৱতাৰ গ্ৰহণ আৰু সভাসদগণক ৰামৰ চৰণত ৰতিস্থাপন কৰিবলৈ উপদেশ দিছে।

॥ বিশ্বামিত্ৰৰ আগমন ॥

বাল্মী. ৰামায়ণৰ মতে এদিন দশৰথে তেওঁৰ পুত্ৰসকলৰ বিয়াৰ সম্পৰ্কে আত্মীয় তথা পুৰোহিতসকলৰ লগত কথা-বতৰা পাতি থাকোঁতেই মহাতেজস্বী মহামুনি বিশ্বামিত্ৰ উপস্থিত হ'লহি ( অভ্যাগচ্ছন্ মহাতেজো বিশ্বামিত্ৰো মহামুনি । ১।১৮।৩৯ ) গাধিপুত্ৰ কৌশিক বিশ্বামিত্ৰ আহিছে বুলি দুৱৰীয়ে জনোৱাত দশৰথে পুৰোহিতৰ সৈতে গৈ বিশ্বামিত্ৰক আগবঢ়াই আনিলে। দশৰথে ব্ৰতাগ্ৰহী তপস্বী দীপ্তিমান বিশ্বামিত্ৰক দেখি হৰ্ষবদনেৰে অৰ্ঘ্যদান কৰিলে ৮। ৰজাৰ অৰ্ঘ্যগ্ৰহণ কৰি কুশল বাৰ্তা সুধি বিশ্বামিত্ৰই বশিষ্ঠ আৰু অন্য ঋষিসকলক সাক্ষাৎ কৰিলে। পূৰ্বে ৰাজৰ্ষি আখ্যাৰে ভূষিত আৰু পাছত পৰম তপস্যাৰ বলত ব্ৰহ্মৰ্ষি পদ লাভ কৰা ৯ বিশ্বামিত্ৰৰ আগমনত দশৰথৰ আনন্দৰ সীমা নোহোৱা হ'ল। বিশ্বামিত্ৰৰ কি মনোৰথ পূৰণ কৰি ৰজা অভ্যুদয়ৰ ভাগী হ'ব, সেইকথা বিনীতভাৱে তেওঁ ঋষিক সুধিলে। দশৰথৰ সাদৰ বচন শুনি বিশ্বামিত্ৰই সন্তুষ্ট মনেৰে ক'লে — "হে ৰাজসিংহ, মহান্ বংশত জন্ম লাভ কৰা আৰু বশিষ্ঠৰ নিচিনা উপদেশদাতা থকা আপোনাৰ কাৰণে এয়া যোগ্য কথা হৈছে ; জগতত অন্য কাৰো বচন এনে নহয় ( বা: ১।১৯।২ )।" তাৰ পাছত বিশ্বামিত্ৰই সিদ্ধিলাভৰ অৰ্থে আৰম্ভ কৰা ব্ৰতত দুজন শিক্ষিত আৰু বলৱান ৰাক্ষস মাৰীচ আৰু সুবাহুৱে ( মাৰীচশ্চ সুবাহুশ্চ বীৰ্যৱন্তৌ সুশিক্ষিতৌ ১।১৯।৫ ) ৰক্ত-মাংস ছটিয়াই বিঘিনি ঘটোৱাৰ কথা জনালে আৰু ব্ৰতভংগৰ ভয়ত সেই ৰাক্ষসক ঋষিয়ে শাপো দিব নোৱাৰে বুলি কৈ দশৰথক ৰামক খুজিলে। দশৰথৰ জ্যেষ্ঠ পুত্ৰ শ্ৰেষ্ঠ বীৰ ৰামে ঋষিৰ ৰক্ষণাবেক্ষণত নিজৰ দিব্য তেজেৰে বিঘ্নকাৰী ৰাক্ষসবিলাকক বিনাশ কৰিব পাৰিব, ঋষিয়ে ৰামক বহুত ধৰণৰ শ্ৰেয়ঃ ( কল্যাণ ) প্ৰদান কৰিব আৰু তাৰ ফলত ৰাম ত্ৰিভুবনত বিখ্যাত হ'ব বুলিও দশৰথক ক'লে।

---

৮ স দৃষ্ট্বা জ্বলিতং দীপ্ত্যা তাপসং সংশিতব্ৰতম্।।
প্ৰহৃষ্টবদনো ৰাজা ততোঽৰ্ঘ্যমুপাহৰৎ। ( বা: ১।১৮।৪৩,৪৪ )

৯ পূৰ্বং ৰাজৰ্ষিশব্দেন তপসা দ্যোতিতপ্ৰভঃ ॥
ব্ৰহ্মৰ্ষিত্বমনুপ্ৰাপ্তঃ পূজ্যোঽসি বহুধা ময়া। ( বা: ১।১৮।৫৪,৫৫ )

বিশ্বামিত্ৰই আৰু ক'লে — "সত্য পৰাক্ৰমী মহাত্মা ৰামক মই জানোঁ। বশিষ্ঠ আৰু মহাতপস্বীসকলেও জানে। × × × বশিষ্ঠ প্ৰভৃতি মন্ত্ৰীসকলে যদি অনুমোদন কৰে আপুনি ৰামক মোৰ লগত পঠাওক। × × × আপোনাৰ কল্যাণ হওক, আপুনি মনত শোক আৰু চিন্তা নকৰিব।" ধৰ্মাত্মা বিশ্বামিত্ৰই এইদৰে কোৱাত মহা শোকত দশৰথ মূৰ্চ্ছিত হৈ পৰিল।

মাধৱদেৱৰ আদিকাণ্ডত প্ৰথমতে বিশ্বামিত্ৰ দশৰথৰ ওচৰলৈ অহাৰ কাৰণ বৰ্ণনা কৰিছে। মাৰীচ-সুবাহুৱে চৌদ্ধ কোটি ৰাক্ষসৰ সৈতে আহি বাৰে বাৰে বিশ্বামিত্ৰই আৰম্ভ কৰা 'পৰলোকহিত' যজ্ঞ নষ্ট কৰে। ঋষিয়ে কষ্ট কৰি শাপ দিলে সমস্ত ৰাক্ষস ভস্ম হয় যদিও তপ-ব্ৰত নষ্ট হ'ব কাৰণে ঋষিয়ে শাপ দিব নোৱাৰে। তেতিয়া ঋষিয়ে ধ্যান কৰি জানিব পাৰিলে যে 'ৰাক্ষস বধিতে, অৱতৰি হৰি, আছা দশৰথ ঘৰে।' মূলৰ সত্য পৰাক্ৰমী মহাত্মা ৰাম ইয়াত হৰিৰ অৱতাৰ বুলি বিশ্বামিত্ৰৰ মনত উপলব্ধি হৈছে। সেই ৰামক আনি ৰাক্ষস মৰাই-যজ্ঞ সমাধা কৰিবলৈ স্থিৰ কৰি বিশ্বামিত্ৰ অযোধ্যালৈ গৈছে।

দশৰথ ৰজাই পুত্ৰৱতে প্ৰজা পালি অযোধ্যাত বশিষ্ঠ প্ৰভৃতি পুৰোহিত আৰু সুমন্ত্ৰ প্ৰভৃতি মন্ত্ৰীৰে সৈতে সমাজ পাতি বহি আছে, যেন বৃহস্পতি আদিৰে বেষ্টিত দেৱৰাজ ইন্দ্ৰহে। তাতে গৈ বিশ্বামিত্ৰ উপস্থিত হ'ল। ইয়াত মূলৰ দৰে ৰজা দশৰথে পুত্ৰেকসকলৰ বিয়াৰ আলোচনা কৰি থকা নাই। দশৰথে ঋষিক দেখি সমাজৰ সৈতে উঠি থিয় হ'ল আৰু 'প্ৰণাম কৰিয়া, চৰণৰ ধূলি, মাথাত লৈলা সাদৰে'। ঋষিক সুবৰ্ণৰ আসনত বহিবলৈ দিলে, ঋষিয়ে সমস্তকে আশীৰ্বাদ দি আসনত বহিলে। দশৰথে চৰণ ধুৱাই পাদোদক শিৰত ললে, অৰ্ঘ্য দি ঋষিক অৰ্চনা কৰিলে। তাৰ পাছত কৰযোৰে কুশল বাৰ্তা সুধি "আজ্ঞা কৰিয়োক, সম্প্ৰতি তোমাৰ, সাধো মই কিবা কাজ"।

কৃত্তি: ৰামায়ণত ৰামক যজ্ঞৰক্ষাৰ বাবে আনিবলৈ জনকেহে বিশ্বামিত্ৰক পঠাইছে বুলিছে। তাত থকামতে মিথিলাৰ মুনিগণে আৰম্ভ কৰা যজ্ঞ ৰাক্ষসৰ কাৰণে পূৰ্ণ নহয় —

যজ্ঞ আৰম্ভ যেই কৰে মুনিবৰ।
কৰে বক্ত বর্ষণ মাৰীচ নিশাচৰ ॥
যজ্ঞহীন হৈলেক মিথিলা ভুবন।
কৰেন জনক স্তুতি লৈয়া মুনিগণ ॥

তেতিয়া বিশ্বামিত্ৰই অযোধ্যাৰ পৰা তেওঁ ৰামক আনোঁগৈ বুলি জনালে; কাৰণ ৰাক্ষসবধৰ বাবে ৰাম ৰূপত দশৰথৰ ঘৰত হৃষীকেশ অৱতীৰ্ণ হৈছে। তেতিয়া —

বলিলেন জনক শুন হে মহাশয়।
তুমি ৰক্ষা কৰিলে এ যজ্ঞ ৰক্ষা হয় ॥

এই কাহিনীৰ লগত মাধৱদেৱৰ পৰিচয় নাই।

'আদিকাণ্ড'ত বিশ্বামিত্ৰই দশৰথক তেওঁৰ আগমনৰ কাৰণ ৰূপে মাৰীচ-সুবাহুৱে তেওঁৰ যজ্ঞ উছন কৰাৰ কথা জনাই "ৰাক্ষসক মাৰি, যজ্ঞ ৰাখিবাক, ৰামক দিয়োক মোক" বুলি অনুৰোধ কৰিলে। সেই কথা শুনি ৰজাৰ মূৰত যেন বজ্ৰপাতহে হ'ল। তেওঁ উভয় সংকটত পৰি দুখত আত্মাৰ দেখিলে —

ৰামক নিদিলে শাপ দিয়া ঋষি বংশ কৰিবেক ছন।
ঋষিৰ লগত ৰামক পঠালে হৈবেক মোৰ মৰণ ॥ ৮২২

মূলত ঋষিৰ প্ৰস্তাৱ শুনিয়ে দশৰথ মূৰ্চ্ছিত হোৱাৰ ঠাইত ইয়াত ৰাজসুলভ বিবেচনাৰে তেওঁ বাস্তৱৰ মুখামুখি হৈছে। মূলত সংজ্ঞা পাই দশৰথে ঋষিক ক'লে — "ৰাজীৱ লোচন ৰামৰ এতিয়াও যোল বছৰেই হোৱা নাই। ( ঊনষোড়শবৰ্ষো মে ৰামো ৰাজীবলোচনঃ ); তেওঁ ৰাক্ষসৰ লগত যুদ্ধ কৰিবলৈ সমৰ্থ হ'ব বুলি মই ভবা নাই। অক্ষৌহিণী সেনাৰ অধিপতি মই নিজে ৰাক্ষসৰ লগত যুদ্ধ কৰিমগৈ। × × মোৰ ৰক্ষণাবেক্ষণত আপোনাৰ ব্ৰতচৰ্য্যা নিৰ্বিঘ্নে সমাপ্ত হ'ব ( ১।২০।১-৬ )।" দশৰথে ইয়াৰ উপৰিও বালক ৰাম সেই পৰ্য্যন্ত যুদ্ধবিদ্যাত নিপুণ হোৱা নাই আৰু ৰামৰ অবিহনে তেওঁ এক মুহূৰ্তও জীৱন ধাৰণ কৰি থাকিব নোৱাৰে বুলি ঋষিক ক'লে। ষাঠি হেজাৰ বছৰীয়া বৃদ্ধ দশৰথে ( ষষ্টিৰ্বৰ্ষসহস্ৰাণি ) কোনোমতে পুত্ৰৰূপে ৰামক লাভ কৰিছে। গতিকে তেওঁ ৰামক যুদ্ধলৈ পঠাব নোৱাৰে বুলি ঋষিক জনালে।

মাধৱদেৱৰ আদিকাণ্ডত দশৰথে ৰামক এই বুলি নপঠায় —

বাৰ বৰিষৰ ছাৱা ৰাম মোৰ শিশুমতি আতিশয় ॥
কিমতে ৰণত মাৰিবেক বাপে ৰাক্ষস বৰ দুৰ্জয় ॥
ব্ৰহ্মাৰ বৰত ৰাক্ষসগণৰ বাঢ়িল বল অপাৰ ।

পতিকে দশৰথে নিজে সৈন্য সৈতে গৈ ঋষিৰ যজ্ঞ ৰক্ষা কৰিব আৰু তেওঁ ৰামক দিব নোৱাৰে বুলি দৃঢ় বচন বুলিলে।

কৃত্তি ৰামায়ণত এই প্ৰসংগত দশৰথৰ সিন্ধুমুনিৰ অভিশাপৰ কথা মনত পৰিছে। ৰামক 'অত্যল্প বয়স' বুলি যুক্তি দৰ্শাই দিবলৈ অস্বীকাৰ কৰি দশৰথে যেতিয়া ঋষিক ইচ্ছামতে সৈন্যবাহিনী লৈ যাবলৈ কৈছে, তেতিয়া বিশ্বামিত্ৰই "কটকে খাইবে, কোথা এত পাব ধন" বুলি অকল ৰামক নিব খোজাৰ যুক্তি দেখুৱাইছে। এনেবিলাক বৰ্ণনাৰ ছাঁ মাধৱদেৱৰ আদিকাণ্ডত লেশ মাত্ৰও পৰা দেখা নাযায়।

বাল্মীঃ ৰামায়ণত বিশ্বামিত্ৰই মাৰীচ-সুবাহুৱে ৰাক্ষসৰাজ ৰাৱণৰ দ্বাৰা প্ৰেৰিত হৈ যজ্ঞত বিঘিনি ঘটোৱাৰ কথা ক'লত, সেই ৰাৱণৰ লগত স্বয়ং নিজেও যুদ্ধত মুখামুখি হ'ব নোৱাৰে বুলি দশৰথে ঋষিক জানিবলৈ দিয়ে। তথাপি মাৰীচ সুবাহুৰ ভিতৰত যি কোনো এজনৰ লগত দশৰথে সসৈন্যে সবান্ধৱে যুদ্ধ কৰিবলৈ প্ৰস্তুত বুলি জনাই ৰামক পঠাবলৈ একেবাৰে অসন্মত হয়। এইখিনি কথাৰ আভাস মাধৱদেৱৰ আদিকাণ্ডত পোৱা নাযায়।

মূলত দশৰথৰ কথা শুনি বিশ্বামিত্ৰ খঙত জ্বলি উঠিল। ঋষিয়ে খঙেৰে দশৰথক ক'লে — "তুমি পূৰ্বে মই বিচৰা বস্তু দিম বুলি প্ৰতিজ্ঞা কৰি এতিয়া তাক ত্যাগ কৰিব খুজিছা। ৰঘুবংশীসকলৰ কাৰণে এনে আচৰণ অশোভনীয়; ইয়াৰ দ্বাৰা বংশত বিপৰ্যয় ঘটিব। হে মহাৰাজ, তুমি যদি তাকে ভাল পাইছা, মই যেনেদৰে আহিছোঁ, সেইদৰেই গুচি যাওঁ। হে কাকুৎস্থ, তুমি প্ৰতিজ্ঞা ভংগ কৰি সুহৃদসকলৰ সৈতে সুখেৰে থাকা ( বাঃ ১।২১।১,৩ )।

মাধৱদেৱৰ আদিকাণ্ডত দশৰথে ৰামক নপঠাই নিজে যাব বুলি বিশ্বামিত্ৰক দুবাৰ প্ৰাৰ্থনা কৰিছে। প্ৰথমবাৰত ঋষিয়ে দশৰথৰ প্ৰস্তাৱ প্ৰত্যাখ্যান কৰি কৈছে —

ৰামত বিনাই ৰাক্ষস মাৰিতে শকতি আছে কাহাৰ ।
আমাক ভাণ্ডিয়া বচন বোলাহা বুজিলো বোল তোমাৰ ।। ৮২৫

এই বুলি কোপ প্ৰদৰ্শন কৰা ঋষিক দশৰথে ইন্দ্ৰ আদিবো অজেয় ৰাক্ষসক মাৰিবলৈ তেওঁৰ অবোধ ছৱাল ৰামক পঠাবলৈ ইতস্ততঃ কৰি দাতে তৃণ ধৰি পুনৰ সসৈন্যে ৰামক নিবলৈ প্ৰাৰ্থনা জনালে। সিমানতো যদি ঋষিয়ে ৰামক নিনিয়াকৈ নেৰে, তেনেহ'লে অযোধ্যাৰ সকলো মানুহ ৰামৰ লগতে তপোবনলৈ যাব ।

দশৰথৰ এই প্ৰস্তাৱ মাধৱদেৱৰ স্বতন্ত্ৰ উদভাৱনা ।

দশৰথৰ প্ৰস্তাৱ শুনি বিশ্বামিত্ৰই মহাকোপ ধৰি কলে —

ৰঘুৰ বংশত তুমি ভৈলা উতপতি ।
ধৰ্মশীল হুয়া অধৰ্মত ভৈলা ৰতি ।। ৮৩২
পুত্ৰৰ স্নেহত মোক কৰস নৈৰাশ ।
× × নজানস কত গুণ আছয় ৰামত ।
বাহুবলে জিনিবাক পাৰে ত্ৰিজগত ।। ৮৩৩
ৰাক্ষস মাৰিব ৰামে ইটো কোন কাজ ।
× × কপটে ভাণ্ডিয়া মোৰ আশা কৰ ভঙ্গ ।
সবংশে নশিবে পুনু মোৰ ভৈলে খঙ্গ ।। ৮৩৪

ইয়াৰ উপৰিও দশৰথে বশিষ্ঠৰ মন্ত্ৰণামতে বিশ্বামিত্ৰক অপমান কৰিছে বুলি ঋষিয়ে অভিযোগ তুলিছে ।

বাল্মীঃ ৰামায়ণত ধীমান বিশ্বামিত্ৰ কুপিত হোৱাত পৃথিৱী কঁপি উঠিল আৰু দেৱতাসকলৰ মহাভয় জন্মিল ১০। তেওঁৰ খঙত সমস্ত জগৎ ত্ৰস্ত হোৱা দেখি বশিষ্ঠই দশৰথক বিশ্বামিত্ৰৰ লগত ৰামক পঠাবলৈ উপদেশ দিলে। এইদৰে আদিকাণ্ডতো বিশ্বামিত্ৰ কুপিত হোৱা দেখি —

---

১০ তস্য ৰোষপৰীতস্য বিশ্বামিত্ৰস্য ধীমতঃ ।
চচাল ৰসুধা কৃৎস্না দেৱানাংচ ভয়ং মহৎ ।।
ত্ৰস্তৰূপং তু বিজ্ঞায় জগৎ সৰ্বং মহানৃষিঃ ।
নৃপতিং সুব্ৰতো ধীৰো ৰসিষ্ঠো ৰাক্যমব্ৰৱীৎ ।। ( ৰা. ১।২১।৪,৫ )

নিষ্ঠুৰ বচন ৰাজা শুনিয়া মুনিৰ।
পৃথিৱী কম্পয় যেন গাবে নোহে স্থিৰ॥
আক্ৰোক নৃপতি চৰাচৰ কম্পি গৈল।
প্ৰলয়ৰ কাল যেন উপগত ভৈল॥ ৮৩৬

খোজা বস্তু বিচাৰি নাপাই খণ্ডত সবংশে নাশ কৰিবলৈ ওলোৱা বিশ্বামিত্ৰৰ পৃষ্ঠভূমি শংকৰদেৱৰ হৰিশ্চন্দ্ৰ উপাখ্যানে প্ৰস্তুত কৰি থৈছে। তাত বিশ্বামিত্ৰই হৰিশ্চন্দ্ৰক কেইবাবাৰো সবংশে শাপ দিয়াৰ ভয় দেখুৱাইছে —

লৈয়ো ভেবে দেখ ৰাজা মোৰ ব্ৰহ্মবল।
মোৰ চণ্ড শাপে সবে বংশে যাইবি তল॥ ৩১৬ ইত্যাদি

মাধৱদেৱৰ আদিকাণ্ডত বিশ্বামিত্ৰই দশৰথক ৰামে বাহুবলে ত্ৰিভুৱন জিনিব পাৰে বুলি কোৱা কথা, ইতিমধ্যে ঋষ্যশৃঙ্গৰ ধ্যানৰ দ্বাৰা ৰাম ৰাক্ষস বধৰ কাৰণে অৱতীৰ্ণ হোৱা হৰি বুলি জনাৰ ভিত্তিত কোৱা হৈছে। দশৰথে ভৰ্ৎসনা কৰি কোৱা কথাখিনি মূলৰ ভিত্তিতে কোৱা হৈছে। এই প্ৰসংগত বিশ্বামিত্ৰই মূলত বশিষ্ঠৰ প্ৰতি কোনো বিদ্বেষ প্ৰদৰ্শন কৰা নাই যদিও অন্য প্ৰসংগত (১৷৫২-৬৫-সৰ্গ) বশিষ্ঠ-বিশ্বামিত্ৰৰ শত্ৰুতাৰ সুদীৰ্ঘ আখ্যান বৰ্ণনা কৰা হৈছে। এই আখ্যান মহাভাৰততো আছে। ইফালেদি মাৰ্কণ্ডেয় পুৰাণৰ আধাৰত শংকৰদেৱে ৰচনা কৰা হৰিশ্চন্দ্ৰ-উপাখ্যান কাব্যতো মূলতকৈ অধিক নিষ্ঠুৰ ৰূপত সজোৱা বিশ্বামিত্ৰৰ লগত বশিষ্ঠৰ বক আৰু শৰালিৰূপত এখন তুমুল যুদ্ধ লগাৰ বৰ্ণনা দিয়া হৈছে। এই পটভূমিতে মাধৱদেৱৰ বিশ্বামিত্ৰৰ মুখেদি 'আছন্ত বশিষ্ঠ তোৰ মন্ত্ৰণাৰ বাস/তাৰ বোলে অপমান আমাক লগাস" বুলি বশিষ্ঠৰ প্ৰতি বিদ্বেষৰ সূচনা দিছে।

আদিকাণ্ডত বশিষ্ঠই দশৰথক ৰামক বিশ্বামিত্ৰৰ লগত পঠাবলৈ দিয়া উপদেশখিনি মূলৰ অনুৰূপ। কেৱল মূলত কৃশাশ্ব আদি অস্ত্ৰৰ উৎপত্তি আৰু বিশ্বামিত্ৰই সেইবিলাক লাভকৰা যি পৰম্পৰাৰ বৰ্ণনা দিছে, মাধৱদেৱে তাৰ অৱতাৰণা কৰা নাই। আদিকাণ্ডত বিশ্বামিত্ৰৰ কোপ দেখি বশিষ্ঠই তমোময় দেখি দশৰথক কৈছে —

প্ৰথমে ঋষিক তুমি বুলিলা বচন।
বুলিয়োক ঋষি কিবা সাধো প্ৰয়োজন ॥ ৮৩৮
কদাচিতো ব্যৰ্থ নাহি বচন তোমাৰ।
× × সিটো অঙ্গীকাৰ আৰে লাবিবা কিমতে।
× × নকৰিবা ৰাজা সত্য ধৰ্ম পৰিহাৰ।
× × ঋষিৰ বচন ৰাখি ৰামক দিওক ॥ ৮৪১
× × নানা অস্ত্ৰে শস্ত্ৰে বিশ্বামিত্ৰ সুশিক্ষিত ॥
মুনি সবে অস্ত্ৰশিক্ষা দিবন্ত ৰামক।
তাকে লৈয়া ৰামে জিনিবেক ৰাক্ষসক ॥ ৮৪২

অৱশ্যে বশিষ্ঠৰ মুখত দিয়া নিম্নোক্ত বচনৰ ভিত্তি মূলত নাই —

বিশেষত বিষ্ণু ৰামৰূপে অৱতাৰ।
ৰাক্ষসকুলক ৰামে কৰিব সংহাৰ ॥

বাল্মী৹ৰামায়ণত বশিষ্ঠৰ কথামতে ৰামক পঠাবলৈ দশৰথ আনন্দ মনেৰে প্ৰস্তুত হ'ল, তেওঁ লক্ষ্মণৰ সৈতে ৰামক মতাই আনিলে আৰু ৰাণীসকল আৰু বশিষ্ঠৰ সৈতে মঙ্গলাচৰণ কৰি দুয়োকে বিশ্বামিত্ৰৰ লগত পঠাই দিলে ( ৰা ১।২২।১-৩ )। তাত লক্ষ্মণকো ৰামৰ লগত পঠাই দিয়াৰ কোনো যুক্তি দেখুৱা নাই। মাধৱদেৱৰ আদিকাণ্ডত 'জিজ্ঞাসা কৰন্ত ৰাজা ৰামক মাতিয়া।' পিতৃৰ বচন পালি ৰাম আনন্দ মনেৰে বিশ্বামিত্ৰৰ লগত যাবলৈ ওলাল। ৰজাই "ৰামে মোৰ ধন-জন জীৱ মন প্ৰাণ" ইত্যাদি বুলি আৰু "নিজ দাস বুলি পালিবাহা যত্ন কৰি" বুলি ঋষিৰ ওচৰত ৰামক সমৰ্পণ কৰিলে। সেই সময়তে হাতযোৰ কৰি উঠি লক্ষ্মণে ৰামৰ চৰণ বন্দন কৰি ক'লে —

মোক সঙ্গে নিয়া প্ৰভু জগতৰ পতি।
তোমাৰ চৰণ বিনে মোৰ নাহি গতি ॥
যথা তথা ৰাটতে নাথ নেৰিবা আমাক।
দাস হুয়া সেৱা প্ৰভু কৰিবো তোমাক ॥ ৮৫১

তেতিয়া দশৰথে আনন্দ মনেৰে দুয়ো পুত্ৰকে ঋষিক সমৰ্পণ কৰে।

ৰাম-লক্ষ্মণে বিদায় লোৱাৰ সময়ত দশৰথে দিয়া এই বুজনি মাধৱ-দেৱৰ নিজা উদ্ভাৱনা —

পালিবাহা তুয়ো ভাই ঋষিৰ বচন।
থাকিবাহা সদায় ঋষিৰ বুজি মন ॥
ঋষিৰ ক্রোধত সবে বংশ হৈব নাশ।
সৰ্বদায় থাকিবা ঋষিৰ পালি আশ ॥ ৮৫৩

তাৰ পাছত মাতৃসকল অন্তঃপুৰবাসীসকল তথা অযোধ্যাৰ প্ৰজাৰ পৰা বিদায় লৈ ৰাম-লক্ষ্মণে যাত্ৰা কৰাৰ বৰ্ণনা প্ৰায় মূলৰ নিচনা।

॥ ৰাম-লক্ষ্মণক লৈ বিশ্বামিত্ৰৰ যাত্ৰা ॥

মূলত সৰযূত তিনিও স্নান কৰাৰ পাছত বিশ্বামিত্ৰই অকল ৰামক বলা-অতিবলা নামৰ মন্ত্ৰদান কৰিছে। আদিকাণ্ডত "ত্ৰিভুৱনে সাৰ বিদ্যা দুভাইক দিলন্ত'। ইয়াত বলা-অতিবলাৰ নাম উল্লেখ কৰা নাই। মূলত সৰযূতীৰত এৰাতি কটাই পাছদিনা ৰাম-লক্ষ্মণ আৰু বিশ্বামিত্ৰ গৈ গঙ্গা আৰু সৰযূৰ সংগমস্থলত পূৰ্বে শিৱই কামদেৱক ভস্ম কৰা স্থান 'অনঙ্গ আশ্ৰম পোৱাৰ বৰ্ণনা দিয়া হৈছে। মাধৱদেৱে সেই আশ্ৰম মন্দাকিনীৰ পাৰত বুলি তাৰ সংক্ষিপ্ত বৰ্ণনা দাঙি ধৰিছে। মূলত অনঙ্গ আশ্ৰমৰ ঋষি সকলে যোগাৰ কৰি দিয়া নাৱত উঠি গঙ্গা পাৰ হওঁতে পানীৰ হো-হোৱনি শুনি 'সেয়া কি' বুলি ৰামে প্ৰশ্ন সোধা আৰু বিশ্বামিত্ৰই মানসসৰোবৰৰ পৰা আহি সৰযূ গঙ্গত মিলিত হোৱাৰ যি বৰ্ণনা দিয়া হৈছে, মাধৱদেৱে তাৰ উল্লেখ কৰা নাই। সেইদৰে গঙ্গাৰ দক্ষিণপাৰে গৈ পোৱা তাড়কাবনৰ বৰ্ণন-প্ৰসংগত মূলত থকা মলদ আৰু কৰুষ জনপদৰ উৎপত্তিৰ কথাতো মাধৱদেৱ নীৰৱ। কিশোৰ ৰাজকুমাৰজনৰ নজনাক জনাৰ কৌতূহল আৰু বজা তথা ঋষিৰ অভিজ্ঞভাৱে বৃদ্ধ বিশ্বামিত্ৰৰ নজনাটো জনোৱাৰ প্ৰবৃত্তি — এই দুয়োটা বিষয়তে মাধৱদেৱে যেন উদাসীনতা দেখুৱাইছে।

সেই জনপদ দুখনৰ অন্তৰ্ভুক্ত অঞ্চলটোতে কালক্ৰমত কামৰূপিণী যক্ষিণী তাড়কাই তেৰ যোজন ব্যাপি থকা অৰণ্যত বাস কৰিবলৈ ল'লে। সেই তাড়কাৰ গাত এহেজাৰ হাতীৰ বল। তাই সুন্দ নামৰ দৈত্যৰ পত্নী আৰু মাৰীচ

নামৰ ইন্দ্ৰৰ দৰে পৰাক্ৰমী ৰাক্ষসৰ মাক। 'মলদ আৰু কৰূষ জনপদৰ প্ৰজাৰে মাজত মাৰীচ তথা তাড়কাই ত্ৰাসৰ সৃষ্টি কৰিছে। বিশ্বামিত্ৰই ৰামক সেই তাটকা-বনলৈ গৈ তাইক বধ কৰিবলৈ কৈছে ( ৰা ১।২৪।২৫-৩২ )। মূলত বিশ্বামিত্ৰই ৰামৰ প্ৰশ্নৰ উত্তৰত তাটকা ( তাড়কা ) ৰ জন্ম, বিবাহ আৰু শাপপ্ৰাপ্তি প্ৰভৃতিৰ বৃত্তান্তও বৰ্ণনা কৰিছে ( ৰা: ১।২৫।৪-১৫ )।

মাধৱদেৱৰ আদিকাণ্ডত তাটকাবনৰ বৰ্ণনা অতি চমু; তাড়কাৰ জন্ম আদিৰ বৃত্তান্ত ইয়াত নাই। অনঙ্গক্ষেত্ৰ পাৰ হৈ তিনিওজন যেতিয়া তাড়কাৰ বনত উপস্থিত হ'ল, তেতিয়া ৰামে "কহিয়োক মুনি ইটো কাহাৰ নিবাস' বুলি সোধাত ঋষিয়ে "এহিতো বনত থাকে তাড়কা ৰাক্ষসী" বুলি কৈ তাড়কাৰ বৰ্ণনা এইদৰে কৰিছে —

বিকট দশন তাইৰ ৰূপে ভয়ংকৰ।
ব্ৰাহ্মণ তপস্বী মাৰি খাইলেক বিস্তৰ ॥ ৮৭২
× × ত্ৰৈলোক্যৰ লোক পাইলে পাৰয় খাইবাক ॥
চোবায়া গিলয় মাথা বৃদ্ধ মানুষৰ।
ছৱালৰ মুণ্ডে তাইৰ কুণ্ডল কৰ্ণৰ ॥ ৮৭৩
মনুষ্যৰ তেজে তাই বদন পখালে।
গাৱৰ কাপৰ তাইৰ মনুষ্যৰ ছালে ॥

ভয়ানক আৰু বীভৎস ৰসৰ এই বৰ্ণনা মাধৱদেৱৰ নিজা সৃষ্টি। এনেহেন ভয়ানক তাড়কাৰ ভয়ত মানুহ সেই পথেদি নাযায় বুলি কৈ বিশ্বামিত্ৰই দুটা বিকল্প পথৰ বৰ্ণনা কৰি তেওঁলোক তাৰ ভিতৰত কোনটো পথেদি যাব ৰামক সুধিছে —

আমি কোন পথে যাইবো কহিয়ো উপায় ॥ ৮৭৪
প্ৰহৰেক লাগে যেবে যাই এহি পথে।
তৃতীয় প্ৰহৰ লাগে দক্ষিণৰ পথে ॥
জগৰা এৰায়া যাও মোৰ হেন মন।

মূলত এনে দুটা বিকল্প পথৰ কথা নাই। কৃত্তিবাসী ৰামায়ণত দুটা পথৰ কথা কোৱা হৈছে যদিও ওপৰত বৰ্ণনাৰ লগত সি মিলি থকা নাই। তাত

বিশ্বামিত্ৰই কৈছে —

এই পথে যাই যবে তৃতীয় প্ৰহৰে।
এই পথে তিনি দিনে যাই মম ঘৰে॥
তিন প্ৰহৰেৰ পথে কিন্তু ভয় কৰি।
তাড়কা ৰাক্ষসী আছে মহা ভয়ংকৰী॥
তাড়িয়া ধৰিয়া খাই যত জীৱগণ।
কোন পথে যাই বল শ্ৰীৰাম-লক্ষ্মণ॥

মাধৱদেৱৰ আদিকাণ্ডত বিশ্বামিত্ৰই তাড়কাৰ ভয়ত নহয়, 'ভগৰা এৰাই' যাবৰ মনেৰেহে দূৰ পথটোৰেদি যোৱাৰ ইচ্ছা প্ৰকাশ কৰিছে। অযথা জঞ্জাল চপাই ল'বলৈ ইচ্ছা নকৰাটো বিশ্বামিত্ৰৰ দৰে বয়োবৃদ্ধ ঋষি এজনৰ পক্ষে নিতান্ত স্বাভাৱিক কথা। আদিকাণ্ডত বিশ্বামিত্ৰৰ প্ৰশ্নৰ উত্তৰত ৰামে 'চমু এৰি দূৰ পথে যাইবো কোন কাজে" বুলি হাঁহি মাৰি উত্তৰ দিছে।

কৃত্তিবাসী ৰামায়ণত ৰামে দূৰ বাটটোৰেদি নগৈ চমু পথেদিয়ে যাবলৈ ইচ্ছা প্ৰকাশ কৰি ভীতিগ্ৰস্ত বিশ্বামিত্ৰক বাটত যদি ৰাক্ষসীয়ে খাবলৈ আহে তেওঁ নিশ্চিত ভাবেই তাইক বধ কৰিব বুলি প্ৰতিশ্ৰুতি দিছে। [illegible] একালৰ মহাপ্ৰতাপী ৰাজৰ্ষি) বিশ্বামিত্ৰই ৰাক্ষসলৈ ভয় কৰি কাতৰতা প্ৰকাশ কৰাত ৰামে তাড়কাবধৰ প্ৰতিজ্ঞা কৰাতহে বিশ্বামিত্ৰ চমু পথটোৰেদি যাবলৈ সন্মত হৈছে। এই খিনিতে বিশ্বামিত্ৰৰ লগত ৰাম-লক্ষ্মণক পঠোৱাৰ প্ৰসংগত কৃত্তিবাসী ৰামায়ণত থকা ৰাম-লক্ষ্মণৰ কাহিনী এটাৰ উল্লেখ কৰি যাওঁ, যিটোৰ কিঞ্চিত আভাসো মাধৱদেৱৰ 'আদিকাণ্ড'ত নাই। যজ্ঞ ৰাখিবৰ কাৰণে ৰাম-লক্ষ্মণ দুয়োকে খোজা বিশ্বামিত্ৰক ৰামৰ স্নেহত দশৰথে দিব নোখোজাত বিশ্বামিত্ৰই ৰজাই আগ বঢ়োৱা সেনাবাহিনী গ্ৰহণ নকৰা কথা আগতে কৈ অহা হৈছে। তাৰ পাছত বিশ্বামিত্ৰই স্ত্ৰী-পুত্ৰ বেচি তেওঁক দক্ষিণা দিয়া ৰঘুবংশী হৰিশ্চন্দ্ৰৰ কথা সোঁৱৰাই দিলে। যিজন দশৰথে তেওঁৰ প্ৰাণসম পুত্ৰ ৰামক সত্য ৰক্ষাৰ কাৰণেই বনবাস দিছিলে, সত্যসন্ধ ৰামৰ জনক সেই দশৰথে বিশ্বামিত্ৰক প্ৰৱঞ্চনা কৰাৰ এক অযুক্তিকৰ কাহিনী কৃত্তিবাসে প্ৰস্তুত কৰিছে। তেওঁৰ মতে দশৰথে ভৰত-শত্ৰুঘ্নকে ঋষিৰ লগত পঠাই দিলে। 'ভূপতিৰ বঞ্চনায়

তাত তপোধন/মনে ভাবিলেন এই শ্ৰীৰাম-লক্ষ্মণ ॥' বৈ থাকোঁতে ৰাটত যেতিয়া ঋষিয়ে প্ৰকৃত কথা জানিলে তেতিয়া 'নিৰ্গত হইল তাঁৰ নেত্ৰে অগ্নি ৰাশি'। সেই অগ্নিয়ে অযোধ্যাৰ ঘৰ দগ্ধ কৰি পেলালে। ঋষি পুনৰ অযোধ্যালৈ অহাত ৰামে তেওঁক শান্ত কৰিলে আৰু ঋষিয়ে অমৃত নয়নেৰে চাই অযোধ্যাৰ অগ্নি নিৰ্বাপিত কৰিলে; এই ঋষিয়ে 'সকল কৰিতে পাৰে তপেৰ কাৰণ' (কেৱল যজ্ঞ ৰক্ষা কৰিব নোৱাৰে আৰু দশৰথৰ ফাঁকি ধৰা পেলাব নোৱাৰে।)।

॥ তাড়কা-বধ ॥

বাল্মীকি ৰামায়ণত বিশ্বামিত্ৰই তাড়কাৰ প্ৰজাপীড়নৰ বৰ্ণনা দি ৰামক সেই নিষ্ঠুৰকৰ্মা ৰাক্ষসীক বধ কৰিবলৈ নিৰ্দেশ দিওঁতে স্ত্ৰীবধৰ আশংকা কৰিব-লগীয়া নাই বুলি যুক্তি দৰ্শাইছে — "হে নৰশ্ৰেষ্ঠ ৰাম, তুমি স্ত্ৰীবধৰ চিন্তা কৰি তাইৰ প্ৰতি কৰুণা দেখুৱাব নালাগে। চতুৰ্বৰ্ণৰ হিতৰ অৰ্থে ৰাজপুত্ৰ একজনৰ এইটো এটা কৰ্তব্য" ইত্যাদি (বা: ১।২৫।১৭-২২)। বিশ্বামিত্ৰৰ এই কথা শুনি ৰামে কৰযোৰে কৈছিলে — "অযোধ্যাত গুৰুজনৰ সমাজত মোক মহাত্মা পিতা দশৰথে কৈছিলে — 'তুমি পিতৃ বচন বুলি অথবা পিতৃ বচনৰ প্ৰতি গুৰুত্ব প্ৰদান কৰি বিশ্বামিত্ৰৰ আদেশ বিনা শংকাই পালন কৰিবা, তেওঁৰ বচন কেতিয়াও লংঘন নকৰিবা।' পিতাৰ সেই উপদেশমতে ব্ৰহ্মবাদী আপোনাৰ কথামতে তাড়কাবধ কাৰ্য উত্তম কাৰ্য বুলি সম্পাদন কৰিম (বা ১।২৬।২-৪)।"

মাধৱদেৱৰ আদিকাণ্ডত ৰামে লক্ষ্মণৰ আগত এইবুলি শংকা প্ৰকাশ কৰিছে — "স্ত্ৰীবধে হৈবে পাপ কৰো কোন কাম।" তেতিয়া লক্ষ্মণে কৈছে —

পিতৃয়ে পঠাই আছে ঋষিৰ লগত ॥
মুনি যিবা বোলে কৰিবাহা সেহি কৰ্ম।
গুৰুৰ বচনে কিছু নাহিকে অধৰ্ম ॥ ৮৭৭

ৰাম-লক্ষ্মণৰ এইখিনি কথা মাধৱদেৱৰ নিজা সৃষ্টি। লক্ষ্মণে এইদৰে কোৱাৰ পাছত বিশ্বামিত্ৰই কৈছে —

ৰাক্ষসী মাৰিলে কিছু দোষ নোপজয়।
বিস্তৰক অপকাৰ যিজনে কৰয়।
নাহি দোষ তাক মাৰি পুণ্যসে লভয় ॥ ৮৭৮

তাড়কাই আৰু তাইৰ দুই পুত্ৰ মাৰীচ-সুবাহুৱে অপাৰ গৰু-ব্ৰাহ্মণ বধ কৰি খাইছে। মূলত মাৰীচ- সুবাহুক যথাক্ৰমে সুন্দ আৰু উপসুন্দৰ পুত্ৰ বোলা হৈছে ( সুতৌ সুন্দোপসুন্দয়োঃ ১।২০।২৫ )। কিন্তু কেৱল মাৰীচকহে তাড়কাৰ পুত্ৰ বুলিছে ( ৰা ১।২৫।৯ )।

আদিকাণ্ডত তাডকাবধৰ বৰ্ণনা মূলতকৈ বহুত সংক্ষিপ্ত যদিও প্ৰভাৱশালী। ইয়াত ৰামে 'একপাট শৰে ৰাক্ষসীৰ লৈলা প্ৰাণ'। মূলত ৰাম আৰু তাড়কাৰ যুদ্ধৰ বৰ্ণনা যথেষ্ট দীঘলীয়া।

বাল্মী° ৰামায়ণত তাডকা-বধৰ বাবে পৰম আনন্দিত হোৱা দেৱগণে বিশ্বামিত্ৰক দেৱকাৰ্যসাধক ৰামক প্ৰজাপতি কৃশাশ্বৰ পুত্ৰস্বৰূপ সমস্ত অস্ত্ৰ-অস্ত্ৰ প্ৰদান কৰিবলৈ কয়। তাডকাবধৰ পাছত ৰাতিটো তাতে কটাই পুৱা বিশ্বামিত্ৰই ৰামক দান কৰা অস্ত্ৰসমূহৰ সুদীৰ্ঘ তালিকা ইয়াত দিয়া হৈছে। মাধৱদেৱেও সেই অস্ত্ৰসমূহৰ তালিকা দিছে যদিও সেই বিলাকৰ নাম মূলত থকা নামবোৰৰ লগত সম্পূৰ্ণকৈ নিমিলে। আদিকাণ্ডত অস্ত্ৰসমূহ দিবলৈ দেৱতা- সকলে কোৱা নাই। মূলত কেৱল ৰামকহে বিশ্বামিত্ৰই অস্ত্ৰসমূহ দান কৰিছিল। আদিকাণ্ডত 'নানা অস্ত্ৰ শস্ত্ৰ মুনি দুইকো শিখাইলন্ত।'

বাল্মী° ৰামায়ণত বিশ্বামিত্ৰৰ সিদ্ধাশ্ৰম দেখি ৰামে তাৰ বিষয়ে সোধাত বিশ্বামিত্ৰই তেওঁৰ আশ্ৰমৰ পূৰ্ব বৃত্তান্ত কৈছে। সেই প্ৰসংগতে বামন অৱতাৰ ধৰাৰ আগতে হৰিয়ে সেই আশ্ৰমতে তপস্যা কৰি থকাৰ কথা আৰু বামন অৱতাৰৰ আখ্যান বৰ্ণনা কৰিছে। মাধৱদেৱৰ আদিকাণ্ডত তাৰ উল্লেখ নাই।

মূলৰ দৰে আদিকাণ্ডতো বিশ্বামিত্ৰই ছদিন ছৰাতি মৌন হৈ থাকি যজ্ঞ কৰিছে আৰু ৰাম-লক্ষ্মণে বিশ্বামিত্ৰৰ ( মূলত অন্য ঋষিসকলৰ নিৰ্দেশক্ৰমে ছদিন ছৰাতি উজাগৰে থাকি যজ্ঞ ৰক্ষা কৰিছে। মূলত ষষ্ঠ দিনা ৰাক্ষসবিলাক যজ্ঞ বিধ্বংস কৰিবলৈ আহিছে, সেইদৰে মাধৱদেৱৰ ৰচনাতো মাৰীচ-সুবাহু অনুচৰ ৰাক্ষসবিলাকৰ সৈতে ষষ্ঠদিনা যজ্ঞস্থলীত উপস্থিত হৈছে। মূলত মাৰীচ-সুবাহুক বাৰিষা কালত আকাশ ঢাকি উপস্থিত হোৱা মেঘৰ লগত তুলনা কৰাৰ দৰে ( আবাৰ্যগগনং মেঘো যথা প্ৰাবৃষি দৃশ্যতে ) মাধৱ-

দেৱেও তুলনা কৰা কথাটোৱে মূলৰ লগত কৱিজনাই শাবীয়ে শাবীয়ে পৰিচয় ঘটোৱাৰ প্ৰমাণ দিয়ে। মাধৱদেৱৰ মতে মাৰীচ-সুবাহুৰ লগত চৌদ্ধ কোটি নিশাচৰ আছিছিল, কৃত্তিবাসৰ মতে তিনি কোটি। বাল্মীকীয় ৰামায়ণত সংখ্যাৰ উল্লেখ নাই। মাধৱদেৱৰ মতে 'লক্ষ্মণে মাৰিয়া আঠ কোটি নিশাচৰ' আৰু 'ৰামৰ শৰত মৰি গৈল ছয় কোটি।'

॥ **মাৰীচ-নিগ্ৰহ** ॥

বাল্মী৹ ৰামায়ণৰ মতে ৰামে 'শীতেষু' নামৰ মানৱাস্ত্ৰ (মনুৰ দ্বাৰা প্ৰয়োগ হোৱা) নিক্ষেপ কৰি মাৰীচক শতযোজন দূৰত সমুদ্ৰত পেলালে। এই অস্ত্ৰৰ প্ৰভাৱত মাৰীচ অচেতন হৈ ঘূৰি ঘূৰি দূৰত পৰিলগৈ, মাৰীচৰ কিন্তু মৃত্যু নঘটিল। ৰামে আগ্নেয়াস্ত্ৰ প্ৰয়োগ কৰি সুবাহুক বধ কৰে আৰু বাকী ৰাক্ষসবিলাকক বায়ব্য অস্ত্ৰেৰে বধ কৰে (১।৩০।১৭-২৩।

মাধৱদেৱৰ আদিকাণ্ডত লক্ষ্মণেহে সুবাহুক বধ কৰিছে—

হেন দেখি সুবাহু ৰাক্ষস ভয়ংকৰ।
লক্ষ্মণক খেদি গৈল যম সমসৰ॥
দেখি ভল্ল শৰ জুৰি লক্ষ্মণে গুণত।
সন্ধানে হানিলা সুবাহুৰ হৃদয়ত॥ ৯২৫
মহা ছোটে ফুটিয়া মৰিলা দুৰাচাৰ।

**কৃত্তি:** ৰামায়ণত সুবাহু-বধৰ কথা নায়েই। আদিকাণ্ডত সুবাহুক লক্ষ্মণে বধ কৰা দেখি মাৰীচৰ বৰ খং উঠিল। ভয়ংকৰ আটাহ পাৰি মাৰীচে ৰামক খেদি যোৱাত ৰামে হাঁহি মাৰি পাঁচপাট শৰেৰে মাৰীচৰ হৃদয় ভেদি পেলালে আৰু বায়ুবাণ মাৰি মাৰীচক উকৰাই দিলে। তীব্ৰগতিত গৈ মাৰীচ লংকাত পৰিল, কোনোমতেহে তেওঁৰ প্ৰাণ ৰক্ষা পৰিল। ধাৰ-মুৰ ভাগি লংকাত অচেতন হৈ পৰা মাৰীচৰ পাছত—

বাণবিষে ক্ষণে ক্ষণে হোৱে জড়িভূত।
ৰামময় মাত্ৰ দেখে সকল জগত॥
ৰামে পাইলে বুলি ভয় হোৱে ৰুপনত।
ৰাঘৱৰ শৰে লৈয়া ফুৰে আকাশত॥ ৯২০

স্বপনে সচিতে সিটো ৰাম বিনে আন।
নেদেখয়, ৰামত লাগিল যেন ধ্যান ॥

এইদৰে ভয়ত সমস্ত জগত ৰামময় দেখা মাৰীচে 'বিষয়ৰ ভোগ ৰস' ত্যাগ কৰি ৰাৱণৰপৰা বিদায় লৈ 'তপ হেতু চলি গৈয়া ৰহিল বনত।'

বাল্মী০ ৰামায়ণত মাৰীচৰ এনে অৱস্থা হোৱাৰ বৰ্ণনা নাই। অৰণ্য-কাণ্ডত ৰাৱণে সীতা হৰণৰ উদ্দেশ্যে সহায় বিচাৰি গৈ মাৰীচক সমুদ্ৰৰ সিটো পাৰে (লংকাৰ বিপৰীতে) এক মনোৰম বনত পবিত্ৰ আৰু নিৰ্জন স্থানত এখন আশ্ৰমত পাইছিলে বুলি আছে। তেওঁৰ শৰীৰত কৃষ্ণ মৃগৰ চৰ্ম আৰু শিৰত জটা, তেওঁ নিয়মিত আহাৰ গ্ৰহণ কৰে [১১]। মাধৱকন্দলীয়েও এই-দৰেই মাৰীচৰ কথা লিখিছে (অৰণ্যঃ ৩০২২-২৩)।

বাল্মী০ ৰামায়ণত মাৰীচে ৰাৱণক কৈছিল যে বিশ্বামিত্ৰৰ যজ্ঞৰ সময়ত ৰামে তেওঁক বাণ মাৰি সমুদ্ৰত পেলোৱাৰ পাছতো তেওঁ মৃগৰূপ ধৰি দণ্ডকাৰণ্যত ঋষি-মুনি ভক্ষণ কৰি ফুৰিছিল আৰু সেই সময়ত তেওঁলৈ ৰামে ভয়ানক শৰ হানিছিল। সেইবাৰ ৰামৰ বাণৰপৰা ৰক্ষা পাই মাৰীচে প্ৰব্ৰজ্যা গ্ৰহণ কৰি সমাধিস্থ হৈ যোগত আত্মনিয়োগ কৰে। মাৰীচে সেই সময়ত সমস্ত অৰণ্য ৰামময় দেখে, ভয়ত সহস্ৰ সহস্ৰ ৰামক চকুৰ আগত দেখে। গছে গছে চীৰবস্ত্ৰ আৰু মৃগচৰ্ম পিন্ধা, হাতত ধনু লৈ থকা ৰামক দেখে, যেন হাতত পাশ লৈ যমহে ৰৈ আছে। নিৰ্জন ঠাইত মাৰীচে ৰামকে দেখে, স্বপ্নতো ৰামক দেখি উদ্‌ভ্ৰান্ত আৰু অচেতন হৈ পৰে। (বাঃ ৩।৩৯।১৪-১৭)।

মাধৱকন্দলীৰ অৰণ্যকাণ্ডত গৌড়ীয় পাঠত থকা সত্ত্বেও (গৌঃ ৩।৪৪ সৰ্গ) ৰামৰ হাতত মাৰীচে দ্বিতীয় বাৰ মৃগৰূপত ভীতিগ্ৰস্ত হোৱাৰ বৰ্ণনা নাই দিয়া। বিশ্বামিত্ৰৰ যজ্ঞৰ সময়ত ৰামৰ শৰে মাৰীচক তুলাৰ দৰে উৰু-

---

১১ তং তু গত্বা পৰং পাৰং সমুদ্ৰস্য নদীপতেঃ।
দদৰ্শাশ্ৰমমেকান্তে পুণ্যে ৰম্যে ৱনান্তৰে ॥
তত্ৰ কৃষ্ণাজিনধৰং জটামণ্ডলধাৰিণম্।
দদৰ্শ নিয়তাহাৰং মাৰীচং নাম ৰাক্ষসম্ ॥ (বাঃ ৩।৩৫।৩৭,৩৮)

ৱাই নি লংকাত পেলোৱাৰ কথাহে ইয়াত বাণৰ আগত মাৰীচে কৈছে। ৰামৰ সেই প্ৰহাৰ পায়েই মাৰীচে কি কৰিলে বৰ্ণোৱা হৈছে —

সবে পৰিহৰি সিকাৰণে তপ কৰো এহি তপোবন ॥
× × যেখন তেখন সুমৰন্তে দেখা হেৰ আসি পাইলে ৰাম ॥
এহিলে নিমিত্তে এৰিলোহো চাৰ ভাৰ্য্যা পুত্ৰ পৰিবাৰ।
প্ৰাণ অৱশেষ কেৱলে মোহোৰ তপ মাত্ৰ ভৈল সাৰ ॥

(পদ ৩০৫৪-৫৫)।

মাধৱদেৱে 'পূৰ্ববকবি অপ্ৰমাদী মাধৱকন্দলী'ৰ অনুসৰণ কৰি মূলত থকা মাৰীচৰ দ্বিতীয় পৰাভৱৰ কথা অৱতাৰণা নকৰিলে বুলি ধাৰণা হয়। আন হাতেদি মাধৱকন্দলীৰ ৰামায়ণত নাই যদিও ৰামৰ ভয়ত মাৰীচে তপোনে-সচিত্তে সৰ্বত্ৰ ৰামময় দেখাৰ বৰ্ণনা মূলৰ অনুসাৰে দাঙি ধৰিছে।

কৃত্তিঃ ৰামায়ণত এই সম্পৰ্কীয় বৰ্ণনা ভিন্ন ধৰণৰ। বিশ্বামিত্ৰৰ যজ্ঞ-ৰক্ষাৰ কালত ৰামৰ বজ্ৰবাণে বুকুত বিন্ধাত মাৰীচ লেটাই ঘূৰাদি ঘূৰি ঘূৰি সাতদিনৰ মূৰত লংকাত পৰেগৈ। তাৰ পাছত মাৰীচ সন্ন্যাসী হ'ল আৰু —

কহে, যদি মৰিতাম বালকেৰে বাণে।
কি কৰিত দস্যুবৃত্তি, কি কৰিত ধনে ॥
শিৰে জটা ধৰিয়া বাকল পৰিধান।
শয়নে স্বপনে কৰে ৰামময় ধ্যান ॥
বট বৃক্ষ তলে জপ কৈল আৰম্ভণ।
ৰাম বিনা মাৰিচেৰ অন্যে নাহি মন ॥

কৃত্তি. ৰামায়ণত মাৰীচ একেবাৰে ৰামৰ ভকত হৈ পৰিল।

॥ ঋষিসকলৰ, ৰামস্তুতি ॥

ৰাম-লক্ষ্মণে ৰাক্ষস সংহৰি ৰক্ষণাবেক্ষণ দিয়াত সুকলমে যজ্ঞ সমাপন হোৱাত সিদ্ধাশ্ৰমৰ মুনিগণে আনন্দিত হৈ ৰামক পূজা কৰিলে বুলি [১২] বাল্মী০

১২ স হত্বা ৰাক্ষসান্ সৰ্বান্ যজ্ঞঘ্নান্ ৰঘুনন্দনং।
ঋষিভিঃ পূজিতস্তত্ৰ যথেন্দ্ৰো বিজয়ে পুৰা ॥ (বাঃ ১।৩০।২৪)

ৰামায়ণত চমুকৈ বোৱাৰ ঠাইত মাধৱদেৱে ৰাক্ষসবিজয়ী ৰাম-লক্ষ্মণৰ ওপৰত দেৱগণে পুষ্প বৰ্ষণ কৰাৰ কথা কৈ বিস্ময়ান্বিত ঋষিসকলে ৰামৰ অদ্ভুত মহিমা ঘোষণা কৰাৰ বৰ্ণনা দিছে। দুই ভায়ে মহা-লীলা কৰি ক্ষেকতে চৌদ্ধ কোটি ৰাক্ষস মৰাত ঋষিসকলে কৈছে —

কৰ্ম দেখি জানিলোহো নুহিকা মানুষ।
ভৈলা অৱতাৰ হৰি পৰম পুৰুষ॥ ১২৪
ৰাক্ষস মাৰিয়া তাৰ কৰিবা নিৰ্যাণ।
সাধিবাহা জগতৰ পৰম কল্যাণ।
যাৰ নামে সাঙ্গ হোৱে ধৰ্ম কৰ্ম যত।
হেন তুমি ভৈলা আসি সহায় যজ্ঞত॥ ১২৫

ঋষিসকলে এই দুয়োৰে মহিমা বৰ্ণনাৰ পাছতহে বিশ্বামিত্ৰই পূৰ্ণাহুতি দি যজ্ঞ সমাপন কৰিছে। মাধৱদেৱৰ এই বৰ্ণনাত গুৰুজনে কীৰ্তনৰ 'পাষণ্ড মৰ্দন' অধ্যায়ত লিখা এই কথাৰ প্ৰভাৱ স্পষ্ট — 'পূৰ্ণ নুহি যত যজ্ঞৰ অংগ। হৰি নামে কৰে সবে সসাংগ'॥

মাধৱদেৱে যজ্ঞৰ অন্তত বিশ্বামিত্ৰই মুনিগণক ভোজন কৰোৱা, বস্ত্ৰাদি দান কৰি বিদায় দিয়াৰ বৰ্ণনাও দিয়া হৈছে ( পদ ১২৭-২৮ )।

বাল্মী০ ৰামায়ণত যজ্ঞ সমাপনত বিশ্বামিত্ৰই ৰামক মাত্ৰ এই বুলি প্ৰশংসা কৰিছে — "হে মহাবাহু মই কৃতাৰ্থ হ'লোঁ। তুমি গুৰুৰ বচনমতে কাম কৰিলা। হে মহাযশস্বী বীৰ, তুমি সিদ্ধাশ্ৰমৰ নামটো সাৰ্থক কৰিলা ( বা ১।৩০।২৬ )।" মাধৱদেৱৰ আদিকাণ্ডত বিশ্বামিত্ৰই ৰাম-লক্ষ্মণ দুয়োকে আশীৰ্বাদ কৰি ৰামক স্তুতি কৰিছে —

তুমি নাৰায়ণ দেৱ অনাদি অনন্ত।
তুমিসে যজ্ঞৰ ফলদাতা ভগৱন্ত॥
তুমিসে আপুনি ধৰ্ম কৰ্ম যজ্ঞ যত।
জানি সমৰ্পিলো যজ্ঞ তযু চৰণত। ১৩০
তুমিসে কেৱল সত্য বোলো পৰমাৰ্থ। ইত্যাদি

কোৱা বাহুল্য যে এয়াও মহাপুৰুষীয়া ধৰ্মৰ ৰঙেৰে ৰঞ্জিত বৰ্ণনা।

কৃত্তি: ৰামায়ণত বিশ্বামিত্ৰ বা অন্য ঋষিয়ে ৰামক স্তুতি কৰা নাই; বৰঞ্চ যজ্ঞ অন্ত হোৱাত ঋষিসকলে ৰামক আশীৰ্বাদ কৰিছে আৰু 'যজ্ঞ অৱশেষে যেই ফলমূল ছিল' সেয়া দুই ভাইক খাবলৈ দিছে। পাছ দিনা অৱশ্যে ঋষিসকলে ৰাক্ষস বধৰ অৰ্থে হৰি অৱতাৰ হৈছে বুলি নিজৰ ভিতৰতে আলোচনা কৰি জনক ৰজাৰ পণ ৰক্ষা কৰিবলৈ ৰামৰ বাহিৰে অন্য কোনো সমৰ্থ নহয় বুলি সিদ্ধান্ত কৰিছে।

## ॥ সীতা স্বয়ম্বৰলৈ মুনিৰ লগত ৰাম-লক্ষ্মণৰ যাত্ৰা ॥

বাল্মী০ ৰামায়ণত সিদ্ধাশ্ৰমৰ যজ্ঞ সমাপন হোৱাৰ পাছদিনা বিশ্বামিত্ৰ প্ৰমুখ্যে ঋষিসকলে তেওঁলোকক ৰাম-লক্ষ্মণে পুৰাই সাক্ষাৎ কৰি "আমি আপোনালোকৰ কি সেৱা কৰিম" বুলি আদেশ বিচৰা সময়ত ৰামক ক'লে — "হে নৰশ্ৰেষ্ঠ। মিথিলাৰ ৰজা জনকৰ পৰম ধৰ্মময় যজ্ঞ হ'ব; আমি সকলোটি তালৈ যাম। হে পুৰুষসিংহ! তুমিও আমাৰ লগত যাবা। তাত এক অদ্ভুত ধনু-ৰত্ন আছে। তুমি সেইখন চাব লাগে' (ৰা: ১।৩১।৫-৭)।

শংকৰদেৱৰ ৰামবিজয় নাটত ৰাক্ষস বধি উপকাৰ কৰা ৰামক বিশ্বামিত্ৰই প্ৰত্যুপকাৰ কৰিবলৈ সীতাৰ স্বয়ম্বৰলৈ নিব খুজিছে — "হে ৰামচন্দ্ৰ তুহু হামাৰ পৰম উপকাৰী। × × × তোহাক গুণ সুৰুয়ে নাহি পাৰি। সম্প্ৰতি প্ৰত্যুপকাৰ তোহোক কা কৰব? × × × আজু জানকীক স্বয়ম্বৰ মিলৈছে। সে ভুৱনমোহিনী দুৰ্লভ ভাগ্যৱতী যব তব গৃহিণী হয়, হামাৰ পৰম আনন্দ মিলয়" ইত্যাদি। তাৰ পাছত এটা ভটিমাত বিশ্বামিত্ৰই সীতাৰ নখ-শিখ ৰূপ-লাৱণ্য বৰ্ণনা কৰিছে —

> কি কহব ৰূপ কুমাৰীক ৰাম।
> কনক পুতলি তুল তনু অনুপাম ॥ ইত্যাদি

তাৰ পাছত ৰামক মিথিলালৈ নিয়াৰ উদ্দেশ্য প্ৰকাশ কৰি বিশ্বামিত্ৰই এই ভটিমাতে কৈছে —

সোহি বৰ ৰমণী ঘৰিণী যব হুই।
তব গৃহবাস সাফল তব হুই ॥
কহলো স্বৰূপ বচন শ্ৰীৰাম।
চলয় অবিলম্ব জনকক ধাম ॥
ভাঙবি অজগৱ ধনুক লীলায়ে।
শুনি সীতা ভজব তুৱা পায়ে ॥

সীতাৰ অনুপম ৰূপ-লাৱণ্যৰ কথা শুনি পূৰ্বৰাগ জন্মা ৰামে "তোহোৰ আজ্ঞা পালিতে লাগয়" বুলি লক্ষ্মণৰ সৈতে ঋষিৰ লগত মিথিলালৈ যাত্ৰা কৰিলে।

মাধৱদেৱৰ আদিকাণ্ডত শুকৰজনৰ উক্ত বৰ্ণনাৰ অনুৰূপ ৰামৰ মিথিলা-যাত্ৰাৰ কাৰণ বৰ্ণনা কৰিছে। ইয়াত বিশ্বামিত্ৰই ৰামক কৈছে —

যজ্ঞ ৰক্ষা কৰি হিত কৰিলা আমাক।
উচিত প্ৰসাদ আৰে কি দিবো তোমাক ॥

তাৰ পাছত বিশ্বামিত্ৰই এই বুলি চিন্তা কৰি ৰাম-লক্ষ্মণক লৈ মিথিলালৈ যোৱাৰ সিদ্ধান্ত গ্ৰহণ কৰিছে —

ৰামৰূপে নাৰায়ণ আছন্ত সাম্প্ৰত।
সীতাৰূপে লক্ষ্মী আছে জনক ঘৰত ॥ ১৩৪
নিশ্চয় হৈবন্ত সীতা ভাৰ্য্যা ৰাঘৱৰ।
জনক নৃপতি পাতি আছে সয়ম্বৰ ॥
ৰাম-লক্ষ্মণক মিথিলাক লৈয়া যাওঁ।
সীতা সমে ৰাঘৱৰ বিবাহ কৰাওঁ ॥ ১৩৫

তাৰ পাছত ঋষিয়ে মিথিলাৰ ৰাজৰ্ষি জনকৰ অযোনিকা কন্যাক দেখি কন্দৰ্পৰো দৰ্প চূৰ হোৱা ৰূপ-লাৱণ্যৰ দীঘলীয়া বৰ্ণনা দিছে। এই কন্যা "ত্ৰৈলোক্যৰ ৰূপ হোৱা আছে একথান। অনেক যতনে বিধি কৰিলা নিৰ্মাণ ॥" 'বিক্ষত ভকতা সৰ্বগুণে অনিন্দিতা' সীতাৰ ৰূপ-গুণৰ সীমা নাই। এই সীতাৰ বৰৰ বাবেকে বিশ্বামিত্ৰই ৰামক লৈ যাব খুজিছে।

॥ হৰধনুৰ বৃত্তান্ত ॥

বাল্মী৹ ৰামায়ণত বিশ্বামিত্ৰ আদি ঋষিসকলে ৰামক মিথিলা ধনুৰত্ন জনকৰ ঘৰত দেখুৱাবলৈ খুজিছে, তাৰ বৃত্তান্ত এইদৰে দাঙি ধৰিছে — "পূৰ্বে যজ্ঞলৈ অহাৰ সময়ত দেৱতাসকলে এই অতি উজ্জ্বল, ভয়ানক আৰু অপৰিমিত বলশালী ধনুখন দিছিলে। মানুহৰতো কথাই নাই, দেৱতা, গন্ধৰ্ব, অসুৰ, ৰাক্ষস কোনেও এই ধনুত গুণ লগাব নোৱাৰে। এই ধনুৰ শক্তি পৰীক্ষা কৰি চাবলৈ বহুত ৰজা আৰু ৰাজকুমাৰ আহিছিল, কিন্তু কোনেও গুণ লগাব নোৱাৰিলে। ××× মিথিলাপতিয়ে যজ্ঞৰ ফল স্বৰূপে এই যাজ্ঞ ভাগ গুৱনি ধনুখন বিচাৰিছিলে আৰু সমস্ত দেৱতাই তেওঁক ধনুখন দান কৰিছিল। জনক ৰজাৰ ঘৰত এই ধনুখন পূজনীয় দেৱতাৰ দৰে বিবিধ গন্ধ দ্ৰব্যৰে পূজা কৰা হয়। (ৰা ১।৩০।৮-১১)।" জনক ৰজাই বিশ্বামিত্ৰক জনকবংশীয় ৰজাসকলে পূজা কৰি অহা (জনকৰভিপূজিতম্) ধনুখন দেখুৱাই কৈছিলে — নিমিৰ বৰ পুত্ৰ দেৱৰাতৰ হাতত এই ধনুখন ন্যাস স্বৰূপে ৰখা হৈছিল। পূৰ্বে দক্ষযজ্ঞ ধ্বংসৰ সময়ত মহাদেৱে লীলা কৰি এই ধনুখন লৈ খঙেৰে দেৱতাসকলৰ শিৰশ্ছেদ কৰিব খুজিছিলে। দেৱতাসকলে ভয়ত মহাদেৱক স্তুতি কৰিবলৈ ধৰাত সন্তুষ্ট হৈ তেওঁ দেৱতাসকলক ধনুখন দি দিয়ে। মহাদেৱৰ সেই শ্ৰেষ্ঠ ধনুখন জনকৰ উপৰিপুৰুষ দেৱৰাতৰ হাতত ন্যাস ৰাখিছিলে (ৰা· ১।৬৬।৮-১৩)। পৰশুৰামে ৰামৰ আগত কোৱা এই হৰধনুৰ ইতিবৃত্ত পৰশুৰামৰ দৰ্পচূৰ্ণ শীৰ্ষক আলোচনাত উল্লেখ কৰা হৈছে। আনহাতেদি সীতাই অনসূয়াৰ আগত এই ধনুখন জনকে যজ্ঞৎ বৰুণৰপৰা লাভ কৰা বুলিছে কৈছে (২।১১৮।৩৯)।

এই হৰধনুখনৰ আঁতিগুৰি সম্পৰ্কে বিভিন্ন ৰামায়ণত ভিন্ ভিন কাহিনী প্ৰস্তুত কৰা হৈছে। উল্লেখযোগ্য যে মহাভাৰতত থকা ৰামোপাখ্যানত ধনুৰ্ভংগৰ নামমাত্ৰও উল্লেখ নাই। শংকৰদেৱৰ ৰামবিজয় নাট আৰু মাধৱদেৱৰ আদিকাণ্ডত ধনুখনৰ যি দুটা বৃত্তান্ত দাঙি ধৰা হৈছে, সেই দুয়োটা দুয়োজনাৰ স্বতন্ত্ৰ উদ্ভাৱনা। গতিকে অন্য ৰামায়ণী সাহিত্যত থকা হৰধনুৰ

বৃত্তান্তসমূহ ইয়াত আলোচনাৰ্থে অনা নহল, তুলনাৰ কাৰণে কেৱল মূলৰ কথাখিনিহে উল্লেখ কৰা হ'ল।

ৰামবিজয় নাটত সীতাৰ স্বয়ম্বৰত গোট খোৱা ৰজাসকলক জনক ৰজাই কৈছে — × × × "সীতাক বিবাহ নিমিত্ত চিন্তিতে ওহি মহেশৰ ধনু গগন হন্তে পৰল। তদনন্তৰে আকাশী বাণী শুনলো — ওহি ধনুতে যে গুণ দিতে পাৰয় তাহাকে মাথে কুসুমমালা দিয়ে সীতা স্বামী বৰব"।

মাধৱদেৱৰ আদিকাণ্ডত থকা এই সম্পৰ্কীয় অভিনৱ কাহিনীটো 'ৰাম-বিজয়'ৰ কাহিনীটোৰ লগতো অলপো নিমিলে। ইয়াত বিশ্বামিত্ৰই ৰামক সীতা-স্বয়ম্বৰৰ কথা কওঁতে হৰধনুৰ সম্পৰ্কত এইদৰে কৈছে — জনকৰ সৰ্ব-সুলক্ষণী পৰম সুন্দৰী কন্যা সীতাৰ উপযুক্ত দৰা কেনেকৈ পাব বুলি তেওঁ চিন্তাত পৰিল। শেষত জনকে ভাবি চিন্তি পালেগৈ —

মৃগ মাৰি মহাদেৱে দ্বাৰত আমাৰ ॥ ৯৫৩
ধনু এৰি পূৰ্বকালে গৈলা মহাশয়।
তাতে যিটোজনে গুণ দিবাক পাৰয় ॥
ইটো লক্ষ্মীসমা কন্যা বিহা দিবো তাত।
এহি অঙ্গীকাৰ ৰাজা কৰিলা সাক্ষাত ॥ ৯৫৪

সীতাৰ স্বয়ম্বৰ সভাত জনকে সীতাৰ পাণিপ্ৰাৰ্থী ৰজাসকলৰ আগতো এইদৰে মহাদেৱে বনত মৃগ মাৰি ধনুখন তেওঁৰ দুৱাৰত থৈ যোৱা বুলি কৈছে (৯৯৯ পদ)। সেই দৰে বিশ্বামিত্ৰৰ আগতো জনকে একেদৰেই ধনুৰ বৃত্তান্ত কৈছে (১১৮৭-৮৮)। সম্ভৱত' নিজ কল্পনাৰ সৃষ্টি এই কাহিনীটোৰ গুৰুত্ব বঢ়াবলৈকে মাধৱদেৱে ভিনিবাৰকৈ শব্দত: কাহিনীটো উত্থাপন কৰিছে।

॥ সীতাৰ স্বয়ম্বৰ - সভা ॥

বাল্মী০ ৰামায়ণত থকামতে জনকে তেওঁৰ ভূমিজা কন্যা সীতাৰ সম্পৰ্কত এটা পণ বান্ধিছিলে। তেওঁৰ সেই কন্যাক বহুতো ৰজাই আহি খুজিছিলে ( ৱৰয়ামাসুৰাগত্য ৰাজানো মুনিপুংগৱ ॥ ), তেতিয়া জনকে তেওঁৰ কন্যাটি বীৰ্যশুল্কা অৰ্থাৎ পৰাক্ৰম প্ৰদৰ্শনৰ পণ ৰক্ষা কৰিলেহে লাভ কৰিব পাৰিব বুলি পাণিপ্ৰাৰ্থীসকলক জনাই দিলে। সেই কথা জানিব পাৰি সেই

সকলো ৰজা মিথিলালৈ আহি পণটোনো কি জানিব খুজিলে। তেতিয়া জনকে শিৱধনুখন উলিয়াই দিলে; কিন্তু তেওঁলোকৰ কোনেও তাক দোৱাব বা তুলিবই নোৱাৰিলে। (ন শেকুৰ্গ্ৰহণে তস্য ধনুষস্তোলনেঽপি বা)। সেই ৰজাসকল পৰাক্ৰমী হ'লেও তেওঁলোকৰ বল যথেষ্ট নহয় বুলি জানি জনকে সকলোকে প্ৰত্যাখ্যান কৰিলে। তেতিয়া সেই ৰজাসকলে মিথিলা অৱৰোধ কৰিলে। তেওঁলোকে অনেক উৎপীড়ন কৰি পূৰা এবছৰ ধৰি মিথিলাৰাজ্য অৱৰোধ কৰি ৰাখিলে, ফলত জনকৰ যুদ্ধৰ সামগ্ৰীৰ অভাৱ ঘটিল। তেতিয়া জনকে তপস্যাৰ দ্বাৰা সমস্ত দেৱগণক সন্তুষ্ট কৰি তেওঁলোকৰ পৰা চতুৰঙ্গিণী সেনা লাভ কৰিলে। সেই বাহিনীসমূহৰ হাতত পৰাস্ত হৈ পৃষ্ঠভংগ দি ৰজাসকল গুচি গ'ল (ৰাঃ ১।৬৬।১৬-২৪)। জনকে বিশ্বামিত্ৰৰ আগত ৰামক ধনুখন দেখুৱাৰ সময়ত এই বৃত্তান্ত বৰ্ণনা কৰিছিলে। সীতাই অত্ৰিমুনিৰ পত্নী অনুসূয়াৰ আগত কোৱামতে জনকে হৰধনু উত্তোলন কৰি গুণ লগাব পাৰোঁতাজনকে সীতাক সমৰ্পণ কৰিব বুলি ৰজাসকলক গোটাই আনি কোৱা আৰু ৰজাসকল সেই কাৰ্য্যত বিফল হৈ ধনুখনক অভিবাদন কৰি গুচি যোৱাৰ সুদীৰ্ঘ কালৰ পাছতহে ৰাম-লক্ষ্মণ বিশ্বামিত্ৰৰ লগত মিথিলাত গৈ উপস্থিত হৈছিলে ১৩। সেই প্ৰসংগত অকৃতকাৰ্য ৰজাসকলে মিথিলা অৱৰোধ কৰাৰ কথা নাই। সীতাৰ স্বয়ম্বৰৰ উদ্দেশ্যে জনকৰ দ্বাৰা আমন্ত্ৰিত হৈ পাণিপ্ৰাৰ্থী ৰজাসকল সমৱেত হৈছিলে বুলি এই প্ৰসংগত আৰু বালকাণ্ডত জনকে বিশ্বামিত্ৰৰ আগত কওঁতে প্ৰথমতে সীতাক খোজা ৰজাসকল নিজে আহি মিথিলাত জনকৰ সীতা সম্পৰ্কীয় পণটো জানিবলৈ উপস্থিত হোৱা বুলি কোৱা হৈছে। মুঠতে সীতাৰ স্বয়ম্বৰৰ উদ্দেশ্যে সমৱেত ৰজাসকলৰ সভা বা সমাজ অনুষ্ঠিত হোৱাৰ কথা দুয়োটা বৰ্ণনাৰ পৰা জনা যায়। জনকে বিশ্বামিত্ৰৰ আগত এই সভাৰ বৰ্ণনা দিওঁতে অতীত কালত (লিট্ বিভক্তিৰ প্ৰয়োগৰ দ্বাৰা) কৰিছে। গতিকে ৰাম-লক্ষ্মণ যোৱাৰ বহুকাল আগতেই সেই সভা অনুষ্ঠিত হৈছিল বুলি বুজিব পাৰি।

---

১৩ সুদীৰ্ঘস্য তু কালস্য ৰাঘৱোঽয়ং মহাদ্যুতিঃ।
বিশ্বামিত্ৰেণ সহিতো যজ্ঞং দ্ৰষ্টুং সমাগতঃ ॥ (ৰাঃ ২।১১৮।৫৪)

পৰৱৰ্তী অনেক ৰামায়ণী সাহিত্যতে ৰামে অন্য ৰজাসকলৰ উপস্থিতিতে অৰ্থাৎ সীতাৰ স্বয়ম্বৰ-সভাতে ধনুৰ্ভঙ্গ কৰা বুলি বৰ্ণনা কৰা হৈছে। তাৰ ভিতৰত নৃসিংহ পুৰাণ, ভাগৱত, অধ্যাত্ম ৰামায়ণ, আৰু হনুমন্নাটকৰ নাম অগ্ৰগণ্য। পদ্মপুৰাণৰ পাতাল খণ্ডৰ মতেও জনকে যদিও প্ৰথমতে ৰাম-সীতাৰ বিবাহৰ আয়োজনকে কৰিছিল, পাছত নাৰদ আদি ঋষিৰ পৰামৰ্শমতে অন্য ৰজা-সকলকো মাতি স্বয়ম্বৰৰ ব্যৱস্থা কৰে আৰু স্বয়ম্বৰৰ আগদিনা ৰাতি জনকে শিৱৰ পৰা ধনুখন লাভ কৰে ( পাতাল ১১৬ অঃ )।

মাধৱদেৱৰ আদিকাণ্ডত বিশ্বামিত্ৰ ঋষিয়ে ৰাম-লক্ষ্মণৰ আগত সীতাৰ স্বয়ম্বৰ-সভাৰ দীঘলীয়া বৰ্ণনা দিছে। ৰাম বিজয়নাটত সীতাৰ স্বয়ম্বৰলৈ বুলি ৰাম-লক্ষ্মণক লৈ যেতিয়া জনকৰ সভাত বিশ্বামিত্ৰ উপস্থিত হ'ল, তেতিয়া জনকে মণিমন্ত নামৰ মন্ত্ৰীক এই বুলি আদেশ কৰিলে — "অয়ে মণিমন্ত, যে নৃপসব বাসা কৰি ৰহিছে, তাহেক আনি সত্বৰ সমাজ মিলাৱ।" সেই মতে মণিমন্তই ৰজাসকলক অনাই অনুষ্ঠিত কৰা স্বয়ম্বৰ সভালৈ জনকে 'মহেশক অজগৱ ধনু কন্ধে কৰিয়ে' আৰু সালংকৃতা সীতাক লৈ যায়। তাত শতধনু, কুমুদাক্ষ, চন্দ্ৰকেতু, পুৰঞ্জয় আদি ৰজাসকলে হৰধনু তুলিবলৈ অসমৰ্থ হোৱাত বিশ্বামিত্ৰৰ নিৰ্দেশক্ৰমে ৰামে গৈ গুণ লগাব খোজোঁতেই মাজস্থানতে ধনুখন ভাগি থাকে। আদিকাণ্ডৰ মতে ৰাম আদি স্বয়ম্বৰ-সভাত উপস্থিত নৌ হওঁতেই শুভদত্ত, শতধনু, মগধৰ নৰেশ্বৰ, অনন্তৰ ভকত সনাতন ৰজাক ধনু উত্তোলনত বিফল হোৱা দেখি সকলো ৰজাই নিৰাশ মনেৰে —

আমি সবে গৃহক নযাইবো এতিক্ষণ।
ধনুত লগাইবে গুণ চাহো কোনজন ॥
এহি বুলি গোষ্ঠী কৰি যতেক নৃপতি।
স্বয়ম্বৰ সভা মাজে আছন্ত সম্প্ৰতি ॥ ১০২৮

বিশ্বামিত্ৰই স্বয়ম্বৰৰ বৰ্ণনা দিয়াৰ পাছত ৰামক কৈছে —

আমি চলি যাওঁ আসা সেই সমজ্যাক।
পাৰিবা ধনুত তুমি গুণ লগাইবাক ॥
× × ধনু ভাঙ্গি বিবাহ কৰিয়ো জানকীক ॥ ১০২৯

মাধৱদেৱৰ মতে হৰধনুত খি গুণ লগাব পাৰিব, তেওঁলৈকে সীতাক বিয়া দিবলৈ অঙ্গীকাৰ কৰি জনকে মিথিলাত স্বয়ম্বৰ-সভাৰ আয়োজন কৰিলে। বিশ্বকৰ্মাৰ নিচিনা শিল্পীসকলক মতাই আনি 'কৰাইলন্ত পুৰ চিত্ৰ মন্দিৰ নিৰ্মাণ।' সুৱৰ্ণ-ৰজত-ৰত্ন খটুৱা, সহস্ৰ ফটিকৰ স্তম্ভ থকা অনেক আহল-বহল ওখ ঘৰ সজোৱা হ'ল। তাত ঠায়ে ঠায়ে হীৰা, মণি, মাণিক, ৰত্ন লগোৱা হ'ল। ঠায়ে ঠায়ে নানা ধৰণৰ মঞ্চ সজোৱা হ'ল। ৰজাসকলৰ যোগ্য সিংহাসন তথা অন্য আসনসমূহ স্থাপন কৰা হ'ল। ৰজাসকল থাকিবৰ কাৰণে অনেক বাসগৃহ সাজি তাত ভোজন-সম্ভাৰকে আদি কৰি অনেক বস্তু ৰখা হ'ল। সকলো আয়োজন হোৱাৰ পাছত জনকে দূত পঠিয়াই সীতাৰ স্বয়ম্বৰলৈ সকলো দেশৰ ৰজাক নিমন্ত্ৰণ জনালে।

মাধৱদেৱে জনক-কন্যাৰ ৰূপ-গুণ শুনি বিমুগ্ধ হৈ 'ৰাজ্যভাৰ ভাৰ্য্যা পৰিহৰি' নিজকে ৰূপে-গুণে সমস্ত ৰজাতকৈ চাৰ বুলি গৰ্বভাৱ লৈ অনেক জল্পনা-কল্পনা কৰি স্বয়ম্বৰ সভালৈ যোৱা ৰজাসকলৰ বৰ্ণনা লোকৰুচিৰ অনুকূল কৰি দাঙি ধৰিছে। জনকে এই ৰজাসকলক সৎকাৰ কৰিলে। তাৰ পাছত শুভদিন'-বাৰ তিথি চাই সকলো ৰজাকে মতাই আনি জনকে ক'লে — "আজি পাতি-বোহো জানকীৰ স্বয়ম্বৰ॥ × × আশা বা নিৰাশা আজি পৰিছেদা হোক।"

ইয়াৰ পাছত মাধৱদেৱে ৰজাসকলে সাজ-সজ্জা কৰি স্বয়ম্বৰ সভাত ৰত্ন-সিংহাসনত গৈ বহাৰ লোক-ৰুচিকৰ বৰ্ণনা দাঙি ধৰিছে। ৰজাৰ পাছতে পাত্ৰ মন্ত্ৰীসকল তথা অন্যলোক সকলে আসন গ্ৰহণ কৰাত সভাস্থলীত নটীয়ে নৃত্য-গীত কৰা, নানা বাদ্য-ভণ্ড বজোৱা, মল্লযুদ্ধ আদি হোৱা আৰু প্ৰজাৰ আনন্দত তোলপাৰ লগাৰ বৰ্ণনাও দিয়া হৈছে।

ইফালে জনকে সজাই-পৰাই সীতাক আগত লৈ সভালৈ ওলাল, নানা সুমংগল বাদ্য বাজিবলৈ ধৰিলে। অনেক যুৱতী নাৰী সীতাৰ লগত গ'ল। ইষ্ট-মিত্ৰ বন্ধুবৰ্গ, পাত্ৰ-মন্ত্ৰীপুত্ৰসকলো লগত নানা ৰঙ্গ কৰি যাবলৈ ধৰিলে। হাতত দিব্য ঘট ধৰি আয়তীসকলে মঙ্গলগীত গালে; ব্ৰাহ্মণসকলে অবিচ্ছিন্ন-ভাবে বেদ পাঠ কৰিলে; ভাটসকলে চপয়া পাঠ কৰিলে আৰু নটীসকলে

নাট কৰিলে। এইদৰে মহা-পয়োভৰে মিথিলাৰ ৰাজকুমাৰীয়ে স্বয়ম্বৰ-সভাত প্ৰৱেশ কৰিলে। অভিনৱ চন্দ্ৰকলাসদৃশ সীতাৰ ৰূপ দেখি ৰজাসকল কামাতুৰ হৈ পৰিল —

সীতাৰ কমলমুখ দেখিতে পৰম সুখ
সমস্তে এৰিল ধৈৰ্য্যভাৰ।
লাজ কাজ পৰিহৰি চাহয় নয়ন ভৰি
মদনে কম্পিত সৰ্বগাৱ ॥
হৃদয়ত কামশৰে পশি মহা পীড়া কৰে
কাহাৰো নুহিকে মন থিৰ।
চেতন হৰিয়া গৈল বৃদ্ধসবো যুবা ভৈল
দেখি ৰূপ সীতা গোসানীৰ ॥

ৰামবিজয় নাটতো "ৰাজনন্দিনীক নৱযৌৱন ৰূপ-লাৱণ্য নিৰেখি ৰাজাসবক কামবাণে পীড়ল, অচেতনে মূৰ্চ্ছিত হুয়া পৰল।" তাৰ পাছত চেতন পাই সীতাক নানা প্ৰকাৰৰ কাকুবাণী বুলিছে। তেতিয়া 'ঐচন কামে এত্ত হুয়া ৰাজাসৱ নানাবিধ বীভৎস ভাৱনা কৰয়। পেখি সীতাক সখী ৰনক-ৱতী, মদনমঞ্জৰী চন্দ্ৰমতী, সূৰ্যপ্ৰভা কাহু ৰাজাক গোৰ মাৰি ভৰচয়, কাহো হাতে পাৰে ঠেঙ্গনা মাৰয়, কাহু বস্ত্ৰ গলে বান্ধিয়ে দুই তিনি সখীয়ে ধৰিয়ে ঘসাৰে। সেসব দুখকো নগণয়, তথাপি নৃপকুমাৰীক কাতৰ বয়ে থিক'। শংকৰদেৱে এই প্ৰসংগত সূত্ৰধাৰৰ মুখেদি মন্তব্য কৰিছে — "অয়ে লোক হৰিভকতিহীন কামাতুৰ পুৰুষৰ দুখ দেখহ। জগতক মাতা জনকনন্দিনী, তাহেক জানয়ে নাহি। ইহা জানি নিৰন্তৰে হৰি বোল।"

মাধৱদেৱেও ৰজাসকলৰ কামাতুৰ অৱস্থাৰ বৰ্ণনা দিয়াৰ পাছতে ৰঘু-নাথৰ চৰণত শিৰ থৈ "মন মোৰ ৰহোক তোমাত" বুলি আৰু সামাজিক সকলকো দুখ তৰিবৰ অৰ্থে 'ৰাম হৰি' বুলিবলৈ উপদেশ দিছে (১৮৪)।

ৰামবিজয় নাটত কামাতুৰ ৰজাবিলাকে সীতাকহে নানাবিধ বীভৎস ভাৱনা কৰিছে। আদিকাণ্ডত একোজনে ভাবিছে —

বোলো গৈয়া জনকৰ ধৰি চৰণত ॥ ১৮৮
তোমাৰ দুহিতা সীতা আমাক দিয়োক।
×× সেৱা কৰি তোমাক থাকিবো অহর্নিশ।

'মন্ত্ৰীৰ অধীন ৰাজাগণ নিৰন্তৰ' বুজি একোজনে মন্ত্ৰীকে খাতিৰ কৰিবলৈ স্থিৰ কৰিছে। কোনোজনে ৰাজকুমাৰৰ শৰণাপন্ন হৈ 'তোমাৰ ভগিনী মোক দিয়ো মহাশয়' বুলি কাকুতি কৰিবলৈ ওলাইছে। আৰু —

কেহো বোলে চাটুবাণী বোলোহো কন্যাক।
শুনিয়ো সুন্দৰী তুমি বৰিয়ো আমাক ॥
যত ৰাজ্যভাৰ ভাৰ্য্যা আছয় আমাৰ।
আজি ধৰি সকলো তোমাৰ অধিকাৰ ॥ ১৯৩
থাকিবোহো আমিও তোমাৰ পালি আশ।

এইখিনি কথা ৰামবিজয় নাটৰ ৰজা এজনৰ লগত মিলি আছে। তাত আছে ''কাহু কামে ভুলি বোলয় — হামাৰ গৃহে যত মহাদই থিক, সব তোঁমাৰ দাস কৌৰি দেৱৰ। হামু তোমাৰ চৰণক দাস ভেলো।''

আদিকাণ্ডত কোনোজন ৰজাই সীতাৰ সখীয়েৰক কাবৌ-কোকালি কৰি সীতাক তেওঁকে বৰিবলৈ বুলি বুজাবলৈ ক'বলৈ যি বস্তু বিচাৰে তাকে দিবলৈ ওলাইছে, কাৰণ —

স্ত্ৰীৰ উত্তমে আতি চিত্ত লোভ পাই।
অৱশ্যে বুজিবে তেবে সীতাক বুজাই ॥

ৰজাবিলাকে এইদৰে গুণি গাঁথি থাকোঁতেই জনকে তেওঁৰ হৰধনুত গুণ দিব পাৰে'তাজনকে সীতাক সমৰ্পণ কৰিবলৈ অঙ্গীকাৰ কৰি থোৱাৰ কথা জনাই 'ৰৰঘৰৰ মাজে' থকা হৰধনুখন সভালৈ আনিবলৈ মানুহ পঠালে। এক অৰ্বুদ মানুহে আনি ধনুখন সভাত থ'লেহি।

মাধৱদেৱে বিভিন্ন ৰজাই দৰ্প কৰি ধনু ভাঙিবলৈ (বেকা কৰিবলৈ) গৈ লঘু হোৱাৰ লোককচিকৰ বৰ্ণনা প্ৰস্তুত কৰিছে। সেই ৰজাসকলৰ মনত 'মান্য হেৰুৱাইলো আউৰ লাজতে মৰিলো' ধৰণৰ খেদ হোৱাৰ বৰ্ণনাও দাঙি ধৰা হৈছে। এই বৰ্ণনাত হাস্যৰসৰ সমলো ৰসিকসকলৈ আগ

বঢ়াইছে। এবছৰ ধৰি জানকীক আশা কৰি থকাৰ পাছত হোৱা এই বিফলতাৰ তীব্ৰতা দেখুৱাবলৈ বৰ্ণনা কৰা হৈছে —

নপাইলোহো সীতাক লভিলো বৰ দুখ।
কিমতে চাহিবো পূৰ্ব কামিনীৰ মুখ॥
আমাক এৰিয়া বিহা কৰিবাক গৈলা।
কি কাৰ্য্যক আমাৰ পাশক আছি ভৈলা॥ ১০২৩
যিজনীক ৰাজা আনি আছা বিহা কৰি।
× × তাইৰ পাশত থাকা কৰি সুখভোগ। ইত্যাদি

কোনো কোনোৱে আকৌ ভাবিছে —

দিবে পাৰো ধনজন যতেক খোজয়।
ধনুত লগাইবে গুণ কিসক বোলয়॥ ১০২৬
নভৈল সুবুদ্ধি ইটো জনক ৰাজাৰ।
× × জানিলোহো জীয়েকক দিবে মহাদেৱে॥ ১০২৭

এইদৰে বিশ্বামিত্ৰ ঋষিয়ে সীতা-স্বয়ম্বৰৰ বৰ্ণনা দি ৰামক হৰধনুত গুণ লগাই সীতাক লাভ কৰিবৰ উদ্দেশ্যে সেই সভালৈ নিব খুজিলে আৰু ৰামে পিতাকৰ নিৰ্দেশমতে বিশ্বামিত্ৰৰ সকলো আদেশ পালিব লাগে বুলি কৈ "কেনমতে ধনু দেখিবোহো তাক" বুলি কৌতূহল দেখুৱাই ঋষিৰ লগত যাবলৈ ওলাল। অসংখ্যাত শিষ্য লগত লৈ ৰাম-লক্ষ্মণৰ সৈতে ঋষিয়ে মিথিলালৈ যাত্ৰা কৰিলে।

কৃত্তিঃৰামায়ণত সীতাৰ স্বয়ম্বৰ- সভাৰ বৰ্ণনাও নাই আৰু তাত ৰামে সভাত ধনুভংগ নকৰি ধনু থকা ঘৰতহে কৰিছে —

ধনুকেৰ ঘৰে গেলেন যখন।
ধনুক তোলহ ৰাম বলে সৰ্বজন।
যত ৰাজা আছে তাৰা ভাবিল অন্তৰে।
দেখিব কেমন শিশু ধনুভংগ কৰে।।

এই ৰজাসকল কিন্তু সীতাৰ পাণিপ্ৰাৰ্থী বুলি কোৱা হোৱা নাই। কৃত্তিবাসৰ মতে সীতাৰ যোগ্য বৰ নেদেখি জনক চিন্তিত হোৱাৰ দৰে স্বৰ্গত দেৱগণো চিন্তিত হ'ল। ব্ৰহ্মা আদি দেৱগণ শিৱৰ ওচৰত উপস্থিত হৈ 'জনকৰ ঘৰে সীতা ৰক্ষা কৰ তুমি' বুলি সীতা যাতে ৰামৰ বাহিৰে অন্য ৰবত নপৰে তাৰ ব্যৱস্থা কৰিলে। শিৱই পৰশুৰামৰ হাতত জনকলৈ তেওঁৰ ধনুখন পঠাই দি 'আমাৰ এ ধনুৰ্ভংগ যে কৰিতে পাৰে। কহ জন-কেৰে, যেন সীতা দেই তাৰে' বুলি আদেশ প্ৰেৰণ কৰিলে। সেই সংবাদ দেশে দেশে প্ৰচাৰ হোৱাত —

পৃথিবীতে আছে যত ৰাজা মহত্তৰ।
একা একা আসে সব জনকেৰ ঘৰ।
.
দিবে কি তাহাতে গুণ নাড়িতে নাপাৰি॥
লজ্জা পেয়ে ৰাজা সব পলাইয়া যায়।

ধনুত গুণ দিবলৈ যত্ন কৰি ৰাৰণো বিফল হোৱাৰ কথা কৃত্তিবাসে লিখিছে। বিশ্বামিত্ৰৰ যজ্ঞৰ অন্তত ঋষিয়ে ৰামৰ আগত এই বুলিহে কৈছিল —

কতশত ৰাজগণ আসে আৰ যায়।
দেখিয়া হৰেৰ ধনু চাৰিয়া পলায়॥
দেখিলাম তোমাৰে যে বীৰ বলবান।
মনে বুঝি, ধনুক কৰিবা দুইখান॥

গতিকে দেখা গ'ল যে স্বয়ম্বৰৰ বৰ্ণনাৰ ক্ষেত্ৰত মাধৱদেৱৰ আদিকাণ্ডত কৃত্তিবাসী বৰ্ণনাৰ লেশমাত্ৰও প্ৰভাৱ নাই। মন কৰিবলগীয়া কথা যে আদিকাণ্ডত জনকে হৰধনুত গুণ আৰোপ কৰোতাজনকহে সীতাক সমৰ্পণ কৰাৰ কথা, কৃত্তিবাসৰ ৰচনাত কিন্তু 'হৰধনু ভাঙিবে যে, তাৰে দিবো সীতা'। সেই কাৰণেই বিশ্বামিত্ৰই ৰামে ধনুখন দুডোখৰ কৰিব পাৰিব বুলি ভৰসা বান্ধিছে। উল্লেখযোগ্য যে মূলত গুণ লগাবলৈ লওঁতেহে হৰধনুখন ভাগি থাকে।

বাল্মী॰ ৰামায়ণত বিশ্বামিত্ৰই মিথিলালৈ যাওঁতে বাটত পাই যোৱা ঠাইসমূহৰ লগত জড়িত অনেক কাহিনী ৰামক কৈ গৈছে। সেই কাহিনী বিলাকৰ ৰাম-কথাৰ লগত সম্পৰ্ক নাই। সেইবিলাকৰ ভিতৰত মাধৱদেৱে কেৱল কান্যকুব্জ দেশৰ বৃত্তান্তটোহে বৰ্ণনা কৰিছে। এই বৃত্তান্তটো বিশ্বামিত্ৰৰ নিজ বংশৰ লগত জড়িত কাৰণেই হয়তো তাক বাছি লোৱা হৈছে। বাল্মী॰ ৰামায়ণত বিশ্বামিত্ৰই ব্ৰহ্মাৰ পুত্ৰ কুশৰ পৰা কান্যকুব্জ বৃত্তান্ত আৰম্ভ কৰিছে। কুশৰ পুত্ৰ কুশাম্বই কৌশাম্বী, কুশনাভে মহোদয়, অসূৰ্ত্তৰজসে ধৰ্মাৰণ্য আৰু বসুৱে গিৰিব্ৰজ নামেৰে নগৰ প্ৰতিষ্ঠা কৰিছিলে। ৰাজৰ্ষি কুশনাভৰ ঔৰসত ঘৃতাচী নামৰ অপ্সৰাৰ গৰ্ভত জন্ম হোৱা এশ গৰাকী সুন্দৰী কন্যাৰ প্ৰেম-ভিক্ষা কৰি বিফল হৈ বায়ুদেৱতাই সেই কন্যাসকলক কুব্জা কৰি পেলায়। সেই ছোৱালী কেইটি ব্ৰহ্মৰ্ষি চুলীৰ ঔৰসত সোমদা নামৰ অপ্সৰাৰ গৰ্ভত জন্ম লাভ কৰা ৰজা ব্ৰহ্মদত্তক দান কৰাত তেওঁলোক সুস্থ হৈ পৰে। এই কুব্জা কন্যাসকলৰ নামেৰেই দেশখনৰ নাম কান্যকুব্জ হয়। কুশনাভে কৰা পুত্ৰেষ্টি যজ্ঞত কুশই আহি ধৰ্মপৰায়ণ পুত্ৰ লাভ কৰিবলৈ আশীৰ্বাদ কৰাত কুশনাভে পৰম ধৰ্মাত্মা গাধিক পুত্ৰৰূপে লাভ কৰে। এই গাধিৰে পুত্ৰ বিশ্বামিত্ৰ; তেওঁৰ গোত্ৰনাম কৌশিক। ঋচীক মুনিলৈ বিয়া দিয়া বিশ্বামিত্ৰৰ ভনীয়েক সতী হৈ পাছত হিমালয়ত আশ্ৰয় লৈ কৌশিকী নদী ৰূপেৰে জীৱৰ কল্যাণৰ অৰ্থে পৃথিৱীলৈ বৈ আছে। মুঠ তিনিটা সৰ্গত (বাঃ ১।৩১-৩৩ স.) বিশ্বামিত্ৰৰ পূৰ্ব পুৰুষৰ এই বৃত্তান্ত খিনি বৰ্ণনা কৰা হৈছে।

মাধৱদেৱৰ আদিকাণ্ডত মাত্ৰ সাত ফাঁকি পদত কান্যকুব্জৰ বৃত্তান্ত আৰু বিশ্বামিত্ৰৰ বংশাৱলী বৰ্ণনা কৰা হৈছে। ইয়াত কুশৰ নাম উল্লেখ কৰা নাই। মূলৰ কুশনাভক ইয়াত কুশধ্বজ বোলা হৈছে। কুব্জা কন্যাসকলৰ স্বামী ব্ৰহ্মদত্তক ঋষিহে বুলিছে। কুশধ্বজে যজ্ঞ কৰি নহয়, ঋষি ব্ৰহ্মদত্তৰ বৰতহে সুপাত্ত নামৰ পুত্ৰ এজন লাভ কৰে। তেওঁৰে পুত্ৰ কুশনাভ আৰু কুশনাভৰ পুত্ৰ গাধি বুলিছে। গাধিৰে পুত্ৰ বিশ্বামিত্ৰ আৰু কান্যকুব্জ বিশ্বামিত্ৰৰ নিজ দেশ বুলি বিশ্বামিত্ৰই ৰামৰ আগত কৈছে।

বাল্মী॰ ৰামায়ণত বিশ্বামিত্ৰই ৰামৰ আগত বৰ্ণোৱা গঙ্গাৰ উৎপত্তি

কাহিনী (বাল: ৩৫সঃ), শিৱ-পাৰ্বতীৰ কামলীলা, কাৰ্ত্তিকৰ জন্ম, সগৰ ৰজাৰ পুত্ৰসকলৰ জন্ম, সগৰৰ অশ্বমেধ যজ্ঞৰপৰা আৰম্ভ কৰি ভগীৰথে গঙ্গা নমোৱালৈকে মুঠ নটা সৰ্গ (৩৬-৪৪ লৈ) জুৰি থকা বিস্তৃত কাহিনী ভাগ, সমুদ্ৰমন্থন (৪৫সঃ), দেৱাসুৰৰ যুদ্ধত ইন্দ্ৰাদি দেৱতাসকলে দিতিৰ পুত্ৰসকলক বধ কৰাত শোকসন্তপ্তা দিতিয়ে তপস্যা কৰি গৰ্ভত ধাৰণ কৰা পুত্ৰকো ইন্দ্ৰই সপ্তধা বিভক্ত কৰাৰ কাহিনীসমূহ (৪৬-৪৭ স: ) আছে।

মাধৱদেৱৰ আদিকাণ্ডত উনপঞ্চাশৎ বায়ুৰ উৎপত্তি সম্পৰ্কে ৰামে সোধা প্ৰশ্নৰ উত্তৰ স্বৰূপে ক'বলৈ যাওঁতে প্ৰথমতে অতি সংক্ষেপে অমৃতমন্থনৰ কথা কৈছে আৰু পাছত ইন্দ্ৰই দিতিৰ গৰ্ভস্থ সন্তানক সাত খণ্ড কৰি, প্ৰত্যেকটো খণ্ডকে আকৌ সাত খণ্ড কৰি উনপঞ্চাশৎ বায়ুত পৰিণত কৰাৰ কাহিনী কৈছে। মূলত বিশালা নগৰৰ পুৰাকথা স্বৰূপেহে বিশ্বামিত্ৰই উন-পঞ্চাশৎ বায়ুৰ উৎপত্তিৰ কাহিনী কৈছিলে (ৰা ১।৪৫।১১-১৩)। আদিকাণ্ডত মূলৰ দৰে দিতিয়ে স্বামী কশ্যপৰ পৰা ইন্দ্ৰনিহন্তা পুত্ৰ বিচৰা নাই, বৰঞ্চ "মোৰ পুত্ৰ ইন্দ্ৰ হৌক বৰ দিয়া মোক" বুলি স্বৰ্গৰ অধিপতি হ'ব পৰা পুত্ৰহে প্ৰাৰ্থনা কৰিছে। মূলত ত্ৰিভুবনবিজয়ী পুত্ৰলাভৰ অৰ্থে কশ্যপে দিতিক এহেজাৰ বছৰ শুচি হৈ কটাবলৈ কৈছে (ৰা: ১।৪৬)। তাৰে দহ বছৰ বাকী থাকোঁতে, সেই সময়ত ইন্দ্ৰই দিতিক নানা প্ৰকাৰে শুশ্ৰূষা কৰি সন্তুষ্ট কৰে। তেতিয়া দিতিয়ে তেওঁৰ হ'বলগীয়া ত্ৰৈলোক্যবিজয়ী পুত্ৰ ইন্দ্ৰৰ অনুগামী হ'ব বুলি প্ৰতিশ্ৰুতি দিয়ে। তাৰ পাছত ভবিতে মূৰ থৈ অপবিত্ৰ হৈ শুই থকা দিতিৰ এই ছিদ্ৰ পাই ইন্দ্ৰই তেওঁৰ গৰ্ভত প্ৰৱেশ কৰি বজ্ৰেৰে গৰ্ভস্থ সন্তানক সাত টুকুৰা কৰি পেলায়। বাল্মী৹ ৰামায়ণৰ গৌড়ীয় পাঠৰ মতে ইন্দ্ৰই সেই সাতোটা খণ্ড পুনৰ সাতোটাকৈ মুঠ উনপঞ্চাছ খণ্ডত পৰিণত কৰে [১৬]। দাক্ষি: পাঠত ইন্দ্ৰই সাতখণ্ডত বিভক্ত কৰা দিতিৰ পুত্ৰসকল সপ্তমৰুতৰ স্থান-সমূহৰ পালক হওক বুলি আছে (মৰুতাং সপ্ত সপ্তানাং স্থানপালা ভৱন্তে)। পদ্মপুৰাণত (সৃষ্টিখণ্ড ৭।৫৬-৫৯) আৰু অন্য দুই এক পুৰাণতো গৌড়ীয়

১৬ বিভেদ সপ্তধা গৰ্ভং বজ্ৰেণ শতপৰ্বণা ॥
একৈককৈস্য গৰ্ভাংশং পুনশ্চিচ্ছেদ সপ্তধা। (গৌ: ১।৪৭।১৭,১৮)

পাঠৰ দৰে দিতি-পুত্ৰক উনপঞ্চাছ ভাগত ভাগ কৰা বুলি আছে।

আদিকাণ্ডত দিতিক বাৰ বছৰহে শুচিব্ৰত পালন কৰিবলৈ কোৱা হৈছিল। ইয়াত ইন্দ্ৰই একে ছিদ্ৰকে পাই দিতিৰ গৰ্ভস্থ সন্তানক উনপঞ্চাছ ভাগত খণ্ডিত কৰিছে। মূল কাহিনীটো একে ৰাখি একৈছ ফাঁকি পদত উনপঞ্চাশৎ বায়ুৰ উৎপত্তিৰ কাহিনী বৰ্ণাই তাৰ পাছতে যাত্ৰা কৰা বিশ্বামিত্ৰ আৰু ৰাম-লক্ষ্মণে গৌতম মুনিৰ আশ্ৰম দেখা পোৱাৰ প্ৰসংগ আনিছে।

এই খিনিতে উল্লেখ কৰি ৰাখ খোজোঁ যে কৃত্তিঃ ৰামায়ণত বিশ্বা-মিত্ৰৰ আশ্ৰমৰ পৰা জনকৰ নগৰীলৈ যাত্ৰাপথৰ একো বৰ্ণনাই নাই। মাধৱদেৱে যাত্ৰাপথৰ মূলত থকাৰ দৰে দীঘলীয়া বৰ্ণনা দিয়া নাই যদিও কান্যকুব্জ বৃত্তান্ত আৰু সমুদ্ৰমন্থনৰ তথা উনপঞ্চাশৎ বায়ুৰ উৎপত্তিৰ কাহিনীৰে হ'লেও যাত্ৰাপথৰ দূৰত্বৰ আভাস দিছে। কৃত্তিঃ ৰামায়ণত আশ্ৰমৰ পৰা ৰামৰ জনকৰ গৃহলৈ যোৱাৰ বৰ্ণনা ইমানেই মাত্ৰ —

হাতে ধনু ধৰিলেন শ্ৰীৰাম-লক্ষ্মণ।
আগে পাছে চলিলেন সকল ব্ৰাহ্মণ॥
বিশ্বামিত্ৰ বলিলেন শুন ৰঘুবৰ।
অগ্ৰেতে গমন কৰি জনকৰ ঘৰ॥
এ কথা শুনিয়া ৰাম বলেন তাহাৰে।
অগ্ৰে গিয়া বাৰ্তা দেহ জনক ৰাজাৰে॥

তেতিয়া বিশ্বামিত্ৰই জনকৰ ওচৰত উপস্থিত হৈ কৈছেগৈ —

তব ঘৰে আইলেন শ্ৰীৰাম লক্ষ্মণ।
তাড়কাকে মাৰিলেন হেলায় বিজন॥
অহল্যাৰ কৰিলেন শাপ বিমোচন॥
কৈবৰ্তকে তাৰিলেন সুকৃপা দৰ্শনে।
তিন কোটি ৰাক্ষস মৰিল যাঁৰ বাণে॥
সেই ৰাম দ্বাদশ বৎসৰ বয়ঃক্ৰম।
লক্ষ্মণ তাহাৰ ভাই দুই অনুপম॥

কৃত্তি: ৰামায়ণত তাড়কাবধৰ পাছতে ৰামে অহল্যা-মোচন কৰিছে। আধ্যাত্মৰামায়ণ, আনন্দ-ৰামায়ণ প্ৰভৃতিত একাৰ দৰে কৃত্তিবাসে যি কৈবৰ্ত্ত বৃত্তান্ত বৰ্ণনা কৰিছে, মাধৱদেৱৰ আদিকাণ্ডত সেই অবাল্মীকীয় কাহিনীটোৰ উল্লেখ নাই।

## ॥ অহল্যা বৃত্তান্ত ॥

### ( উৎপত্তি আৰু ক্ৰমবিকাশসহ )

মাধৱদেৱৰ আদিকাণ্ডত ৰাম-লক্ষ্মণক লৈ বিশ্বামিত্ৰ মিথিলালৈ যাওঁতে 'নানা ফল-ফুলে দেখিবাক সুশোভন' গৌতমৰ সৰ্বশূন্য আশ্ৰমখন দেখি বিশ্বামিত্ৰক ৰামে "কাৰ ইটো আশ্ৰম কহিয়োঁ তপোধন" বুলি সুধিলে। তেতিয়া বিশ্বামিত্ৰই "তোমাৰ ইঠাইত কিছু আছে প্ৰয়োজন" বুলি ৰাম-লক্ষ্মণক লৈ সেই আশ্ৰমত প্ৰবেশ কৰিলে। তাত —

গৌতম ঋষিৰ শাপ লভিয়া প্ৰচণ্ড।
আছন্ত অহল্যা সতী হুয়া শিলাখণ্ড॥

বিশ্বামিত্ৰই "এহি শিলাখণ্ড ৰাম পৰশিয়ো পাৱে" বুলি কোৱাত ৰামে সেই নিৰ্দেশ পালন কৰে। তেতিয়া —

শাপ এৰাই অহল্যা ভৈলন্ত শুদ্ধভাৱ।
ঈশ্বৰৰ পদধূলা জগত দুলৰ্ভ।
মহা মহা মহন্তৰ নুহিকে সুলভ ॥ ১০৬৬
যেনয় ধূলাক সুখে অহল্যা পাইলন্ত।
তাহান ভাগ্যৰ কোনে কহিবেক অন্ত॥
ঘোৰ ঋষিশাপ এৰাই প্ৰকাশন্ত জ্যোতি।

অহল্যা আৰু ইন্দ্ৰৰ ব্যভিচাৰৰ কাহিনীটোৰ উদ্ভৱ আৰু ক্ৰমবিকাশৰ এক সুদীৰ্ঘ কালৰ ইতিহাস আছে। এই কাহিনীৰ উৎস বিচাৰি গ'লে আমি

বৈদিক সাহিত্যত ইন্দ্ৰৰ বিশেষণৰূপে প্ৰয়োগ হোৱা 'অহল্যা-জাৰ' শব্দটো পাবলৈ পাওঁ। বৈদিক সাহিত্যৰ টীকাকাৰ সকলে এই শব্দটো এটা ৰূপক স্বৰূপে ব্যাখ্যা কৰি গৈছে। অহল্যা শব্দৰ অৰ্থ হৈছে যি [illegible] বোৱা হোৱা নাই। এনেকুৱা মাটিৰ লগত বৃষ্টিৰ অধিষ্ঠাতা দেৱতা ইন্দ্ৰৰ সম্পৰ্ক উপপতি ৰূপে কৰাটো স্বাভাৱিক কথা। উল্লেখযোগ্য যে বৈদিক সাহিত্যত ইন্দ্ৰৰ লোলুপ চৰিত্ৰৰ ইংগিত ক'তো পোৱা নাযায়। বৈদিক সাহিত্যত প্ৰয়োগ কৰা এই 'অহল্যাজাৰ' অৰ্থাৎ অহল্যাৰ উপপতি শব্দটোকে ভিত্তি কৰি গৌতমপত্নী অহল্যাৰ লগত ইন্দ্ৰৰ উপপতিৰ সম্পৰ্ক বুলি কাল ক্ৰমত ইন্দ্ৰ আৰু অহল্যাৰ ব্যভিচাৰৰ কাহিনী এটাৰ জন্ম দিয়া হ'ল।

'ষড়্‌বিংশ ব্ৰাহ্মণ'ত থকা এটা কাহিনী অনুসৰি এসময়ত দেৱতা আৰু অসুৰবিলাকৰ যুদ্ধ হৈ থাকোঁতে গৌতমে দুয়োপক্ষৰ মাজ ঠাইত তপস্যা কৰি আছিল। ইন্দ্ৰই গৈ তেওঁক দেৱতাসকলৰ গুপ্তচৰ হ'বলৈ অনুৰোধ কৰিলে, গৌতম সন্মত নহ'ল। তেতিয়া ইন্দ্ৰই নিজে গৌতমৰ বেশ ধৰি গুপ্তচৰ হৈ যাব খুজিলে; গৌতমে তাত সন্মতি দিলে। 'শতপথ ব্ৰাহ্মণ' ( ৩।৩।৪।১৮ ) আৰু 'জৈমিনীয় ব্ৰাহ্মণ'ত ( ২।৭৯ ) আছে — কৌশিকে ( ইন্দ্ৰৰ অন্য এক নাম ) নিজকে ব্ৰাহ্মণ গৌতম বুলিলে — "কৌশিক ব্ৰাহ্মণ গৌতম ব্ৰুবাণেতি।" এইদৰে ইন্দ্ৰই ব্ৰাহ্মণ গৌতমৰ ৰূপ ধাৰণ কৰা আৰু ইন্দ্ৰক বৈদিক সাহিত্যত 'অহল্যাজাৰ' অৰ্থাৎ অহল্যাৰ উপপতি বোলা কথাৰ আলমত, ইন্দ্ৰই গৌতমৰ ৰূপ ধৰি তেওঁৰ পত্নী অহল্যাক উপপত্নী কৰাৰ কাহিনীটোৰ কল্পনা কৰা হ'ল বুলি পণ্ডিতসকলে মত প্ৰকাশ কৰে।

বাল্মী০ ৰামায়ণত অহল্যা আৰু ইন্দ্ৰৰ কাহিনীটো দুবাৰ বৰ্ণনা কৰা হৈছে। বালকাণ্ডত ( ৫৮ সৰ্গ ) বিশ্বামিত্ৰ ঋষিয়ে ৰামক আৰু উত্তৰকাণ্ডত ( ৩০ সৰ্গ ) ব্ৰহ্মাই ইন্দ্ৰক অহল্যাৰ কাহিনী কৈছে। বাল্মীকীয় ৰামায়ণত থকা এই দুয়োটা কাহিনীৰ মাজত ভালেখিনি পাৰ্থক্য দেখা যায়। মহাভাৰতৰ শান্তিপৰ্বত ( ২৬৫ অধ্যায় ) নিজ পত্নী অহল্যাৰ ব্যভিচাৰত ৰুষ্ট হৈ গৌতমে নিজৰ পুত্ৰ চিৰকাৰীক মাকক হত্যা কৰিবলৈ আদেশ দিয়া আৰু স্বভাৱতে বহুত পলমকৈ কাম কৰা চিৰকাৰীয়ে এই কাম কৰোঁতে পলম

হোৱাত গৌতমে নিজৰ সিদ্ধান্ত পৰিবৰ্তন কৰাৰ কাহিনী বৰ্ণনা কৰা হৈছে। ব্ৰাহ্মণৰ ৰূপ ধৰি আশ্ৰমত প্ৰৱেশ কৰা ইন্দ্ৰক গৌতমে নিজে অতিথি-সৎকাৰ কৰিছিল আৰু পাছত সেই দুখদায়ক ঘটনাটো ঘটিলে। তাত পত্নীৰ দোষ নাই বুলি পাছত গৌতমে বিবেচনা কৰিলে। শান্তিপৰ্বৰ ৩২৯ অধ্যায়ত গৌতমৰ অভিশাপত ইন্দ্ৰৰ দাড়ী হালধীয়া পৰি যোৱা বুলি আছে। মহাভাৰতৰ কোনো ঠাইতে অহল্যাক গৌতমে শাপ দিয়াৰ কথা নাই। এই দৰে মহাভাৰততে গৌতমপত্নী আৰু ইন্দ্ৰৰ ব্যভিচাৰ সম্পৰ্কীয় কাহিনীটোৰ সৰ্বপ্ৰথম ৰূপ দেখিবলৈ পোৱা যায়। বাল্মী৹ ৰামায়ণত দুঠাইত বিভিন্ন ৰূপত বৰ্ণনা কৰা অহল্যাৰ বৃত্তান্তটো যে মূল কাহিনীৰ লগত, সজাই পৰাই নিৰ্ভতে যোগ হৈ পৰিছে, সেই কথা সহজেই ধৰিব পাৰি। পতিতপাৱন ৰূপে ৰামৰ মাহাত্ম্য বৃদ্ধি পাই যোৱাৰ লগে লগে এই কাহিনীয়ে বিভিন্ন যুগৰ বিচিত্ৰ কল্পনাৰ বহণেৰে বৈচিত্ৰ্যপূৰ্ণ ৰূপ লাভ কৰিলে। মাধৱদেৱৰ আদিকাণ্ডত বৰ্ণিত অহল্যা-বৃত্তান্তয়ো ক্ৰমবিকাশৰ সুদীৰ্ঘ ইতিহাসৰ স্বাক্ষৰ বহন কৰিছে।

মাধৱদেৱৰ আদিকাণ্ডত ৰামে বিশ্বামিত্ৰক নিৰ্জন আশ্ৰমখন কাৰ বুলি প্ৰশ্ন কৰাৰ লগে লগেই "ভাল সুমৰাইলা ৰাম কমললোচন" বুলি আশ্ৰমলৈ নি ৰামৰ চৰণ স্পৰ্শ দিয়াই অহল্যাৰ শাপমোচন কৰাইছে। জগতদুৰ্লভ ঈশ্বৰৰ পদধূলা পাই ঘোৰ ঋষিশাপ এৰাই জ্যোতি প্ৰকাশ পোৱা অহল্যাক দেখি ৰামে প্ৰশ্ন কৰিলে —

> কিবা নাম আন এন্তে ভাৰ্য্যা বা কাহাৰ।
> পৰম সুন্দৰী আতি ৰূপ চমৎকাৰ ॥
> শিলা হুয়া আছে কেনে শূন্য আশ্ৰমত।

বাল্মী৹ ৰামায়ণৰ বালকাণ্ডত ৰামে মিথিলাৰ ওচৰত থকা শূন্য (গৌতমৰ) আশ্ৰমখন দেখি সেই ৰমণীয় মুনিবৰ্জিত আশ্ৰমখননো কাৰ জানিবলৈ বিচৰাত বিশ্বামিত্ৰই অহল্যাৰ অভিশাপৰ সমস্ত বৃত্তান্ত বৰ্ণনা কৰিছে। তাৰ পাছত ৰামৰ পাদস্পৰ্শত নহয়, শ্ৰীৰামৰ দৰ্শনতহে, শিলা হৈ থকা অহল্যাৰ নহয়, সহস্ৰ সহস্ৰ বছৰ মানুহৰ অদৃশ্য হৈ তপস্যা কৰি পৰমজ্যোতিৰ্ময়ী হৈ থকা অহল্যাৰহে শাপমুক্তি হৈছে। এই প্ৰসংগত বাল্মী৹ ৰামায়ণ আৰু মাধৱ-

দেৱৰ আদিকাণ্ডত বৰ্ণিত অহল্যাবৃত্তান্তৰ অমিলখিনি স্পষ্ট কৰি দেখুৱাবলৈ প্ৰথমতে বাল্মীকীৰ কাহিনীটো চমুকৈ দাঙি ধৰা হ'ল।

পূৰ্বকালত সেই তভিশপ্ত আশ্ৰমখন দেৱতাবো পূজনীয় গৌতমমুনিৰ দিব্য আশ্ৰম আছিল। তাতে মহাতপা গৌতমে নিজ পত্নী অহল্যাৰে সৈতে বহুবছৰ তপস্যা কৰি আছিল। এদিন মুনিৰ অনুপস্থিতিত ইন্দ্ৰই (গৌতম) মুনিৰ বেশ ধাৰণ কৰি অহল্যাক এইদৰে ক'লে — সংগমাৰ্থীসকলে ঋতুকাললৈ প্ৰতীক্ষা কৰি নাথাকে; গতিকে মই তোমাৰ সমাগম প্ৰাৰ্থনা কৰিছোঁ।

ঋতুকালং প্ৰতীক্ষন্তে নাৰ্থিন: সুসমাহিতে।

সংগমং ত্বহমিচ্ছামি ত্বয়া সহ সুমধ্যমে॥ (বাঃ ১।৪৮।১৮)

গৌড়ীয় পাঠত এই শ্লোকটোৰ পাঠ এনেধৰণৰ —

ঋতুকালঃ প্ৰতীক্ষ্যোঽপি ন প্ৰতীক্ষে সুমধ্যমে।

সংগমং শীঘ্ৰমিচ্ছামি পৃথুশ্ৰোণি সহ ত্বয়া॥ (বা: ১।৪৯।১৮)

"হে সুমধ্যমা, যদিও ঋতুকাললৈ প্ৰতীক্ষা কৰা উচিত, তথাপি হে পৃথুশ্ৰোণি, মই শীঘ্ৰে তোমাৰ সমাগম কামনা কৰিছোঁ।" গৌড়ীয় পাঠৰ এই শ্লোকৰ ছাঁ মাধৱদেৱৰ আদিকাণ্ডত অহল্যাই গৌতমৰূপী ইন্দ্ৰক কোৱা তলৰ কথাখিনিত সুস্পষ্ট —

সমস্তে শাস্ত্ৰত তুমি আপুনি পাৰ্গত।

কৰিব আ৺পি স্ত্ৰীক ঋতু সময়ত॥ ১০৮৬

ঋষিসকলৰ ধৰ্ম এহিসে নিশ্চয়।

ঋতু বাজে স্ত্ৰীক আলাপিলে পাপ হয়॥

বাল্মীঁ বামায়ণৰ মতে মুনিৰ বেশত ইন্দ্ৰক চিনি পাই, ইন্দ্ৰৰপ্ৰতি কৌতূহলবশতঃ সেই দুৰ্বুদ্ধি নাৰীয়ে (তেওঁৰ লগত ৰতিৰ অৰ্থে) মন কৰিলে —

মুনিবেষং সহস্ৰাক্ষং বিজ্ঞায় ৰঘুনন্দন।

মতিং চকাৰ দুৰ্মেধা দেৱৰাজকুতূহলাৎ॥ (বা ১।৪৯।১৯)

---

* গৌড়ীয় পাঠত — মুনিবেশধৰং শক্ৰং সা জ্ঞাত্বাপি পৰন্তপ।
অৰ্থাৎমু নিৰ বেশত ইন্দ্ৰক চিনি পায়ো অহল্যাই · ··· ।

তাৰ পাছত কৃতাৰ্থ হৈ তেওঁ ইন্দ্ৰক তাৰপৰা শীঘ্ৰে গুচি যাবলৈ ক'লে আৰু ঋষিৰ কোপৰপৰা ইন্দ্ৰই নিজকে আৰু অহল্যাক ৰক্ষা কৰিবলৈ প্ৰাৰ্থনা জনালে —

কৃতাৰ্থাস্মি সুৰশ্ৰেষ্ঠ গচ্ছ শীঘ্ৰমিতঃ প্ৰভো ॥ ২০
আত্মানং মাংচ দেবেশ সৰ্বথা ৰক্ষ গৌতমাৎ।

অহল্যাৰ কথামতে মুনিৰ কুটীৰৰপৰা ওলাই যাওঁতে ইন্দ্ৰই তপস্যাৰ্জিত, দেৱতা-দানৱৰ দুৰ্দ্ধৰ্ষ, হবিঃসিক্ত অগ্নিৰ দৰে তীৰ্থজলেৰে সিক্ত গৌতমক দেখি ভয়ত বিমৰ্ষ হৈ পৰিল। মুনিয়ে দুৰ্বৃত্তক এইবুলি অভিশাপ দিলে — "দুৰ্মতি তই মোৰ ৰূপ ধৰি এই অকাৰ্য কৰিলি; তই অণ্ডকোষৰহিত হ" —

মম ৰূপং সমাস্থায় কৃতবানসি দুৰ্মতে।
অকৰ্তব্যমিদং যস্মাদ্ বিফলস্তুং ভবিষ্যসি ॥ (১।৪৯।২৭)

গৌতমৰ শাপত ইন্দ্ৰৰ অণ্ডদ্বয় তত্তালিকে ভূপতিত হ'ল। তাৰ পাছত অহল্যাক এইবুলি অভিশাপ দিলে — "এই আশ্ৰমতে তেজাৰ হেজাৰ বছৰ ধৰি কেৱল বায়ু ভক্ষণ কৰি অনাহাৰে তপস্যাৰত হৈ (গৌড়ীয় পাঠৰ মতে সন্তাপভূমি অবলম্বনৰহিতা হৈ সততে) ভস্মত শয়ন কৰি সমস্ত প্ৰাণীৰে অদৃশ্য হৈ, পাপিষ্ঠা দুষ্টাচাৰিণী তই বাস কৰি থাক। যেতিয়া দশৰথৰ পুত্ৰ দুৰ্দ্ধৰ্ষ ৰাম এই ভয়ানক বনলৈ আহিব, তেতিয়াহে তই পবিত্ৰ হ'বি। লোভ-মোহশূন্য হৈ তেওঁৰ আতিথ্য-সংকাৰ কৰি আনন্দিত হৈ মোৰ ওচৰত নিজৰূপ ধাৰণ কৰিবি (গৌঃ — নিঃসন্দেহে মোৰ সামীপ্য লাভ কৰিবি)।"—

ইহ বৰ্ষসহস্ৰাণি বহূনি নিবসিষ্যসি ॥
বাতভক্ষা নিৰাহাৰা তপ্যন্তী ভস্মশায়িনী + ।
অদৃশ্যা সৰ্বভূতানামাশ্ৰমেঽস্মিন্ বসিষ্যসি ॥
যদা ত্বেতদ্বনং ঘোৰং ৰামো দশৰথাত্মজ.।
আগমিষ্যতি দুৰ্দ্ধৰ্ষস্তদা পূতা ভৱিষ্যসি ॥
তস্যাতিথ্যেন দুৰ্বৃত্তে লোভমোহবিবৰ্জিতা ।

---

+ গৌড়ীয় পাঠত — তপ্যমানা নিৰালম্ব সততং ভস্মশায়িনী।

মৎসকাশং মুদা যুক্তা বয়ং স্বপূৰ্বাবস্থিমাসি *॥

(বা: ১।৪৯।২৯-৩২)

গতিকে দেখা গ'ল যে মহাভাৰতত স্বামীৰ কোনো প্ৰকাৰৰ শাপৰ ভাগী নোহোৱা অহল্যাই ইয়াত স্বামীৰ সঙ্গৰ পৰা বঞ্চিতা হৈ দুৰ্ঘোৰ বনত কঠোৰ তপস্যাৰ দ্বাৰা আত্মশুদ্ধি কৰাৰ শাস্তি পাইছে; শিলা হ'ব লগীয়া শাস্তি বাল্মী৹ ৰামায়ণৰ বালকাণ্ড আৰু উত্তৰকাণ্ড ৰচনা হোৱাৰ সময়লৈকে অহল্যাই পোৱা নাই।

বাল্মী৹ ৰামায়ণৰ উত্তৰকাণ্ডত, ইন্দ্ৰজিতৰ দ্বাৰা পৰাভূত হোৱা ইন্দ্ৰক ব্ৰহ্মাই তেওঁৰ পূৰ্বৰ পাপকৰ্ম সোঁৱৰাই দিবলৈ অহল্যাৰ কথা ঘোহাৰি শুনাইছিল। সেই কাহিনীমতে ব্ৰহ্মাই প্ৰথমতে কোনো ব্যক্তিগত বিশেষত্ব নথকাকৈ প্ৰাণীবিলাকক সৃষ্টি কৰিছিল; তাৰ পাছত বিশেষত্ব প্ৰদৰ্শন কৰিবলৈ ব্ৰহ্মাই প্ৰজাসমূহৰ প্ৰতি অংগত থকা বিশেষত্ব সংগ্ৰহ কৰি এক নাৰীৰ সৃষ্টি কৰিলে। তেৱেঁই আছিল অহল্যা। যাৰ গাত হল্য অৰ্থাৎ কুৰূপতা নাই, তেৱেঁই অহল্যা —

হলং নামেহ বৈৰূপ্যং হল্যং তৎপ্ৰভৱং ভবেৎ ॥
যস্যা ন বিদ্যতে হল্যং তেনাহল্যেতি বিশ্ৰুতা । (বা ৭।৩০।২২-২৩)

এই অনন্যসাধাৰণ ৰূপ-গুণৰ অধিকাৰিণী 'অহল্যা মোৰে পত্নী হ'ব' বুলি ইন্দ্ৰই মনে মনে ভাবি আছিল। ব্ৰহ্মাই কিন্তু এই কন্যাটি নি মহাত্মা গৌতমৰ ওচৰত ন্যাস ৰাখিছিল। যথাসময়ত কন্যাটি ব্ৰহ্মাক প্ৰত্যৰ্পণ কৰাত ব্ৰহ্মায়ো ঋষিৰ মহান্ স্থৈৰ্যগুণ (ইন্দ্ৰিয়সংযম) দেখি আৰু তেওঁ তপস্যাত সিদ্ধি লাভ কৰা বুলি বুজি তেওঁকে পত্নীৰূপে অহল্যাক দান কৰিলে। ৰূপৱতী অহল্যাক গৌতমৰ সহধৰ্মচাৰিণীৰূপে ব্ৰহ্মাই দান কৰা প্ৰসংগত, কালিদাসৰ কুমাৰসম্ভৱত ব্ৰহ্মচাৰীজনে তপস্বিনী পাৰ্বতীক — ৰূপ-লাৱণ্য পাপকাৰ্যত লগাবলৈ নহয় যে সি নিশ্চিত (যদুচ্যতে পাৰ্বতি পাপবৃত্তয়ে ন ৰূপমিত্যব্যভিচাৰি বচঃ) — এই বুলি কোৱা কথাষাৰলৈ মনত পৰে।

* গৌড়ীয় পাঠত — মৎসকাশং মুদোপেতা সমুপৈষ্যস্যসংশয়ম্ ॥

ব্ৰহ্মাই অহল্যাক গৌতম ঋষিক দান কৰা দেখি দেৱতাসকলে বিশেষকৈ ইন্দ্ৰই বৰ অসন্তোষ পালে। ক্ৰুদ্ধ আৰু কামাতুৰ হৈ ইন্দ্ৰ গৌতমৰ আশ্ৰম পালেগৈ আৰু তাত দীপ্ত অগ্নিশিখাৰ নিচিনা অহল্যাক দেখিবলৈ পাই ধৰ্ষণ কৰিলে। যেতিয়া মহৰ্ষি গৌতমে ইন্দ্ৰক দেখি এই বুলি অভিশাপ দিলে — 'ইন্দ্ৰ, তুমি নিৰ্ভয়ভাৱে মোৰ পত্নীক ধৰ্ষণ কৰাৰ ফলস্বৰূপে যুদ্ধত শত্ৰুৰ হাতত পৰিবা। দুৰ্বুদ্ধি, তুমি যি উপপতিভাৱৰ প্ৰৱৰ্তন কৰিলা, তোমাক দেখি অন্য মানুহে এনে কাৰ্যত লিপ্ত হোৱাৰ ফলত যি পাপ হ'ব, তুমি তাৰ আধা পাপৰ ভাগী হ'বা। তোমাৰ ইন্দ্ৰপদ কেতিয়াও স্থায়ী নহয়; তদুপৰি যেয়ে ইন্দ্ৰ হ'ব তেওঁৰে এই পদৱী অস্থায়ী হ'ব ২।" এইখিনিতে উল্লেখযোগ্য যে ইন্দ্ৰ এজন ব্যক্তি নহয় এটা পদহেহে। মহাভাৰতৰ শল্য-পৰ্বত দেৱতাসকলে কাৰ্তিকেয়ক ইন্দ্ৰ পতাৰ কথা আছে। শংকৰদেৱৰ 'বলিছলন'ত বলি ইন্দ্ৰ হ'ব বুলিছে —

> যৈসানি পৰন্ত ইন্দ্ৰ হুয়া পুণ্যক্ষয়।।
> সাৱৰ্ণি মনুত তই ইন্দ্ৰ হৈবি পাছে। ( ১২৪০ পদ )

বাল্মীকি ৰামায়ণৰ উত্তৰকাণ্ডত ইন্দ্ৰৰ প্ৰতি গৌতমৰ অভিশাপ বিষয়ে বালকাণ্ডত থকাৰ সৈতে একে নহয়, সেইদৰে অহল্যাৰ প্ৰতিও গৌতমৰ শাপ একে নহয়। উত্তৰকাণ্ডৰ মতে গৌতমে অহল্যাক এইদৰে অভিশাপ দিলে —

> দুৰ্বিনীতে বিনিধ্বংস মমাশ্ৰমসমীপতঃ॥
> ৰূপযৌৱনসম্পন্না যস্মাত্ত্বমনৱস্থিতা।

২ যস্মান্মে ধৰ্ষিতা পত্নী ত্বয়া বাসৱ নিৰ্ভয়াৎ।
তস্মাত্ত্বং সমৰে শক্ৰ শত্ৰুহস্তং গমিষ্যসি॥
অয়ং তু ভাৱো দুৰ্বুদ্ধে যত্ত্বয়েহ প্ৰৱৰ্তিত.।
মানুষেষ্বপি লোকেষু ভবিষ্যতি ন সংশয়ঃ॥
তত্ৰাৰ্ধং তস্য যঃ কৰ্তা ত্বয্যৰ্ধং নিপতিষ্যতি।
ন চ তে স্থাৱৰং স্থানং ভবিষ্যতি ন সংশয়ঃ॥
যশ্চ যশ্চ সুৰেন্দ্ৰঃ স্যাদ্ ধ্ৰুৱঃ স ন ভবিষ্যতি। ( উত্তৰ ৩০।৩২-৩৫ )

তস্মাদ্ৰূপৱতী লোকে ন ত্বমেকা ভৱিষ্যতি ॥

[ উত্তৰ, ৩০।৩৬-৩৭ ]

"দুৰাচাৰী, তই মোৰ আশ্ৰমৰ ওচৰতে বিনষ্ট হ। ৰূপযৌৱনসম্পন্না হৈ তই মৰ্যাদাত থ'ব নোৱাৰিলি ; গতিকে এতিয়াৰপৰা কেৱল তয়ে জগতত ৰূপৱতী হৈ নাথাক (আৰু অন্যও হ'ব )।"

বালকাণ্ডত মুনিৰ বেশত ইন্দ্ৰক চিনি পায়ো দুৰ্মতি অহল্যাই ইন্দ্ৰৰ প্ৰতি কৌতূহলবশতঃ কামাসক্ত হোৱাৰ কথা কৈ থোৱা হৈছে। কৃত্তিবাসী ৰামায়ণ আৰু ৰঙ্গনাথ ৰামায়ণতো ইন্দ্ৰক চিনি পায়ো তেওঁৰ ৰতি-প্ৰাৰ্থনাত অহল্যা সন্মত হোৱা বুলি আছে। বাল্মীকীয় উত্তৰকাণ্ডত ৰামীৰ শাপগ্ৰস্তা অহল্যাই নিজকে নিৰ্দোষ বুলি ৰামীক কৈছিল —

অজ্ঞানাদ্ ধৰ্ষিতা বিপ্ৰ ত্বদ্ৰূপেন দিবৌকসা।

ন কামকাৰাদ্ বিপ্ৰৰ্ষে প্ৰসাদং কৰ্তুমৰ্হসি ॥ [ উ : ৩০।৪০ ]

"হে বিপ্ৰ, ব্ৰহ্মৰ্ষি, দেৱতাই তোমাৰ ৰূপ ধৰি মোক ধৰ্ষণ কৰিলেহি, সেই কথা মই নাজানিলোঁ। ইচ্ছা কৰি এই কাম নকৰা মোক তুমি অনুগ্ৰহ কৰিব লাগে।" অহল্যাৰ এই নম্ৰ বচনত সন্তুষ্ট হৈ গৌতমে অহল্যাক শাপ-মোচনৰ উপায় দি ক'লে — "ইক্ষ্বাকু বংশত ৰাম নামেৰে মহাতেজস্বী মহাবলীৰ ৰূপত মনুষ্য শৰীৰত ( বিষ্ণুৰ্মানুষবিগ্ৰহঃ) প্ৰকট হৈ ব্ৰাহ্মণৰ কাৰ্যত বনলৈ আহিব। তেতিয়া হে কল্যাণী, তেওঁক তুমি দৰ্শন কৰি পবিত্ৰ হ'বা। তুমি কৰা দুষ্কৃতিৰপৰা তেওঁহে তোমাক পবিত্ৰ কৰিব পাৰিব ( উত্তৰ, ৩০।-৪৩।)"

বালকাণ্ডত ৰামক বিষ্ণুৰ অৱতাৰ বুলি অহল্যা-বৃত্তান্তত কোৱা নাই। গতিকে উত্তৰকাণ্ডৰ এই কাহিনী নিসন্দেহে পাছৰ উদ্ভাৱনা। বালকাণ্ডত অহল্যা আৰু ইন্দ্ৰক শাপ দি গৌতমে সেই আশ্ৰম এৰি হিমালয়ৰ শিখৰলৈ যোৱা বুলিছে ( ১।৪৯।৩০ )। ইয়াত কিন্তু গৌতমে নিজ আশ্ৰমত প্ৰৱেশ কৰিলে আৰু তেওঁৰ পত্নীয়ে মহতী তপস্যা কৰিবলৈ ধৰিলে বুলিহে কোৱা হৈছে। বাল্মী, ৰামায়ণত থকা এই দুয়োটা অহল্যাবৃত্তান্তৰপৰা বুজা গ'ল যে গৌতমৰ শাপত অহল্যা শিলা হোৱাটো অবাল্মীকীয় কথা, মহাভাৰততো অহল্যাক গৌতমে নিৰ্দোষ বুলিয়ে গ্ৰহণ কৰিছে।

বাল্মী০ ৰামায়ণত বালকাণ্ডৰ মতে গৌতমৰ শাপত অণ্ডকোষৰহিত হৈ ইন্দ্রই ভয়ত অগ্নি আদি দেৱতা আৰু সিদ্ধগন্ধৰ্বসকলক ক'লেগৈ — "মহাত্মা গৌতমৰ তপস্যাত বিঘিনি ঘটাবলৈ মই তেওঁৰ ক্রোধ জন্মাই দেৱকাৰ্যহে সাধন কৰিলোঁ। তেওঁ খঙত ভয়ানক শাপ দি মোক অণ্ডকোষ-ৰহিত কৰিলে। আৰু নিজপত্নীক ত্যাগ কৰিলে। এইদৰে মই তেওঁৰ তপস্যাৰ ফল হৰণ কৰিলোঁ। গতিকে হে শ্ৰেষ্ঠ দেৱতাসকল, ঋষি আৰু চাৰণগণৰ সৈতে আপোনালোকে দেৱকাৰ্যসাধক মোক অণ্ডকোষযুক্ত কৰি দিয়ক ৪।" পিছে ইন্দ্ৰ গৌতমৰ আশ্ৰমলৈ দেৱকাৰ্য সাধনৰ উদ্দেশ্যে লৈ যোৱা নাছিল, আপদত পৰি নিজৰ অপকৰ্মক দোষমুক্ত কৰিবলৈহে ইন্দ্রই এই কথা পাছত সজাই লৈ কৈছে।

ইন্দ্ৰৰ কথা শুনি দেৱতাসকল গৈ পিতৃদেৱতাগণৰ ওচৰ চাপি তেওঁলোকৰ ছাগটোৰ অণ্ডকোষ খুলি আনি ইন্দ্ৰক তাৰে সংযুক্ত কৰি দিলে। দেৱতাসকলে তাৰ পাছত পিতৃগণক ক'লে — অণ্ডকোষৰহিত ছাগে তোমালোকক অতি আনন্দ দিব। যি লোকে তোমালোকলৈ এনে ছাগ উৎসৰ্গা কৰিব, তোমালোকে তেওঁলোকক অক্ষয় আৰু উত্তম ফল দান কৰিবা ৫।"

বিশ্বামিত্ৰই ৰামক এইদৰে অহল্যা-বৃত্তান্ত শুনোৱাৰ পাছত তেওঁক দেৱ-ৰূপিণী, মহাভাগা অহল্যাক তাৰণ কৰিবলৈ পুণ্যকৰ্মা গৌতমৰ আশ্ৰমলৈ

৪ কুৰ্বতা তপসো বিঘ্নং গৌতমস্য মহাত্মনঃ।
ক্রোধমুৎপাদ্য হি ময়া সুৰকাৰ্যমিদং কৃতম্॥
অফলোঽস্মি কৃতস্তেন ক্রোধাৎ সা চ নিৰাকৃতা।
শাপমোক্ষেণ মহতা তপোঽস্যাপহৃতং ময়া॥
তস্মাৎ সুৰৱৰাঃ সৰ্বে সৰ্ষিসংঘাঃ সচাৰণাঃ।
সুৰকাৰ্যকৰং যূয়ং সফলং কৰ্তুমৰ্হথ॥ ( বা১।৪৯।২-৪ )

৫ অফলস্তু কৃতো মেষঃ পৰাং তুষ্টিং প্ৰদাস্যতি।
ভৱতাং হৰ্ষণাৰ্থংচ যে চ দাস্যন্তি মানৱাঃ॥
অক্ষয়ং হি ফলং তেষাং যূয়ং দাস্যথ পুষ্কলম্॥ ( ১।৪৯।৭ )

যাবহৈ ক'লে[৬]। ৰাম-লক্ষ্মণ আৰু বিশ্বামিত্ৰই আশ্ৰমত প্ৰৱেশ কৰি মহা সৌভাগ্যশালিনী, তপস্যাৰে দীপ্তিমতী, মানৱ, অসুৰ, দেৱতা সকলোৰে আধৰ্ষণীয়া অহল্যাক দেখিবলৈ পালে[৭]। বিধাতাই যত্নেৰে নিৰ্মাণ কৰা সেই দিব্যনাৰীক মায়াময়ী যেন লাগিছিল। তেওঁক ধোঁৱাৰে ঢাক খাই থকা একুৰা জ্বলা জুই, হিম আৰু ডাৱৰে ঢাকি থোৱা পূৰ্ণচন্দ্ৰ অথবা পানীত জলমলাই থকা চকুৰে চাব নোৱৰা সূৰ্যপ্ৰভা যেন লাগিছিল। আগতে গৌতমৰ শাপত ত্ৰিভুবনৰ অদৃশ্য হৈ থকা সেই অহল্যা ৰামৰ দৰ্শন হোৱাৰ লগে লগে সকলোৰে দৃশ্য হৈ পৰিল। তেতিয়া ৰাম-লক্ষ্মণে আনন্দেৰে তেওঁৰ চৰণ-যুগল স্পৰ্শ কৰিলে — ৰাঘৱৌ তু তদা তস্যাঃ পাদৌ জগৃহতুৰ্মুদা। অহল্যায়ো বৰ আদৰেৰে পাদ্য-অৰ্ঘ্য দি তেওঁলোকৰ আতিথ্য সৎকাৰ কৰিলে। ৰাম-লক্ষ্মণেও সেই আতিথ্য বিধিপূৰ্বক গ্ৰহণ কৰিলে। সেই সময়ত দেৱদুন্দুভি বাজিল, পুষ্পবৃষ্টি হ'ল। তপস্যাৰ শক্তিৰে বিশুদ্ধ স্বৰূপ লাভ কৰা অহল্যাক দেৱতাসকলে ধন্য ধন্য কৰি পূজা কৰিলে —

সাধু সাধ্বিতি দেবাস্তামহল্যাং সমপূজয়ং।
তপোবলবিশুদ্ধাঙ্গীং গৌতমস্য বশানুগাম্ ॥ ( বা ১।৪৯।২০)

মহাতেজস্বী গৌতম, এই অহল্যাক পাই সুখী হৈ ৰামক বিধিমতে পূজা-সৎকাৰ কৰি তপস্যাত ৰত হ'ল।

গৌতমৰ শাপত অহল্যা শিল হৈ থকা কাহিনীটো অবাল্মীকীয় হ'লেও কালিদাসৰ ৰঘুবংশকে আদি কৰি পদ্ম, ব্ৰহ্মবৈৱৰ্ত, স্কন্দপুৰাণ, নৃসিংহ পুৰাণ আৰু সংস্কৃত তথা প্ৰাদেশিক ভাষাৰ ৰামায়ণী সাহিত্যত এই কথা বহুলভাৱে প্ৰচলিত। ৰামৰ চৰণস্পৰ্শ অহল্যাৰ শাপমোচন হোৱাৰ কথা মহানাটক ( ৩।১৭ ), আনন্দ ৰামায়ণ, ব্ৰহ্মবৈৱৰ্ত পুৰাণ আদিতো কোৱা হৈছে। দশৰথৰ পুত্ৰ আদৰ্শ পুৰুষ ৰামচন্দ্ৰৰ ব্যক্তিত্বত ঈশ্বৰত্ব আৰোপিত হোৱাৰ

---

৬ বা ১।৪৯।১১

৭ দদৰ্শ চ মহাভাগাং তপসা দ্যোতিতপ্ৰভাম্।
লোকৈৰপি সমাগম্য দুৰ্নিৰীক্ষ্যাং সুৰাসুৰৈঃ ॥ ( বা ১।৪৯।১৩ )

কলত পাছৰ যুগৰ ৰামায়ণী সাহিত্যত এই কথাই ঠাই পাই আহিছে। অহল্যা শিলত পৰিণত হোৱাৰ কথা অধ্যাত্ম ৰামায়ণৰ পৰিচিত আছিল। নাৱৰীয়া এজনে ৰামক গঙ্গা পাৰ কৰি দিয়াৰ সময়ত চৰণ ধুৱাই লৈছিল; কাৰণ তেওঁৰ চৰণত "মানুহ কৰিব পৰা চূৰ্ণ আছে, শিল (অহল্যা) আৰু কাঠৰ (নাও খনৰ) মাজত নো কি পাৰ্থক্য? কেনেবাকৈ (শিল অহল্যাত পৰিণত হোৱাৰ দৰে) ৰামৰ পদধূলা লাগি নাৱৰীয়াটোৰ নাওখন যুৱতীত পৰিণত হ'ব লাগিলে তাৰ জীৱিকাৰে ভিকাচন ভাগিব ৮। অহল্যা-বৃত্তান্তৰ প্ৰসংগত অহল্যাই শিলৰ ওপৰত উঠি তপস্যা কৰি থকা বুলিছে আৰু ৰামে সেই শিলছটা চৰণেৰে স্পৰ্শ কৰি, তাৰ পাছত নিজৰ বিষ্ণুৰূপ প্ৰদৰ্শন কৰা বুলি আছে। অহল্যাই যথাবিধি অৰ্চ্চনা কৰি ৰামক ঈশ্বৰ ৰূপে স্তুতি কৰিছে। ৰামৰোলাস কাব্য, ৰামচৰিতমানস প্ৰভৃতি পাছৰ যুগৰ ৰচনাতো এই কথা আছে।

মাধৱদেৱৰ আদিকাণ্ডতো অহল্যাই 'ঈশ্বৰৰ পদধূলা জগত দুৰ্লভ' লাভ কৰি সৌভাগ্যৰ পৰিচয় দিছে। বাল্মী. ৰামায়ণৰ কাহিনীটোত অহল্যাই তপস্যাৰ দ্বাৰা নিজকে সংশোধন কৰি, ভোগৈশ্বৰ্যৰ প্ৰতিভূ ইন্দ্ৰৰ বিপৰীতে আদৰ্শপুৰুষ, একপত্নীব্ৰতী ৰামক কৰা সাত্ত্বিক আতিথ্য-সেৱাৰে আত্মশোধন কৰাৰ ইঙ্গিত পোৱা যায়।

মাধৱদেৱৰ আদিকাণ্ডত ৰামৰ চৰণ-স্পৰ্শত পৰম সুন্দৰী হৈ প্ৰকাশ পোৱা অহল্যাৰ পৰিচয় ৰামে জানিবলৈ বিচৰাত বিশ্বামিত্ৰই ৰামক অহল্যাৰ কাহিনী বিস্তৃত ৰূপত দাঙি ধৰিছে। এই কাহিনীৰ মতে ইন্দ্ৰই মহৰ্ষি গৌতমৰ তপোভঙ্গ কৰিবৰ উদ্দেশ্যেহে গৌতমৰ আশ্ৰমলৈ গৈছিল। অহল্যাৰ পৰিচয় দিবলৈ গৈ ৰামক বিশ্বামিত্ৰই কৈছে —

---

৮ ক্ষালয়ামি তব পাদপংকজং নাথ দাৰুদৃষদো কিমন্তৰম্।
মানুষীকৰণচূৰ্ণমস্তি তে পাদয়োৰিতি কথা প্ৰথীয়সী॥

× ৼ নোচেত্তৰী সদ্যুৱতী মলেন স্যাচ্ছেদ্বি'ভা বিদ্ধি কুটুম্বহানিঃ (অধ্যাত্ম ১।৬।২-৩)

ইহান অহল্যা নাম ভাৰ্যা গৌতমৰ ।।
মহা ঋষি গৌতমক জগতে জানয় ।
তান তপ দেখি ইন্দ্ৰ ভৈল মহাভয় ।। ২০৬৯
ৰাত্ৰি দিনে মানে তান সুখ শান্তি নাই ।
আন তপ ভংগ কৰো কমন উপায় ।।
ইটো ঋষি যেনে তপ কৰয় দুৰ্ঘোৰ ।
কোনদিন ইন্দ্ৰপদ কাঢ়ি লৈবে মোৰ ।। ১০৭০

এই ভয়ত ইন্দ্ৰই গৌতমৰ তপোভঙ্গ কৰিবলৈ মদনক পঠিয়ালে; মদনে কিন্তু "জাজ্বল্য অগ্নি"ত জাহ যাবলৈ সাহ নকৰিলে। এই কথাই আমাক 'কুমাৰসম্ভৱ'ত শিৱৰ তপ ভঙ্গ কৰিবলৈ মদনক পঠোৱা কথালৈ মনত পেলায়। তেতিয়া বেজাৰ মনেৰে ইন্দ্ৰই দিক্‌পালসকলক এই কামলৈ পঠিয়ালে, তেওঁলোকো 'কালকূট খায়া কেনে মৰিবাক পাৰে" বুলি অসন্মত হ'ল। তেতিয়া ইন্দ্ৰই ক্ষোভ কৰি ক'লে —

স্বৰ্গপদ লৈবে তোমাসাৰ কিবা হানি ।।
যোহি ইন্দ্ৰ হোৱে তুমিসৱ হৈবা তাৰ ।
মোৰেসে কেৱল মাত্ৰ গুচে অধিকাৰ ।। ১০৭৪

এইবুলি নিজৰ ইন্দ্ৰপদৱী ৰক্ষাৰ বাবে মাধৱদেৱৰ ইন্দ্ৰই দেৱতাসকলক "তুমিসৱ হৈবা পিচত সহায়" বুলি ভৰসা কৰি গৌতমৰ তপোভঙ্গ কৰিবলৈ যাত্ৰা কৰিলে। এইখিনি বৰ্ণনা মাধৱদেৱৰ স্বকীয় উদ্ভাৱনা।

ঋষিৰ তপোভঙ্গ কৰিবলৈ যোৱা ইন্দ্ৰ আশ্ৰমত উপস্থিত হৈ ঋষিক দেখিয়ে ভীতিগ্ৰস্ত হৈ পৰিল। তেওঁ 'মায়া কৰি গৃহৰ গুচৰ চাপি গৈলা।' প্ৰাতঃকাৰ্য সমাপন কৰি ফল-মূল আনিবলৈ গৌতম আশ্ৰমৰ উপবনলৈ গ'ল। সেই সময়তে 'ত্ৰৈলোক্যমোহিনী অতি পৰম সুন্দৰী' অহল্যাক দেখা পাই ইন্দ্ৰ কামবিমোহিত হ'ল আৰু তেওঁ তত্তালিকে 'গৌতমৰ তপোভঙ্গ এতেকে আছোক' বুলি এনে সিদ্ধান্ত ল'লে —

অহল্যাৰ ৰূপে আতি মোহিলেক মোক ।। ১০৭৮
মোক নুহিবেক আন মদমৰ সৰি ।

×× প্ৰাণে যদি মৰো আজি তথাপি হৰিবো ॥

তাৰ পাছত গৌতমৰ বেশ ধৰি ঋষিৰ ঘৰত সোমোৱা ইন্দ্ৰক নিজৰ স্বামী বুলি ভাবি আথে বেথে আসন যঁাচি অহল্যাই "অৱণ্যে নগৈয়া কেন উলটিলা ঘৰে" বুলি সুধিলে। গৌতমৰূপী ইন্দ্ৰই 'বিধি সুপ্ৰসন্ন' হ'ব বুলি ভাবি অহল্যাক ক'লে –

কি পুছস সুন্দৰী বিপাক আজি মোৰ।
ঘৰহন্তে যাহন্তে দেখিলো মুখ তোৰ ॥
××× কামবাণে পীড়া মোক কৰে সেহি ধৰি ॥ ১০৮৩
××× চল যাওঁ শয্যাক পুছস আৰ কিক ॥

ইন্দ্ৰৰ এই প্ৰস্তাৱৰ উত্তৰত অহল্যাই বহু সময় যুক্তিতৰ্ক কৰি মহা-তপস্বী গৌতমৰ সহধৰ্মিণীৰ উচিত বিচাৰ-বিবেচনাৰ পৰিচয় দিছে —

আজি দেখো তুমি প্ৰভু কেনমত ভৈলা।
লাজ কাজ তপ-ব্ৰত পাচ কৰি থৈলা ॥ ১০৮৫
ত্ৰিজগতে জানে তুমি মহা মুনিবৰ।
××× ঋষিসকলৰ ধৰ্ম এহিসে নিশ্চয়।
ঋতু বাজে স্ত্ৰীক আলাপিলে পাপ হয় ॥
××× মোকেসে পৰীক্ষা কৰা জানিলোহো নিষ্ঠ।
নুহি কেনে ইবোল বুলিলা তুমি শিষ্ট ॥

ইয়াৰ উত্তৰত ছদ্মবেশী ইন্দ্ৰই ক'লে —

যিহেতু ভৈলাহা তুমি পৰম সুন্দৰী।
ত্ৰৈলোক্যৰ ৰূপ থৈলে এক থান কৰি ॥ ১০৮৯
যিকালত বিহা কৰি তোমাক আনিলো।
হৈবে মোৰ ধৰ্ম নষ্ট তেখনি জানিলো ॥
××× আজি যেবে প্ৰাণ বহে মদন অনলে।
তেবে তপ ধৰ্ম কৰ্ম পাইবোহো সকলে ॥
এখনে কামিনী মোৰ প্ৰাণ ৰক্ষা কৰা।
চলিয়োক শয্যাক বিলম্ব পৰিহৰা ॥

মাধৱদেৱৰ অহল্যাচৰিত্ৰত ৰাজ্ঞী, ৰামায়ণৰ অহল্যাৰ দৰে সাধাৰণ নাৰীৰ দুৰ্বলতা প্ৰকাশ পোৱা নাই; জগতৰ সমস্ত সৌন্দৰ্য্যৰে সৃষ্টি কৰা পৰম সুন্দৰী অহল্যাৰ চাৰিত্ৰিক উদাত্ততাও ইয়াত অনন্যসাধাৰণ হৈ উঠিছে। এই অহল্যাই কামবিহ্বল স্বামী বুলি ভাবি ইন্দ্ৰক কৈছে—

শুনিয়োক প্ৰভু তুমি থিৰ কৰা মন॥
হৰিক সুমৰি ব্ৰহ্মমন্ত্ৰ কৰা জপ।

কপট গৌতমে তাৰ উত্তৰত ক'লে—

বাৰম্বাৰ চৰি স্মৰি কৰিলো ধিয়ান।
তোক বিনে সমাধিতো নেদেখিলো আন॥
কিবা মোক বুজাস নজানো কিবা মই।
××× কামাতুৰ ভৈলে পৰদাৰকো হৰয়॥
কৰিলন্ত ব্ৰহ্মা নিজ দুহিতা আলাপ।
তথাপিতো তান্ত দেখো মিসিভিল পাপ॥ ১০১৪
নিজ ভাৰ্যা আলাপিবো দোষ আত বৰ।
মোৰ প্ৰাণ যায় তই পাতস জগৰ॥

তেতিয়া স্বামীয়ে শপি ভস্ম কৰাৰ ভয়ত বিনীতভাৱে অহল্যাই ক'লে—

ধৰ্মত থাকিয়া বুজাইলোহো বাৰবাৰ॥ ১০১৬
স্ত্ৰীজাতি কিবা আমি জানো শাস্ত্ৰচয়।
আন আন মহা ঋষি তোমাত পুছয়॥
তথাপিতো কৰা যদি ধৰ্ম পৰিত্যাগ।
দিবা গুচি আসি তেবে হোক নিশাভাগ। ১০১৭
দিনত শৃংগাৰ ধৰ্ম নুহিকে উচিত।

মায়াবী ইন্দ্ৰই "তই ধৰ্ম চিনাস আছিলো মই মৰি" বুলি অহল্যাক বলেৰে সম্মত কৰাৰ চেষ্টা কৰাত "হাতে কোনে পাৰয় হস্তীক ঠেলিবাক" বুলি অহল্যাই আত্মসমৰ্পণ কৰে। 'মহাকামাতুৰ ৰতিত কুশল' ইন্দ্ৰই 'কৰিলা অনেক ক্ৰীড়া কামে হয়া মত্ত।'

মাধৱদেৱৰ আদিকাণ্ডত ইন্দ্ৰৰ কামবিহ্বল অৱস্থা আৰু অহল্যাৰ যুক্তি-প্ৰদৰ্শনৰ যি বিশদ বিৱৰণ দিয়া হৈছে, তেনে বৰ্ণনা অন্য ৰামায়ণী সাহিত্যত পোৱা নাযায়। ভোগপ্ৰধান দেৱসমাজৰ প্ৰতিভূ ইন্দ্ৰৰ স্বৰূপ দাঙি ধৰাৰ লগে লগে তপস্বীৰ সহধৰ্মিণী অহল্যাৰ চৰিত্ৰটোও যুক্তিপ্ৰধান কৰি দাঙি ধৰি মাধৱদেৱে নাৰীৰ চাৰিত্ৰিক দৃঢ়তাৰ এটা বিশ্লেষণ কৰিছে।

ষোড়শ শৃংগাৰ প্ৰকট কৰা কপট গৌতমক ইন্দ্ৰ বুলি চিনি পাই ভয়ত কঁপি কঁপি অহল্যা শয্যাৰ অন্তৰ হৈ ৰ'ল। তেওঁ "অৰে তই কহ কোন পৰম দুৰ্জন" বুলি খঙেৰে সোধাত ইন্দ্ৰই হাত-যোৰ কৰি ভয়ে ভয়ে নিজৰ পৰিচয় দিলে। তেতিয়া অহল্যাই খঙত অধাৰ হৈ ইন্দ্ৰক ক'লে—

শাপি তোক এখনে কৰিব পাৰো ছাই।
× × অৱশ্যকে মই ঘোৰ নৰকক যাইবো ॥
তোক শাপ দিয়া মই কোন ফল পাইবো। ১১০৫
× × স্বামীৰ শাপত তোৰ হৈবে লণ্ডভণ্ড।

তাৰ পাছত ইন্দ্ৰক আত্মৰক্ষাৰ কাৰণে তত্তালিকে তাৰপৰা আঁতৰ হ'বলৈ ক'লে। তেতিয়া ইন্দ্ৰ বৃদ্ধ ব্ৰাহ্মণৰ বেশত নগলাৰ বাহিৰ হওঁতেই গৌতমে আহি দেখা পালে। গৌতমে ইন্দ্ৰক চিনিপাই খঙেৰে মাত লগোৱাত, "গৌতমস্বৰূপ মৃত্যু মুখত পৰিলো" বুলি ভয়ত আতুৰ হৈ ছদ্মবেশ ত্যাগ কৰি ইন্দ্ৰই হাত-যোৰ কৰি ঋষিৰ সন্মুখত থিয় হ'ল। এই সময়ত ইন্দ্ৰৰ অৱস্থা বুঢ়া বানৰৰ নিচিনা হোৱা বুলি কোৱা হৈছে। খঙত জুই যেন হৈ ঋষিয়ে ইন্দ্ৰক অনেক ভৰ্ৎসনা কৰি ক'লে—

ছাগ যেন ভৈলি একো নাই লাজ কাজ।
× × × মই ত্ৰৈলোক্যৰ ৰাজা বুলি গৰ্ব তোৰ।
একোকে নচাস কৰ্ম কৰস দুৰ্ঘোৰ ॥
× × × কৰো শাস্তি যেন হেন কৰ্ম নকৰস ॥ ১১২০
× × × সৰ্বদাই তই যোনিতেসে মাত্ৰ ৰত।
সহস্ৰ হওক যোনি তোৰ শৰীৰত ॥
যেন আনক্ষণ নকৰস হেন দোষ।

এতিক্ষণে ছিগিয়া পৰোক অণ্ডকোষ ॥ ১১২২

গৌতমে ইন্দ্ৰক সহস্ৰযোনি হ'বলৈ শাও দিয়া কথাটো বাল্মীকীৰ যদিও ব্ৰহ্ম, স্কন্দ আৰু পদ্মপুৰাণত আৰু অনেক সংস্কৃত তথা প্ৰাদেশিক ভাষাৰ ৰামায়ণত এই কথা আছে। ইন্দ্ৰ সহস্ৰযোনিৰপৰা সহস্ৰনয়ন হোৱাৰ কাহিনীও বিভিন্ন ঠাইত বিভিন্ন ধৰণে পোৱা যায়। ড: কামিল বুল্কেই 'ৰাম-কথা'ত (৩৪৬ অনু., পৃ· ৩০৬-৭) পদ্মপুৰাণত (৫।৫১।৪৮) ইন্দ্ৰই দেৱীৰ বৰত সহস্ৰযোনিৰপৰা সহস্ৰনয়ন ৰূপলাভ কৰাৰ কথা আছে বুলিছে।

মাধৱদেৱৰ আদিকাণ্ডত গৌতমৰ অভিশাপত 'ইন্দ্ৰৰ শৰীৰগোট যোনি-ময় ভৈল। দুই অণ্ডকোষ তেতিক্ষণে ছিগি গৈ'ল॥' এই লজ্জাকাৰী দুৰৱস্থাৰ কাৰণে ব্যাকুল হৈ ইন্দ্ৰই 'কি কৰোঁ, ক'লৈ যাওঁ' হৈ অৱশেষত উত্তৰ দিশে গৈ এঠাইত পদ্মডৰত লুকাই থাকিল। ইফালে শচীয়ে ইন্দ্ৰক বিচাৰি নাপাই বৃহস্পতিক সোধাত তেওঁ নিজে একো সন্ধান দিব নোৱাৰি শচীক "তেবেসে স্বামীক পাইবা পূজিয়ো দুৰ্গাক" বুলি বিধান দিলে। শচীয়ে পূজা কৰাত দুৰ্গাই ইন্দ্ৰৰ ঘটনাসমূহৰ কথা কৈ তেওঁক স্বামীক লাভ কৰিবলৈ বৰ দি অন্তৰ্ধান হ'ল। বৃহস্পতিৰে সৈতে গৈ শচীয়ে সহস্ৰ বৎসৰ পদ্মডৰত লুকাই থকা ইন্দ্ৰক বিচাৰি পালে। বৃহস্পতিৰ কথামতে ইন্দ্ৰই দেৱীক আৰা-ধনা কৰি "যোনি গুচি সহস্ৰেক চক্ষু হোক" বুলি বৰ লাভ কৰে। ড° বুল্কেই কোৱামতে পদ্মপুৰাণত যদি দেৱীৰ বৰত ইন্দ্ৰ সহস্ৰলোচন হোৱাৰ কথা আছে, তেনে মাধৱদেৱৰ এই কথাৰ উৎস সেয়ে হোৱা সম্ভৱ।

দেৱীৰ বৰত সহস্ৰলোচন হৈ স্বৰ্গলৈ ঘূৰি যোৱা ইন্দ্ৰক অশ্বিনীকুমাৰ-দ্বয়ে ছাগৰ অণ্ড সংযোজনা কৰি দিয়ে। তেতিয়া ইন্দ্ৰই খাসিক এই বুলি বৰ দিলে — "হোক খাসি ছাগল পৱিত্ৰ সুকোমল। লাগিবেক দেৱপিতৃ কাৰ্য্যত সকল'॥ মাধৱদেৱৰ মতে 'ভৈল খাসি পৱিত্ৰ ইন্দ্ৰৰ পায়া বৰ। খাসি কৰিলাত বীৰ্য্য বাঢয় ইন্দ্ৰৰ॥' এই কথা বাল্মীকীৰ ৰামায়ণৰ লগত অমিল।

মাধৱদেৱৰ আদিকাণ্ডত অহল্যাৰ দীঘলীয়া বৃত্তান্ত শুনাৰ পাছতে, ৰামে অহল্যাক প্ৰণাম কৰিছে। ইন্দ্ৰৰ শাপমোচনৰ কাহিনী শুনাই হোৱাৰ পাছতো

মাধৱদেৱে গৌতমঋষিয়ে ধ্যানৰ দ্বাৰা পত্নীৰ শাপমোচনৰ কথা জানিব পাৰি ভাৰ্য্যাৰ ওচৰ পোৱাৰ বৰ্ণনা দিছে। গৌতম ঋষিক ৰাম-লক্ষ্মণ দুয়ো প্ৰণাম কৰিলে, ঋষিয়ে তেওঁলোকক আশীৰ্বাদ দিলে। গৌতমে বিশ্বামিত্ৰৰো উপকাৰ স্বীকাৰ কৰিলে —

সাধিলা আমাৰ কিনো বৰ উপকাৰ।
অহল্যা মুকুত ভৈল প্ৰসাদে তোমাৰ ॥
তয়ু উপকাৰ নাপাৰিবো শুজিবাক।
নিজগুণে কিনি যেন থৈলাহা আমাক ॥

গৌতমে ৰামকো বিস্তৰ স্তুতি কৰিলে —

শুনিয়োক ৰাম তুমি পুৰুষ মহন্ত।
অনাদি ঈশ্বৰ তুমি দেৱতাৰো দেৱ ॥
তয়ু পদধূলাৰ মহিমা অদভুত। ইত্যাদি

গৌতমৰ আশ্ৰমৰ পৰা গৈ মিথিলাত জনকৰ পুৰোহিত শতানন্দক ৰাম-লক্ষ্মণৰ পৰিচয় দি বিশ্বামিত্ৰই এই দৰে কৈছে —

চৰণে পৰশি মাতৃক তোমাৰ
কৰিলা ৰামে মুকুত ॥ ১১৬৯

বাল্মীকীয় ৰামায়ণতো এই কথা আছে। পিছে স্থানভেদে অহল্যাৰ সন্তি-সন্ততিৰ নামো বিভিন্ন।

॥ ৰামৰ মিথিলা প্ৰৱেশ ॥

দুটি শিশুসিংহৰ দৰে গজেন্দ্ৰ গতিৰে মৃদু সুকোমল চৰণযুগল লয়লাসে চলাই যোৱা ৰাম-লক্ষ্মণৰ যি বৰ্ণনা মাধৱদেৱে প্ৰস্তুত কৰিছে তাৰ আদৰ্শ বাল্মী$_0$ ৰামায়ণ নহয়। বাল্মী$_0$ ৰামায়ণত এই প্ৰসংগত ৰাম-লক্ষ্মণৰ কোনো বৰ্ণনা দিয়া নাই। শংকৰদেৱৰ দশমস্কন্ধ ভাগৱতত কৃষ্ণ-বলৰামৰ মথুৰা প্ৰৱেশৰ বৰ্ণনাৰ পৰাই মাধৱদেৱে ৰাম-লক্ষ্মণৰ মিথিলা প্ৰৱেশ বৰ্ণনা কৰিবলৈ প্ৰেৰণা পাইছে। শংকৰদেৱৰ বৰ্ণনাৰ শব্দত: প্ৰতিধ্বনিও মাধৱদেৱৰ বৰ্ণনাত শুনিবলৈ পোৱা যায়। শংকৰদেৱৰ দশমত কৃষ্ণক দেখা নাৰীসকলৰ —

যেহি যেহি অঙ্গে    পৈয়া দৃষ্টি পৰে    তাতে লাগৈ যেন ধ্যান।
অমৃত পৰিয়া    যেন ডুবাই আসে    তনুমন জীৱ প্ৰাণ। × ১৬৮০

মাধৱদেৱৰ বচনাত —

যাৰ যেহি অঙ্গে    ৰামৰ ৰূপত    পৰি গৈল দৃষ্টিপাত।
পুনৰপি আৰ    পালটি নাসয়    ৰহিল তথি তথাত॥ ১১৭৪
ৰামক দেখিতে    নথণ্ডে তৃপিতি    লাগি গৈল যেন ধ্যান।
অমৃতক যেন    পিয়ন্তে পিয়ন্তে    ডুবায় তনু মন প্ৰাণ॥

মাধৱদেৱে ৰামৰ 'মহা মনোহৰ, মূৰতি সুন্দৰ'ৰ পৰম মধুৰ আৰণাৰ যি বৰ্ণনা দাঙি ধৰিছে, সমগ্ৰ আদিকাণ্ডৰ ভিতৰতে ইয়েই বাৎসল্যৰসেৰে সিক্ত একমাত্ৰ বৰ্ণনা। মাধৱদেৱৰ বৰ্ণনাত যাৰ ঈষৎ হাঁহিয়ে দেখুৱা লোকৰ গাত অমৃত বৰষে, সেইজন ৰামৰ মাতৃৰ ভাগ্যক মিথিলাৰ নৰ-নাৰীয়ে প্ৰশংসা কৰিছে —

ইটো পুৰুষক    তুলিলে কোনেনো    সুবৰ্ণ কুক্ষীয়া মাৱে॥ ১১৬২
যিটো ভাগ্যৱতী    পাইলা আংক পুত্ৰ    তাইৰ বিধি সুপ্ৰসন্ন।
সিজনীৰ সম    পুণ্য জানো আৰ    নতো কৰে একোজন॥

মাধৱদেৱৰ বচনাত মিথিলা যাওঁতে সময়ত ৰামৰ বয়স বাৰ বছৰ। উল্লেখযোগ্য যে মাৰীচে ৰাৱণৰ আগত সেই সময়ত ৰামৰ বয়স বাৰ বছৰতকৈয়ো কম আছিল বুলি কোৱাৰ কথা বাল্মী॰ ৰামায়ণত আছে (ঊনদ্বাদশ-বৰ্ষোঽয়মকৃতাস্ত্ৰশ্চ ৰাঘৱ.॥ অৰণ্য: ৩৮।৬)। এই বয়সৰ কিশোৰ ৰামৰ ৰূপ বৰ্ণনাত তন্ময় হৈ পৰা মাধৱদেৱজন বাৎসল্য ভাৱত নিবিড় ভাৱে নিমগ্ন হৈ পৰিছে। 'ত্ৰৈলোক্যৰ ৰূপ, ইহান শৰীৰে, থৈলা বিধি এক ঠাই' বুলি উপলব্ধি কৰা মিথিলাবাসীয়ে তেওঁলোকৰ ৰাজকুমাৰী সীতাৰ কাৰণে সেই ৰামহে যোগ্য বৰ বুলি স্থিৰ কৰিছে। তেওঁলোকে এই বুলি আলোচনা কৰিছে —

সয়ম্বৰ সম    ৰত মিথিলাত    দৈৱ মিলাইলন্ত আনি॥
জনক নৃপতি    কি কাৰ্য্য কৰিলা    অঙ্গীকাৰ বিপৰীত।
নুকষ্টিন ধত    কাঞ্চন শৰীৰে    ন পাৰিবে গুণ দিত॥ ১১৬৪

ইহেন ৰৰত আপোন ইচ্ছায়ে সীতাক দিবে নাপাইল।
× × যেন নৱনিধি পায়া হেকৰাৱে দবিদ্র আপোন দোষে।

এইদৰে মাধৱদেৱে ৰাম-লক্ষ্মণৰ মিথিলা প্ৰৱেশৰ মনোৰম বৰ্ণনা দাঙি ধৰিছে।

বাল্মী$_0$ ৰামায়ণত বিশ্বামিত্ৰই ৰাম-লক্ষ্মণৰ সৈতে জনকৰ যজ্ঞস্থলীত উপস্থিত হৈ এক নিৰ্জন স্থানত থাকিবলৈ লয়। জনকে এই সংবাদ পাই বিশ্বামিত্ৰক যথাবিধি সংকাৰ কৰি বাৰদিনৰ পাছত হ'বলগীয়া তেওঁৰ যজ্ঞলৈ থাকিবলৈ অনুৰোধ কৰে। তাৰ পাছত দেৱতুল্য পৰাক্ৰমী, গজেন্দ্ৰগামী, সিংহ আৰু বৃষভৰ নিচিনা, পদ্মপত্ৰৰ দৰে বিশাল নয়নৰ, খড়্গ, তূণ আৰু ধনু ধাৰণ কৰি থকা, অশ্বিনীকুমাৰ সদৃশ বীৰ ৰাজকুমাৰ দুজন কাৰ পুত্ৰ আৰু কি উদ্দেশ্যে তালৈ তেওঁলোক পদব্ৰজে গৈছে সেই কথা জনকে বিশ্বামিত্ৰৰ পৰা জানিব খুজিলে। তেতিয়া বিশ্বামিত্ৰই দশৰথৰ সেই ৰাক্ষসনিহন্তা পুত্ৰ দুজনৰ অহল্যামোচন আদি কৰ্মৰ কথা কৈ জনকৰ ধনুখন চোৱাৰ ইচ্ছাৰে তেওঁলোক তাত উপস্থিত হৈছে বুলি জনালে। তাৰ পাছত গৌতমৰ পুত্ৰ শতানন্দই বিশ্বামিত্ৰক ৰামৰ দৰ্শন আদিৰ ফলত তেওঁৰ মাতৃ মুক্ত হৈ পিতাকৰ লগত মিলিত হ'লনে বুলি সোধাত বিশ্বামিত্ৰই চমুকৈ "ভাৰ্গৱৰ লগত ৰেণুকা মিলিতা হোৱাৰ দৰে গৌতম মুনিৰ লগতো পত্নী মিলিতা হ'ল" বুলি উত্তৰ দিলে। তেতিয়া শতানন্দই ৰামৰ আগত বিশ্বামিত্ৰৰ মাহাত্মাৰ কথা ক'বলৈ গৈ বিশ্বামিত্ৰ কেনেকৈ ৰাজৰ্ষিৰপৰা ব্ৰহ্মৰ্ষিত পৰিণত হ'ল তাৰ দীঘলীয়া বৃত্তান্ত দাঙি ধৰিছে (বা: ১।৫১-৬৫ স.) পোন্ধৰটা সৰ্গ জুৰি বৰ্ণনা কৰা এই বৃত্তান্তৰ উল্লেখমাত্ৰও আদিকাণ্ডত কৰা নাই।

আদিকাণ্ডৰ মতে বিশ্বামিত্ৰ যজ্ঞঘৰশালাত উপস্থিত হোৱাত জনকে অৰ্ঘ্য আদিৰে সংকাৰ কৰি বহুৱালে। শতানন্দই আদৰ-সাদৰ কৰি ৰাম-লক্ষ্মণৰ পৰিচয় সোধাত বিশ্বামিত্ৰই দশৰথৰ পুত্ৰ দুজনৰ পৰিচয় দি ৰামে চৰণ-পৰশেৰে শতানন্দৰ মাতৃ অহল্যাক মুক্ত কৰাৰ কথা জনালে। তেতিয়া শতানন্দই ৰামক প্ৰশংসা কৰি ক'লে —

সোহন্ত মানুষ পৰম পুৰুষ জানিলো ৰাম নিশ্চয়।
জগত নিস্তাৰ হেতু অৱতাৰ ভৈলা এতে মহাশয়॥
যিটো পদধূলি সদা আৰাধন্ত ব্ৰহ্মা আদি দেৱগণে॥
× × হেনয় পৰম দুৰ্লভ ধুলাক পাইলা মাত্ৰ মোৰ কাণ।
× × আমিও চক্ষুৰে দেখিলো ৰামক কতবা পুণ্যৰ ফলে।

স্বয়ম্বৰ-সভাত ৰামক দেখি ৰজাসকল 'প্ৰমত্তসিংহক, দেখি মৃগগণ, হোৱে যেন ভয়ভীত' অৱস্থা হোৱা, ৰামৰ অদ্ভুত ৰূপ দেখি অন্য নৰ-নাৰীগণ মুগ্ধ হোৱাৰ বৰ্ণনা দি মাধৱদেৱে ৰামক দেখি সীতাৰ মনত পূৰ্বৰাগ জন্মাৰ বৰ্ণনা দিছে। ৰাম-সীতাৰ পূৰ্বৰাগ সম্পৰ্কে পাছত স্বতন্ত্ৰ শিৰোনামাৰে আলোচনা দাঙি ধৰা হৈছে।

জনকে ৰাম-লক্ষ্মণক দেখি বিশ্বামিত্ৰক তেওঁলোকৰ পৰিচয় সোধাত বিশ্বামিত্ৰই তেওঁলোক দশৰথৰ পুত্ৰ বুলি কৈ "জানিবা ৰামক তুমি পৰম ঈশ্বৰ" আৰু ৰামে "হৰিবা ভূমিৰ ভাৰ ৰাক্ষস সংহৰি" বুলি ক'লে। তেওঁ জনকক আৰু ক'লে —

তয়ু গৃহে লক্ষ্মী আছে সীতা নাম ধৰি॥ ১১৮৩
× × দিয়োক সীতাক তুমি বিবাহ ৰামত॥

বিশ্বামিত্ৰই সেই উদ্দেশ্যেই জনকৰ ওচৰলৈ গৈছে বুলিও জনালে। জনকে দশৰথৰ পুত্ৰৰ ৰূপ-গুণ প্ৰশংসা কৰি তেওঁ সীতাৰ সম্পৰ্কত কৰা অঙ্গীকাৰৰ কথা জানিবলৈ দিলে। এই প্ৰসংগত কোৱা হৰধনু-বৃত্তান্ত আগেয়ে আলোচনা কৰি অহা হৈছে।

জনকে ইতিমধ্যে কোনো ৰজাই হৰধনুত গুণ দিব নোৱৰাৰ কাৰণে এতিয়া ৰামৰ ৰূপ-গুণ দেখি "মিছা অঙ্গীকাৰ কৰিলোহো কি কাৰণে" বুলি খেদ কৰিছে। উল্লেখযোগ্য যে মাধৱদেৱৰ আদিকাণ্ডত বিশ্বামিত্ৰই জনকৰ বা শতানন্দৰ আগত ৰামৰ তাড়কাবধ আদি অনন্যসাধাৰণ বীৰত্বৰ কথা প্ৰকাশ কৰা নাই। জনকে "অঙ্গীকাৰ চাহো যেবে ৰামক নাপাওঁ" বুলি খেদ কৰাত বিশ্বামিত্ৰই এই বুলি আশ্বাস দিছে —

ইসব চিন্তাক তুমি কৰা পৰিত্যাগ॥ ১১৯১

কোন বস্তু ধনুখান ৰামৰ আগত ।
নাজানাহা তুমি ৰামচন্দ্ৰৰ মহত্ত্ব ॥
ঈষত কটাক্ষে ধনু ভাঙ্গিবন্ত ৰামে ।
পাইব সীতাক চিন্তা কৰা কিবা কামে ॥ ১১৯২

তেতিয়া জনকে মহা-মহা ৰজাগণে ধনুখন লবাবকে নোৱাৰিলে, তেনেস্থলত কোমল বয়সীয়া ৰামে গুণ লগোৱা দূৰৰে কথা, ধনুখন লবাবকে নোৱাৰি সমাজত লঘুহে হ'ব বুলি ভাবি অঙ্গীকাৰ এৰি ৰামক সীতাক দান কৰিবলৈ ইচ্ছা প্ৰকাশ কৰিছে। তেতিয়া বিশ্বামিত্ৰই পুনৰ ৰামৰ ঈশ্বৰত্বৰ কথা কৈ ৰামে ধনু ভাঙিব পাৰিব বুলি দৃঢ়তাৰে কৈছে। ঋষিৰ এই কথা শুনি ঘৰঘৰ সভাত থকা সীতাৰ বিশ্বামিত্ৰলৈ খং উঠিছে। অৱশেষত বিশ্বামিত্ৰই ৰামক ধনুৰ্ভঙ্গৰ বাবে নিৰ্দেশ দিয়াত ৰাম সাজি-কাচি ওলোৱা দেখি অন্য ৰজাসকলে উপহাস কৰিবলৈ ধৰিলে। ৰামে জানোচা ধনু ভাঙিব নোৱাৰে বুলি সীতাৰ মনত "চৰি হৰি বিধি সিদ্ধি নভৈল আমাৰ" বুলি ক্লেশ জন্মিল। প্ৰমত্ত কৈশৰীৰ দৰে খোজ দি যেতিয়া ৰাম আগ বাঢ়িল, সকলোৰে মুখ বিবৰ্ণ পৰিল, সীতাৰ মন প্ৰসন্ন হ'ল।

॥ হৰধনু - ভঙ্গ ॥

মাধৱদেৱে ৰামে লীলাপূৰ্বক হৰধনু ভংগ কৰাৰ বৰ্ণনা এইদৰে দিছে —

ৰামহাতে লীলায়ে ধৰিলা ধনুখান।
ক্ষেপিলন্ত আকাশক কতো দূৰমান ॥ ১২০৭
পুনু ৰাম হাতে ধৰি পৰম নিপুণ।
নিমিষেক ধনুত লগাইল ৰামে গুণ ॥
আগত থাপিলা নিয়া তুলি ৰাম ভৰি।
দিলা টান গুণত দক্ষিণ পাছ কৰি ॥ ১২০৮

দেখি ৰজাসকলে মুখ চাপৰালে, বিশ্বামিত্ৰই মুখ তুলি হাঁহিলে; ৰামৰ ভৰত পৃথিৱী কঁপিবলৈ ধৰা দেখি সীতাই পৃথিৱী, দিগ্‌গজ আদিক স্থিৰ হ'বলৈ প্ৰাৰ্থনা কৰিলে। ৰামে যেতিয়া ধনুৰ গুণগছত টংকাৰ কৰিলে, চৰাচৰ কম্পিত হ'ল (এই প্ৰসংগত মহানাটকৰ প্ৰভাৱ পৰিছে।)

অৱশেষত ৰামে ধনুখনৰ গুণত ধৰি বল দিলে, তেতিয়া 'ঠাকোৰ কৰিয়া ধনু মাজতে ভাঙ্গিল', ত্ৰিভুৱন কম্পিত হল, উপস্থিত সমস্ত লোকে ৰামক দেৱৰো উত্তম জ্ঞান কৰিলে। ধনু ভাঙি ৰাম বিশ্বামিত্ৰৰ কাষত ৰহিল। বিশ্বামিত্ৰই ৰামক চুম্বন কৰি অনেক প্ৰশংসা কৰিলে। সীতাই ৰামক বৰমাল্য অৰ্পণ কৰি প্ৰণাম জনালে। সকলোৱে জয়ধ্বনি কৰিবলৈ ধৰিলে। স্বৰ্গত দুন্দুভি বাজিল, ৰাম সীতাৰ ওপৰত দেৱগণে পুষ্পবৃষ্টি কৰিলে। এইদৰে 'ত্ৰি জগত লোকৰ মিলিল মহোৎসৱ'।

কৃত্তি ৰামায়ণত মাধৱদেৱৰ এই হৰধনু-ভংগৰ কিঞ্চিত সাদৃশ্যও বিচাৰি উলিয়াব নোৱাৰি। ৰামবিজয় নাটত স্বয়ম্বৰ-সভাত ৰামে ধনুৰ্ভঙ্গ কৰাৰ বৰ্ণনাত নাটকীয়তা আছে, কিন্তু কাব্যসুলভ কমনীয়তা নাই। এই বৰ্ণনাত মাধৱদেৱৰ কাব্যিক নিপুণতাও সুন্দৰকৈ প্ৰকাশ পাইছে।

বাল্মী০ ৰামায়ণত জনকে বিশ্বামিত্ৰৰ কি অভিলাষ পূৰণ কৰিব বুলি সোধাত তেতিয়া তেওঁ ৰাম-লক্ষ্মণক হৰধনুখন দেখুৱাবলৈ কোৱাত জনকে সেই ধনুত গুণ আৰোপকাৰীজনক সীতাক সমৰ্পণ কৰিবলৈ কৰা প্ৰতিজ্ঞাৰ কথা, আৰু পূৰ্বতে অনেক ৰজা সেই কাৰ্য্যত বিফল হৈ গুচি যোৱাৰ কথা কৈ ধনুখন দেখুৱালে। ৰামে তাত গুণ লগাই টানোতেই ধনুখন ভাগি থাকিল। সেই সময়ত হোৱা শব্দত পৃথিৱী কঁপি গৈছিল। বাল্মী০ ৰামায়ণত অতি পোনপটীয়াকৈ ধনুৰ্ভঙ্গৰ বৰ্ণনা এইদৰেই কৰা হৈছে। তাৰ পৰা মাধৱদেৱে বিশেষ প্ৰেৰণা পাবলগীয়া নাই। পদ্মপুৰাণত থকা সীতা-স্বয়ম্বৰৰ প্ৰভাৱো মাধৱদেৱৰ ওপৰত নাই। আমাৰ বোধেৰে গুৰুজনাৰ ৰামবিজয়নাটৰ পৰা জকাটো লৈ মাধৱদেৱে কাব্য-সুলভ সুকুমাৰতাৰে এই বৰ্ণনা প্ৰস্তুত কৰি উলিয়াইছে। ভাগৱত পুৰাণত ৰজা-সকলৰ সমাজত (ৰাজসমিতৌ ১।১০) ৰামে ধনুৰ্ভংগ কৰাৰ আলমত হনু-মন্নাটক, পদ্মপুৰাণ আদিত থকা স্বয়ম্বৰৰ বৰ্ণনাৰ প্ৰেৰণাত শংকৰদেৱে সীতা-স্বয়ম্বৰত ৰজাসকলৰ সমক্ষে ৰামে ধনুৰ্ভঙ্গ কৰাৰ বৰ্ণনা প্ৰস্তুত কৰিছে।

ৰাম-সীতাৰ পূৰ্বৰাগ বৰ্ণনাৰ ক্ষেত্ৰতো মাধৱদেৱে ৰামবিজয় নাটৰ পৰা নানা প্ৰকাৰে প্ৰেৰণা গ্ৰহণ কৰিছে যে তাৰ আলোচনাও তলত দাঙি ধৰা হ'ল। ৰামবিজয় নাটৰ ৰচনাৰ সময় সম্পৰ্কে এই অধ্যায়ৰ শেষৰ ফালে

আলোচনা কৰা হৈছে। এইখিনিতে উল্লেখ কৰি থওঁ যে মাধৱকন্দলীৰ ৰামায়ণতো সীতাৰ পূৰ্বৰাগ জন্মাৰ কথা অনসূয়াৰ আগত সীতাই কৈছে বুলি আছে।

## ৰামবিজয় নাট আৰু মাধৱদেৱৰ আদিকাণ্ডত—

## ॥ ৰাম-সীতাৰ পূৰ্বৰাগ ॥

শংকৰদেৱৰ ৰামবিজয় নাট আৰু মাধৱদেৱৰ আদিকাণ্ডত থকা ৰাম-সীতাৰ পূৰ্বৰাগৰ বিস্তৃত বৰ্ণনা আলোচনালৈ অনাৰ আগতে, বিষয়টোৰ পৃষ্ঠভূমি স্বৰূপে কিছু কথা কৈ ল'ব লাগিব। বাল্মী০ ৰামায়ণত ৰাম-সীতাৰ পূৰ্বৰাগৰ কোনো উল্লেখ নাই, কিন্তু ভৱভূতিৰ মহাবীৰচৰিত নাটকৰ পৰা আৰম্ভ কৰি পাছৰ যুগৰ অনেক ৰামায়ণী সাহিত্যতে ৰাম-সীতাৰ পূৰ্বৰাগৰ বৰ্ণনাই ঠাই পায়। ভৱভূতিৰ পাছতে (খৃ: ৮ম শতিকা) কুমাৰদাসৰ ৰচিত জানকীহৰণ কাব্যত (খৃঃ ৮।৯ শতিকা) ৰাম-সীতাৰ পূৰ্বৰাগে পৰিপুষ্ট ৰূপ লাভ কৰে। মহানাটকৰ (১০ ম শতিকা) প্ৰথম অংকত, কল্কিপুৰাণ, আনন্দ-ৰামায়ণ, প্ৰসন্নৰাঘৱ নাটক প্ৰভৃতি সংস্কৃত গ্ৰন্থসমূহত আৰু তমিল ভাষাৰ কম্বৰামায়ণত, মাধৱকন্দলীৰ ৰামায়ণত (৬৫৮ পদ), কৃত্তি: ৰামায়ণ, বলৰাম দাসৰ ওড়িয়া ৰামায়ণ, গুৰু গোবিন্দসিংহৰ গোবিন্দৰামায়ণ, তুলসীদাসৰ ৰামচৰিতমানস প্ৰভৃতি প্ৰাদেশিক ভাষাৰ ৰামায়ণসমূহত ৰাম-সীতাৰ পূৰ্বৰাগৰ মনোগ্ৰাহী বৰ্ণনা পোৱা যায়। এইদৰে ৰামসীতাৰ পূৰ্বৰাগ বৰ্ণনাৰ এক সুদীৰ্ঘ আৰু ব্যাপক পৰম্পৰা আছে।

ৰামবিজয় নাটত সীতা-প্ৰৱেশৰ গীতটোতে প্ৰথমবাৰৰ কাৰণে ৰামৰ প্ৰতি সীতাৰ পূৰ্বৰাগৰ সূচনা কৰা হৈছে—

আৰে জনকসুতা কয়ো পৰবেশ।

ৰামক চৰণ চিন্তিয়ে জাই ॥

গীতটিৰ পাছতে সূত্ৰধাৰে কৈছে — "হে সামাজিক লোক, সে জনক নন্দিনী সীতা ... . জাতিস্মৰ কন্যা, পূৰ্ব্ব জনমক কথা চিত্তে পৰল। তে হে সুমৰি পৰি ক্ৰন্দন কৰে ৰচল। "

সীতাৰ কান্দোন শুনি সখীসকলেইতে তাৰ কাৰণ সোধাত সীতাই কৈছে — "আহে সখীসব, পৰম অভাগিনীক কি পুছহ। হামু পূৰ্ব্ব জনম ঈশ্বৰ নাৰায়ণক স্বামী ইচ্ছা কয় অনেক জনম কায়-ক্লেশ কৰিয়ে বহুত বৰিষ তপস্যা কয়লো। তদনন্তৰ আকাশী বাণী শুনল — আহে কন্যা, তোহোঁ ওহি জনমে স্বামীক ভেট নাহি পাৱব। আৱৰ জনম শ্ৰীৰামৰূপে তোহাক বিবাহ কৰব। ইহা জানি হামু অগনি প্ৰবেশি প্ৰাণ ছাড়ল। আহে সখীসব, সে দৈৱ-বাণী বিফল ভেল। সে শ্ৰীৰাম স্বামীক চৰণ ওহি জনম ভেট নাহি পায়লো।"

এই বুলি কৈ পৰম সন্তাপেৰে 'হা ৰামস্বামী' বুলি সীতা মূৰ্চ্ছিত হৈ পৰিল। তাৰ পাছত মাটিত পৰি সীতাই বিলাপ কৰিবলৈ ধৰিলে। তাৰ বৰ্ণনা এই গীতটিত আছে —

ৰাগ-সুহাই, তাল — ছুটকলা

বিলপতি মৈথিলী মাই, নীৰ নয়ন ঝুৰাই।
ঘনে ঘন শ্বাস ফোকাৰত, তনু চেতনু নাই ॥
চিৰ বিৰহে দহে দেহা, দিশ দশ দেখু অন্ধিয়াৰি। ইত্যাদি

সীতাৰ বিলাপ শুনি সখীসবে সান্ত্বনা দি ক'লে — "আহে প্ৰাণসখি, সে ভকতক বান্ধৱ মাধৱ তোহাক দুঃখ দূৰ কৰব। পূৰ্ব্ব জনমক তোহাক স্বামী, অৱশ্যক ভেট পাৱব। হে সখী তাপ ছাড়হ।" এই প্ৰবোধবাণীত সীতাই কিছু স্বস্থ হৈ ৰামৰ চৰণ চিন্তি থাকিলে।

ইফালে যজ্ঞ শেষ হোৱাৰ পাছত বিশ্বামিত্ৰ ঋষিয়ে ৰামক জানকীৰ স্বয়ম্বৰৰ কথা আৰু সেই ভুৱনমোহিনী ভাগ্যৱতী সীতাই পূৰ্ব্বজন্মত বহু তপ আচাৰও ৰামক স্বামী নোপোৱাৰ কথা কৈ এতিয়াও যে সীতা "পৰম

বিৰহাতুৰ হুয়া তোহাক লাগি ৰহৈছে” আকো জানিবলৈ দিলে। তাৰ পাছত এটা ভটিমাত ঋষিয়ে সীতাৰ শাৰীৰিক ৰূপলাৱণ্যৰ বৰ্ণনা কৰি শুনালে। সীতাৰ ৰূপ-লাৱণ্যৰ কথা শুনি ৰামৰ ভাৱান্তৰ ঘটিল আৰু জানকী-বিয়োগৰ কাৰণে তেওঁ নিঃশ্বাস ত্যাগ কৰিলে। তাৰ পাছত ঋষিৰ লগত ৰামে মিথিলালৈ যাত্ৰা কৰিলে। যাত্ৰাৰ কালত ৰামৰ কামবিধুৰ অৱস্থাৰ বৰ্ণনা এই গীতটিত প্ৰকাশ পাইছে —

ৰাগ-মাহুৰ, তাল — যতিমান

ৰময়া চলে মিথিলাক লাই।
ৰাজীৱলোচন শ্যাম সুন্দৰ
সোদৰ সঙ্গহি যায় ॥
শুনিয়ে ৰমণীক কাহিনী, মিলল মোহ মুৰাৰি।
ভাৱ ভিন্ন ৰীত ভেলি কিঞ্চিত, চিত্ত মদন বিগাৰি। ইত্যাদি।

মিথিলাত ৰাম-লক্ষ্মণক লৈ বিশ্বামিত্ৰই ৰাজসভাত প্ৰৱেশ কৰাৰ সময়ত মৃদঙ্গ, তাল, শংখ আদি বাদ্য বজোৱা হ'ল, তাকে শুনি সীতাই সখীয়েকক কৈছে — “আহে কনকাৱতী, কি নিমিত্ত সভাত হৰিষ বাজন শুনিয়ে, কোন ৰাজা আৱল, সত্বৰে জান গিয়া। হামাক বাম অংগ কান্দে। কোন কুশল কহে ইহা জানয়ে নাহি।”

সীতাৰ কথামতে কনকাৱতীয়ে সভাত চাই আহি সীতাক কলেহি — “আহে জনকনন্দিনী, তোহো, যাহেৰে বিৰহে প্ৰাণ ছাড়হ সোহি দশৰথকুমাৰ কোটি কন্দৰ্প-দৰ্পদলন শ্ৰীৰামচন্দ্ৰ তোহাৰি স্বয়ম্বৰ শুনিয়ে আৱল।” ইত্যাদি এটা ভটিমাত কনকাৱতীয়ে ৰামৰ ৰূপ-লাৱণ্যৰ বৰ্ণনা দিবলৈ ধৰিলে —

শুন সখী বচন স্বৰূপ।
কি কহব ৰামক ৰূপ ॥
শ্যাম মূৰতি পীতবাস।
ঘনে জৈচে বিজুৰী বিকাশ ॥
× × × মানুষৰ ঐচন ৰূপ।
নাহি শুনি কহলোঁ স্বৰূপ ॥

নৱীন বয়স সুকুমাৰ।
ভেলি নাৰায়ণ অৱতাৰ।। ইত্যাদি

তেতিয়া "ৰামক পৰম চৰিত্ৰ শুনিয়ে সীতা মহা হৰিষাবেশে মূৰ্চ্ছিতা হৈয়া পৰল।" সীতাৰ প্ৰেমাকুল অৱস্থাৰ বৰ্ণনা তলৰ গীতটিত কৰা হৈছে —

ৰাগ — ধনশ্ৰী, একতালি।
ৰামীক চৰিত্ৰ শুনিয়ে কুমাৰী।
ভেলি পুলক তনু চেতন আকুল
কমলনয়ন ঝুৰে বাৰি।।
ৰামক চৰণ চিত্ত চিৰ চিন্তিয়ে
নয়না মুদি ৰহু মাই। ইত্যাদি

তেতিয়া কনকাৱতী আৰু মদনমঞ্জৰীয়ে সীতাক প্ৰবোধ দি ক'লে — "হে প্ৰাণসখী, তুহু যাহেৰ চৰণ চিন্তি চিৰকাল ৰহৈছে, সে ৰামচন্দ্ৰক বিধি হাতে মিলাৱল। .. . হে সখী, আনন্দ সময়ে তুহু কি নিমিত্ত আকুল ভেলহ? হে মাই, স্বস্থ হব।" এই কথা শুনি সীতা স্বস্থ হৈ ৰামৰ চৰণ" চিন্তা কৰি ৰ'ল।

ৰামে যেতিয়া হৰধনু দাঙি ল'লে, অত্যন্ত শংকিত আৰু চিন্তিত হৈ সীতাই অনন্তনাগ, কূৰ্ম আৰু পৃথিৱীক কাতৰ প্ৰাৰ্থনা কৰি ক'বলৈ ধৰিলে — "হা হা হামাৰ স্বামী পৰম সুকুমাৰ, নবীন বয়স। বজ্ৰাধিক কঠিন মহেশক ধনু, ইহাতে গুণ দিতে স্বামী জানো পাৰয়ে নাহি। হা হা পিতা, কি দাৰুণ কৰ্ম কয়লি। × × × হে মাত্ৰ বসুমতী, তুহু থিৰ হুয়া ৰহব! হে পিতা অনন্ত, তুহু ভল্ল কয়ে পৃথিৱীক ধৰব। হে ঈশ্বৰ কূৰ্মৰাজ, তুহু অনন্তক পৃথিৱীক সমন্ধে ধৰব। তোৰাসবক প্ৰসাদে স্বামী যদি গুণ দিতে পাৰব, তবে হামু অগতিৰ গতি হয়।" এই বুলি কৈ সীতাই ৰামৰ মুখলৈ চাই থাকিল, ৰামেও সীতাৰ ফালে কৰুণাৰে সৈতে চাই চাই হৰধনুত গুণ লগালে। বজ্ৰসদৃশ শব্দ কৰি ধনু ভাগি থাকিল। তেতিয়া সীতাই আনন্দ মনেৰে ৰামৰ শিৰত বৰমাল্য অৰ্পণ কৰিলে।

ধনুৰ্ভংগ প্ৰসঙ্গত ৰামবিজয় নাটৰ বৰ্ণনাত সংস্কৃত 'মহানাটক' বা "হনুমন্না-

টক'ৰ প্ৰভাৱ সুস্পষ্ট। এই প্ৰসঙ্গত মাধৱদেৱৰ আদিকাণ্ডত ৰাম-সীতাৰ পূৰ্ব-ৰাগৰ যি বৰ্ণনা পোৱা যায়, তাৰ আদৰ্শ শুকদেৱৰ 'ৰামবিজয় নাট'হে। মহানাটকৰ লগত মাধৱদেৱৰ যে পোনপটীয়া পৰিচয়ো আছিল, সেই কথা পিছত আলোচনা কৰা হৈছে। উল্লেখযোগ্য যে কৃত্তিঃ ৰামায়ণতো মহানাটকৰ পৰা এই প্ৰসংগত আখৰে আখৰে অনুবাদ আছে। আনহাতে কৃত্তিঃ ৰামায়ণত নথকা, অথচ মহানাটকত থকা শ্লোকৰ অনুবাদ মাধৱদেৱৰ আদিকাণ্ডত আছে। গতিকে এই প্ৰসংগত কৃত্তিবাস, মাধৱদেৱ — দুয়ো মহানাটকৰ ওচৰত ঋণী, বুজি চাহাবে কোৱাৰ দৰে ৰাম-সীতাৰ পূৰ্বৰাগবৰ্ণনৰ ক্ষেত্ৰত মাধৱদেৱ কৃত্তিবাসৰ ওচৰত ঋণী নহয়।

মাধৱদেৱৰ আদিকাণ্ডতো ৰামৰ প্ৰতি সীতাৰ পূৰ্বৰাগ জন্ম-জন্মান্তৰৰ; জগত-জননী লক্ষ্মীয়েই সীতা নাম লৈ জনকৰ ঘৰত জন্মিছে আৰু তেওঁ 'এক-চিত্তমনে সদা বিষ্ণুক ধিয়াও'। ৰামবিজয়ত কৱাৰ দৰে ইয়াতো বিশ্বামিত্ৰই সীতাৰ ৰূপ-গুণৰ বৰ্ণনা ৰামৰ আগত দাঙি ধৰিছে। ইয়াত অৱশ্যে ৰামৰ কোনো মদন-বিকাৰ ঘটা নাই।

ৰাম-লক্ষ্মণ যেতিয়া মিথিলাৰ সভাত প্ৰৱেশ কৰিলে, সীতাই ৰামৰ ৰূপ দেখি বিমোহিত হ'ল। তেতিয়া সীতাই

মনত বোলন্ত কোননো বিধিয়ে স্ৰজিলা ৰূপ ৰামৰ।
কোটি এক কাম দেখো জানো আন, নুহিবেক সমসৰ॥
এহেন্তেসে মোৰ হৈবে নিজপতি কৰিলো মনে নিশ্চয়।
×× পিতৃৰ বচন হয় কৰি মই ভজিবো ৰামৰ পায়ে॥ ১১৭৭

বিশ্বামিত্ৰই যেতিয়া ৰামে ধনুত গুণ দিব পাৰিব বুলিলে, তেতিয়া সীতাই খেদ কৰি কৈছে —

ৰাম মোৰ স্বামী হাতে মিলাইলেক বিধি।
বিশ্বামিত্ৰ হেতু হেৰুৱাইবো নৱনিধি।
নৱনু পুতলি যেন সুকোমল তনু।
হেন ৰামে কিমতে ভাঙিব বজ্ৰধনু॥ ১২০০

তাৰ পাছত —

নালাগে ভাঙিবে ধনু সীতে দেৱ হাক।
অঙ্গীকাৰ এৰি বিহা দিয়োক আমাক ॥

সীতাৰ এনে স্পষ্ট বক্তব্য অন্য কোনো ৰামায়ণতে নাই।

এই প্ৰসঙ্গত মহানাটকত আছে —

অত্ৰ সীতায়া মনসি ভাৱনং —

কমঠপৃষ্ঠকঠোৰমিদং ধনুৰ্মধুৰমূৰ্তিৰসৌ ৰঘুনন্দনঃ।
কথমধিজ্যমনেন বিধীয়তামহহ তাত পণস্তৱ দাৰুণঃ ॥ ( মহ°, ১।২৭ )

( সীতাই মনে মনে ভাবিলে — এই ধনু কাছৰ চলতৰ দৰে টান, সেই ৰঘুনন্দন মধুৰ মূৰ্তি, তেওঁ কেনেকৈ ধনুত গুণ লগাব / হ চা পিতা, তুমি দাৰুণ পণ কৰিলা। )

কৃত্তিবাসী ৰামায়ণত মহানাটকৰ এই শ্লোকটোৰ অনুবাদ কৰা হৈছে—

কমঠ কঠোৰ ধনু শ্ৰীৰাম কোমল তনু
কেমনে তুলিব শৰ সন।
কত শত বীৰগণে নপাৰিলে উত্তোলনে
দাৰুণ পিতাৰ এই পণ ॥

ধনুৰ্ভংগৰ আগমুহূৰ্তত মাধৱদেৱৰ আদিকাণ্ডতো, ৰামবিজয় নাটৰ দৰেই সীতাই পৃথিৱী, অনন্ত আৰু কূৰ্মক প্ৰাৰ্থনা কৰিছে —

পৃথিৱীক কাতৰ কৰিলা সীতা মায়ে ॥ ১২১০
মাতৃ বসুমতী কৃপা কৰিয়োক মোক।
থিৰ হুয়া প্ৰভু ৰাঘৱক ধৰিয়োক ॥
দিগ্‌গজসকল তুমিসবে হৈবা থিৰ।
শুনিয়ো অনন্ত তুমি নলাৰিবা শিৰ ॥ ১২১১
হে কূৰ্ম ভালে অনন্তক ধৰিবাহা।

দিগ্‌গজসকলকো প্ৰাৰ্থনা কৰাৰ কথা থকা মাধৱদেৱৰ এই বৰ্ণনাৰ লগত মহানাটকৰ তলত উদ্ধৃত কৰা শ্লোকৰ বৰ্ণনা মিলি আছে —

পৃথ্বি স্থিৰা ভৱ ভুজংগম ধাৰয়ৈনাং
ত্বং কূৰ্মৰাজ তদিদং দ্বিতয়ং দধাথ।
দিক্কুঞ্জৰাঃ কুৰুত তৎত্ৰিতয়ে দিধীৰ্ষা-
মাৰ্য্যঃ কৰোতি হৰকাৰ্ম্মুকমাততজ্যাম্ ।।

ইয়াৰ উপৰিও ৰামে ধনুৰ গুণত টংকাৰ কৰাৰ পাছত যিবিলাক অদ্ভুত ঘটনাৰ বৰ্ণনা মাধৱদেৱে দাঙি ধৰিছে, সেয়াও মহানাটকৰ লগত মিলি আছে—

সপ্তদ্বীপা বসুমতী টলবল ভৈল।।
কাথৰ লংঘিল সাতো সাগৰ খলকি।
জলজন্তু ভৈল ত্ৰাস প্ৰলয়ক শংকি।। ১২১৪
দিগ্‌গজসকল কম্পে তৰতৰি মান।
মহাত্ৰাসে কম্পিল পাতাল সাতোখান।।
কম্পিলন্ত অনন্ত যতেক নাগগণ।
কূৰ্ম কম্পি ফোকাৰ তেজয় ঘনে ঘন।। ১২১৫
মেৰু আদি কম্পিল যতেক গিৰিবৰ।
ভয় হুয়া কম্পে আতি দেৱাসুৰ নৰ ।। ইত্যাদি

মহানাটকত আছে —

পৃথ্বী যাতি ৰসাতলং ফণিপতিৰ্ন্নম্ৰং ফণামণ্ডলং
বিভ্ৰৎ স্ফুভাতি কূৰ্মৰাজসহিতা দিক্কুঞ্জৰাঃ কাতৰাঃ।
আতন্বন্তি চ বৃংহিতং দিশি ভটৈঃ সাৰ্ধং ধৰাধাৰিণ.
কম্পন্তে ৰঘুপুংগৱে প্ৰকৰ্ষিতঃ সজ্যং ধনুঃ কুৰ্বতি।।

এই বৰ্ণনা ৰামবিজয়নাটতো নাই, কৃত্তিঃ ৰামায়ণতো নাই। কৃত্তিঃ ৰামায়ণত ৰামে ধনু উত্তোলন কৰাৰ সময়ত সীতাই পৃথিবী, অনন্ত আৰু দিগ্‌গজসমূহক প্ৰাৰ্থনা কৰাৰ কথাও নাই। হনুমন্নাটকৰ পৰা পোনে পোনে গ্ৰহণ কৰা এই উপাদানসমূহৰপৰা অনুমান কৰিব পাৰি যে শঙ্কৰদেৱৰ ৰাম-বিজয়নাটে মেলি থোৱা দুৱাৰখনেদি নিজে সোমাই মাধৱদেৱে হনুমন্নাটকৰ আগ-গুৰি চাই লৈছে।

॥ ৰাম-লক্ষ্মণৰ লৈতে ৰজাবিলাকৰ যুদ্ধ ॥

সীতা-স্বয়ম্বৰৰ পাছত বিফল ৰজাবিলাকে জনক তথা ৰাম-লক্ষ্মণৰ লগত যুদ্ধ কৰাৰ বৰ্ণনা সৰ্বপ্ৰথম নৃসিংহপুৰাণত পোৱা যায়। নৃসিংহপুৰাণৰ পৰা শংকৰদেৱে 'ভক্তিৰত্নাকৰ'ত শ্লোক উদ্ধৃত কৰিছে আৰু মাধৱদেৱে 'নাম ঘোষা'ত এই পুৰাণৰ তিনিটা শ্লোক অনুবাদ কৰিছে*। গতিকে এই বৈষ্ণব উপপুৰাণখন শংকৰ-মাধৱৰ সুপৰিচিত। পদ্মপুৰাণতো ৰামে বিয়াৰ পাছত ৰজাবিলাকক জয় কৰাৰ কথা আছে। (ৰাজভিশ্চ যুদ্ধং কৃত্বা তান্নিৰ্জিত্য স্বপুৰীমাগাৎ। পাতালঃ ১১৬ অ)। এই দুখন পুৰাণৰ প্ৰেৰণাতে শংকৰদেৱে ৰামবিজয়নাটত আৰু মাধৱদেৱে আদিকাণ্ডত ৰাম-লক্ষ্মণৰ লগত বিফল ৰজা-বিলাকৰ যুদ্ধৰ অৱতাৰণা কৰাটো সম্ভৱ। ৰুক্মিণীক হৰণ কৰি আনোতে বিফল পাণিপ্ৰাৰ্থী ৰজাবিলাকে কৰা যুদ্ধৰ অনুৰূপে এই যুদ্ধৰ কল্পনা মনলৈ অহাটোও স্বাভাৱিক। 'ৰামবিজয়' নাটত থকা ৰুক্মিণী-হৰণ কাব্যৰ তথা সেই নামৰ নাটৰ অনুৰূপ ঘটনাই এই অনুমান দৃঢ় কৰে। এই বিষয়ত ৰুক্মিণীহৰণ নাট আৰু ৰামবিজয়ৰ তুলনা কৰিলেই যথেষ্ট হ'ব।

ৰুক্মিণী হৰণত ৰজাবিলাকে শ্ৰীকৃষ্ণক খেদি অনা দেখি ৰুক্মিণীয়ে ভয়ত বিলাপ কৰিছে, সেইদৰে ৰামবিজয়তো সীতাই বিলাপ কৰিছে। ৰুক্মিণীৰ বিলাপত আছে —

পায়লু পহু বহু পুণ্যে হামু ৰংক।
হাতে হৰয় নিধি বিধি ভেল বংক॥

সীতাৰ বিলাপত আছে —

পুৰুব জনম পুণ্যে পৰম পায়ল পহু ওহি।
বংকিম বিধি হাতক নিধি হৰে অভাগীক মোহি॥

শ্ৰীকৃষ্ণই ৰুক্মিণীক 'আতি সত্বৰ বাহু মেলি আলিঙ্গি ধৰি বহু আশ্বাস কয়ে' বোলাৰ দৰে 'প্ৰিয়াক সন্তাপ তাপ নিবেধি ৰামচন্দ্ৰ বাহু মেলি প্ৰিয়াক ধৰিকহু আশ্বাস কয়ে বোলল।'

---

* ড° মহেশ্বৰ নেওগ সম্পাদিত সংস্কৰণ 'নামঘোষা'ৰ ৫৮, ৯৭, ৬০২।

মাধৱদেৱে এই আৰ্হিকে লৈ নিজ কল্পনাৰ ৰহণ চৰাই ৰাম-লক্ষ্মণ আৰু ৰজাসকলৰ যুদ্ধৰ বৰ্ণনা মনোগ্ৰাহী ৰূপত উপস্থাপন কৰিছে। মাধৱদেৱৰ এই বৰ্ণনাত ৰুক্মিণীহৰণ কাব্যৰ কোনো ঠাইৰ শব্দত প্ৰতিধ্বনিও শুনা যায় —

১) সিংহক কৰিবে কিবা শৃগালৰ পালে ॥ ( ৰুঃ হ. )

২) পলাইবে শৃগালগণ যেন লাঙ্গুত মাৰ। „

... . .. .

১) সিংহক জোকাৰে আসি শৃগালৰ পালে ॥ ( আঃ কা. )

২) শৃগালৰ পাল যেন পলাই লেঙ্গুত মাৰি। „

মাধৱদেৱৰ আদিকাণ্ডত সীতাই ৰামক বৰণ কৰা দেখি নিৰাশ হৈ ৰজাবিলাকে কোপে অপমানে জ্বলি-পকি জনকক গালি পাৰি বেচি-কুৰি সকলোৱে মাৰিব খুজিলে। কোনোৱে আকৌ "অতি নিদাৰুণী কন্যা কঠিন হৃদয়। সবাকে বঞ্চিয়া শিশু ছৱাক বৰয়" বুলি সীতাক ধৰি আনি আস্ফালি মাৰিব খুজিলে, কিছুমানে আকৌ "কৈৰ হন্তে আসিল ছৱাল মন্দ বুদ্ধি" বুলি ৰামক দোষাৰোপ কৰাত "চাহিবে নালাগে আৰু মুছৰিয়া মাৰ" বুলি অস্ত্ৰ-শস্ত্ৰ লৈ সসৈন্যে খেদি গ'ল। তাকে দেখি জনক গৈ ঋষিসকলৰ মাজত সোমাল। ৰামৰ আহ্বানক্ৰমে লক্ষ্মণে তুমুল যুদ্ধ কৰি এজন এজনকৈ পৰাস্ত কৰা ৰজাবিলাকে একেলগে আক্ৰমণ কৰাত ৰামে সীতাক বিশ্বামিত্ৰৰ ওচৰত থৈ লক্ষ্মণৰ সহায়ৰ অৰ্থে গ'ল। তেতিয়া জনকেও চতুৰঙ্গ সেনা লৈ দুই ভাইক সহায় কৰিলে। এই দৰে তিনিওজন বীৰে 'পাঞ্চ লক্ষ ৰাজা সমে' সমৰ কৰাৰ বিস্তৃত বিৱৰণ মাধৱদেৱে লোকৰুচিকৰ ৰূপত দাঙি ধৰিছে। শম্ভধনু নামৰ ৰজাই ৰথত উঠি ৰথবিহীন লক্ষ্মণৰ লগত যুদ্ধ লগা দেখি জনকৰ মনে নসহিলে, তেওঁ তেতিয়া পুতেক অজয়ক মাতি ক'লে – "ৰথ সাজি ঝাণ্টে লক্ষ্মণৰ লৈয়ো লাগ।" অজয়কুমাৰে পিতাক জনকৰ কথা শুনি দহোটা ঘোঁৰাৰে সৈতে ৰথ এখন সুসজ্জিত কৰি গৈ "মোহোৰ অজয় নাম জনক-তনয়" বুলি পৰিচয় দি লক্ষ্মণক বিনীত ভাবে ৰথত তুলি ল'লে।

বাল্মী. ৰামায়ণত জনকৰজাৰ কোনো পুত্ৰ থকাৰ কথা নাই। বিষ্ণু-পুৰাণ, বায়ুপুৰাণ আৰু ব্ৰহ্মাণ্ডপুৰাণত ভানুমান নামেৰে জনকৰ এজন পুতেক

থকাৰ কথা আছে। কালিকা পুৰাণত (৩৮ অ:) জনকে সীতাৰ লগতে দুটি পুত্ৰও যজ্ঞভূমিত পাইছিলে; কিন্তু তেওঁলোকৰ নাম উল্লেখ কৰা নাই। মাধৱদেৱৰ জনকপুত্ৰ অজয় স্বকল্পিত চৰিত্ৰ বুলি ধাৰণা হয়।

ৰাম-লক্ষ্মণ আৰু ৰজাবিলাকৰ যুদ্ধখনত মাধৱদেৱে লক্ষ্মণৰ বীৰত্ব প্ৰদৰ্শনৰ ওপৰত বেছি গুৰুত্ব দিছে। সম্ভৱত: হৰধনু ভঙ্গকাৰী ৰামৰ যোগ্য ভ্ৰাতৃস্বৰূপে লক্ষ্মণৰ ভাৱমূৰ্তি গঢ়িবলৈকে সেইটো কৰা হৈছে। লক্ষ্মণৰ হাতত পৰাস্ত হৈ ৰজাবিলাক 'শৃগালৰ পাল যেন পলাই লেগত যাবি।' লক্ষ্মণৰ এই ৰণজয় দেখি আকাশত দেৱগণে পুষ্পবৃষ্টি কৰি লক্ষ্মণৰ জয়ধ্বনি দি "ধন্য ধনুৰ্ধৰ মহাবীৰ চূড়ামণি" বুলি প্ৰশংসা কৰিবলৈ ধৰিলে। অজয়ৰ সৈতে ৰণজয়ী লক্ষ্মণে গৈ বিশ্বামিত্ৰক প্ৰণাম কৰিলে। লক্ষ্মণে গৈ ৰামকো প্ৰণাম কৰিলে। মাধৱদেৱে স্বকল্পিত 'অজয়'লৈ মনোযোগ আকৰ্ষণৰ কাৰণেই আকৌ তেওঁৰ নাম উল্লেখ কৰিলে —

ভৈলন্ত হৰিষ আতি নৃপতি জনক।
অজয় সহিতে প্ৰশংসিলা লক্ষ্মণক ॥ ১৩২২

উল্লেখযোগ্য যে মাধৱকন্দলীৰ ৰামায়ণতো ৰাম-লক্ষ্মণৰ লগত ৰজা-সকলৰ যুদ্ধ লগাৰ কথা আছে।

কৃত্তি' ৰামায়ণত ৰাম আৰু অন্য ৰজাসকলৰ যুদ্ধৰ কথা নাই। তাত জনকৰ পুত্ৰৰতো উল্লেখ নায়েই, বিশ্বামিত্ৰই যেতিয়া ৰামৰ চাৰিভাইৰ বাবে চাৰিটি কন্যা দি সমৰ্পণ কৰিব পাৰিব তেওঁৰ ঘৰতহে ৰামে বিয়া কৰাব বুলি প্ৰস্তাৱ দিয়ে, তেতিয়া জনকে ভাবি বিমোৰত পৰিছে — সীতা বিনা কন্যা নাই আৰ পাব কোথা॥ অৱশ্যে তেতিয়া শতানন্দই জনকক কৈছে —

তোমাৰ কনিষ্ঠ ভাই কুশধ্বজ নাম।
তাৰ দুই কন্যা আছে ৰূপ গুণ ধাম॥
তোমাৰ দুহিতা দুই পৰমা সুন্দৰী।
চাৰি ভায়ে সমৰ্পণ কৰ কন্যা চাৰি।

॥ দশৰথক আনিবলৈ অযোধ্যালৈ দূত প্ৰেৰণ ॥

বাল্মী° ৰামায়ণত শিৱৰ দুৰ্জয় ধনুখনত গুণ লগাই টানোতে ভংগ

হোৱা শ্ৰীৰামৰ অসাধাৰণ বীৰত্ব দেখি সন্তুষ্ট হৈ পূৰ্বৰ প্ৰতিজ্ঞা মতে সীতাক ৰামলৈ বিয়া দিবলৈ ইচ্ছা প্ৰকাশ কৰি জনকে দশৰথক আনিবৰ কাৰণে দূত পঠাবলৈ বিশ্বামিত্ৰৰ অনুমোদন বিচাৰিলে। বিশ্বামিত্ৰৰ সন্মতি পাই তেওঁ আজ্ঞাপালক দূজন মন্ত্ৰীক সকলো কথা জনাই দশৰথক আনিবলৈ অযোধ্যালৈ পঠাই দিলে ১। সেই দূতকাৰ্যত নিযুক্ত মন্ত্ৰীসকলে চতুৰ্থ দিনা অযোধ্যা পাই দশৰথক জনকৰ সংবাদ জ্ঞাপন কৰিলেগৈ। দশৰথক আমন্ত্ৰণ জনোৱা কাৰ্যত বিশ্বামিত্ৰৰ উপৰিও শতানন্দৰো মত আছে বুলি (বিশ্বামিত্ৰাভ্যনুজ্ঞাতঃ শতানন্দ-মতে স্থিত) দূতে জনালে। দূতৰ কথা শুনি অতি আনন্দিত হৈ দশৰথে বশিষ্ঠ; বামদেৱ আৰু অন্য মন্ত্ৰীসকলক ৰাম-লক্ষ্মণ বিশ্বামিত্ৰৰ তত্বাৱধানত মিথিলাত থকাৰ সংবাদ দিয়াৰ পাছত ক'লে — "মহাত্মা জনকে ককুৎস্থ-নন্দন ৰামৰ বীৰত্ব দেখি তেওঁৰ কন্যাক ৰামত অৰ্পণ কৰিব খুজিছে। যদি অপোনালোকে ভাল দেখে, আমি শীঘ্ৰে মহাত্মা জনকৰ ৰাজ্যলৈ যাত্ৰা কৰো।" সকলোৱে দশৰথৰ প্ৰস্তাৱত সন্মতি জনালে (ৰাঃ ১।৬৮।১৬-১৮)।

ৰামবিজয় নাটত প্ৰতিদ্বন্দ্বী ৰজাবিলাকক ৰামে জয় কৰাৰ পাছত "ৰামচন্দ্ৰক পৰম বিক্ৰম দেখিয়ে জনক ৰাজাক মনে পৰম আনন্দ ভেলহ্। দূত পঠাই ৰাজা দশৰথক সত্বৰে অনাৱল। ৰাজা দশৰথ পুত্ৰক বিক্ৰম সীতাক প্ৰাপ্তি শুনিয়ে আসিকহু জনকক পৰম কৌতুকে আলিঙ্গি ধৰল।" তাৰ পাছতে ৰজা জনকে বিবাহৰ সম্ভাৰ মিলোৱা আৰু বিশ্বামিত্ৰই হোম আৰম্ভ কৰাৰ সূচনা দিয়া হৈছে। উল্লেখযোগ্য যে এই নাটত কেৱল ৰাম-সীতাৰ বিবাহৰ কথাহে আছে।

মাধৱদেৱৰ আদিকাণ্ডত ৰাম-লক্ষ্মণে প্ৰতিদ্বন্দ্বী ৰজাবিলাকক জয় কৰাৰ পাছত জনকে সমাজ পাতি পুৰোহিত শতানন্দক ক'লে —

শুনিয়োক গুৰু বিলম্ব নকৰি চলি যাইয়ো অযোধ্যাক ॥

১ কৌশিকস্তু তথেত্যাহ ৰাজা চাভাষ্য মন্ত্ৰিণঃ।
অযোধ্যাং প্ৰেষয়ামাস ধৰ্মাত্মা কৃতশাসনান্ ॥
যথাবৃত্তং সমাখ্যাতুমানেতুং চ নৃপং তথা। (ৰাঃ ১।৬৭।২৭)

দশৰথ মহা - ৰাজাত জন্মিলো তান পুত্ৰ ৰঘুবৰে।
ধনুক ভাঙ্গিয়া জানকী সীতাক লভিলন্ত ৰঘুৱৰে ॥ ১৭২৫
বশিষ্ঠ সহিতে আসন্ত সত্বৰে বিহা কৰাইবাক প্ৰতি।
শত্ৰুঘন ভৰ - তকো লগে আনি আসিলন্ত মহামতি ॥

শতানন্দই গৈ দশৰথক ৰাম-লক্ষ্মণৰ কথা প্ৰপকি কোৱাত বৃদ্ধ মন্ত্ৰী-সকলক নগৰৰক্ষাৰ ভাৰ অৰ্পণ কৰি ভৰত-শত্ৰুঘ্নকো লগত লৈ দশৰথে চতুৰঙ্গ সেনা সহ মিথিলালৈ যাত্ৰা কৰিলে। বশিষ্ঠ প্ৰভৃতি ব্ৰাহ্মণসকল আৰু বস্ত্ৰ-অলংকাৰ আদি সম্ভাৰসহ সুমন্ত্ৰও লগত গ'ল। মহা আড়ম্বৰেৰে দশৰথ সদলবলে মিথিলাত উপস্থিত হ'ল। মাধৱদেৱে দশৰথৰ যাত্ৰাৰ কথাখিনি বাল্মী০ ৰামায়ণৰ অনুৰূপেই দিছে।

কৃত্তি: ৰামায়ণত থকা এই সম্পৰ্কীয় বিচিত্ৰ বিবৰণৰ লগত মাধৱদেৱৰ পোনপটীয়া বিবৰণটোৰ কোনো প্ৰকাৰৰ সাদৃশ্য নাই। বৈসাদৃশ্যৰ ধাৰণা মাত্ৰ দিবৰ কাৰণে ইয়াত দুটামান কথাহে উল্লেখ কৰিব খুজিছোঁ। কৃত্তিবাসৰ মতে ধনুৰ্ভঙ্গৰ পাছত সুমন্ত্ৰ নামৰ ব্ৰাহ্মণে নিমন্ত্ৰণ কৰাত ৰাম-লক্ষ্মণক সেই ব্ৰাহ্মণৰ পত্নী কৌশল্যাৰ ওচৰত থৈ বিশ্বামিত্ৰ জনকৰ ওচৰলৈ গ'ল। জনকে বিশ্বামিত্ৰক "সীতাৰ বিবাহকন্য কৰ শুভক্ষণ" বুলি অনুৰোধ কৰাত ঋষিয়ে ৰামক গৈ "বিবাহ কৰিয়া ঘৰে যাহ দুই ভাই" বুলি ক'লে। তেতিয়া ৰামে বহুদিন ধৰি ঘৰৰপৰা আঁতৰত থকাৰ কাৰণে পিতাক চিন্তিত হ'ব বুলি অযোধ্যালৈ সোন-কালে তেওঁলোকক লৈ ঘূৰি যাবলৈ অনুৰোধ কৰিলে আৰু ক'লে —

চাৰি ভাই জন্ম লইয়াছি একদিনে।
সে সবাৰে ছাড়ি কৰি বিবাহ কেমনে॥
এ চাৰি ভ্ৰাতৃকে যেই কন্যা দিবে চাৰি।
চাৰি ভাই বিবাহ কৰিব ঘৰে ভাবি॥

এই প্ৰস্তাৱ জনকক জনোৱাত "সীতা বিনা কন্যা নাই" বুলি চিন্তাত পৰাত, জনকক শতানন্দে দিয়া পৰামৰ্শৰ কথা আগতে কৈ অহা হৈছে। শতা-নন্দই জনকৰ দুই কন্যা আৰু কুশধ্বজৰ দুই কন্যাক ৰামৰ চাৰিভাইলৈ বিয়া

দিয়াৰ ব্যৱস্থা কৰাৰ কথা বিশ্বামিত্ৰই ৰামক জনোৱাত তেওঁ পিতাকৰ অবি- দিতে বিয়া পাতিব'ৰ অসম্মতি প্ৰকাশ কৰি অযোধ্যালৈ মানুহ পঠাবলৈ ক'লে। বিশ্বামিত্ৰই সেই কথা গৈ জনকক কোৱাত "তোমা ভিন্ন কে যাইবে অযোধ্যা ভুবন" বুলি অনুৰোধ কৰিলে।

বিশ্বামিত্ৰই ঘটক হোৱাৰ যশস্যা পোৱাৰ আশাৰে অযোধ্যালৈ যাত্ৰা কৰিলে সিদ্ধাশ্ৰমত মুনিসকলে ৰামে ধনুৰ্ভংগ কৰাৰ কথা সোধাত বিশ্বা- মিত্ৰই সীতাৰ কল্যাণ কৰিব'ল হৰধনুখন নিজেহে দুটুকুৰা হ'ল বুলি ক'লে। কৃত্তিবাসে বিশ্বামিত্ৰই অযোধ্যা পোৱালৈকে গৌতমৰ আশ্ৰম আদিৰ কথাও উল্লেখ কৰিছে। অযোধ্যাত ৰাম-লক্ষ্মণ নোহোৱাকৈ অকলে উপস্থিত হোৱা বিশ্বামিত্ৰক দেখি সকলোটি আশংকাত পৰাৰ দীঘলীয়া বৰ্ণনাও দিছে। অৱ- শেষত বিশ্বামিত্ৰৰ পৰা প্ৰকৃত কথা জানিব পাৰি দশৰথে সদলবলে যাত্ৰা কৰিছে। কৃত্তিবাসৰ ৰচনাত বিশ্বামিত্ৰই মিথিলাৰ পথত পাই যোৱা ঠাইবোৰ, তাড়কাৰ মৃতদেহ আদি দশৰথক দেখুৱাই ৰামৰ কাৰ্য্যাৱলী বৰ্ণনা কৰি যোৱাৰ বিবৰণো দিছে। যিজন কৈৱৰ্তই ৰামক গঙ্গাপাৰ কৰি ৰামৰ অনুগ্ৰহৰ পাত্ৰ হৈছিল, সেইজনেই দশৰথকো পাৰ কৰা বুলি কৈছে।

বিশ্বামিত্ৰ হেন ব্ৰহ্মৰ্ষিয়ে সাধাৰণ ঘটকৰ দৰে কাম কৰাৰ কৃত্তিবাসী কল্পনা'ত লোকৰঞ্জনৰ প্ৰেৰণা আছে।

**॥ ৰাম-সীতা আৰু ভ্ৰাতৃসকলৰ বিৱাহ ॥**

বাল্মী০ ৰামায়ণত জনকৰ আমন্ত্ৰণক্ৰমে সদলবলে মিথিলাত উপস্থিত হোৱা দশৰথক জনকে যথাযোগ্য সৎকাৰ কৰিলে আৰু পাছদিনা পুৱা তেওঁৰ যজ্ঞৰ অন্তত ৰামৰ বিৱাহকাৰ্য্য সম্পন্ন কৰিবলৈ জনকে দশৰথক অনুৰোধ কৰিলে। তেতিয়া দশৰথে জনকৰ ব্যৱস্থামতেই কাম কৰিব'লৈ সন্মতি প্ৰকাশ কৰিলে। ( যথা ৰক্ষ্যসি ধৰ্মজ্ঞ তৎ কৰিষ্যামহে বয়ম ॥ বা ১।৬৯।১৫ )

পাছদিনা পুৱা জনকে শতানন্দৰ লগত পৰামৰ্শ কৰি সাংকাশ্যা নগৰীত থকা ভায়েক কুশধ্বজক তেওঁৰে সৈতে ( ৰাম-সীতাৰ বিৱাহৰ ) এই আনন্দ একেলগে উপভোগ কৰিবলৈ ( প্ৰীতিং সোঽপি মহাতেজা ইমাং ভোক্তা ময়া সহ। বা০ ১।৭০।৪ ) দূত পঠাই মতাই অনালে। তাৰ পাছত সুদামা নামৰ

মন্ত্ৰীক পঠাই পুৰোহিতবৰ্গৰ সৈতে ৰজা দশৰথক জনকৰ ওচৰলৈ অনোৱা হ'ল। দশৰথৰ প্ৰস্তাৱ অনুসৰি কুলগুৰু বশিষ্ঠই জনকৰ আগত ইক্ষ্বাকু বংশৰ কুলপৰম্পৰা ক'বলৈ ধৰিলে। শেষত বশিষ্ঠই দশৰথৰ দুই পুত্ৰ ৰাম আৰু লক্ষ্মণৰ কাৰণে জনকৰ দুই কন্যাক বৰণ কৰিলে ( ৰামলক্ষ্মণয়োৰৰ্থে ত্বৎসুতে বৰয়ে নৃপ। ৰা ১।৭০।৪৫ )।

তাৰ পাছত জনকে নিমিৰজাৰপৰা আৰম্ভ কৰি নিজ বংশৰ পৰিচয় দি সাংকাশ্যনগৰীৰ অধিপতিৰূপে অভিষিক্ত ভেওঁৰ কনিষ্ঠ ভ্ৰাতৃ কুশধ্বজকো পৰিচয় কৰাই দিয়ে। শেষত জনকে বশিষ্ঠক সম্বোধন কৰি সীতাক ৰামলৈ আৰু উৰ্মিলাক লক্ষ্মণলৈ দিবলৈ প্ৰস্তুত হোৱাৰ কথা নিবেদন কৰে। তাৰ পাছত জনকে দশৰথক সেইদিনাৰ পৰা তৃতীয় দিনত উত্তৰা ফাল্গুনী নক্ষত্ৰত ৰাম-লক্ষ্মণৰ বিবাহ-কাৰ্য্যৰ বাবে প্ৰস্তুত হ'বলৈ অনুৰোধ কৰে।

বিশ্বামিত্ৰই ইক্ষ্বাকু আৰু বিদেহবংশৰ মাজত হোৱা এই বৈবাহিক সম্পৰ্কত আনন্দ প্ৰকাশ কৰি কুশধ্বজৰ দুই কন্যাক ভৰত-শত্ৰুঘ্নৰ কাৰণে বৰণ ক'ৰে ( ভৰতস্য কুমাৰস্য শত্ৰুঘ্নস্য মহাত্মন। বৰয়ে তে সুতে ৰাজংস্তয়োৰৰ্থে মহাত্মনোঃ॥ ৰা ১।৭২।৬ )। জনকে পৰম আনন্দৰে এই প্ৰস্তাৱত সন্মতি প্ৰকাশ কৰি বিবাহৰ আয়োজন কৰে।

বিশ্বামিত্ৰ আৰু শতানন্দক আগত লৈ ( বিশ্বামিত্ৰং পুৰস্কৃত্য শতানন্দং চ ধাৰ্মিকম্ ) বশিষ্ঠই যথাবিধি হোমাগ্নি প্ৰজ্বলিত কৰিলে। জনকে সীতাক ৰামৰ হাতত ( ৰা ১।৭৩।২৬-২৮ ), উৰ্মিলাক লক্ষ্মণৰ হাতত, মাণ্ডৱীক ভৰতৰ হাতত আৰু শ্ৰুতকীৰ্তিক শত্ৰুঘ্নৰ হাতত ( ৰা ১।৭৩।৩০-৩৮ ) সমৰ্পণ কৰিলে। সেই সময়ত অন্তৰিক্ষৰ পৰা পুষ্পবৃষ্টি হ'ল। দেৱদুন্দুভিৰ গম্ভীৰ ধ্বনি আৰু গীত বাদ্যৰ চেৰে চেৰে অপ্সৰাগণে নৃত্য কৰিবলৈ ধৰিলে, গন্ধৰ্বগণে মধুৰ গীত গালে।

মাধৱদেৱৰ আদিকাণ্ডত জনকে মিথিলাত সদলবলে উপস্থিত হোৱা দশৰথক যথাযোগ্য সৎকাৰ কৰি চাৰিপুত্ৰৰ সৈতে নিজৰ অন্তঃপুৰত থাকিবলৈ দিলে। তাৰ পাছত ঋষিগণৰ সৈতে বিবাহৰ কাৰ্য্য চিন্তা কৰিলে। বিশ্বামিত্ৰই জনকক ভেওঁৰ জীয়েক উৰ্মিলাক লক্ষ্মণলৈ বিয়া দিবৰ কাৰণে বচন বুলিলে।

জনক সেই কথাত মান্তি হ'ল। কুশধ্বজে দশৰথক কন্যাদুটি ভৰত শত্ৰুঘ্নলৈ দিবলৈ প্ৰস্তাৱ কৰাত দশৰথে বং মনেৰে সন্মতি দিলে। উমহ-মাগহেৰে বিয়াৰ আয়োজন চলিল।

আদিকাণ্ডত "লক্ষ্মী-নাৰায়ণে, একত্ৰ হৈবন্ত, জানিয়া দেৱগণে" জনকৰ সভালৈ অহাৰ বৰ্ণনা দিয়া হৈছে —

পুত্ৰগণসমে আসিলন্ত ব্ৰহ্মা পাৰ্বতী সহিতে হৰ॥
গন্ধৰ্ব চাৰণ অপেচৰাগণ সমে আইলা পুৰন্দৰ।
পৰম হৰিষে আইলা মিথিলাক আনো দেৱ নিৰন্তৰ॥ ১৩৭১

তদুপৰি বাসুকী সহিতে নাগগণ, নাৰদ প্ৰমুখে ঋষিগণ আৰু পৃথিৱী মধ্যত থকা ৰাজা জাগলো অনেক সম্ভাৰ সহ আহিল। 'ত্ৰৈলোক্যৰ লোক একথান মিথিলাত' হ'ল। ব্ৰহ্মা আদি বহি থকা বিয়াৰ সভাত বিদ্যাধৰ-সকলে 'মধুৰ মৃদংগ' বাবলৈ ধৰিলে, গন্ধৰ্বসকলে সুললিত গীত গালে, মুখ্য অপেচৰাগণে নৃত্য কৰিলে আৰু 'নানাছন্দে-বিছন্দে' ভাটে 'চপয়া' পঢ়িলে।

মাধৱদেৱৰ পূৰ্ববৰ্তী কোনো ৰামায়ণী সাহিত্যতে ৰাম-সীতাৰ বিবাহত এই দৰে দেৱ-গন্ধৰ্ব, অপ্সৰা, নাগ আদি উপস্থিত হোৱাৰ বৰ্ণনা নাই। কৃত্তিবাস ৰামায়ণত ৰাম-সীতাৰ যাতে নিৰ্দিষ্ট লগ্নত বিবাহ সমাধা নহয়, সেই উদ্দেশ্যে দেৱতাসকলে চন্দ্ৰক জনকৰ ঘৰত গৈ নৃত্য কৰিবলৈ নিৰ্দেশ দিয়াৰ কথা আছে। নৃত্য দেখি সকলো বিভোল হ'লে ভুলতে লগ্ন পাৰ হৈ যাব আৰু তেতিয়া ৰাম-সীতাৰ বিচ্ছেদ ঘটিব। ফলত লংকাৰ ৰজা ৰাৱণ মৰিব। তাৰ বাহিৰে অন্য কোনো দেৱতা আদি অহাৰ উল্লেখ তাত কৰা হোৱা নাই।

মাধৱদেৱৰ এই বৰ্ণনাৰ প্ৰেৰণা ৰুক্মিণীহৰণ কাব্যৰ কৃষ্ণ-ৰুক্মিণীৰ বিবাহৰ বৰ্ণনাই দিয়াটো সম্ভৱ। সেই বিয়ালৈ 'ত্ৰিদশ সহিতে আসিলন্ত দেৱ ৰাজা' বুলি বিভিন্ন স্থানত বিভিন্ন দেৱতা অহাৰ বৰ্ণনা দিয়া হৈছে। 'বসি লন্ত ঋষিলোক আপোনাৰ শাৰী' বুলি নাৰদ আদি ঋষিৰ আগমনৰ বৰ্ণনা দিছে। বাসুকিকে আদি কৰি অসংখ্য নাগ, আহিছে। কৃষ্ণ-ৰুক্মিণীৰ বিবাহ মণ্ডপত — গাৱে বাৱে গন্ধৰ্বৰ মুখ্য মুখ্য বাছি। নাচিবে লাগিলা অপেশ্বৰাগণ কাছি॥ সেই বিবাহত দেৱতাসকলে বিধে বিধে ধন-বস্ত্ৰ, গৰু আদি দান

ৰাৰ বিস্তৃত বৰ্ণনা দিয়া হৈছে। আদিকাণ্ডতো সেইদৰে —

অনন্তৰে ব্ৰহ্মা আদি যতেক আছন্ত ॥ ১৩৫৯
যাৰ যেন মত ইচ্ছা তাকে উৎসৰ্গিল।
সুবৰ্ণ মাণিক বস্ত্ৰে যেন ববষিল॥
ত্ৰৈলোক্যৰ লোক সবে উৎসৰ্গা কৰিল।
যৌতুক সম্ভাৰে পুৰী মিথিলা ভৰিল॥ ১৩৬০

জনকে 'দেৱ-পিতৃ কৰ্ম যত কৰি সমাপতি' 'লৌকিক বৈদিক ব্যৱহাৰ নৰন্তৰ' আচৰণ কৰাৰ বৰ্ণনাও মাধৱদেৱে দাঙি ধৰিছে। জনকৰ মহাদৈ ৰকাই সীতা, উৰ্মিলা, মাণ্ডবী, শ্ৰুতকীৰ্তি — চাৰিৰো মাংগলিক কায সমাধা কৰি কিদৰে বসন-ভূষণ পিন্ধালে তাৰো বৰ্ণনা দিছে।

মাধৱদেৱৰ মতে এই বিবাহত —

বিশ্বামিত্ৰে বিধি পাঠ কৰন্ত হৰিষি।
যজ্ঞে হোম কৰন্ত বশিষ্ঠ মহাঋষি॥

জনকে যথাক্ৰমে ৰামৰ চাৰি ভাইক সীতা আদি চাৰি ভনীক যৌতুক সহ সমৰ্পণ কৰিলে। বিবাহৰ ৰাতিটো পুৰোহিত "কৰাইলন্ত বাসি বিহা হৰিষে মনত।" তাৰ পাছত দশৰথে সোনকালে দৰা-কন্যাসকলৰ সৈতে ভেটক ৰ'জ্যলৈ যাবলৈ বিদায় দিবৰ কাৰণে অনুৰোধ কৰাত জনক অন্তঃপুৰলৈ গ'ল আৰু সীতাক প্ৰবোধ দি ক'লে —

অযোনিকা তোমাক লভিলো যজ্ঞভূমি।
পিতৃৰ মাতৃৰ প্ৰিয়তম জাউ তুমি॥ ১৩৬৭
ত্ৰিভুবনে নিৰুপমা তুমি মহাসতী।
পৰম দুৰ্লভ আতি লভিলা সুপতি॥
সতী স্ত্ৰীসকলৰ স্বামীসে ভূষণ।
কদাচিতো নলংঘিবা স্বামৰ বচন॥ ১৩৬৮
×× কৰিবা শুশ্ৰূষা শাশু শশুৰ চৰণ॥
অৱহেলা নকৰিবা দেৱৰ সবক।
কৰিবাহা দায়া আতি সমস্ত জনক॥ ১৩৬৯ ইত্যাদি

জনক-পত্নী (মূলত জনক-পত্নীৰ নাম ক'তো উল্লেখ কৰা নাই) মেনকাই সীতাক গলত বান্ধি কান্দি-কাটি ক'লে —

আজি সৰ্বশূন্য কৰি যাইবে মোৰ ঘৰ।
আনেসে আপোন ভৈল মই ভৈলো পৰ॥ ৩৭২

উদ্ধৃত পদৰ পাছৰ শাৰীটোৰ লগত ৰুক্মিণী-হৰণ কাব্যত দৈৱকীয়ে শচীপ্ৰভাক সান্ত্বনা দি কোৱা নিম্নোক্ত বচনৰ প্ৰতিধ্বনি স্পষ্ট —

তোমাৰেসে জী জমাই তোমাৰেসে ঘৰ।
তোমৰা আপোন হইবা আমি হুইবো পৰ। ৬৮৭

এই সাদৃশ্যই মাধৱদেৱৰ ৰামৰ বিবাহ-বৰ্ণনত ৰুক্মিণীহৰণৰ প্ৰভাৱ পৰিছে যে সেই অনুমান দৃঢ় কৰে।

বিদায় পৰত জনকে দশৰথক সীতাক সমৰ্পণ কৰি কোৱা কথাখিনিৰ লগত ৰুক্মিণীহৰণত শচীপ্ৰভাই দৈৱকীক কোৱা কথাখিনিৰ মিলো মন কৰিবলগীয়া। আদিকাণ্ডত জনক ৰজাই চকু-পানী টুকি দশৰথক —

বুলিলন্ত বিনয় ধৰিয়া ডান হাতে।
সীতা জীউখানি মোৰ সঁপিলো তোমাতে॥ ১৩৭৬
জীউ বুলি প্ৰতিপাল কৰিবা বিহাই।
বিহনীক বুলিবাহা আপুনি বুজাই॥

ৰাম-সীতাৰ বিবাহৰ সময়ত কৌশল্যা আদি উপস্থিত থকা হ'লে জনকৰ মহাদেৱেই এইখিনি কথা কৌশল্যাক ক'লেহেঁতেন। ৰুক্মিণীহৰণত শচীপ্ৰভাই দৈৱকীৰ হাতত ধৰি ক'লে —

কাৰো কৰো হেৰা পালিবা বিহানী তোমাৰেসে ভৈল জীউ॥
সুৰাগতে মোৰ বাঢিল ৰুক্মিণী দিনে কৰে কত ৰোষ। ইত্যাদি

॥দশৰথৰ অযোধ্যালৈ প্ৰত্যাবৰ্ত্তন॥

বাল্মীকি ৰামায়ণত জনকে দশৰথক বিদায় দি নিজ অন্তঃপুৰত প্ৰৱেশ কৰা আৰু দশৰথে সৈন্য-সামন্ত আৰু ঋষিসকলৰ সৈতে অযোধ্যালৈ প্ৰত্যাবৰ্তন কৰাৰ চমু বৰ্ণনা দাঙি ধৰা হৈছে (বা ১।৭৪।৩-৭২)। আদিকাণ্ডত সুমন্ত্ৰই যোগোৱা ৰথত উঠি শুভক্ষণত অযোধ্যালৈ যাত্ৰা কৰা দশৰথৰ সেনা-

বাহিনীৰ চমৎকাৰ সাজ-সজ্জাৰ বৰ্ণনা দিয়া হৈছে। ৰাম-সীতাৰ পথিক লোকৰ মন হৰণ কৰা ৰূপৰ বৰ্ণনা দিছে, শুৰত আদি দম্পতীৰ কথা উল্লেখ কৰা নাই। কেৱল সমস্ত নৰ-নাৰীয়ে 'ৰামক সীতাক প্ৰশংসয় নিৰন্তৰে' আৰু 'দুই চক্ষুৰ পটলৰ দিবাক নাপাৰি'। দশৰথৰ এই সদল-বল যাত্ৰাত 'শৈলজ জনক কৰো দূৰ আনন্দত' আৰু পাছত দশৰথে জনকক বিদায় দি ঘৰলৈ পঠাই দিলে।

## ॥ পৰশুৰামৰ দৰ্পচূৰ্ণ ॥

বাল্মী০ ৰামায়ণত বাটত গৃহমুখা দশৰথৰ চাৰিওফালে ভয়ংকৰ চৰাই বিলাকে আৱাৰ কৰিবলৈ ধৰা আৰু পহুবিলাকে দশৰথক প্ৰদক্ষিণ কৰিবলৈ ধৰাৰ বৰ্ণনা দি দশৰথৰ অশুভ তথা সেই অশুভ প্ৰশমনৰ সূচনা কৰা হৈছে। দশৰথে বশিষ্ঠক তাৰ কাৰণ সোধাত চৰকণীয়া অশুভ দূৰ হ'ব বুলি মুনিয়ে দশৰথক আশ্বাস দিয়ে। তেনে সময়ত এক ভয়ংকৰ ধুমুহা পৃথিৱী কঁপাই, বৰ বৰ গছবোৰ ভঙালি বলিবলৈ আৰম্ভ কৰে। সূৰ্যটো আন্ধাৰে ঢাকি ধৰে আৰু দিশ-বিদিশ চিনিব নোৱৰা হৈ পৰে। ধূলিয়ে গোটেইখন ঢাকি পেলোৱাত বশিষ্ঠ আদি ঋষিসকল আৰু পুত্ৰসকলৰ সৈতে দশৰথৰ বাহিৰে সকলো অচেতন হৈ পৰে।

সেই সময়তে দশৰথে কালাগ্নি সদৃশ দুঃসহ পৰশুৰামক কান্ধত কুঠাৰ আৰু হাতত বিদ্যুৎসদৃশ ধনু তথা উগ্ৰ শৰ ধৰি ত্ৰিপুৰনাশক শিৱৰ দৰে উপস্থিত হোৱা দেখিবলৈ পালে (বা ১।৭৪।১৯)। প্ৰজ্বলিত অগ্নিৰ দৰে ভীতি-প্ৰদ পৰশুৰামক দেখি বশিষ্ঠ প্ৰমুখ্যে ঋষিসকলে, ইতিমধ্যে ক্ষত্ৰিয় উচ্ছেদ কৰি পিতৃবধৰ প্ৰতিশোধ লৈ শান্ত হোৱা পৰশুৰামৰ এতিয়া ক্ষত্ৰিয় উচ্ছেদ কৰাটো উদ্দেশ্য নহয় বুলি অনুমান কৰি পাদ্য-অৰ্ঘ্য আগ বঢ়াই মধুৰ বচনেৰে ৰাম ৰাম' বুলি ভাৰ্গৱক অভিবাদন জনালে (বা ১।৭৪।২১-২৩)। সেই পূজা গ্ৰহণ কৰি পৰশুৰামে ৰামক উদ্দেশ্য কৰি ক'বলৈ ধৰিলে — "হে বীৰ দাশ-ৰথি ৰাম, তোমাৰ অদ্ভুত বীৰত্ব আৰু ধনুৰ্ভংগৰ সকলো কথা মই শুনিছোঁ। সেই অদ্ভুত আৰু চিন্তা কৰিব নোৱৰা ধনুৰ্ভংগৰ কথা শুনি মই অন্য এক উত্তম

ধনু লৈ আহিছো। এইখনেই সেই জমদগ্নিপুত্ৰৰ ভয়ংকৰ বিশালধনু। এখনত শৰ জুৰি তুমি নিজ বল প্ৰদৰ্শন কৰা। এই ধনুত শৰ জুৰি বীৰ দেখুৱাব পাৰিলে মই তোমাৰ বীৰত্বৰ যোগ্য দ্বন্দ্বযুদ্ধ দিম ( ৰাঃ ১।৭৫।১-৪ )।

পৰশুৰামে ৰামক জনোৱা এই প্ৰত্যাহ্বানৰপৰা স্পষ্টকৈ বুজিব পাৰি যে পৰশুৰামে হৰধনু ভঙ্গ কৰা দাশৰথি ৰাম তেওঁৰ যোগ্য প্ৰতিদ্বন্দ্বী হয় নে নহয় তাকেহে চাব খুজিছে, ৰামৰ প্ৰতি তেওঁৰ ৰোষ জন্মাৰ অন্য কাৰণ নাই। পৰশুৰামৰ এই কথা শুনি দশৰথে বেজাৰ মনেৰে কাতৰভাৱে চাই প্ৰাৰ্থনা কৰি ক'লে — "হে মহাতপা ব্ৰাহ্মণ, ক্ষত্ৰিয়ৰ প্ৰতি আপোনাৰ ক্ৰোধ প্ৰশমিত হ'ল। মোৰ বালক পুত্ৰসকলক আপুনি অভয় দিব লাগে। স্বাধ্যায় আৰু ব্ৰতপৰায়ণ ভৃগুসকলৰ কুলত আপোনাৰ জন্ম, আপুনি ইন্দ্ৰৰ ওচৰত প্ৰতিজ্ঞা কৰি অস্ত্ৰত্যাগ কৰিছে। আৰু ধৰ্মপৰায়ণ হৈ কশ্যপক পৃথিৱী দান কৰি বনলৈ গৈ মহেন্দ্ৰপৰ্বতত বাস কৰি আছেগৈ। (তেনেস্থলত) হে মহামুনি আপুনি কিয় মোৰ সৰ্বনাশ কৰিবলৈ আহিছে ? অকল ৰামৰো যদি মৃত্যু হয়, আমি কোনো বাচি নাথাকিম ( ৰা ১।৭৫।৫-৯ )।"

দশৰথৰ কথালৈ কাণ সাৰ নকৰি পৰশুৰামে ৰামক ক'বলৈ ধৰিলে — "এই দুয়োখন (হৰধনু আৰু পৰশুৰামৰ ধনু) শ্ৰেষ্ঠ, দিব্য লোকপূজিত বলশালী সুদৃঢ় ধনু স্বয়ং বিশ্বকৰ্মাই নিৰ্মাণ কৰিছিল। তাৰে এখন ত্ৰিপুৰনাশৰ উদ্দেশ্যে দেৱতাসকলে শিৱক দিছিল, আনখন বিষ্ণুক দিছিল। শিৱ আৰু বিষ্ণুৰ ভিতৰত কোন শ্ৰেষ্ঠ তাৰ নিৰ্ণয় কৰিবলৈ দেৱতাসকলে এই দুয়োজন দেৱতাৰ মাজত এখন লোমহৰ্ষক যুদ্ধ লগাই দিছিলে। সেই সময়ত হুংকাৰ মাৰিয়েই বিষ্ণুৱে শিৱৰ ধনুখন দুৰ্বল কৰি পেলাইছিল। বিষ্ণুৰ পৰাক্ৰমত শিৱৰ ধনুখন সেইদৰে শিথিল হৈ পৰা দেখি দেৱতাসকলে বিষ্ণুক শ্ৰেষ্ঠ বুলি মানি ল'লে ১। তাৰ পাছত শিৱই থকত ৰাজৰ্ষি বিদেহৰাজ দেৱৰাতক ধনুখন দি দিলে। এই বৈষ্ণৱ ধনুখন বিষ্ণুৱে উত্তম ন্যাসৰূপে ভৃগুবংশী ঋচীকক দান কৰিলে। ঋচীকে মোৰ পিতৃ মহাত্মা জমদগ্নিক সেই ধনু দান কৰিলে। তপোবলসম্পন্ন

১ জৃম্ভিতং তদ্ ধনুৰ্দৃষ্ট্বা শৈৱং বিষ্ণুপৰাক্ৰমৈঃ ।।
অধিকং মেনিৰে বিষ্ণুং দেবাঃ সঋষিগণাস্তথা ।। ( ৰা ১।৭৫।১৯-২০ )

ন্যাসৰূপে অস্ত্ৰ ল'ত কৰা মোৰ পিতৃক অৰ্জুনে বধ কৰিলে। পিতৃৰ এই অনুচিত দাৰুণ মৃত্যুৰ কথা শুনি মই বহুত অনেক বাৰ ক্ষত্ৰিয় উচ্ছেদ কৰিলোঁ। সমস্ত পৃথিৱী অধিকাৰ কৰি এক যজ্ঞ কৰি অন্তত মই কশ্যপক দক্ষিণা ৰূপে পৃথিৱী অৰ্পণ কৰিলোঁ। তাৰ পাছত মই মহেন্দ্ৰ পৰ্বতত বাস কৰি তপোবলসম্পন্ন হৈ আছোঁ। ধনুৰ্ভংগৰ কথা শুনি মই লৰালৰিকৈ ইয়ালৈ আহিছোঁ। হে ৰাম, তুমি মোৰ এই পিতৃ-পিতামহৰ দিনৰ বৈষ্ণৱ ধনু লৈ ক্ষত্ৰিয় ধৰ্ম আগত ৰাখি গ্ৰহণ কৰা। আৰু এই শত্ৰু নগৰ বিজেতা ধনুখনত শৰ আৰোপ কৰা। সেইটো কৰিব পাৰিলে মই তোমাৰ লগত দ্বন্দ্বযুদ্ধ দিম (ৰা ১।৭৫। ১১-২৮)।"

বাল্মী ৰামায়ণত বৈষ্ণৱ ধনুৰ পুৰুষানুক্ৰমিক অধিকাৰী সকল যে বৈষ্ণৱহে আছিল, সেই কথা পৰশুৰামে শিৱৰ আৰু বিষ্ণুৰ ধনু দুখনৰ সম্পৰ্কত কোৱা কাহিনীত বিষ্ণুক শ্ৰেষ্ঠতা দিয়া পৰম্পৰাটোৱেই প্ৰমাণ কৰে। সৰ্বপ্ৰথম ভৱভূতিৰ মহাবীৰচৰিত নাটকতহে পৰশুৰামক শিৱৰ শিষ্য বোলা হৈছে[2]। তাৰ পাছত অনেক ৰামায়ণী সাহিত্যত পৰশুৰামক শিৱৰ শিষ্য বা শৈৱ সন্ন্যাসী ৰূপে চিত্ৰিত কৰা হৈছে। তাৰ ভিতৰত হনুমন্নাটকৰ দ্বাৰাই শংকৰদেৱ আৰু মাধৱদেৱ প্ৰভাৱিত হোৱাটো সম্ভৱ, অন্য ক্ষেত্ৰতো এই প্ৰয়োজনৰ ওপৰত পৰা হনুমন্নাটক'ৰ প্ৰভাৱ প্ৰসংগতঃ আলোচনা কৰা হৈছে।

বাল্মী. ৰামায়ণত পৰশুৰামৰ প্ৰত্যাহ্বানসূচক কথা খিনি শুনি ৰামে ক'লে — "হে ভাৰ্গৱ, আপুনি পিতৃ ঋণ শুজিবৰ কাৰণে যি কাম কৰিলে তাৰ কথা মই শুনিছোঁ আৰু তাক মই সমৰ্থন কৰোঁ। আপুনি মোক বীৰ্যহীন অক্ষম মোৰ তেজত ক্ষত্ৰিয় ধৰ্মৰ সামৰ্থ্য নাই বুলি অৱজ্ঞা কৰিছে। বাৰু, আজি মোৰ পৰাক্ৰম চাই লওক।" এই বুলি কৈ ৰামে ভৃগুপতিৰ পৰা ধনু-শৰ কাঢ়ি ল'লে। ধনুখনত গুণ লগাই শৰ জুৰি লৈ তেওঁ খঙেৰে ক'বলৈ ধৰিলে — "আপুনি ব্ৰাহ্মণ, তাতে বিশ্বামিত্ৰৰ সম্পৰ্কীয় লোক, গতিকে মোৰ পূজনীয়। এই প্ৰাণহৰণকাৰী শৰ মই আপোনাৰ গাত মাৰিব নোৱাৰোঁ।" সেই কাৰণে মই আপোনাৰ এই (দৈৱ) গতিশক্তি অথবা তপোবলৰ দ্বাৰা আৰ্জিত অতু-

২ জামদগ্ন্যঃ খণ্ডপৰশুধনুৰ্ভংগৰোষাদুপৈতি ॥ ( মঃবীঃ ২।১৭ )

লনাৰ লোক বিনষ্ট কৰিম।"

সেই উত্তম ধনুৰ্বাণ ধাৰণ কৰি থকা ৰামক চাবলৈ অহা ব্ৰহ্মা আদি দেৱতা, ঋষি, গন্ধৰ্ব, কিন্নৰ, অপ্সৰা যক্ষ-ৰক্ষ-সকলোৱে চকুৰ আগতে বীৰ্য-হীন হৈ পৰা পৰশুৰামে ৰামৰ কালে তধা লাগি চাই থাকিলে। তাৰ পাছত পৰশুৰামে ৰামক তেওঁৰ বৈষ্ণৱগতি নাশ নকৰি তপোলব্ধ পুণ্যলোককে ৰামৰ অমোঘ বাণেৰে নাশ কৰিবলৈ ক'লে। ৰামক অক্ষয়, মধুহন্তা সুৰেশ্বৰ বুলি জানি পৰশুৰামে ৰামক মুদ্ধত প্ৰতিদ্বন্দ্বীৰহিত বুলিও স্বীকাৰ কৰিলে। যিহেতুকে ৰাম ত্ৰৈলোক্যনাথ, সেই বাবে তেওঁৰ হাতত পৰাভূত হৈ পৰশুৰামে লাজ নাপালে। ৰামে বাণেৰে তপোলব্ধ পুণ্যলোক বিনষ্ট কৰাৰ পাছত পৰশুৰাম মহেন্দ্ৰ-পৰ্বতলৈ গুচি গ'ল।

ৰামবিজয় নাটত বিবাহৰ অন্তত ৰাম "পৰম মহোৎসৱে" অযোধ্যালৈ ঘূৰি যোৱাৰ সময়ত "মহেশ গুৰুক ধনুভঙ্গ শব্দ শুনিয়ে পৰম ক্ৰোধে পৰশু-ৰাম প্ৰচণ্ড মূৰ্ত্তি হুয়া স্কন্ধে কুঠাৰ ধাৰয়ে বহু বহু বোলি ৰামচন্দ্ৰক আগ বেঢল"। সেই দৰে মাধৱদেৱৰ আদিকাণ্ডতো সেই একে প্ৰসংগতে—

সেহি সময়ত পাচে জামদগ্নি ৰাম।
ধনুভংগ শুনি কোপে নিকলিল ধাম ॥ ১৩১৩
কমনে ভাঙ্গিল ধনু মোহোৰ গুৰুৰ।
সিজনৰ দৰ্প আজি কৰিবোহো চুৰ ॥
পৰশু কুঠাৰখানি পাৰিয়া কান্ধত।
ভয়ংকৰ ধনুখানি ধৰিয়া হাতত ॥ ১৩১৪
ৰাজাৰ সেনাৰ মাজে ভৈলা উপগত।

মূলত পৰশুৰাম বৈষ্ণৱ যদিও 'বিষ্ণু-বৈষ্ণৱৰ কিঞ্চিতেকো নাহি ভেদ' আদৰ্শৰ প্ৰচাৰক শংকৰ-মাধৱে বিষ্ণু-বৈষ্ণৱৰ মাজত বিৰোধৰ বৰ্ণনা কৰিব খুজিছিলে বুলি অনুমান হয়। সেই কাৰণেই মহানাটক আদিৰ আহিত তেখেতসকলে পৰশুৰামক শিৱৰ শিষ্য কৰি অৱতাৰণা কৰিলে। আনহাতেদি পৰশুৰামৰ সমকালীন বৈষ্ণৱবিদ্বেষী শৈৱ ব্ৰাহ্মণৰ উপাদান আৰোপ কৰাটোও অসম্ভৱ নহয়।

ৰামবিজয় নাটত পৰশুৰামে আহিয়েই ৰামক সম্বোধন কৰি ক'লে — "অৰে বেণুসীক পুত্ৰ, যেবা গুৰুৰ ধনুভংগ কৰে তোহো কাহে যাব? পৰশুৰামক কথা তোহো জানয়ে নাহি। হাম্ একবিংশতি বাৰ তুমি ভ্ৰমিয়ে সব ক্ষত্ৰিয়ৰ মুণ্ড মাৰলো। সে শোণিতে কুঠাৰ মলিন ভেল। আ. আজু তোহাক ৰুধিৰে নিকা কৰবো।" মহাবীৰচৰিত নাটকত পৰশুৰামে হৰধনু ভঙ্গৰ কাৰণে ৰামৰ শিৰচ্ছেদ কৰিব খোজাৰ কথা আছে [৩]। হনুমন্নাটক বা মহানাটকতো পৰশুৰামে ৰামক বধ কৰিবলৈ বিচৰাৰ কথা আছে। তাত পৰশুৰামে শিৱৰ শপত খাই কৈছে — "হয় আজি ভৃগুবংশৰ, নহয় ৰঘুবংশৰ শিশু বিলোপ হ'ব। [৪]"। বাল্মী, ৰামায়ণত পৰশুৰামৰ ৰামক বধাৰ অভিপ্ৰায় প্ৰকট হোৱা নাই।

ৰামবিজয় নাটৰ দৰে মাধৱদেৱৰ আদিকাণ্ডতো নিজৰ ভয়ংকৰ মূৰ্তিৰে দশৰথৰ সৈন্যৰ মাজত ত্ৰাস জন্মাই পৰশুৰামে নিষ্ঠুৰভাৱে তৰ্জন-গৰ্জন কৰি 'আমাৰ গুৰুৰ ধনু ভাঙ্গিলা কমনে' বুলি ক্ৰোধ প্ৰকাশ কৰি নিজৰ ক্ষত্ৰিয়নিধনৰ বৰাই কৰি কৈছে —

বামহাতে ধৰি ঘোৰতৰ ধনুখান।
পৃথিবীৰ ক্ষত্ৰি মাৰি কৰিলো নিৰ্মাণ॥ ১৪০১
ক্ষত্ৰি হুয়া পুনৰপি কোন বীৰ আইল।
জানিলো সিজনে মোৰ বাৰ্ত্তাক নপাইল॥
মোৰ কথা শুনি ক্ষত্ৰি নাম কোনে ধৰে।
× × এতিক্ষণে থিৰ হৌক মোহোৰ আগত॥

গুৰুজনাৰ অনুসাৰে 'আমাৰ গুৰুৰ ধনু ভাঙ্গিলা কমনে' বুলি ক্ৰোধ প্ৰদৰ্শন কৰা বুলি মাধৱদেৱে বৰ্ণনা কৰিলেও ইয়াত 'ক্ষত্ৰি হুয়া পুনৰপি কোন বীৰ আইল' বুলিহে খাইকৈ পৰশুৰামৰ খং উঠিছে। তদুপৰি ইয়াত পৰশুৰামে প্ৰকাৰান্তৰে শিৱৰ ধনুখন তুচ্ছহে কৰিছে —

ৰৌদ্ৰে বৰিষণে আতি পৰিয়া আছয়।

---

৩ একস্য বাধৱশিশোঃ কৃতচাপলস্য কৃত্বা শিৰঃ .. ॥ ( মহাঃ ৩।১৬ )

৪ হনুমন্নাটক — ২।১১

খুখুন্দ। ধনুক ভাজি মুনিহ কহয় ॥ ১৪০৩

মাধৱদেৱৰ বচনতো পৰশুৰামৰ অভিপ্ৰায় দাশৰথি ৰাম নিধন —

আজি যেবে জীব লৈয়া যায় মোৰ আগে।
তেবে লৈয়া বীৰত্ব কহোক যত লাগে ॥

ৰামবিজয় নাটত পৰশুৰামৰ ক্ৰোধ দেখি প্ৰাণ অন্তৰীক্ষ হোৱা দশ-ৰথে গলে বস্ত্ৰ বান্ধি ভাৰ্গৱৰ পাৱত পৰি ক'লে — "হে প্ৰভু পৰশুৰাম, হামাৰ পুত্ৰ ৰামচন্দ্ৰ বালকমতি। ইহাৰ দোষ মৰষ গোসাঞি। তোহাৰি চৰণক দাস হোলো। মাথে ধৰ ধৰো, হামাক পুত্ৰদান দেহু। যব নাহি ক্ষমা কৰব তব পুত্ৰক ছোড়ি হামাক মাথা লেহু।" সিমানতো পৰশুৰাম ক্ষান্ত নোহোৱাত দশৰথে ৰামক গলত বান্ধি বিলাপ কৰিবলৈ ধৰিলে। ৰামবিজয় নাটত 'কালান্তক প্ৰায় পৰশুৰামক নিৰীখি' সীতাই "সকল গুণভাজন স্বামী হামাৰ অছু কাহেক দেলহু" বুলি 'স্বামীক আলিঙ্গি' কৰা বিলাপ গৌৰী ৰাগৰ গীত এটিত শংকৰদেৱে বৰ্ণনা কৰিছে। তেতিয়া 'ভয়া সীতাক ঐচন পৰম সন্তাপ দেখিয়ে শ্ৰীৰামচন্দ্ৰ হাতে প্ৰিয়াক মুখ মোচল। সপ্ৰেম বাণী বুলি আশ্বাস কয়ল — "হে প্ৰিয়, ওহি বনবাসী ঋষিক দৰ্প দেখিয়ে তোহাৰি ত্ৰাস মিলল। ওহি হামাক আও কোন গুৰুতৰ। দেখ, এতিক্ষণ দুষ্ট দ্বিজক দৰ্প চূৰ্ণ কৰব।" ইত্যাদি। পৰশুৰামৰ আগমনত সীতাৰ এনে প্ৰতি-ক্ৰিয়া হোৱাৰ বৰ্ণনা অন্য ঠাইত পোৱা নাই। কৃত্তিঃ ৰামায়ণৰ মতে সীতাৰ ভয়ৰ কাৰণ অনাহে —

জানকী ভাবেন নম্ৰ কৰিয়া বদন ॥
একবাৰ ধনুক ভাঙ্গিয়া অকস্মাৎ।
কৰিলেন বিবাহ আমাৰে ৰঘুনাথ ॥
আৰ বাৰ ধনুক আনিল ভৃগুমুনি।
নাজানি হইবে মোৰ কতেক সতিনী ॥

'মহানাটক'তো সীতাই এই সময়ত 'কিমন্যাং পৰিণেষ্যতি' বুলি ভয় কৰিছে।

ৰামবিজয় নাটত দশৰথে পুনৰ্বাৰ কৰা স্তুতি-নতি অগ্ৰাহ্য কৰি পৰশু-

ৰামে "ক্ৰোধে দশন চৰ্বিয়ে ৰাজাক তৰ্জ্জিল। আপুন কুঠাৰক ধিকাৰ কৰে বোলল — অৰে কুঠাৰ, ৰেণুকা মাতাক কণ্ঠ কেদিতে তুহো পাৰল। আজু দশৰথ কুমাৰক প্ৰতি তোহো আতি শান্ত ভেলি। আঃ আজু তোহাৰ ধিকাৰ, হামাৰ ধিকাৰ থিক।" এই বুলি পৰশুৰামে কুঠাৰ তুলি শ্ৰীৰামলৈ চাই খণ্ডত কঁপিবলৈ ধৰিলে। মহাবীৰচৰিত নাটকতো পৰশুৰামে এইদৰে মাতৃহত্যাৰ ৰৰ্ণনা কৰাৰ কথা আছে — "জমদগ্নিপুত্ৰ ৰামে স্বয়ং মাতৃৰ শিৰশ্ছেদ কৰিলে — এই প্ৰসিদ্ধ কথা জগতত পৰম্পৰাগত ভাৱে প্ৰচলিত হৈ আছে ৫।" উত্তৰত ৰামে ক'লে — 'নৃশংসতা মানুহৰ এটা দোষহে, তাত প্ৰশংসা কৰিব লগা কি আছে ৬?" এই কথাৰ লগত ৰামবিজয় নাটৰ ৰামে কোৱা নিম্নোক্ত উক্তিৰ মিল আছে — "অৰে দুষ্ট দ্বিজাধম। ক্ষত্ৰিয়সব মাৰি তোহো গৰব কৰৈছ। তোহাৰ মাতা ৰেণুকাক কাটিয়ে পাপ আচৰল। সোহি কথা কহিয়া হামাক ভীতি দেখায়।"

মাধৱদেৱৰ আদিকাণ্ডত পৰশুৰামে মাতৃৰ শিৰশ্ছেদ কৰা বুলি ৰবাই কোৱা নাই। প্ৰথম বাৰ ৰামক প্ৰত্যাহ্বান জনোৱাত দশৰথে নিজৰ বাৰ্দ্ধক্য-জনিত অক্ষমতাৰ কথা ভাবি পৰশুৰামৰ লগত বিবাদ নকৰি প্ৰিয় বচনেৰে অনেক স্তুতি-নতি কৰিলে। তেতিয়া পৰশুৰামে ৰাঘৱ দৰে গুৰুৰি ৰামলৈ চোচা লোৱাত ৰামে মিচিকিয়াই হাঁহিলে আৰু ধনু ধৰি পৰশুৰামৰ সন্মুখীন হ'ল। তেতিয়া পৰশুৰামে ৰামক ৰণবিদ্যা নাজানে আৰু পৰশুৰামৰ বীৰত্বৰ কথা শুনা নাই বুলি কৈ তেওঁ তিনি-সাত বাৰ পৃথিৱী নিক্ষত্ৰিয় কৰি এতিয়া নিজম পৰি আছে বুলি ক'লে। তাৰ পাছত পৰশুৰামে কৈছে —

ডাকিয়া আনিলি মোক দেখায়া দৰ্পক।
দাণ্ডি দিয়া জগাইলাহা কাহান গোমক ।। ১৪১০
× × × মই অন্তকৰ কোপ তুলিলা কিসক।
শিশু হয়া কৰা কেনে দুৰ্বোৰ কৰ্মক ।। ১৪১১

---

৫ সুপ্ৰসিদ্ধঃ প্ৰবাদোঽয়মিতিহেতোঃ গীয়তে।
জামদগ্ন্যঃ স্বয়ং ৰামো মাতুৰ্মূৰ্ধানমচ্ছিনৎ ।। (মহাবীৰ: ২।৪৭)

৬ নৃশংসতা হি নাম পুৰুষদোষঃ। তত্ৰ কা বিকত্থনা?

ধনু ভাজি যশ বৰ লভিলা ভাৰ্গৱ।
× × × ত্ৰিভুৱনে পৰম উজ্জ্বল ৰাম নাম।
নাহি সংসাৰত ইটো নামক উপাম ॥ ১৪১৩
সেহি ৰাম নাম ধৰি আমাৰ প্ৰকাশ।
হেন নাম লৈলা তুমি কৰি অভিলাষ ॥
× × আমাক বিৰেষ তুমি কৰিলাহা আজি ॥ ১৪১৪
বৰ তেজৱন্ত বীৰ ভৈলাহা অধিক।
কৰিবাহা লুপ্ত তুমি আমাৰ কীৰ্তিক ॥
ত্ৰিজগত লোকে জানে মোৰ বিক্ৰমক।
ক্ষত্ৰিয়ৰ নামে মই সাক্ষাতে অন্তক ॥ ১৪১৫
নপাৰো জিনিবে যেবে তোমাক ৰণত।
নিষ্ফল জীৱন তেবে মোৰ সংসাৰত ॥

মাধৱদেৱৰ মতে পৰশুৰামৰ ৰামচন্দ্ৰৰ প্ৰতি ক্ৰোধৰ অন্যতম কাৰণ হৈছে, যি 'ৰাম' নামটোৰে জমদগ্নি-পুত্ৰই জগতত খ্যাতি লাভ কৰিছে, দশৰথৰ পুত্ৰই সেই নামটোকে লৈ পৰশু-ৰামৰ খ্যাতি লুপ্ত কৰিব খুজিছে। এই ক্ষেত্ৰত কালিদাসৰ ৰঘুৱংশৰ প্ৰভাৱ স্পষ্ট ভাৱে পৰিলক্ষিত হয়। ৰঘুৱংশত পৰশুৰামে এই বুলি ক্ৰোধ প্ৰকাশ কৰিছে। "পূৰ্বে 'ৰাম' — এই শব্দটো উচ্চাৰণ কৰিলে জগতত কেৱল মোকহে বুজাইছিল; এতিয়া অভ্যুদয়মুখী তোমালৈ সেই নামটো ওচি যোৱাত মই লাজ পাইছোঁ। × × × কীৰ্তি অপহৰণ কৰিবলৈ তুমি উদ্যত হৈছা। মোৰ বিক্ৰম ক্ষত্ৰিয় অন্তকাৰী যদিও সেই বিক্ৰমে তোমাক জয় নকৰা পৰ্যন্ত মোক প্ৰীতি দান কৰিব নোৱাৰে ৭।" ইয়াৰ উপৰিও 'দাঁত দিয়া জগাইলাহা কাহাল গোমক' বুলি কোৱা কথাত ৰঘুৱংশৰ 'সুপ্ত সৰ্প ইৱ দণ্ডঘট্টনাদ্ ৰোষিতোঽস্মি' অৰ্থাৎ দণ্ডেৰে

৭ অন্যদা জগতি ৰাম ইত্যয়ং শব্দ উচ্চৰিত এৱ মামগাৎ।
ব্ৰীড়ামাৱহতি মে স সম্প্ৰতি ব্যস্তবৃত্তিৰুদয়োন্মুখে ত্বয়ি ॥ ৭৩
× × × ত্বংচ কীৰ্তিমপহৰ্তুমুদ্যতঃ ॥ ৭৪
ক্ষত্ৰিয়ান্তকৰণোঽপি বিক্ৰমস্তেন মামৱতি নাজিতে ত্বয়ি ॥ ৭৫ (ৰঘু ১১ স:)

বুলিয়েই জনাই দিয়া সাগৰ গৰে মই বৃদ্ধ হৈছোঁ বুলি কোৱা কথাৰ প্রতি-ধ্বনি স্পষ্ট। নৃসিংহপুৰাণতো পৰশুৰামে ৰামক এই বুলি প্রত্যাহ্বান জনাইছিল — "হয় তুমি 'ৰাম' নামটো ত্যাগ কৰা, নহয় মোৰ লগত যুদ্ধ কৰা ( ত্যজ ত্বং ৰামসংজ্ঞাং তু ময়া বা সমৰং কুৰু ॥ নৃঃ ৪৭।১৪৬ )।" 'ৰাম' নামটোৰে অতুল বীৰত্বৰ অধিকাৰী হোৱা ভৃগুনন্দন ৰামে ৰঘুনন্দন ৰামক সেই নামেৰে বীৰত্বৰ খ্যাতি অৰ্জন কৰাটো সহিব নোৱাৰি প্রত্যাহ্বান জনোৱাৰ ধাৰণা নৃসিংহপুৰাণৰ পৰাও মাধৱদেৱে পাব পাৰে।

আদিকাণ্ডত পৰশুৰামে হৰধনুভঙ্গক "জনকৰ ঘৰে ভাঙি পচা ধনুখান" বুলি অৱজ্ঞা কৰিছে। তাৰ পাছত পৰশুৰামৰ ধনুখনত গুণ লগাই ৰামৰ প্রকৃত বীৰত্ব প্রদর্শন কৰিবলৈ প্রত্যাহ্বান জনাইছে; আৰু তেতিয়াই পৰশুৰামে ৰামৰ ওচৰত পৰাজয় স্বীকাৰ কৰিব বুলিছে। তেতিয়া ৰামে হাঁহি মুখে পৰশুৰামৰ ধৰ্ম-বিপৰ্য্যয়ৰ কথা সোঁৱৰাই দিছে। অধিধৰ্ম আচৰণ কৰি থকা পৰশুৰামৰ ক্ষমাহে ধৰ্ম, তেনেহলত তেওঁ ৰামক ক্রোধ কৰাটো উচিত হোৱা নাই। ৰামে পৰশুৰাম ব্রাহ্মণ হ'লেও দণ্ডৰ যোগ্য বুলি যুক্তি দৰ্শাইছে —

ধৰ্ম এৰি অধৰ্মক কৰে যিটো নৰ।
তাক দণ্ড কৰিবে লাগয় ক্ষত্রিয়ৰ॥
ব্রাহ্মণত জন্ম, ধৰ্ম ধৰিছা ঋষিৰ।
তাক এৰি ধৰ্ম কেনে আচৰা ক্ষত্রিৰ॥ ১৪২১
শম দম দান দায়া ক্ষমা তয়ু ধৰ্ম।
ক্রোধ অহংকাৰ আদি ক্ষত্রিয়ৰ কৰ্ম॥
কৰিলাহা যিটো তুমি ধৰ্ম বিপৰ্য্যয়।
বিচাৰত দণ্ডিবাক তোমাক লাগয়॥ ১৪২২

জ্ঞানশূন্য হৈ অধৰ্মত প্রবৰ্তা পৰশুৰামক আগতে পাই উচিত প্রায়শ্চিত্ত ৰিবলৈ উদ্যত হোৱা ৰামে বৃদ্ধ দেখি দয়া উপজি "ৰায়োক গৃহক তক লোহো বিদায়,' বুলি পঠাই দিব খুজিছে। তথাপি পৰশুৰামে ক্ষমা গুণ দর্শন নকৰিলত ৰামে তেওঁৰ ধনুখন লৈ গুণ লগাৰ কাৰণে বিচাৰিলে। পৰশু-মে আগ বঢ়াই দিয়া ধনুখন লৈ গুণ লগাব খোজোঁতেই মহানন্দ কৰি গতে তাপি থাকিল। তেতিয়া ৰামে টানোঁতেই ধনুখন ভাঙিলত লাজ

পাইছে বুলি কৈ পৰশুৰামক নিন্দা কৰি ক'লে —

মনহিল ধনু ছৰালবো টানিবাক।
বীৰ বোলাই তুমি কেনে লৈয়া ফুৰা তাক॥
আমাকো কৰিলা লঘু আপুনিও ভৈলা।

ৰামে পৰশুৰামৰ ধনুখনত গুণ লগাওঁতেই ভাগি থকাৰ কথা মাধৱদেৱৰ স্বকীয় উদ্ভাৱনা। মাধৱদেৱৰ মতে ৰামে নিজৰ ধনুখনত শৰ যুৰিহে পৰশুৰামৰ স্বৰ্গপথ ছেদ কৰিছিলে।

ৰামবিজয় নাটত পৰশুৰামৰ আৰু বিশ্বামিত্ৰৰ মাজত লগা দ্বন্দ্বযুদ্ধখন শংকৰদেৱৰ অভিনৱ কল্পনা। বাল্মী. ৰামায়ণৰ মতে ৰাম আদিৰ বিবাহৰ পাছতে বিশ্বামিত্ৰ হিমালয় অঞ্চলত থকা তেওঁৰ আশ্ৰমলৈ গুচি যায় (বা: ১।৭৪।১)। আদিকাণ্ডত বিশ্বামিত্ৰৰ বিদায় অযোধ্যাতহে হৈছে। ৰামবিজয়নাটত অযোধ্যালৈ ঘূৰি যোৱাৰ সময়তো দশৰথৰ সহযাত্ৰী ৰূপে বিশ্বামিত্ৰ আছে। পৰশুৰামে ৰামক যুদ্ধলৈ আহ্বান কৰাত বিশ্বামিত্ৰই "অৰে দুষ্ট দ্বিজাধম, হামাৰ পৰম শিষ্য ৰামচন্দ্ৰ, আহেক বধোদ্যম তুহু ভেলি। অৰে যত শকতি থিক আজু হামাক যুদ্ধ দেহ। তোহাৰি দৰ্প চূৰ কৰব।" — এই বুলি কৈ দণ্ড ধৰি পৰশুৰামলৈ চোঁচা ল'লে। পৰস্পৰৰ প্ৰহাৰত দুয়োৰে দণ্ড ভাগি থাকিলত দুয়ো আকৌ 'চৰড়ি' ধৰি যুদ্ধ কৰিলে। সিও ভাগি থকাত দুয়োৰে মাজত বাহু যুদ্ধ হ'ল — 'দোহো দোহেঁাক ধৰিয়ে পৰি ৰাগৰয়। দোহো ঋষিৰ পৰিধান চৰ্ম খসি পৰল।' অৱশেষত 'বিষ্ণুক অংশ অজয়বীৰ্য' পৰশুৰামৰ পৰাক্ৰম সহিব নোৱাৰি বিশ্বামিত্ৰই পৃষ্ঠভংগ দি পলালে। শংকৰদেৱে এইদৰে দুজন ঋষিৰ মাজত লগোৱা এই যুদ্ধখন কেৱল হাস্যৰ উদ্ৰেক কৰিবলৈকে সৃষ্টি কৰা বুলি ভাবি ল'ব নোৱাৰি; সমকালীন সমাজৰ পণ্ডিত ব্যংগৰ আভাস বিচাৰিলে ইয়াত নোপোৱাকৈ নাথাকে। এইখিনিতে ৰামবিজয় নাটত থকা এনেকুৱা আৰু এটা ব্যংগৰ কথা কৈ যাব খুজিছোঁ। ৰাম-সীতাৰ বিবাহ অনুষ্ঠানত পুৰোহিতৰ ভূমিকা লোৱা বিশ্বামিত্ৰই যুগ-চতুষ্কাৰ সময়ত সীতাৰ ৰূপ-লাৱণ্য দেখি 'ঋষি কামে আতুৰ ভেলহ; হাতক কুশ-কুচ খসি পৰল। শৰীৰ কম্পি মূৰুছি পৰল। তাহে পেখি শিষ্য গণৰে প্ৰবোধ বোলল — "হে গুৰু, তোহাৰ কোন ব্যৱহাৰ, বহু ছৰ।" তদনন্তৰ

মুনি চেতন লভিয়ে বিষ্ণু বিষ্ণু স্মৰি হাতে জৰ ধৰিয়ে বিবাহক হোম কৰাইতে লাগল।' কঠোৰ তপস্যাৰ বলত ব্ৰহ্মৰ্ষি পদ লাভ কৰা বিশ্বামিত্ৰৰ এই অৱস্থা হোৱাৰ বৰ্ণনা লোকৰঞ্জক হ'লেও শোভন ৰুচিৰ পৰিচায়ক বুলিব নোৱাৰি। তপস্যা কৰি থকাৰ সময়ত অপ্সৰাই বিশ্বামিত্ৰৰ তপোভংগ কৰাৰ আখ্যান আছে, কিন্তু সেয়া বিশ্বামিত্ৰ তপঃসিদ্ধ হোৱাৰ আগৰ কথা। শংকৰদেৱে ৰুক্মিণীহৰণকাব্যত আৰু ৰুক্মিণীহৰণ নাটত বিবাহত ৰুক্মিণীৰ ৰূপ দেখি পুৰোহিত ব্ৰহ্মাৰো এনে কাম তুৰ অৱস্থা হোৱাৰ বৰ্ণনা কৰিছে।

বাল্মী. ৰামায়ণত ৰাম-পৰশুৰামৰ বাক্‌যুদ্ধত লক্ষ্মণে ভাগ লোৱা নাই। জয়দেৱৰ প্ৰসন্নৰাঘৱ নাটকত লক্ষ্মণে এই কাজিয়াত ভাগ লোৱাৰ কথা আছে। সেই নাটকৰ দ্বাৰা প্ৰভাৱিত হৈ কৃত্তি: ৰামায়ণ আৰু ৰামচৰিতমানস'ত এই বৰ্ণনা দিয়া হৈছে। এই বৰ্ণনাসমূহত লক্ষ্মণৰ পৰশুৰামৰ প্ৰতি ব্যংগোক্তি যথেষ্ট মাৰ্জিত। ৰামবিজয়ত বিশ্বামিত্ৰ প্ৰাণ লৈ পলোৱাৰ পাছত লক্ষ্মণে ৰামক ক'লে — "ওহি দুষ্ট আততায়ী দ্বিজক বধে কোন দোষ থিক, হামাক আজ্ঞা কৰহ, আছেক প্ৰাণ তোড়াক্ৰো" তেতিয়া "ওহি দুষ্ট দ্বিজক হামু দণ্ড কৰবে।" বুলি লক্ষ্মণক বিৰত কৰিলে আৰু তাৰ পাছত শাৰঙ্গত টংকাৰ কৰি পৰশুৰামৰ গৰ্ব চূৰ কৰিব বুলি প্ৰত্যাহ্বান জনালে।

ৰামৰ ধনুৰ টংকাৰে পৰশুৰামৰ হৃদয় বিদাৰিলে। পৰম ত্ৰাসত তেওঁৰ সমস্ত শৰীৰ কঁপিবলৈ ধৰিলে, হাতৰ পৰা পৰশু খহি পৰিল আৰু তেওঁ অৱশেষত ৰামৰ আগত দণ্ডৱতে পৰি কৰ্‌ণে ধৰিলে — 'হে প্ৰভু শ্ৰীৰাম, তোহো পৰম ঈশ্বৰ। হামু তোহাৰিসে অংশ। ইহা নাজানি দৰ্প কয়লো। হামাৰ দোষ মৰষ গোসাঞি।" ভাৰ্গৱক কাতৰ হোৱা দেখি লক্ষ্মণ আৰু সীতাৰ হাঁহি উঠিল। ৰামে মিচিকিয়া হাঁহি মাৰি তেওঁৰ অমোঘ বাণ সম্বৰণ কৰিব নোৱাৰি বুলি বাণ টনাত পৰশুৰামে ত্ৰস্ত হৈ "হে স্বামী, হামাক প্ৰাণদান দেহ" ইত্যাদি বুলি কাতৰ প্ৰাৰ্থনা কৰিলে। তেতিয়া ৰামে পৰশুৰামৰ স্বৰ্গ-পথকে তেওঁৰ অমোঘ বাণেৰে ছেদ কৰিলে। পৰশুৰামে ৰামক আলিংগন কৰি 'হে বাপ, তোহাৰি প্ৰসাদে আজু প্ৰাণ ৰহল' বুলি তপোবনলৈ গুচি গ'ল। ৰামবিজয়ত পৰশুৰামৰ ধনুৰ প্ৰসংগই উঠা নাই।

মাধৱদেৱৰ আদিকাণ্ডত ৰামে পৰশুৰামৰ ধনুখন ভঙাৰ পাছত সিজৰ

ধনুত গুণ লগাই শৰ যুৰি পৰশুৰামক "হেৰা বেৰা ছাই কৰে"। তোমাৰ গৰ্বক" আৰু "ৰাখিবাহা প্ৰাণ যেবে মাগা পৰাজয়" বুলি প্ৰত্যাহ্বান জনোৱাত ভয়ত পৰশুৰামৰ মুখ বিবৰ্ণ পৰিল, মুখৰ মাত হৰিল, বৈনতেয় দেখি যেন কৃষ্ণ সৰ্পই মূৰ দোৱাঁলে, সূৰ্য্যৰ আগত যেন চন্দ্ৰ মলিন হৈ পৰিল। অন্ত-কালত যেন সূৰ্য প্ৰভাহীন হ'ল। গৰুড়ৰ আগত সৰ্পৰ দৰ্প হৰিল। ইমান-বিলাক উপমাৰে মাধৱদেৱে পৰশুৰামৰ তেজোভংগ অধিক প্ৰভাৱশালী কৰি তুলিছে।

ৰামে শৰ মাৰিব বুলি উদ্যমান হৈ পৰা পৰশুৰামলৈ দয়া উপজি তেওঁৰ প্ৰাণ ৰক্ষা কৰি "কহিয়োক তোমাৰ ছেদিবো কোন ঠাৱ" বুলি প্ৰশ্ন কৰিলে। তেতিয়া পৰশুৰামে বিনীতভাৱে ৰামক অন্তৰ্যামী ঈশ্বৰ বুলি স্বীকাৰ কৰি "আমাৰ বিক্ৰম ধাই লাগিল তোমাত" বুলি আত্মসমৰ্পণ কৰিলে আৰু "শৰে হানি প্ৰভু স্বৰ্গপথ কৰা ছন্ন" বুলি প্ৰাৰ্থনা জনালে। পৰশুৰামে আৰু ক'লে —

> তযু অংশে আমি হয়া আছোঁ অৱতৰ।
> আমাতে আছিল তযু পৃথিৱীৰ ভাৰ॥
> আপুনি বেকত আসি ভৈলাহা সাম্প্ৰত।
> উচাইলাহা আপুনি আমাৰ ভাৰ যত॥ ১৪৪৪
> সজ্জনক পালি সংহৰিবা দুষ্ট যত।
> তীৰ্থ কৰি ফুৰো মই তযু প্ৰসাদত॥

বাল্মী. ৰামায়ণত পৰশুৰামে ইতিমধ্যে তেওঁ কশ্যপৰ ওচৰত ৰাতিৰ সময়ত মহেন্দ্ৰপৰ্বতৰ বাহিৰে অন্য ক'তো নাথাকিবলৈ কৰা প্ৰতিজ্ঞামতে মহেন্দ্ৰপৰ্বতলৈ যাতে বৈৰগতিৰে যাব পাৰে, সেই উদ্দেশ্যেৰে ৰামক তেওঁৰ বৈৰগতি ৰোধ নকৰিবলৈ অনুৰোধ কৰিছিল। ৰঘুবংশৰ মতে পৰশুৰামে পুণ্য-তীৰ্থলৈ যাবৰ কাৰণে তেওঁৰ বৈৰগতি অব্যাহত ৰাখিবলৈ ৰামক প্ৰাৰ্থনা কৰি-ছিলে। (তদ্‌গতিং মতিমতাং পুণ্যতীৰ্থগমনায় ৰক্ষ মে। ১১।৮৭)। ইয়াতো পৰশুৰামে তীৰ্থ কৰি ফুৰিব পৰাকৈ ৰামৰ প্ৰসাদ মাগিছে।

পৰশুৰামৰ প্ৰাৰ্থনা অনুসৰি ৰামে তেওঁৰ স্বৰ্গপথ ছেদ কৰিলে। মাধৱ দেৱৰ মতে —

শ্ৰীৰামৰ কীৰ্তি প্ৰকাশয় সংসাৰত।
অদ্যাপিও ৰামৰ দেখিয়ো ঘৰ্মত ।। ১৪৪৬

ৰামে পৰশুৰামক তেওঁ ব্ৰাহ্মণক দুখ দি অঙ্গীকাৰ পালন কৰিব লগীয়া হোৱা ক্ষত্ৰিয়সুলভ নিষ্ঠুৰতাৰ বাবে ক্ষমা প্ৰাৰ্থনা কৰিলে। ৰামে ভক্ত হৈয়ো নতি জনাই এসময় কৰাৰ বাবে পৰশুৰামে সন্তোষ প্ৰকাশ কৰি তেওঁক অনাদি ঈশ্বৰ, সত্য, সনাতন, নিৰঞ্জন, পুৰাণ পুৰুষ বুলি প্ৰাৰ্থনা কৰিলে — "তোমাত ভকতি মোৰ সততে থাকোক।"

অধ্যাত্মৰামায়ণ, আনন্দৰামায়ণ, প্ৰভৃতিতো পৰশুৰামে ৰামক পৰমেশ্বৰ বুলি স্তুতি কৰি ৰামত অচলা ভক্তি প্ৰাৰ্থনা কৰি তপোবনলৈ গ'ল বুলি কোৱা হৈছে। আদিকাণ্ডতো ৰামত ভকতি প্ৰাৰ্থনা কৰি পৰশুৰাম তপো-বনলৈ গুচি গৈছে।

বাল্মী. ৰামায়ণত দৰ্পচূৰ্ণৰ প্ৰসংগত পৰশুৰামক বিষ্ণুৰ অৱতাৰ বুলি কোৱা নাই। সৰ্বপ্ৰথম নৃসিংহপুৰাণতে এই প্ৰসংগত পৰশুৰাম বিষ্ণুৰ অৱতাৰ বুলি কোৱা হৈছে। অধ্যাত্মৰামায়ণ প্ৰভৃতিতো এই প্ৰসংগত পৰশুৰাম বিষ্ণুৰ অৱতাৰ। মাধৱদেৱৰ মতেও —

এহিমতে দুয়োজন জগত ঈশ্বৰে।
কৰিলন্ত লীলা নজানিল একো নৰে ।। ১৪৫২

ৰামৰ বিক্ৰমত দশৰথ আনন্দিত হোৱা, দেৱগণে পুষ্পবৃষ্টি কৰাৰ বৰ্ণনা দিয়াৰ সময়ত মাধৱদেৱে সীতালৈ পাহৰা নাই। ৰামৰ বলবিক্ৰম দেখি জানকীৰ 'ভৈলন্ত তৃপিতি ৰোমাঞ্চিত কলেৱৰ।' বিশ্বামিত্ৰ, বশিষ্ঠ প্ৰভৃতি ঋষিগণেও 'পৰম পুৰুষ ৰাম জগত আধাৰ' বুলি অনেক প্ৰশংসা কৰিলে।

।। দশৰথৰ অযোধ্যা-প্ৰৱেশ ।।

চাৰিজন পুত্ৰ আৰু চাৰিবধূৰ সৈতে সদল-বলে দৈ ইতিমধ্যে ৰজা অহাৰ কথা শুনি গন্ধে-পুষ্পে, ধূপে-দীপে, পতাকা-তোৰণেৰে সজাই থোৱা অযোধ্যাত প্ৰৱেশ কৰা উৎসৱ-মাংগলৰ বৰ্ণনা মাধৱদেৱে সুন্দৰকৈ দাঙি ধৰিছে। 'তাম্বুল কদলী কাইল ঢোক সমৰিতে', 'উৰুলি জোকাৰ জয় অনেক মংগলে' — প্ৰভৃতি বৰ্ণনাত স্থানীয় সাঁচ প্ৰকট হৈছে।

॥ আদিকাণ্ডৰ মোখনি ॥

বিভিন্ন উপনদী আদিৰ পানীৰে পুষ্ট হোৱা গঙ্গাৰ দৰে 'আনো সব কথা যত' ৰামকথাৰ ধাৰাত একত্ৰ কৰি ৰচনা 'যেন অমৃতৰ ভাণ্ড' আদিকাণ্ডৰ 'সাঙ্গোপাঙ্গে সমাপতি' ঘোষণা কৰাৰ আগ মুহূৰ্তত মাধৱদেৱে সুসংহতভাৱে আদিকাণ্ডৰ মূল কথাখিনি জুকিয়াই লৈ উপস্থাপন কৰিছে। আদি-অন্ত-মধ্যহীন সদাশিৱ সনাতন, দেৱৰো আৰাধ্য নাৰায়ণেই নিজৰ যোগমায়া-বলে দশৰথৰ ঘৰত জন্মি মনুষ্যৰ ব্যৱহাৰ দেখুৱাই থাকিলে। জনকনন্দিনী, জগতৰ মাতা সীতাক বিয়া কৰাই আনি লক্ষ্মী সমে এক থান হৈ নানাবিধ দানেৰে সকলোকে ৰামে আনন্দিত কৰিলে। সকলোৰে মনৰ কামনা পূৰণ কৰি সীতাৰ সৈতে ৰাম ৰত্নমন্দিৰত থিত হ'ল।

॥ বিশ্বামিত্ৰৰ বিদায় ॥

আদিকাণ্ডত বিশ্বামিত্ৰক অযোধ্যাতহে দশৰথে বিদায় দিয়া বুলি থকা বৰ্ণনা মাধৱদেৱৰ স্বকল্পিত। ইয়াত থকা মতে পুত্ৰৰ বিয়া কৰাই দশৰথ অতিশয় আনন্দিত হ'ল আৰু মহামুনি বিশ্বামিত্ৰই ৰজাক ৰাম-লক্ষ্মণৰ গুণ গ্ৰাম কৈ শুনালে। তাড়কাবধ, অহল্যাৰ শাপমোচন, হৰধনু-ভংগ আৰু ৰজাগণক কৰা পৰাভৱ, 'পুত্ৰ দুইৰ পৰাক্ৰম, শুনিয়া অমৃত সম' ৰজাৰ মনত সন্তোষ হ'ল। অৱশেষত —

বিশ্বামিত্ৰক ৰাজা কৰিলা অনেক পূজা
চলি গৈলা মুনি ৰঙ্গমনে।

॥ দশৰথৰ কু-স্বপ্ন দৰ্শন ॥

ৰামৰ গুণসমূহে সমস্ত লোকৰ মন মুগ্ধ কৰিলে। ৰাজ্য পালন কৰিবৰ কাৰণে ৰাম সমৰ্থ হৈ উঠা দেখি দশৰথৰ মনত আনন্দ হ'ল, কিন্তু —

কতো কাল অন্তৰে দেখিলন্ত নৃপবৰে
নিশা কালে স্বপ্ন বিপৰীত।
পৰিল উল্কাপাত আকাশৰ ৰাহু চন্দ্ৰ
লাম্ফে লাম্ফে ফুৰয় ভূমিত ॥
ৰক্ত শয্যা আকাশত দেখে বসি সিথানত
কান্দে কালনাৰী এক জন।

কৃষ্ণ কুসুমৰ মালা    দুই হাতে ধৰি আনি
গলত নৃপতি থলে থৰ ॥ ১৪৭৭

বাল্মী০ ৰামায়ণত দশৰথে স্বৰ্গত, অন্তৰীক্ষত আৰু পৃথিৱীত উৎপাত দেখিবলৈ পোৱাৰ কথা আৰু ৰামৰ আগত দশৰথে তেওঁ শেহ ৰাতি এটা স্বপ্নত বজ্ৰপাত সহিতে উল্কাপাত হোৱা দেখিবলৈ পোৱাৰ কথা ( গৌ ২।৩।১৬ ) আছে। 'মৃত্যুসূচক স্বপ্ন'টোৰ বৰ্ণনা অৱশ্যে মাধৱদেৱে নিজ কল্পনাৰে সজাইছে। এই কু-স্বপ্ন দেখি মূলত ৰজাই মৃত্যুৰ আশংকা কৰিছে যদিও মাধৱদেৱে কোৱা নিম্নলিখিত আশংকা কৰা নাই —

অন্ধক মুনিৰ শাপ    সমীপ চাপিল মোৰ
নিকটতে মিলিব মৰণ ॥

মূলত দশৰথে তেওঁৰ চিত্ত মোহগ্ৰস্ত নৌ হওঁতেই ৰামক ৰাজ্যভাৰ দিব খোজাৰ দৰে আদিকাণ্ডতো —

যাৱত চেতন পাৱে    আছয় ৰামত তাৱে
ৰাজ্যভাৰ কৰোঁ সমৰ্পণ ॥

॥ ভৰত-শত্ৰুঘ্নক মাতুল গৃহলৈ প্ৰেৰণ ॥

বাল্মী. ৰামায়ণত ভৰতৰ মোমায়েক যুধাজিৎ ভাগিনীয়েক ভৰতক চাবলৈ মিথিলাত উপস্থিত হোৱাৰ কথা আছে ( ১।৭৩।২-৫ )। বিয়াৰ পাছত অযোধ্যাত উপস্থিত হোৱাৰ কিছু কালৰ পাছত দশৰথে ভৰতক মাতি এই বুলি কোৱাৰ কথা আছে — "বাছা, তোমাৰ মোমায়েৰা বীৰ যুধাজিৎ তোমাক নিবলৈ আহি কিছুদিন ইয়াতে আছে ( ৰা ১।৭৭।১৬,১৭ )।" সেই কথা শুনি ভৰত শত্ৰুঘ্নৰ সৈতে কেকয় ৰাজকুমাৰ যুধাজিতৰ লগত মোমায়েকৰ নগৰলৈ যায় আৰু দশৰথ তেতিয়া সন্তুষ্ট হয় ( পিতা অস্য তুতোষ হ )। গৌড়ীয় পাঠৰ বালকাণ্ডৰ ৭৯।৮০ অধ্যায়ত ভৰত-শত্ৰুঘ্নৰ যাত্ৰা আৰু ৰাজগৃহ নগৰীত নানা বিদ্যা চৰ্চা কৰি কাল কটোৱাৰ বহল বৰ্ণনা দিয়া হৈছে। ভৰত-শত্ৰুঘ্নক মাতুল-গৃহলৈ পঠোৱাৰ সময়ত দশৰথে ৰামৰ এই দুই ভায়ে কিবা অনিষ্ট সাধন কৰিব পাৰে বুলি সন্দেহ কৰাৰ কথা নাই যদিও, অভিষেকৰ আয়োজনৰ সময়ত এনে সন্দেহ যে দশৰথে প্ৰকাশ কৰিছিল, সেই কথা যথাস্থানত আলোচনা কৰা হৈছে।

মাধৱদেৱৰ আদিকাণ্ডত —

ৰামক পাতন্তে ৰাজা পাতিবে বিধিনি জানো
ভৰত আৰৰ শত্ৰুঘনে ।
গুচোক বিধিনি সবে পঢ়িবাৰ ছলে দুইকো
ৰাজ্যৰ গুচাও এতিক্ষণে ॥

এইবুলি ভাবি ৰজাই ভৰত-শত্ৰুঘ্নক মাতি আনি মধুৰ বচনেৰে কলে —

যুদ্ধাজিত মাতুলৰ ৰাজ্যক পঢ়িবে প্ৰতি
চলিয়া যাহোক দুয়োজনে ॥ ১৪৭৯

পিতৃৰ বচন অনুসৰি দুয়ো মাতামহৰ ৰাজ্যলৈ গ'ল। তাৰ পাছত দশৰথে ৰামক ৰজা পাতিবলৈ আয়োজন কৰাৰ সূচনা দি মাধৱদেৱে 'অমৃতৰ ভাণ্ড' আদিকাণ্ডৰ 'সাঙ্গোপাঙ্গে সমাপতি' ঘোষণা কৰিছে।

তাৰ পাছত কবিজনাৰ গ্ৰন্থ ৰচনা সম্পৰ্কীয় নিবেদন, নামধৰ্মৰ মহিমা কথন, ৰামৰ বন্দনা, স্তুতি-নতি, শৰণ-গ্ৰহণ, ভগৱন্তৰ চৰণত ভক্তিৰ প্ৰাৰ্থনা, শ্ৰৱণ-কীৰ্তনত বিনে ভক্তজনাৰ অন্য কামনা নোহোৱাৰ কথা জনাই সদগতিৰ অৰ্থে সামাজিকক 'ৰাম ৰাম' ডাকিবলৈ কৈ গ্ৰন্থ সামৰিছে।

কৃত্তিঃ ৰামায়ণত নৱবিবাহিত পুত্ৰবধূসকলৰ সৈতে দশৰথ আহি অযোধ্যাত প্ৰবেশ কৰাতে আদিকাণ্ড শেষ হৈছে। তাত ভৰত-শত্ৰুঘ্ন মোমায়েকৰ ঘৰলৈ যোৱাৰ কথা নাই। আনহে নালাগে অযোধ্যাকাণ্ডতো কুঁজীৰ এবাৰ কথাত মাত্ৰ কোৱা হৈছে — "ভৰত থাকিল গিয়া মাতামহৰ ঘৰে।" কৃত্তিবাসৰ মতেও ৰাম-অভিষেকৰ আগৰাতি দশৰথে এটা কুস্বপ্ন দেখিছিলে।

## ॥ ৰামবিজয় নাট ॥

ৰামবিজয় বা সীতাস্বয়ম্বৰ নাটখন শংকৰদেৱৰ ৰচিত ৰামকথামূলক অংকীয়া নাট। ইয়াত বিশ্বামিত্ৰই ৰাক্ষস-নিধনৰ কাৰণে ৰামক নিবলৈ অহাৰ পৰা ৰাম-সীতাৰ বিবাহৰ অন্তত অযোধ্যালৈ ঘূৰি আহি ৰামে "সীতাৰ মনোৰথ পূৰি পৰম ৰসে কেলি' কৰালৈকে আখ্যান ভাগ ৰূপায়িত কৰা হৈছে। নাটখনৰ বিষয়-বস্তু বাল্মী০ ৰামায়ণৰে যদিও শংকৰদেৱে উদ্দেশ্যপূৰ্ণ

ভাৱে তাত অনেকখিনি পৰিবৰ্তন সাধন কৰিছে। তাৰে মুখ্য পৰিবৰ্তনখিনি তলত সংক্ষেপে উল্লেখ কৰা হ'ল —

(১) বশিষ্ঠক এবাৰলৈকো অৱতাৰণা কৰা হোৱা নাই।

(২) বিশ্বামিত্ৰই ৰাম-লক্ষ্মণক ধনুৰ্বেদ আৰু দিব্য বাণ দান কৰা বুলিছে; বলা-অতিবলা বা অস্ত্ৰসমূহৰ নাম উল্লেখ কৰা নাই।

(৩) অহল্যা-উদ্ধাৰৰ উল্লেখ নাই।

(৪) ৰামে সীতাৰ স্বয়ম্বৰ সভাত প্ৰতিদ্বন্দ্বী ৰজাবিলাকৰ উপস্থিতিত হৰধনু ভংগ কৰিছে আৰু সেই সভাতে সীতাই মাল্যদান কৰি ৰামক বৰণ কৰিছে।

(৫) ৰাম-সীতাৰ পূৰ্বৰাগ বৰ্ণন, সীতাৰ জাতিস্মৰত্ব।

(৬) মিথিলাত স্বয়ম্বৰৰ পাছত প্ৰতিদ্বন্দ্বী ৰজাবিলাকৰ লগত ৰামৰ যুদ্ধ।

(৭) কেৱল ৰাম-সীতাৰ বিবাহ বৰ্ণন।

(৮) বিয়াত পুৰোহিত বিশ্বামিত্ৰ মুনি, বশিষ্ঠ নহয়।

(৯) বিয়াৰ পাছতে বিশ্বামিত্ৰৰ বিদায় হোৱা নাই, দশৰথৰ অযোধ্যা-যাত্ৰাত বিশ্বামিত্ৰ সহযাত্ৰী হৈছে।

(১০) ৰামৰ পক্ষ গ্ৰহণ কৰি বিশ্বামিত্ৰই পৰশুৰামৰ লগত দ্বন্দ্বযুদ্ধ কৰিছে আৰু পৰশুৰামৰ পৰাক্ৰম সহিব নোৱাৰি পলাইছে।

(১১) পৰশুৰামে নিজৰ বৈষ্ণৱ ধনুত গুণ লগাবলৈ ৰামক প্ৰত্যাহ্বান জনোৱা নাই, বৰঞ্চ ৰামক বধ কৰিবলৈহে উদ্যম কৰিছে।

(১২) লক্ষ্মণে পৰশুৰামক বধ কৰিবলৈ ৰামৰ আজ্ঞা বিচাৰিছে।

(১৩) ৰামে নিজৰ শাৰঙ্গ ধনুৰেহে (পৰশুৰামক বধ কৰিবলৈ উদ্যত হৈ) পৰশু-ৰামৰ স্বৰ্গপথ ছেদ কৰিছে।

॥ নাটৰ আখ্যান ॥

অংকীয়ানাটৰ নিয়ম অনুসৰি প্ৰথমতে 'জগতক পৰম ঈশ্বৰ' ৰামক মঞ্চত প্ৰৱেশ কৰাই লৈ 'লক্ষ্মণ সহিতে একপাশে' বুলি 'দেৱবাদ্য' বাদনৰ সূচনাৰে সখীসকলৰ সৈতে ৰামৰ চৰণ চিন্তি থকা সীতাক প্ৰৱেশ কৰোৱা হৈছে। জাতিস্মৰ কন্যা সীতা কিদৰে ৰামৰ বিৰহত আকুল হৈ পৰিছে তাৰ

বৰ্ণনা ইতিমধ্যে দি অহা হৈছে। দশৰথক সভাত প্ৰৱেশ কৰাই, প্ৰথম দৰ্শনতে ভয় লগা কৰি বিশ্বামিত্ৰক প্ৰৱেশ কৰোৱা হৈছে —

গীত, ৰাগ কানাড়া, পৰিতাল।

আৰত কৌতুকে কৌশিক চণ্ড।

মালা মাথে হাতে দণ্ড দণ্ড ॥

× × হেৰয় কোপে যৈচে যমকাল।

এই 'চণ্ড কৌশিকে'ও 'আড়ম্বৰ বাহু হৰিগুণ গায়।' দশৰথক সপৰিবাৰে চিৰজীৱী হ'বলৈ আশীৰ্বাদ কৰা বিশ্বামিত্ৰক ৰজাই আসনত বহুৱাই প্ৰণাম জনাই কৰযোৰে ক'লে — "হে মুনিৰাজ, তোহাৰি পদ পৰশে আজু হামাৰ অযোধ্যাপুৰ পৱিত্ৰ ভেল। × × মুনি, অব কোন প্ৰয়োজন সাধো, হামাক আজ্ঞা কৰহ। সভামধ্যে অঙ্গীকাৰ কৰে বোলঁো, আজু যে দান মাগহ তোহাক সত্যে সত্যে সত্যে দেবো।" ৰজাৰ কথা শুনি ঋষিয়ে 'হাসি হাসি কৌতুকে উঠি বহু নৃত্য কৰল।'

বিশ্বামিত্ৰই সিদ্ধাশ্ৰমত আৰম্ভ কৰা যজ্ঞত বিঘিনি ঘটোৱা মাৰীচ-সুবাহুৰ পৰা যজ্ঞৰক্ষা কৰিবৰ নিমিত্তে ৰজাক ৰাম-লক্ষ্মণ দুয়োকে তেওঁৰ লগত পঠাবলৈ প্ৰাৰ্থনা কৰিলে। এই কথাশুনি ৰজা চিন্তাত মূৰ্চ্ছিত হৈ পৰিল। তাৰ পাছত সুস্থ হৈ ৰজাই মুনিৰ চৰণত ধৰি কাতৰ কৰি ক'লে — 'আহে মুনিৰাজ, হামাৰ পুত্ৰ ৰাম-লক্ষ্মণ সে বালক। তাহেক ৰাক্ষসক দিতে চায়। ওহি কেন বেঅহাৰ। × × যজ্ঞৰক্ষা নিমিত্তে হামাক নিয়া যায়।" তাকে শুনি বিশ্বামিত্ৰই খঙেৰে ৰজাক ভৎসৰ্না কৰি ক'লে — "অৰে পাপী অসত্যবাদী, ৰাম-লক্ষ্মণক নাহি পাঠাৱব?" এই বুলি ক্ৰোধত কম্পনান হৈ দাঁত কৰচি, বাহু জোকাৰি ঋষি ওচি যাব খোজাত ৰজাই আগভেটি চৰণত ধৰি "কৰহ কৰুণা ঋষি সুত দান দেহ" ইত্যাদি বুলি আক "বাপ, বালক ছাড়ি হামাক নিয়া যায়" বুলি প্ৰাৰ্থনা জনালে। তেতিয়া বিশ্বামিত্ৰই যোগবলেৰে জানিব পাৰিছে বুলি ৰামৰ সম্পৰ্কে ক'বলৈ ধৰিলে — "ওহি ৰামচন্দ্ৰ পৰম ঈশ্বৰ, হৰিক অৱতাৰ। অসুৰ ৰাক্ষসক মাৰি ভূমিক ভাৰ উত্তাৰব। ইহা জানি কিছু চিন্তা নাহি কৰবি। সত্য ৰাখি সত্বৰে ৰাম-লক্ষ্মণক হামাৰ সঙ্গে পঠায়।"

ঋষিৰ কথা শুনি কিঞ্চিত ব্যগ্ৰ হৈ দশৰথে ৰাম-লক্ষ্মণক ঋষিৰ হাতত সমৰ্পণ কৰাত ঋষিয়ে দুয়ো ৰাজকুমাৰক লৈ যাত্ৰা কৰিলে। এই যাত্ৰাৰ বৰ্ণনা এটা পদ্যাৰত দিয়া হৈছে। তাতে ঋষিয়ে ৰাম-লক্ষ্মণক ধনুৰ্বেদ আৰু দিব্যবাণ দান কৰা, তাড়কাই বাট ভেটি ধৰাত ঋষি ভয়ত কম্পমান হোৱা, ৰামৰ শৰত তাড়কা বজ্ৰপাতৰ দৰে ডাটাহ পাৰি পৰি যোৱা, বিশ্বামিত্ৰই আশ্ৰম পাই হোম আৰম্ভ কৰাত মাৰীচ-সুবাহুৱে যজ্ঞ নষ্ট কৰিবলৈ অহা, বিশ্বামিত্ৰৰ আতুৰ বাণী শুনি ৰামে শৰ মাৰি মাৰীচক শীঘ্ৰতে লংকাত আৰু সুবাহুক সাগৰত পেলোৱা, 'দোহো পিশাচ নষ্ট' হোৱাত বিশ্বামিত্ৰই কৌতুকে নৃত্য কৰি ৰামক প্ৰশংসা কৰা — এই গোটেই খিনি কথা সোমাই পৰিছে। তাৰ পাছত বিশ্বামিত্ৰই ৰামক জনকৰ নগৰলৈ নিয়াৰ পৰা কাহিনী ভাগৰ আলোচনা ইতিমধ্যে কৰি অহা হৈছে।

॥ ৰাম-সীতাৰ কেলি-বৰ্ণন ॥

বাল্মী. ৰামায়ণত ৰাম-সীতাই বিয়াহৰ পাছত বহু ঋতু জুৰি বিহাৰ কৰাৰ কথা কোৱা হৈছে (ৰামশ্চ সীতয়া সাৰ্দ্ধং বিজহাৰ বহূন্ ঋতূন্ ॥ ১।৭৭।২৫) অৱশ্যে এই বিহাৰৰ কোনো বৰ্ণনা তাত দিয়া হোৱা নাই। ৰামভক্তিৰ ৰসিক সম্প্ৰদায়ত ৰামৰ অনেক বিহাৰৰ কথা পোৱা যায় যদিও, সেই বিলাকৰ লগত শংকৰদেৱৰ ৰাম-সীতাৰ 'ৰস কেলি'ৰ সম্পৰ্ক জুৰিবৰ আৱশ্যক নাই। শংকৰদেৱৰ দৃষ্টিত ৰাম-সীতাৰ এই 'ৰস-কেলি' কৃষ্ণ-ৰুক্মিণী, কৃষ্ণ-গোপীৰ দৰে ভক্ত-ভগৱানৰ প্ৰেমলীলা ১০। ৰামবিজয় নাটৰ কল্যাণ খৰমানৰ গীতটিত ৰাম-সীতাৰ কেলিৰ বৰ্ণনা মাত্ৰ কৰা হৈছে। যদিও তাৰ আগতে সূত্ৰত 'ত্ৰিভুৱন-মোহিনী পদ্মিনী জানকী সীতাক লভিকহু, শ্ৰীৰামচন্দ্ৰ আনন্দে মগন হুয়া মণিময় ৰত্ন মন্দিৰে প্ৰবেশিয়ে সীতায়ে সহিত বৈচন পৰম কামকেলি কয় ৰহল,, তা দেখহ শুনহ, নিৰন্তৰে হৰি বোল হৰি" বুলি দৰ্শনযোগ্য বিষয় স্বৰূপে উত্থাপন কৰিছে; প্ৰকৃতপক্ষে সেই কামকেলিৰ দৃশ্য মঞ্চত অৱতাৰণা

১০ 'মহাপুৰুষীয়া কবিৰ ৰচনাত আৰাধ্যদেৱতাবিষয়ক শৃংগাৰ-বৰ্ণন' —এই শীৰ্ষক প্ৰবন্ধত এই লেখিকাই 'নীলাচল', ৫ম বছৰ, ১ম সংখ্যাত এই সম্পৰ্কত বহলাই আলোচনা কৰিছিলো।

কৰা হোৱা নাই। ৰামবিজয় নাটৰ কল্যাণ ধৰমানৰ গীতটি অন্য প্ৰসংগতো উদ্ধৃত কৰাৰ প্ৰয়োজন হ'ব কাৰণে ইয়াক সম্পূৰ্ণকৈ উদ্ধৃত কৰি থোৱা হ'ল —

এ কৰু ৰমন্না ৰস কেলি।
কাঞ্চুৰি চোৰি কোৰে কুচ চুচুক
ৰতি কৌতুকে কৰাঞ্জলি ॥ ধ্ৰুং ॥
পয়োধৰ ধৰিয়ে অধৰ মধু ধঞ্জল
লোচন মুদি ৰহু মাই।
কৰত সুৰত মত্ত মাতংগ-গামিনী
কামিনী যামিনী যাই ॥
চঞ্চৰ চিকুৰ নিকৰ কৰ কংকণ
ঝনকিত ৰতনকু মালা।
শ্ৰমজল বিন্দু ইন্দু-মুহ শোহে
মোহে পৰম বৰ বালা ॥
পৰম ৰসিক-গুৰু শ্ৰীৰী শুক্লধ্বজ
ৰাজা নৃপতি প্ৰধান।
জয়তু জয়তু নিত্য ঈশ্বৰ কৃষ্ণক
কেলি লীলা ৰস জান ॥

॥ মুক্তিমংগল ভটিমাত ৰাম-চৰিত ॥

ৰামবিজয়নাটৰ অন্তত থকা মুক্তিমংগল ভটিমাটিত সংক্ষেপে ৰামৰ জীৱনৰ মুখ্য ঘটনাসমূহ উল্লেখ কৰা হৈছে যদিও ইয়াত লংকাবিজয়ৰ পাছত ৰাম অযোধ্যাৰ ৰজা হোৱালৈকেহে বৰ্ণনা কৰা হৈছে। নাটৰ আৰম্ভণিতে "শ্ৰীৰাম স্বামীক চৰণ ভেট" নোহোৱাত আকুল হৈ পৰা সীতাৰ, নাটৰ সামৰণিত 'ঐচন পৰম ৰসে কেলিকয় সীতাক মনোৰথ' পূৰণ কৰাৰ বৰ্ণনা দি সেই বিৰহ-বস্তুৰ লগত সংগতি ৰাখি মুক্তিমংগল ভটিমাৰ আৰম্ভণিতে 'পূৰলো যে জানকী মনকাম ॥ জগজন জীৱন সোহি মুৰাৰি। মুকুতি মংগল কৰহু তোহাৰি ॥' বুলি কোৱা হৈছে। তাৰ পাছত পিতাকৰ আদেশ পালন কৰি

ধামে সীতাৰ সৈতে বনবাস খাটি ৰাক্ষস বিজয় কৰাৰ বৰ্ণনা দিছে। তাৰ পাছত বালীক বধ কৰি সুগ্ৰীৱক ৰাজপাট দি বানৰ-সৈন্যৰে সৈতে সেতুবন্ধন কৰাৰ কথা কৈছে। তাৰ পাছত —

ঠাটে বেঢ়ল চৌদিক লংকা।
ৰাকস লোক মিলায়ল শংকা ॥
ছেদল যো ৰাৱণকেৰি মাথ।
মুকুতি কৰতু সোহি ৰঘুনাথ ॥
ভ্ৰাতৃ সঙ্গে বানৰক ঠাট।
ৰাজ্য ভেলি অযোধ্যাক পাট ॥
যো জানকী মন পূৰল মুৰাৰি।
মুকুতি মঙ্গল কৰতু তোহাৰি ॥

এইদৰে মিলনান্তক ৰামচৰিতৰ সূচনাৰে মুক্তিমংগল ভটিমাত ৰামকথাৰ সামৰণি পৰিছে।

## ॥ ৰামবিজয় নাটৰ ৰচনাকাল ॥

ৰামবিজয়নাটৰ কোনো কোনো পুথিত থকা দুটা শ্লোকৰ আধাৰতে পণ্ডিতমণ্ডলীয়ে এই নাটৰ ৰচনা কাল ১৪৯০ শক বুলি ঐকমত প্ৰকাশ কৰি আছিছে। ৰামবিজয় নাটৰ সকলো পুথিতে নথকা সেই শ্লোক দুটা এই —

শ্ৰীগোপাল-পদদ্বন্দ্বচ্ছায়া-লালস-মানসঃ।
(শ্ৰী)শুক্লধ্বজো নৃপশ্ৰেষ্ঠঃ কাৰয়ামাস নাটকম্ ॥
বিন্দুবক্ত্ৰ-বেদ-চন্দ্ৰশাকে শংকৰ সংজ্ঞকে।
শ্ৰীৰামবিজয়ং নাম নাটকং মুক্তিসাধকম্ ॥

হৰিনাৰায়ণ দত্তবৰুৱা সম্পাদিত ৰামবিজয়নাটত এই শ্লোক দুটা নাই। শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰীয়ে সম্পাদনা কৰা ৰামবিজয়নাটত কল্যাণ ধৰমানৰ গীত আৰু মুক্তিমংগল ভটিমাৰ মাজত এই শ্লোক দুটা দি পাদটীকাত "এই দুটা অতিৰিক্ত শ্লোক" বুলিছে। কালিৰাম মেধিৰ সম্পাদিত 'অংকাৱলী'ত (পুথিৰ সময় ১৭২৭ শক) মুক্তিমংগল ভটিমাৰ পাছত এই শ্লোক দুটা আছে।

ৰামবিজয়নাটৰ সকলো পুথিতে যে এই শ্লোক দুটা নাই আৰু থকাখিনাকতো স্থান যে একে নহয়, ওপৰত উল্লেখ কৰা সংস্কৰণ কেইটাৰে প্ৰমাণ কৰে। তদুপৰি 'শংকৰ সংজ্ঞকে' শব্দটোত সপ্তমী বিভক্তি হোৱাৰ কোনো যুক্তি নাই। তেনে ভুল প্ৰয়োগ শংকৰদেৱেই কৰিছে নে ?

ৰামানন্দ দ্বিজে "শংকৰদেৱৰ মহাপ্ৰয়াণৰ এশ বছৰতো অধিক কাল পাছত লিখা" ( ১৭৬৯ চনৰ কিছু আগে পাছে লিখা বুলি ড° মহেশ্বৰ নেওগে 'শ্ৰীগুৰুচৰিত'ৰ পাতনিত প্ৰমাণ দাঙি ধৰিছে ) শংকৰ-মাধৱৰ চৰিতত ওপৰত উদ্ধৃত শ্লোক দুটাৰ ফালে ইঙ্গিত কৰি কোৱা হৈছে—

ৰামৰ বিবাহ কথা সীতা-স্বয়ম্বৰ।
অংকক লিখিলা তৈত শ্ৰীমন্ত শংকৰ।
শুক্লধ্বজ নৃপতিকো অংকে নিবন্ধিলা।
অংকত শ্লোকক কৰি অংকে শক দিলা ॥ ১৫৪১
শুক্লধ্বজে শুনিলন্ত অংক কৰিবাৰ ;
চাহিলেক গৃহক আনিয়া আপোনাৰ ॥
দেখিয়া ৰাজাৰ বহু আনন্দ মিলিল।
যাত্ৰা কৰিবাক শংকৰক নিবেদিল ॥ ১৫৪২

শংকৰদেৱে ভেতিয়া ৰজাৰ নৰ্ত্তকসকলক ভাব-ভঙ্গী শিকাই শুক্লধ্বজে সজাই দিয়া ঘৰত যাত্ৰা ( ভাওনা ) কৰিলে। তাৰ পাছত শংকৰদেৱ চাৰি মাহ মান কোচবিহাৰত থাকিলে আৰু "বোলন্ত কৰিবো পদ বাকী স্কন্ধৰ" বুলি স্থিৰ কৰি প্ৰথম স্কন্ধৰ 'আৰশেষে সবে কথা পদে নিবন্ধিলা।' তাৰ পাছত 'দ্বিতীয় স্কন্ধৰ কথা দুই অধ্যায়ৰ' কৰোঁতেই হাতত কোহী হৈ শংকৰদেৱৰ পৰলোকপ্ৰাপ্তি হয়। শংকৰদেৱৰ ভাগৱত ৰচনা সম্পৰ্কীয় খিখিনি কথা ৰামানন্দই ক'লে, সেয়া মূঠেই বিশ্বাসযোগ্য নহয়। ইয়াত কোৱাৰ দৰে শংকৰদেৱে যদি সম্পূৰ্ণ প্ৰথমস্কন্ধ আৰু দ্বিতীয় স্কন্ধৰ মাত্ৰ দুটা অধ্যায়হে লিখিছিলে, তেনে শংকৰদেৱৰ ৰচনা বুলি পৰম শ্ৰদ্ধা লাভ কৰি অহা ভাগৱতৰ অন্য স্কন্ধসমূহ আৰু বিশেষকৈ আদ্যদশম কাৰ ৰচনা ? ভাগৱতৰ সম্পৰ্কত এনে বিসংগতিপূৰ্ণ তথ্য লিখা ৰামানন্দৰ কথাতে হয়তৰ দি আংকতে

শ্লোকক কৰি অংকে শক দিলা' কথাষাৰ মানি ল'ব নোৱাৰি।

ৰামানন্দই শংকৰদেৱৰ জীৱনৰ লগত পোনপটীয়াকৈ জড়িত কোনো লোকৰ পৰা শুনি গুৰুচৰিত ৰচনা কৰা নাই। মাধৱদেৱৰ শিষ্য ভৱানীপুৰীয়া গোপাল ( জন্ম ১৪৬৩ শক ), গোপালৰ শিষ্য শ্ৰীৰাম আতাৰ পুত্ৰহে ৰামানন্দ।

দৈত্যাৰি ঠাকুৰৰ ৰচিত 'শ্ৰীশ্ৰীশংকৰদেৱ-মাধৱদেৱ চৰিত'ৰ ৰচনা কাল সকলো গুৰুচৰিতৰ ৰচনা কালতকৈ আগ। দৈত্যাৰি ঠাকুৰ মাধৱদেৱৰ ভাগি-নীয়েক ৰামচৰণ ঠাকুৰৰ পুত্ৰ। সততে মাধৱদেৱৰ লগত থকা ৰামচৰণ ঠাকুৰৰ পুত্ৰ দৈত্যাৰিয়ে ঘাইকৈ মাধৱদেৱৰ অন্যতম শিষ্য বুঢ়ীৰ পো গোবিন্দৰ পৰা শুনি লিখা গুৰুচৰিতখনৰ কথা যে ৰামানন্দৰ খনৰ তথ্যতকৈ অধিক প্ৰামা-ণিক হ'ব সেইটো জনা কথা। দৈত্যাৰি ৰচিত গুৰুচৰিতত শংকৰদেৱৰ দ্বিতীয় বাৰ তীৰ্থ যাত্ৰাৰ আগতেই ( এই তীৰ্থযাত্ৰা ১৪৬৮ শক,১৫৪৬ খৃষ্টাব্দৰ পাছত ) ৰামবিজয় নাটৰ ৰচনা বুলি বৰ্ণনা কৰিছে। এই চৰিত মতে —

আছন্ত শংকৰদেৱ গৈয়া বেহাৰত।। ৪
শংকৰদেৱৰ মুখে শুনি কৃষ্ণ কথা।
দেৱানে শৰণ লৈলা শংকৰত তথা।।
দেৱানৰ বাণী শুনি সীতা স্বয়ম্বৰ।
ৰামায়ণ অংক কৰি দিলন্ত শংকৰ।। ৫
বৰপেটা আসিবাক নাৱ ভৰা দিয়া।
চলিলা শংকৰদেৱ নাৱত চৰিয়া।।

ইয়াত এইদৰে গুৰুধ্বজে শংকৰদেৱত শৰণ লোৱাৰ পাছত তেওঁৰ অনুৰোধক্ৰমে ৰামবিজয়নাট গুৰুজনাই ৰচনা কৰা বুলিছে। নতুনকৈ শৰণ লোৱা ৰজাজনে ইতিমধ্যে কৃষ্ণলীলাপ্ৰধান অংকীয়া নাট-ভাওনাৰে জন-সাধাৰণক প্ৰবলভাৱে আকৃষ্ট কৰা গুৰুজনৰ পৰা ৰামবিষয়ক নাট এখন ৰচনা কৰাই ভাওনা চাবলৈ হেঁপাহ কৰাটো স্বাভাৱিক কথা। অৱশ্যে দৈত্যা-ৰিয়ে ভাওনাৰ কথা উল্লেখ কৰা নাই। নাট ভাওনা কৰিবলৈকে লিখা হয়; গতিকে ৰামনন্দই লিখাৰ দৰে গুৰুধ্বজে ভাওনাৰ ব্যৱস্থাও কৰাটো; স্বাভাৱিক।

নৰনাৰায়ণ আৰু শুক্লধ্বজে আহোম ৰজাক পৰাস্ত কৰি গড়গাওঁ দখল কৰা যুদ্ধখনৰ আগতেই চিলাৰায় বা শুক্লধ্বজে শংকৰদেৱত শৰণ লোৱা বুলি কথাগুৰুচৰিতত আছে। তাত থকামতে শনিৰ কুপ্ৰভাৱত পৰাত দৈৱজ্ঞৰ নিৰ্দেশমতে নৰনাৰায়ণ ৰজা ৰাজধানীৰ পৰা আহি বৰনগৰত আছিলেহি। সেই সময়ত শংকৰদেৱে ৰজাক উপঢৌকন দি সাক্ষাৎ কৰিছিলেহি আৰু চিলাৰায়ে শংকৰদেৱক সেই সময়তে গুৰু মানিব খুজিছিলে যদিও ককায়েকৰ ভয়ত সেইটো কৰা নহ'ল। সেই সময়ছোৱাতে চিলাৰায়ে শংকৰদেৱৰ ভায়েক ৰাম-ৰায়ৰ কন্যাক বিয়া কৰায়। এই পুথিত থকা মতে "পাছে ৰাজা বেশচন কৈ .... উজাই গ'ল। ছোট যুৱৰাজ চিলাৰায় বেহাৰ নগৰে ৰাজ্য ৰখি পালি পাচি অৱৰ্ত্তাই আছে।" ৰামৰায়ৰ কন্যাৰ মুখত শংকৰদেৱৰ ৰচিত গীত শুনি মুগ্ধ হৈ "পাছে ৰাজা ভিজা নগৰে আহি মহাপুৰুষ গুৰুক তাঁহাকে কাতৰকৈ নিয়াই ... .. .. শৰণাপন হ'ল (ক:গু:চ. ১৩৭-.৩৯ পৃ: দ্ৰষ্টব্য)।"

ড° লক্ষ্মীদেৱীয়ে তেওঁৰ 'অসমদেশৰ বুৰঞ্জী'ত (১৮৩ পৃ:) গেইট চাহাবে উল্লেখ কৰা এটা কিম্বদন্তী মতে শনিৰ প্ৰভাৱত পৰা নৰনাৰায়ণে জ্যোতিষীৰ বিধানমতে সম্পূৰ্ণ এবছৰ ছদ্মবেশত ফুৰাৰ কথা উল্লেখ কৰিছে। এই সময়ছোৱাত কোচ ৰাজ্যৰ শাসনভাৰ (চিলাৰায়) শুক্লধ্বজৰ হাতত অৰ্পণ কৰিছিল। ৰালফ্ ফিটচ্ নামৰ ইংৰাজ ভ্ৰমণকাৰী এজনে লিখি থৈ যোৱা টোকাত সেই সময়ত শুক্লধ্বজ কোচৰাজ্যৰ ৰজা আছিল বুলি পোৱা যায়। ড° লক্ষ্মীদেৱীয়ে নৰনাৰায়ণে চিলাৰায়ৰ হাতত ৰাজ্যভাৰ এৰি ফুৰাৰ সময়ছোৱাত ৰালফ্ ফিটচ্ কোচবেহাৰলৈ আহিছিল বুলি অনুমান কৰে।

নৰনাৰায়ণে শুক্লধ্বজক কিছুদিনৰ কাৰণে ৰাজ্যভাৰ গতোৱাৰ কথাটো সঁচা হ'লে, শুক্লধ্বজ সেইদৰে "ৰাজা নৃপতি প্ৰধান" হৈ থাকোঁতেই ৰাম-বিজয় নাট ৰচনা কৰা বুলি ধাৰণা হয়। এই নাটৰ কল্যাণ খৰমান গীতত 'পৰম ৰসিক গুৰু, ছিৰী শুক্লধ্বজ, ৰাজা নৃপতি প্ৰধান' বুলি কোৱা হৈছে। মুক্তিমংগল ভটিমাতো লিখিছে —

ৰাখক পৰম ভকতি ৰস জানা।
শ্ৰীশুক্লধ্বজ নৃপতি প্ৰধানা।।

ৰামক বিজয় যো কৰাহন্ত নাট।

সংস্কৃত শ্লোক এটাতো 'শুক্লধ্বজো নৃপশ্রেষ্ঠঃ কাৰয়ামাস নাটকম্' বুলিছে।

শংকৰদেৱে জীৱনৰ অন্তিমভাগ কোচবেহাৰত মহাৰাজ নৰনাৰায়ণৰ আদৰ আপ্যায়নতহে আছিলে। ইফালে তাৰ আগতেই শংকৰদেৱে নৰনাৰায়ণ ৰজাৰ স্তুতিপৰক দুটা ৰাজঘৰীয়া লিখিছিলে। তেনেকুৱা ৰজা সাক্ষাতে জয় জয় মহা মহা হৈ থকাৰ সময়তে শংকৰদেৱে কি যুক্তিৰে ৰজাৰ ভ্ৰাতৃক দেৱানক 'নৃপতি প্ৰধান' আৰু 'নৃপশ্ৰেষ্ঠ' বুলিব? কেৱল 'নৃপতি' বোলা হ'লেও কথাটো এৰাই যোৱা সুকঠিন থাকিলহেঁতেন।

গতিকে 'কথাগুৰুচৰিতে' ইঙ্গিত দিয়া আৰু ড° লক্ষ্মীদেৱীয়ে অনুমান কৰা নৰনাৰায়ণৰ ছদ্মবেশৰ সময়খোৰাত শুক্লধ্বজক বন্দী আছিলে। 'কথাগুৰু-চৰিত'ৰ মতে শুক্লধ্বজে সেই সময়তে শংকৰদেৱৰ ওচৰত শৰণ লৈছিলে। 'ৰামক পৰম ভকতি ৰস জনা' নৃপতিপ্ৰধান শুক্লধ্বজৰ অনুৰোধক্ৰমে শংকৰদেৱে ৰামকথামূলক ৰামবিজয় নাটৰ ৰচনাও সেই সময়তে কৰিছিলে।

'কথাগুৰুচৰিত'ত শংকৰদেৱে জীৱনৰ অন্তিমকালত ৰামবিজয় নাট লিখিছিল বুলিছে যদিও সেই প্ৰসংগত দিয়া বিসংগতিপূৰ্ণ বৰ্ণনাই কথাটোৰ প্ৰামাণিকতা নোহোৱা কৰিছে। তাত আছে "গুৰুজনে তাতে কাপ-কাঠি এৰিছে। পয়াৰৰ পদ্য শ্লোক লক দিছে। শ্ৰীশংকৰ ক্ষিতি ভুবনে গুণেন্দু শাকে জাতো গমতু হৰিপদং খ বিলা বিধু (?) চন্দ্ৰে ইতি ১৪৯০।" পিছে ৰামবিজয় নাটতো এই শ্লোক নাই। তদুপৰি ৰামবিজয়ত থকা বুলি প্ৰচলিত 'বিন্দু-বহ্ন' প্ৰভৃতি শ্লোকতো শংকৰদেৱৰ জন্ম-মৃত্যুৰ শকৰ কথা নাই।

শংকৰদেৱৰ অন্য কোনো ৰচনাতে ৰচনাকালৰ উল্লেখ নোহোৱাৰ চালে আৰু ৰামবিজয়নাটৰ সকলো পুথিতে কালনিৰ্ণায়ক শ্লোকটো নথকাৰ চালে সেই শ্লোকটো শংকৰদেৱৰ ৰচনা নহয় পৰৱৰ্তী সংযোজনা বুলি ধাৰণা হয়, ৰামানন্দদ্বিজৰ সময়ত হয়তো সেই প্ৰক্ষিপ্ত শ্লোকটোৰ প্ৰচলন হৈছিল। গতিকে এই শ্লোকটোৰ ভিত্তিতে ৰামবিজয় গুৰুজনৰ অন্তিম ৰচনা বুলি ক'ব নোৱাৰি। তদুপৰি এটা কথা মন কৰিব লগীয়া যে ৰামানন্দদ্বিজেও এই নাটকে গুৰু-জনাৰ অন্তিম ৰচনা বোলা নাই।

ৰামবিজয় নাটৰ কল্যাণ স্বয়ম্বৰ গীতটোত ৰাম-সীতাৰ সম্ভোগ শৃংগাৰৰ যি বহুল বৰ্ণনা দাঙি ধৰা হৈছে, ৰাম-সীতাৰ সম্পৰ্কটো ভক্ত-ভগৱানৰ সম্পৰ্ক বুলি স্বীকাৰ কৰি ল'লেও প্ৰায় ছকুৰি বছৰীয়া মহাপুৰুষজনাই সেই বৰ্ণনা লিখাৰ প্ৰেৰণা অনুভৱ কৰিবনে ? গুৰুজনাৰ এই বয়সত আমি ৰাম-সীতাৰ সম্পৰ্কটো নাটৰ সামৰণিত আশ্ৰয়দাতা আৰু আশ্ৰিতৰ, স্বামী আৰু সেৱকৰ সম্পৰ্কৰূপেহে একশৰণ ধৰ্মৰ প্ৰচাৰক, দাস্যভক্তিৰ আচৰণকাৰী গুৰুজনাৰ পৰা আশা কৰিব পাৰোঁ। আনহাতেদি প্ৰায় ছকুৰি বছৰ পৰমায়ু ভোগ কৰা ব্যক্তি এজনৰ কাৰণে নৈব্বৈৰ ঘৰৰ বছৰ কেইটা জীৱনৰ আবেলি সময়হে। ( ১৫৫৬ খৃষ্টাব্দৰ পাছত, কোনো কোনোৰ মতে ১৫৫০ খৃষ্টাব্দত ) দ্বিতীয়বাৰ তীৰ্থযাত্ৰা কৰাৰ আগতে গুৰুজনে ৰামবিজয়নাট ৰচনা কৰিলে, শৃংগাৰী বৰ্ণনাটোৰ অস্বাভাৱিকতা নাথাকে।

মধুচন্দ্ৰিকাৰ সময়ত সীতাৰ ৰূপ-লাৱণ্য দেখি পুৰোহিত বিশ্বামিত্ৰ কামমোহিত হোৱা, পৰশুৰাম-বিশ্বামিত্ৰৰ মাজত দৰবা-দৰবি লগাই চৰ্মবসন খহি পৰাৰ বৰ্ণনা দি কৌতুক কৰাৰ অভিলাষো ছকুৰী বছৰীয়া তত্ত্বপাৰদৰ্শী পৰিপক্ক মানসত জন্মিব বুলি মনে নধৰে। গতিকে ৰামবিজয় নাট গুৰুজনাৰ অন্তিম ৰচনা নহয়। প্ৰাচীনতম আৰু অধিক প্ৰামাণিক দৈত্যাৰিৰ গুৰুচৰিতত থকাৰ দৰে শংকৰদেৱে দ্বিতীয়বাৰ তীৰ্থযাত্ৰা কৰাৰ আগতেই এই নাট ৰচনা কৰাটো যুক্তিসিদ্ধ কথা।

শংকৰদেৱৰ ৰামবিজয় নাটৰ বহুখিনি প্ৰভাৱ মাধৱদেৱৰ 'আদিকাণ্ড'ত পৰাৰ কথা যথাস্থানত উল্লেখ কৰা হৈছে।

—০—

# তৃতীয় অধ্যায়

# ॥ মাধৱ কন্দলীৰ ৰামায়ণ ॥

### ঃ অযোধ্যাকাণ্ড ঃ

মাধৱকন্দলীৰ অযোধ্যাকাণ্ডৰ আৰম্ভণিতে 'দশৰথ গৃহে লীলাৰূপে অৱতৰি, মনুষ্যৰ কাম' কৰা ৰামৰ বিশ্বামিত্ৰৰ লগত মিথিলা-যাত্ৰা, হৰধনু ভঙ্গ কৰি সীতাক লাভ কৰা, বিবাহৰ পাছত ৰাম-সীতা, লক্ষ্মণ-উৰ্মিলা আদিয়ে পুৰবাসীসকলৰ উলহ-মালহৰ মাজত অযোধ্যাত প্ৰৱেশ কৰাৰ চমু বৰ্ণনা দি লোৱা হৈছে ( ১৪৯২-১৫১৩ পদ )। চাৰিও ভাই মিলি ধৰ্মপথ অনুসৰি ভোগ ভুঞ্জি কিছু কাল কটোৱাৰ পাছত ভৰতৰ মাতুলক দেখাৰ ইচ্ছা জন্মিল। জ্যেষ্ঠজনৰ অনুমতি লৈ ভৰত-শত্ৰুঘ্নই গৈ যুধাজিতৰ ঠাইত মাহচেৰেক বাস কৰি থাকিল।

গৌড়ীয় পাঠত ভৰত-শত্ৰুঘ্ন মাতুল-গৃহলৈ যোৱা আৰু তাত নানা বিদ্যা আয়ত্ত কৰি বাস কৰি থকাৰ যি দীঘলীয়া বৰ্ণনা আছে ( ১।৭১-৮০ স. ) কন্দলীয়ে সেই বৰ্ণনাৰ অৱতাৰণা কৰা নাই।

॥ ৰাম-অভিষেকৰ আয়োজন ॥

ৰামক যুৱৰাজ পাতিবলৈ তেওঁৰ গুণমুগ্ধ প্ৰজাসকলে অনুৰোধ কৰা, দশৰথে সেইমতে 'ফাগুন এবাৰ চৈত প্ৰৱেশ' হোৱাৰ সময়তে ৰাম-অভিষেক পাতিবলৈ বশিষ্ঠক আয়োজন কৰিবলৈ কোৱা, সুমন্ত্ৰক পঠাই ৰামক মাতি আনি পুষ্যযোগত তেওঁক যুৱৰাজ পাতিব বুলি জনাই আৱশ্যকীয় ৰাজনীতিৰ

উপদেশ দিয়া — এইখিনি বৰ্ণনা সংক্ষিপ্ত ৰূপত হ'লেও কন্দলীয়ে মূলৰ অনুবৰ্ত্তী কৰিয়েই দাঙি ধৰিছে। মূলত ৰাজনীতিৰ উপদেশ লৈ ৰাম নিজ ভৱনলৈ যোৱাৰ পাছত দশৰথে পুনৰ মতাই আনি কিছু কথা কৈছে: কন্দলীয়ে মাজতে ৰাম নিজ ভৱনলৈ যোৱাৰ কথটো বাদ দিছে। ৰাতি সপোনত দশৰথে ৰজাৰ মৃত্যু আৰু ৰাষ্ট্ৰৰ বিনাশসূচক স্বপ্ন দেখাৰ বৰ্ণনা কন্দলীয়ে সামান্য পৃথক ৰূপত দাঙি ধৰিছে। মূলত দশৰথে ৰাম-অভিষেকৰ সিদ্ধান্তৰ পৰা তেওঁ বিচলিত হ'ব পাৰে বুলি সন্দেহ প্ৰকাশ কৰিছিলে — 'মোৰ চিত্ত (অন্য লোকৰ প্ৰাৰ্থনাত) বিমূঢ় নৌ হওঁতেই মই তোমাক অভিষিক্ত কৰিম, কাৰণ প্ৰাণীবিলাকৰ মতি চঞ্চল।' কন্দলীৰ ৰামায়ণত দশৰথৰ এনে সন্দেহৰ আভাস মাত্ৰও নাই। ইয়াত দশৰথে ৰামক এই বুলিহে কৈছে — 'যাৰে নৈৱো জানে লোকে ইটো সব কাজ/কালি শুভদিনত তোমাক দিবো ৰাজ।'

মূলত দশৰথে ভৰত অযোধ্যাৰ পৰা আঁতৰি থকাৰ সময়তে ৰামৰ অভিষেক পাতিব খুজিছে। দশৰথে ভৰতৰ চৰিত্ৰ সৎ যদিও তেওঁ বিধিনি ঘটাব পাৰে বুলি সন্দেহ কৰিছে, কাৰণ মানুহৰ চিত্ত চঞ্চল (২।৩।২৬)। কন্দলীয়েও ভৰতৰ জ্যেষ্ঠানুবৰ্ত্তী স্বভাৱ স্বীকাৰ কৰি 'তথাপিতো নুবুজোহো কুমাৰ স্বভাৱ' বুলি দশৰথে সন্দেহ প্ৰকাশ কৰাৰ কথা কৈছে।

মূলত দশৰথৰ পৰা সীতাসহিত উপবাস পালনৰ আজ্ঞা পাই ৰাম প্ৰথমতে নিজ ভৱনলৈ গৈছিল। তাৰ পাছত তেওঁ মাক কৌশল্যাক ৰজাৰ আদেশৰ কথা ক'বলৈ গৈছে। কন্দলীৰ মতে ৰাম পোনে পোনে মাকৰ ওচৰলৈ গৈছে। মূলত কৌশল্যাই প্ৰিয়নিবেদকসকলৰ পৰা ইতিমধ্যে ৰাম-অভিষেকৰ কথা জানিবলৈ পাইছিলে। ৰাম-অভিষেকৰ কথা শুনি সীতা, সুমিত্ৰা আৰু লক্ষ্মণেও আগতেই গৈ অৰ্চনাত ৰত হৈ থকা কৌশল্যাক পৰিচৰ্য্যা কৰি আছিল। ৰামে কৌশল্যাক দেৱগৃহত শ্ৰীদেৱীক অৰ্চনা কৰি থকাৰ সময়তে পালেগৈ। তেওঁ ৰাম-অভিষেকৰ কথা শুনি মুদ্ৰিতনয়না হৈ প্ৰাণায়ামৰ দ্বাৰা পৰম পুৰুষ জনাৰ্দনক ধ্যান কৰি আছিলে (গো: ২।৩।২৯-৩২)।

কন্দলীয়ে কৌশল্যাৰ শ্ৰী-অৰ্চ্চনৰ কথা কোৱা নাই। সুমিত্ৰা আৰু লক্ষ্মণ কৌশল্যাৰ ওচৰলৈ যোৱাৰ কথা ক'লে; কিন্তু সীতা কৌশল্যাৰ ওচ-

বলৈ ৰেতিয়া গ'ল, সেই কথা কোৱা নাই। কন্দলীৰ ৰামায়ণতো মূলৰ দৰেই শুক্ল-বস্ত্ৰ-পৰিহিতা কৌশল্যাই দেৱগৃহত কৃতাঞ্জলি হৈ —

একান্তিক ধ্যান মনে জগন্তৰ মাৱ।
বিষ্ণুক পূজনে ৰামে নমিলন্ত পাৱ॥

ইয়াত ৰামে মাকক ভেওঁৰ অভিষেকৰ কথা জনাই মাৱতীয় মাংগলিক আচাৰ কৰিবলৈ কোৱা কথাও মূলৰ অনুৰূপ। মূলত কৌশল্যাই ভেওঁ পদ্ম-নেত্ৰ পৰমপুৰুষক কৰা ভক্তিৰ ফলতে ৰামে ৰাজলক্ষ্মী লাভ কৰিছে বুলি কোৱাৰ (গোঃ ২।৩।৪০) অনুৰূপে কন্দলীৰ ৰামায়ণতো কৌশল্যাই কৈছে—

ধন্য মোৰ জীৱন ফলিল মনোৰথ।
তুষিলা তোমাৰ গুণে ৰাজা দশৰথ॥ ১৫৫২
সাফল বিষ্ণুত আমি ভকতি কৰিল।
কৰ্মগত লক্ষ্মী আসি আপুনি বৰিল॥

ৰামে লক্ষ্মণক অভীষ্ট ভোগ কৰিবলৈ আহ্বান কৰা আৰু দশৰথে আদেশ কৰামতে বশিষ্ঠই ৰামৰ অধিবাস কৰোৱাৰ বৰ্ণনা চয় যদিও মূলৰ অনুৱৰ্তী। মূলত অধিবাস কৰাই বশিষ্ঠ গুচি যোৱাৰ পাছত ৰামে স্নান কৰি হবিঃ-পাত্ৰ মূৰত লৈ অগ্নিত আহুতি দি সীতাৰ সৈতে হুতশেষ পান কৰিলে। তাৰ পাছত দেৱ নাৰায়ণক ধ্যান কৰি বাক্ আৰু ইন্দ্ৰিয় সংযত কৰি সীতাৰে সৈতে বিষ্ণুৰ সুন্দৰ মন্দিৰত কুশ-শয্যাত শুই ৰাতিটো কটালে (গো ২।৬।১-৪)। কন্দলীৰ মতে বশিষ্ঠ যোৱাৰ পাছত অগ্নিত আহুতি দি ৰাম 'দেৱ ঘৰে থাকিলন্ত কুশৰ শয়নে।'

মূলত ৰামে ৰাতি এপৰ থাকোঁতেই শুই উঠি ঘৰৰ সাজ-সজ্জাৰ কাম কৰা (অলংকাৰবিধিং কৃৎস্নাং কাৰয়ামাস বেশ্মনঃ॥ ২।৬।৫) বুলি থকাৰ ঠাইত কন্দলীয়ে ৰামে নিজেহে শৰীৰত নানা অলংকাৰ পিন্ধিলে বুলি লিখিছে। মূলত ৰামে প্ৰাতঃসন্ধ্যা জপ কৰি সংযত চিত্তে মধুসূদনক প্ৰণাম কৰি স্তৱ কৰাৰ[1] দৰে কন্দলীৰ ৰামায়ণতো ৰামে 'পূৰ্বসন্ধ্যা উপাসিলা হৰিক ধিয়ানে।'

[1] তুষ্টাৱ প্ৰণতশ্চৈৱ প্ৰণম্য মধুসূদনম্॥ গো ঃ ২।৬।৬

ইয়াৰ পাছত কন্দলীয়ে চমুকৈ অথচ মূলৰ অনুবৰ্তী কৰিয়েই পুৰবাসীসকলে নগৰ সজ্জিত কৰা, ৰামক ৰজা পতাৰ বাবে দশৰথক প্ৰশংসা কৰা আৰু অযো-ধ্যাত আহি অন্য দেশৰ প্ৰজা উপস্থিত হোৱাৰ বৰ্ণনা দিছে।

॥ মন্থৰা-প্ৰসংগ ॥

বাল্মী. ৰামায়ণত মন্থৰাক কৈকেয়ীয়ে লগত অনা পিতৃগৃহৰ দাসী বুলিছে [২]। কন্দলীয়ে এই প্ৰসংগত 'কৈকেয়ীৰ কুবুজা মন্থৰা তাইৰ নাম' বুলি আৰু পাছত মন্থৰাই কৈকেয়ীক এনেদৰে কোৱা বুলি লিখিছে — 'কিনো পাপ কৰিলো যৌতুকে দিল মোক।'

মন্থৰাই প্ৰাসাদৰ ওপৰৰ পৰা নগৰীত আনন্দ উৎসৱ হোৱা দেখিবলৈ পাই ধাই এগৰাকীক তাৰ কাৰণ সোধা আৰু ধায়ে তাৰ উত্তৰত কোৱা কথা-খিনি কন্দলীৰ ৰামায়ণত মূলৰ অনুৰূপ। ৰাম-অভিষেকৰ কথা জানিবলৈ পাই মন্থৰাই কৈকেয়ীক গৈ কোৱা কথাখিনি সংক্ষিপ্ত ৰূপত মূলৰ অনুবৰ্তী কৰি বৰ্ণনা কৰিছে যদিও কন্দলীৰ বৰ্ণনাটো মূলতকৈ অধিক প্ৰভাৱশালী হৈছে। কুঁজীৰ মুখে ৰাম-অভিষেকৰ খবৰ পাই কৈকেয়ীয়ে আনন্দিত হৈ কণ্ঠহাৰ উপহাৰ দিয়াত কন্দলীৰ ৰামায়ণত 'ক্ৰোধত খঙ্গিল কুঁজী জাৱলা সমান।' কুঁজীয়ে কৈকেয়ীক ভৱিষ্যৎ বিপদৰ কথা সঁকিয়াই দি কোৱা কথাখিনি কন্দলীয়ে কেইবাটাও ৰূপকৰ সহায়ৰ দৃঢ় কৰি তুলিছে —

দশৰথ সাগৰে তৰঙ্গী নদী তই।
অলপতে শুখাই যাইবি জানিলোহো মই॥
প্ৰিয়া গঙ্গা কৌশল্যা গভীৰ বেগে বহে।

মূলত কেৱল কৈকেয়ীকহে গিৰীনদী বোলা হৈছে।

ৰামৰ অভিষেকৰ কাৰণে আনন্দ প্ৰকাশ কৰি কৈকেয়ীয়ে কোৱা কথা আৰু তাৰ বিপৰীতে মন্থৰাই ভৰতৰ সম্ভাব্য বিপদ সম্পৰ্কে দিয়া সঁকিয়নি কন্দলীৰ ৰামায়ণত মূলৰ অনুৰূপ। অৱশ্যে মূলত মন্থৰাই কৈকে-য়ীক 'তুমি পূৰ্বে সৌভাগ্যৰ দৰ্পত অনাদৰ কৰি থোৱা ৰামৰ মাক,

২ জ্ঞাতিদাস্যত কৈকেয্যাঃ সহোঢ়া পৰিচাৰিকা ॥ গোঃ ২।৬।১

তোমাৰ সতিনীয়েৰা কৌশল্যাই এতিয়া কিয় তোমাৰ শত্ৰুতা আচৰণ নকৰিব"। (গৌ: ২।৭।৩১) বুলি কোৱা কথাখিনি কন্দলীয়ে দিয়া নাই।

কুঁজীৰ কথাত পতিয়ন গৈ কৈকেয়ীয়ে কুঁজীক ৰাম-বনবাস আৰু ভৰত-অভিষেকৰ উপায় সোধা আৰু কুঁজীয়ে সেই উপায় দিবলৈ সন্মতি প্ৰকাশ কৰাৰ বৰ্ণনা কন্দলীৰ ৰামায়ণত মূলৰ অনুবৰ্তী যদিও মূলত এই সময়ত কৈকেয়ীয়ে তেওঁ বিচৰা উপায় দিব পাৰিলে কুঁজীক কি প্ৰতিদান দিব সেই কথা কোৱা নাছিলে। তাত কৈকেয়ীয়ে যেতিয়া কুঁজীৰপৰা ৰামৰ বনবাস আৰু ভৰতৰ অভিষেক ঘটোৱাৰ উপায় লাভ কৰিলে, তেতিয়াহে প্ৰতিদানৰ কথা কৈছিলে। কন্দলীৰ মতে কৈকেয়ীয়ে ভৰত ৰজা হ'লে কুঁজীক কি প্ৰতিদান দিব এই প্ৰসংগতে ক'লে —

অতেৰপুৰত তোক কৰিবো প্ৰমুখী ॥ ১৫৯০
× × তোৰ কুঁজগুটি শুদ্ধ সুবৰ্ণে বান্ধিবো॥
বেটী শত দিবো আৰু বস্ত্ৰ অলংকাৰ।
গ্ৰীৱাত তোহোৰ দিবো সাতেসৰী হাৰ ॥ ১৫৯১

ইয়াৰ উপৰিও কৈকেয়ীয়ে কুঁজীক 'পদ্ম কেশৰৰ বৰ্ণ প্ৰিয় দৰিশন' ইত্যাদি বুলি কিছিনি তোষামোদ কৰিছে (১৫৯২-৯৪ পদ), মূলত সেইখিনিও কৈকেয়ীয়ে বিচৰা উপায় লাভ কৰাৰ পাছৰ কথাহে।

কৈকেয়ীয়ে দশৰথৰপৰা দুটা বৰ লাভ কৰাৰ সম্পৰ্কত আদিকাণ্ডত আলোচনা কৰি অহা হৈছে। ইয়াত সংশ্লিষ্ট দেৱাসুৰ-যুদ্ধখনৰহে অলপ আলোচনা কৰা হ'ব।

॥ দশৰথ-শম্বৰাসুৰৰ যুদ্ধ ॥

এই যুদ্ধৰ বৰ্ণনাত বাল্মী° ৰামায়ণৰ পাঠসমূহত কিছু ভিন্নতা দেখা যায়। কন্দলীয়ে দিছে তাৰ এটাৰ লগতো সম্পূৰ্ণ মিলাকৈ এই সম্পৰ্কীয় বৰ্ণনা দিয়া নাই। বাল্মী, ৰামায়ণৰ তিনিওটা পাঠতে থকা মতে এসময়ত দেৱাসুৰৰ যুদ্ধ সহন কৰিব পৰা দশৰথক ইন্দ্ৰই প্ৰাৰ্থনা কৰাত দশৰথে অযোধ্যাৰ পৰা দক্ষিণলৈ গৈ দণ্ডকাৰণ্যৰ কাষে থকা বৈজয়ন্ত নগৰত যুদ্ধ কৰিছিল। তাত তিমিধ্বজ ধাৰণ কৰা, দেৱগণবো অজেয়, মায়াবী শম্বৰাসুৰ ইন্দ্ৰৰ লগত

যুদ্ধত প্ৰবৃত্ত হৈছিল। সেই মহাযুদ্ধত জয়ী হৈ ক্ষত-বিক্ষত অৱস্থাত থকা অৱস্থাত দশৰথক কৈকেয়ীয়ে শুশ্ৰূষা কৰি দুটা বৰ লাভ কৰে ( গৌঃ ২।৮।১১-১৬ )।

বাল্মী৽ ৰামায়ণৰ গৌড়ীয় পাঠৰ বাহিৰে ই দুটা পাঠত সেই যুদ্ধলৈ দশৰথে কৈকেয়ীকো লৈ যোৱা বুলি আছে[৩]। সেই দুটা পাঠৰ মতে সেই যুদ্ধত আহত হোৱা মানুহবিলাকক ৰাতি নি ৰাক্ষসবিলাকে বধ কৰিছিলেগৈ। সেই সময়ত অসুৰৰ অস্ত্ৰ-প্ৰহাৰত জৰ্জৰিত দশৰথক ৰণক্ষেত্ৰৰপৰা আঁতৰাই নি আৰু শুশ্ৰূষা কৰি কৈকেয়ীয়ে দুটা বৰ লাভ কৰিছিলে ( বাঃ ২।৯।১৪-১৭)। পশ্চিমোত্তৰীয় পাঠৰ মতে এজন ব্ৰাহ্মণক সন্তুষ্ট কৰি লাভ কৰা বিদ্যাৰ বলত কৈকেয়ীয়ে দশৰথক বচাব পাৰিছিলে। কৈকেয়ীয়ে দশৰথক অন্য প্ৰকাৰে সেৱা কৰি বৰ লাভ কৰাৰ কথা বিভিন্ন ৰামায়ণত পোৱা যায়।

মূলত কুঁজীয়ে কৈকেয়ীক সোঁৱৰাই দিয়া দেৱাসুৰ-যুদ্ধৰ বৃত্তান্তৰ ঠাইত কন্দলীৰ ৰামায়ণত কুঁজীয়ে ইমানকে কৈছে —

পূৰ্বৰ কথাক তই সুমৰণ কৰ।
ৰাজা বুলিয়াছে তোক দিবো দুই বৰ ॥ ১৫১৫
দেৱাসুৰ ৰণ বৰ মিলিল পূৰ্বত।
জিনিলা দেৱক ৰণে অসুৰ সমস্ত ॥
মহেন্দ্ৰৰ সখা ভৈল দশৰথ ৰায়।
ভঙ্গায়া অসুৰ বলে খেদাইলা লীলায় ॥ ১৫১৬
যুদ্ধ জিনি আসিয়া ভৈলন্ত তিৰপিতি।
আগবাঢ়ি কৈলা তুমি ৰাজাত ভকতি ॥
বৰ দুই দিবাৰ ৰাজাৰ ভৈল মন।
তুমিও বুলিলা বৰ লৈবো আনখন ॥

মন্থৰাই এইদৰে বৰ দুটাৰ কথা সোঁৱৰাই দি কৈকেয়ীক ক্ৰোধাগাৰত মলিন বেশেৰে থাকিবলৈ কোৱা আৰু তেতিয়া দশৰথে কৈকেয়ীক মণিমুক্তা দি প্ৰিয় বচনেৰে শান্ত কৰিব খুজিলে কৈকেয়ীয়ে বৃগতিক শপত কৰাই এটা

৩ পুৰা দেৱাসুৰে যুদ্ধে সহ ৰাজৰ্ষিভিঃ পতিঃ।
অগচ্ছত্ত্বামুপাদায় দেৱৰাজস্য সাহ্যকৃৎ ॥ বাঃ ২।৯।১১

বৰৰ দ্বাৰা ভৰতক ৰাজ্যদান কৰিবলৈ আৰু আনটো বৰৰ দ্বাৰা ৰামৰ বনবাস প্ৰাৰ্থনা কৰিবলৈ কোৱাৰ বৰ্ণনা কন্দলীৰ ৰচনাত চমু যদিও মূলৰ অনুগামী। পিছে মূলত কুঁজীয়ে 'বৃদ্ধৰ তৰুণী ভাৰ্য্যা আছি বৰ বলি/তোৰ বোল কৰিবাক নাহিকে শকতি' বুলি কোৱা নাছিলে। অৱশ্যে তাত দশৰথে কোহ-ঘৰত গৈ কৈকেয়ীক দেখাৰ সময়ত ৰজাক বৃদ্ধ আৰু কৈকেয়ীক তেওঁৰ প্ৰাণতকৈও অধিক তৰুণী ভাৰ্য্যা বুলি কোৱা হৈছে (স বৃদ্ধস্তৰুণীং ভাৰ্য্যাং প্ৰাণেভ্যোঽপি গৰীয়সীম্)।

গৌড়ীয় পাঠত কৈকেয়ীয়ে কুঁজীৰ কুমন্ত্ৰণা গ্ৰহণ কৰাৰ কাৰণ ৰূপে এটা কাহিনী কোৱা হৈছে। পূৰ্বে কেকয় দেশত কৈকেয়ীয়ে বাল্যকালত দেখাত মূৰ্খৰ নিচিনা এজন ব্ৰাহ্মণক নিন্দা কৰিছিলে। সেই ব্ৰাহ্মণে কৈকেয়ীক এইবুলি অভিশাপ দিলে — 'তুমি ৰূপৰ গৰ্বত মত্ত হৈ ব্ৰাহ্মণক নিন্দা কৰিছা গতিকে তুমি কুৎসিত নিন্দাৰ ভাগী হ'ব লাগিব' (গৌঃ ২।৮।৩২-৩৩)। তাৰ ফলতে কুঁজীৰ কুমন্ত্ৰণাৰ বশ হৈ কৈকেয়ী জগতৰ নিন্দাৰ পাত্ৰী হ'ল। কন্দলীয়ে এই কাহিনীৰ উল্লেখ কৰা নাই।

কন্দলীৰ ৰামায়ণত এইখিনিতে এটা মন কৰিবলগীয়া কথা হৈছে। কুঁজীৰ পৰামৰ্শ লাভ কৰি আনন্দ কৰিও কৈকেয়ীয়ে ৰামৰ অনিষ্ট সাধন কৰিবলগীয়া হোৱাত খেদ কৰিছে —

হা ৰাম বোলন্তে পৰাণ যায় ফুটি ॥ ১৬০১
পাপিষ্ঠী কুব্জী মোৰ ভেদিলি হৃদয়।
জনিলি কথাক কহি মনত সংশয় ॥
তোহোৰ বোলত আৰে কৰো মহা যত্ন। ১৬০২
ভৰত কাচক লাগি হেৰাওঁ ৰামৰত্ন ॥
মোৰ বোলে ৰামাই বন যাইবে হেন জানি।
মৰিবো কটাৰ হানি নখাই ভাতপানী ॥

কন্দলীয়ে এই ঠাইত কৈকেয়ীৰ 'বিমল স্বভাৱ'টো ইঙ্গিত কৰিছে।

কৈকেয়ীয়ে ছল কৰি দশৰথক ভৰতৰ অভিষেক আৰু ৰামৰ বনবাস প্ৰাৰ্থনা কৰা, দশৰথে কৈকেয়ীক এই বৰ প্ৰাৰ্থনাৰ পৰা বিৰত হ'বলৈ

অনুনয় বিনয় কৰা, কৈকেয়ীয়ে দশৰথক সত্যৰক্ষা কৰিবলৈ আঁকোৰ-গোজালি ধৰা আৰু দশৰথে বিলাপ কৰি কাৰ ৰাতিটো কটাই দিয়াৰ বৰ্ণনা কন্দলীৰ ৰামায়ণত চমু হ'লেও মূলৰ অনুগত।

মূলত দশৰথে কৈকেয়ীক ( ত্যজামি ত্বামহং পাপাং নিৰ্ঘৃণাং নিৰপত্ৰান্ ) আৰু ভৰতক ( ত্বংকৃতে চাপি ভৰতংত্যজাম্যনপকাৰিণম্ ) ত্যাগ কৰাৰ কথা আছে। কন্দলীয়ে সেইকথা উল্লেখ নকৰি হয়তো 'বিমল স্বভাৱ'ৰ কৈকেয়ীৰ প্ৰতি সহানুভূতি জনাইছে।

গৌড়ীয় পাঠৰ মতে ৰাতি পুৱালত সুমন্ত্ৰই মঙ্গল-স্তৱ গাই ৰজাক জাগ্ৰত কৰিলে। সেই স্তৱ শুনি ৰজা দুঃখিত হৈ পৰাত কৈকেয়ীয়ে ৰজাক নিন্দা কৰিলে আৰু সত্য ৰক্ষা কৰিবলৈ সোঁৱৰাই দিলে। দশৰথে সুমন্ত্ৰক ৰামক তেওঁৰ ওচৰলৈ লৈ আহিবলৈ আদেশ দিলে। কৈকেয়ীয়েও ৰামক অনা বিষয়ত জোৰ দিলে। তেতিয়া সুমন্ত্ৰই ওলাই গৈ ৰাজদুৱাৰত ৰৈ থকা ৰজাসকলক আৰু বাহিৰত ৰৈ থকা মন্ত্ৰী আৰু পুৰোহিত বৰ্গক দেখিবলৈ পালে ( ২।১১।১৫-৩০ )।

মন্ত্ৰী পুৰোহিত সকলৰ সৈতে পুৰবাসী আৰু জনপদবাসী সকলে অভিষেকৰ সম্ভাৰ লৈ আহিছিল। সেই সকলোৱে ৰজাক তেওঁলোকৰ আগমনৰ কথা জনাবলৈ অনুৰোধ কৰাত সুমন্ত্ৰ পুনৰ দশৰথৰ ওচৰলৈ গ'ল। সুমন্ত্ৰই স্তৱ কৰি ৰজাক জাগ্ৰত কৰি আগন্তুকসকলৰ কথা জানিবলৈ দিলে। তেতিয়া দশৰথে ৰামক আনিবলৈহে সুমন্ত্ৰক পুনৰ আদেশ দিলে ( সেঃ ২।১২।১২-২৩ )। সুমন্ত্ৰ এইদৰে দুবাৰ ৰজাৰ ওচৰলৈ যোৱাৰ কথা বাল্মী. ৰামায়ণৰ অন্য পাঠতো আছে।

কন্দলীৰ ৰামায়ণত সুমন্ত্ৰ এবাৰহে ৰজাৰ ওচৰলৈ গৈছে। কন্দলীৰ মতে ৰাতিপুৱা ৰাজদুৱাৰত অভিষেকৰ সম্ভাৰ লৈ 'মন্ত্ৰী পুৰোহিত যত ৰামৰ ভকত' উপস্থিত হ'ল। তেওঁলোকৰ অনুৰোধমতে সুমন্ত্ৰই ৰজাক জনাবলৈ গৈ সেই সময়ত কৰা স্তৱ কন্দলীয়ে চমুকৈ দিছে। মূলত সুমন্ত্ৰই ব্ৰহ্মা, ইন্দ্ৰ, অগ্নি আদি দেৱতাই দশৰথৰ কল্যাণ বিধান কৰিবলৈ প্ৰাৰ্থনা কৰাৰ ঠাইত কন্দলীৰ ৰামায়ণত 'ব্ৰহ্মা বিষ্ণু শংকৰে পূৰতো মনোৰথ' বুলিছে। কন্দলীয়ে দশৰথে

সুমন্ত্ৰক ৰামক আনিবলৈ কোৱা কথাখিনি লিখাকৈ দিছে —

কৈকেয়ীৰ বাক্য-বহ্নি দহে কলেৱৰ।
তোৰ বাক্য অমৃতে জুৰাওঁ নিৰন্তৰ। ১৬৩৬
ৰামমুখ দেখিলে হৈবেক নিৰ্বাণ।
ৰাম গুণসাগৰক শীঘ্ৰ কৰি আন॥

মূলত ৰামক আনিবলৈ যাওঁতে সুমন্ত্ৰই বাটত স্থিৰ কৰি থকা জনতাৰ মুখত গুণীপুৰ ৰামক ৰজা পতাৰ বাবে দশৰথৰ যি প্ৰশংসা শুনাৰ কথা আছে ( গৌঃ ২।১২।২৬-৩০ ), কন্দলীয়ে তাৰ উল্লেখ কৰা নাই। আন হাতেদি মূলত নাই যদিও কন্দলীয়ে ৰাজপথত প্ৰজাগণে ৰাম-অভিষেকৰ বাবে কৰা আনন্দ উল্লাসৰ বৰ্ণনা দাঙি ধৰিছে ( ১৬৩৭-৩৮½ পদ )।

গৌড়ীয় পাঠৰ মতে ৰামৰ প্ৰাসাদ 'অভ্ৰচয়োপম', মেঘৰাশিৰ দৰে, দাক্ষি: পাঠৰ মতে 'কৈলাসসদৃশপ্ৰভ' আৰু 'শক্ৰবেশ্মসমপ্ৰভ' ( ইন্দ্ৰৰ ভৱনৰ দৰে দ্যুতিমান ); কন্দলীৰ মতে 'ৰামৰ প্ৰাসাদ শোভে কৈলাস সমান/বিদ্যুতৰ কান্তি যেন জ্বলে থানে থান॥'

কন্দলীয়ে ৰামৰ এই প্ৰাসাদটোৰ বৰ্ণনা নিজা কল্পনাৰে প্ৰস্তুত কৰিছে। প্ৰাসাদৰ চালত 'সুবৰ্ণৰ মাগুলি' 'বৈদূৰ্য্য কৰলি গুছ বজ্ৰতেহি চাইল।' পকাছ হাত দীঘল কৰলিবোৰ চৌষষ্ঠিটা স্তম্ভত সংযুক্ত। সেই প্ৰাসাদত —

ৰতনে খসিয়া সুৱৰ্ণৰ পতা দিল।
সুৰি কামি সমন্বিতে একত্ৰ কৰিল॥
× × হস্তীদন্ত ৰাৰ দিলা হিঙ্গুলৰ কাম।
কুন্দুকৰ জালা থৈলা দেখি অনুপাম॥
হিৰ্মাণি মাণিক জ্বলে মৰকত যোতি।
× × প্ৰাসাদ উপৰে দিল মাণিক্যৰ কাতি।
ইন্দ্ৰনীল মণি দিল থানে থানে জাতি॥

এই প্ৰাসাদত বৃষভত শংকৰ, সিংহবাহনত পাৰ্বতী, মূষৰ পিঠিত গণপতি, ময়ূৰত কাৰ্ত্তিক, দিব্য ছত্ৰ সহ বামনে বলিক ভিক্ষা খোজা আৰু বলিক ছলনা কৰি পাতালত বন্দী কৰি থোৱা, গৰুড়ৰ কান্ধত বিষ্ণু, বিষ্ণুৰ গৌ পালত

লক্ষ্মী, বাওঁ পাশত সৰস্বতী আৰু ব্ৰহ্মা, কুবেৰ, ইন্দ্ৰ বায়ু, বৰুণ আদি সমস্ত দেৱসমাজ অংকন কৰা হৈছে। এই চিত্ৰসমূহৰ কল্পনা কন্দলীৰ নিজা। মূলত ৰামৰ প্ৰাসাদৰ সাতোটা কক্ষৰ যি বৰ্ণনা আছে কন্দলীয়ে সেয়া ত্যাগ কৰিছে।

সুমন্ত্ৰই সীতাই চোঁৰৰ ধুলাই থকা ৰামক লক্ষ্মী দেৱীয়ে শুশ্ৰূষা কৰি থকা মধুসূদনৰ দৰে দেখিবলৈ পোৱাৰ কথা মূলৰ অনুবৰ্তী। সুমন্ত্ৰই যেতিয়া ৰামক দশৰথে মাতি পঠোৱাৰ কথা জনালে, তেতিয়া ৰামে সীতাক, তেওঁৰ কৌশল্যা-সদৃশী মাতৃ কৈকেয়ীয়ে দশৰথৰ ইচ্ছা অনুসৰি তেওঁকে শীঘ্ৰে ৰাজ-পাট দিবলৈ মাতি পঠাইছে বুলি অনুমান কৰি কোৱা কথাখিনিও মূলৰ অনুৰূপ। অৱশ্যে তলত দিয়া অংশটো মূলত নাই —

জানা প্ৰাণেশ্বৰী    যুৱৰাজ হয়া    আমি আজো যেতিক্ষণ।
মোৰ সঙ্গে চলি    আসিবেক সবে    যত পাত্ৰমন্ত্ৰীগণ
তাসম্বাক অৰ্চা    কৰিতে জানকী    মই যেন নোহো লাজ।
জানিবা নিশ্চয়    তোমাত লাগিল    ইঠাৰৰ যত কাজ।

মূলত থকাৰ দৰেই কন্দলীৰ ৰামায়ণতো সীতাই ৰামক যাবলৈকে অগাবঢ়াই থোৱা, লক্ষ্মণৰ সৈতে ৰাম ৰথত উঠি কৈকেয়ীৰ ভৱনলৈ যোৱা আৰু পুৰবাসীগণে ৰামৰ প্ৰশংসা কৰাৰ বৰ্ণনা দিয়া হৈছে। এইখিনি বৰ্ণনা মূলতকৈ চমু; পিছে পুৰবাসীসকলে সীতাৰ সম্পৰ্কে কোৱা নিম্নোক্ত কথাখিনি কন্দলীৰ নিজা —

জনমে জনমে    প্ৰয়াগ বটত    সীতা তেজি কলেৱৰ।
সিকাৰণে গুণ-    সাগৰ ৰামক    পাইলা মনোনীত বৰ॥

কৈকেয়ীৰ ভৱনত ৰামে দশৰথ আৰু কৈকেয়ীক, প্ৰণাম কৰাৰ পাছত দশৰথক বিষন্ন অৱস্থাত দেখি ৰামে তাৰ কাৰণ সুধি কৈকেয়ীক কোৱা কথাখিনি মাধৱ কন্দলীৰ ৰামায়ণত মূলৰ সৈতে একে নহয়। মূলৰ মতে ৰামে প্ৰথমতে কৈকেয়ীক পিতাকেনো কি দোষৰ বাবে তেওঁৰ লগত আলাপ কৰা নাই সেই কথা সুধিছে। তাৰ পাছত ৰামে দশৰথৰ কিবা অসুখ নে কি, অথবা ভৰত-শত্ৰুঘ্ন আৰু মাতৃসকলৰ কাৰোবাৰ কিবা অমঙ্গল ঘটিছে-নেকি বুলি সুধিছে। পিতৃৰ মহাত্মা বখানি তেনেহেলে পিতৃৰ ওচৰত ৰামে

কিবা অপৰাধ কৰালেনেকি বুলিও কৈকেয়ীক সুধিছে। কৈকেয়ীয়ে অভি-মান কৰি দশৰথক কিবা টান কথা ক'লেনেকি, ৰামে তাকো জানিবলৈ বিচাৰিছে ( গৌ: ২।১৫।১৫ - ২৪ )।

পিতাকৰ কাৰণে ৰামে অগ্নিত প্ৰৱেশ কৰিব পাৰে, বিষ পান কৰিব পাৰে আৰু সমুদ্ৰত বুৰ দিব পাৰে ; কৈকেয়ীও পিতাকৰ দৰেই ৰামৰ পূজনীয় — এই বুলি ৰামে সত্য কৰি ক'লে। তেতিয়া সৰল হৃদয়ৰ সত্যবাদী ৰামক কৈকেয়ীয়ে তেওঁৰ প্ৰাপ্য বৰ দুটাৰে ভৰতৰ অভিষেক আৰু ৰামৰ চৌদ্ধ বছৰ বনবাসৰ আদেশ দশৰথৰপৰা লাভ কৰাৰ কথা জানিবলৈ দিলে। তাৰ পাছত কৈকেয়ীয়ে ৰামক পিতাকৰ আদেশ মানি, পিতাকৰ প্ৰতিজ্ঞা সত্যত পৰিণত কৰি আৰু সত্যত থকা নিজৰ আস্থা অটুট ৰাখি ৰামক তত্তালিকে বাকলি বসন, মৃগচৰ্ম আৰু জটা ধাৰণ কৰি বনলৈ যাবলৈ আদেশ দিলে ( গৌ: ২।১৫।২৫-৩৫ )।

কন্দলীৰ ৰামায়ণত ক্ষত্ৰিয়দলনকাৰী পৰশুৰামকো জয় কৰা ৰামৰ মুখত বিষণ্ণ হৈ থকা পিতাকৰ সন্তোষৰ অৰ্থে তেওঁ কৰিবলৈ প্ৰস্তুত হোৱা উদ্যমৰ কথা বীৰোচিত আৰু তেজস্বী ৰূপত উপস্থাপন কৰা হৈছে। ইয়াত ৰামে কৈকেয়ীক এইদৰেহে কৈছে — পিতাক যদি ইন্দ্ৰৰ প্ৰতি ক্ৰুদ্ধ হৈছে, তেনে তেওঁ তেতিয়াই ইন্দ্ৰক ধৰি বান্ধি আনি দিব। আৱশ্যক হ'লে তেওঁ দশ দিক্পালক বশ্য কৰিব, পিতৃগণৰ স্থানলৈ যাব, যমৰ পৰিকৰক বন্দী কৰি আনি দিব। পৃথিৱীত বাহুবলত ৰামৰ সমকক্ষ কোনো ক্ষত্ৰিয় বীৰ নাই, কোনো হস্ত্যাৰোহী. অশ্বাৰোহী, ৰথী বা পদাতিক বীৰ নাই। পিতাকৰ সন্তোষৰ চকুৰ আগতে দুৰ্জয় পৰশুৰামক পৰাভূত কৰাৰ কথা সোঁৱৰাই দি ৰামে এতিয়া সেই অসাধাৰণ বীৰত্বৰ বলত পিতাকৰ সন্তোষৰ অৰ্থে একো-লৈকে পিছ নোহোঁহকে বুলিও কৈছে। দশৰথে যদি দেৱৰাজ হ'বলৈ বাঞ্ছা কৰে, তেনেহলে ৰামে ইন্দ্ৰক খেদাই দেৱগণক বন্দী কৰি দশৰথক স্বৰ্গত স্থাপন কৰিব। দশৰথে বিচাৰে যদি ৰামে চাৰিদ'তীয়া দিগ্‌গজগণক বন্দী কৰি আনি দিব, মেৰু-পৰ্বত উজাৰি বন-সোণ আনি দিব, আজ্ঞাভংগ কৰা ৰজাগণক শাসন কৰিব, নাৰাচেৰে পৃথিৱী ভেদিব, মুখ্য নাগগণৰ ফণা ছেদ কৰিব, সুৰা-

কীল মাৰি আনিব। ত্ৰ্যাম্ৰমুখ, চন্দ্ৰমুখ, ধেনুক, প্ৰলম্ব, বাণ, নৰক আদি দেৱতাৰো দৰ্পচূৰ্ণকাৰী অসুৰক পিতাকৰ আদেশ হ'লে ৰামে 'মুণ্ডে মুণ্ডে হানি' মাৰিব। পিতাকে যদি ত্ৰিভুৱনৰ ঈশ্বৰ হ'বলৈ বিচাৰে, ৰামে সেই বাঞ্ছাও পূৰণ কৰিব: যদি যুৱক হ'বলৈ বিচাৰে, ৰামে পিতাকৰ বাৰ্ধক্য মূৰ পাতি ল'ব। পিতাকৰ আজ্ঞা হ'লে ৰামে ঘৰে ঘৰে ভিক্ষা মাগিব, হৃদয়ত খাণ্ডা হানি প্ৰাণত্যাগ কৰিব। শেষত পিতৃভক্ত ৰামে কৈছে, পিতাকৰ আদেশ হ'লে তেওঁ ৰাজ্য পৰিহৰি বনলৈ যাব। মুঠতে পিতাকে যিহকে কৰিবলৈ কয় তেওঁ তাকে কৰিব।

ৰামৰ কথা শুনি মূলৰ দৰে কন্দলীৰ ৰচনাতো কৈকেয়ীয়ে মহাৰাজৰ আজ্ঞা বুলি ভৰতৰ অভিষেক আৰু ৰাম-বনবাসৰ কথা কৈ ৰামক ততালিকে বনলৈ যাবলৈ কৈছে আৰু ৰামে হাঁহিমুখে বনবাস স্বীকাৰ কৰিছে। মূলৰ দৰে ইয়াতো ৰামে আক্ষেপ কৰিছে — "ইসে কাৰ্য্য মাৰ মোৰ দহে কলেৱৰ/ আপুনি আদেশ নকৰিলা ৰাজেশ্বৰ ॥

মূলত থকা নিম্নোক্ত ৰামৰ উক্তি কন্দলীৰ ৰামায়ণত নাই — "ভৰতে প্ৰাৰ্থনা কৰিলে মই নিজেই ৰাজ্য, স্ত্ৰী, প্ৰিয় জীৱন আৰু ধন তেওঁক দি দিব পাৰোঁ। গুণী ভ্ৰাতৃ ভৰতক দিব নোৱাৰা মোৰ একো নাই। হে কৈকেয়ী, মই আপোনাৰ চৰণ চুই শপত খাই কৈছোঁ, স্বয়ং পিতাৰ আদেশ পালে মই ভৰতক নিজৰ জীৱন পৰ্য্যন্ত দান কৰিব পাৰোঁ, আৰু নো কি ক'ম?" (গৌঃ ২।১৬।৯-১১)। তাৰ পাছত ৰামে ক'লে — "মই আজিয়েই বনলৈ যাম। পিতা সুখী হওক। ভৰতক মোমায়েকৰ ঘৰৰ পৰা আনিবলৈ আজিয়েই বেগী ঘোঁৰাত মানুহ যক।" তেতিয়া কৈকেয়ীয়ে ৰামক ততালিকে বনলৈ যাবলৈ কৈছে।

কন্দলীৰ ৰামায়ণত কৈকেয়ীয়ে শুনোৱা ৰজাৰ আদেশ স্বীকাৰ কৰি ৰামে ভৰতক শীঘ্ৰে দূত পঠাই অনাবলৈ কৈছে, যাতে দশৰথে প্ৰাণ ধৰি থাকোঁতেই ভৰত ৰজা হ'ব পাৰে। কন্দলীৰ ৰামায়ণত এই প্ৰসংগত ৰামে যি ক্ষোভ প্ৰকাশ কৰিছে, মূলত তাৰ আভাস মাত্ৰও নাই। ইয়াত ৰামে

কৈছে —

অবিলম্বে ভৰতক আনি দিয়ো ৰাজ ॥ ১৬৯৭
বাপক আশ্বাস বুলি পালিবেক জন ।
পিতৃদ্ৰোহী ৰাম হেৰা চলি গৈলো বন ॥
শুনিয়োক বাপদেও অজৰ নন্দন ।
পিতৃদ্ৰোহী ৰাম হেৰা বোলয় বচন ॥ ১৬৯৮
অনাথিনী মাৱ মোৰ পালিব কেমনে ।
মই চলি যাওঁ হেৰা মোৰ তপোবনে ॥ ইত্যাদি

ৰামে দশৰথক মূৰ তুলি চাবলৈ অনুনয়-বিনয় কৰাত কৈকেয়ীয়ে কোৱা নিম্নোক্ত কথাখিনি মূলৰ অনুৰূপ —

যাৰে থাকা তুমি তাৰে নুতুলিবে মাথা ॥ ১৭০০
× × তুমি সত্য পালিলে ৰাজাৰ হৈবে সুখ ॥
বুজিলি বচন হিত আনিবো ভৰত ।
তুমি বনে গৈলেহে ৰাজাৰ ৰহে সত ॥ ১৭০১

মূলৰ দৰে ইয়াতো কৈকেয়ীৰ নিষ্ঠুৰ বচন শুনি 'হা ৰাম' বুলি দশৰথ পুনৰ মূৰ্চ্ছিত হৈছে আৰু ৰামে কৈকেয়ীক কৈছে —

হেৰ হাত যোৰো সুখে থাকিয়ো গোসানী ॥
মোত নুবুজিলা তুমি ভৰতৰ কাজ ।
প্ৰাণ দিতে পাৰোহো আৰোক ধন ৰাজ ॥
মোৰ বনবাসত বাপক দিয়া দুখ ।
ইটো ৰাজ্যভাৰ কত ৰব হুইবে সুখ ॥ ১৭০৪

মূলত ৰামে কৈকেয়ীক 'ৰাজ্য লুকা' বুলিও কৈছিলে ।

অন্তঃপুৰৰ (কৌশল্যাৰ সপত্নী) ৰমণীসকলে ৰামবনবাসৰ অপ্ৰিয় সংবাদটো কৈকেয়ীৰ ভয়তে কৌশল্যাক নিদিলেগৈ বুলি কন্দলীয়েও গৌড়ীয় পাঠৰ অনুৰূপেই বৰ্ণনা কৰিছে । কন্দলীয়ে সেই ৰমণীসকলৰ যি বিলাপৰ বৰ্ণনা দিছে, সেই বিলাপ গৌড়ীয় পাঠত নাই, দাক্ষিণাত্য পাঠতহে আছে ।

দশৰথ আৰু কৈকেয়ীৰ পাদবন্দন কৰি কৌশল্যাৰ ওচৰলৈ যাওঁতে, ৰামৰ লগত লক্ষ্মণো যোৱা আৰু সেই সময়ত হোৱা ৰামৰ করুণ অৱস্থাৰ

বৰ্ণনা কন্দলীয়ে মূলৰ দৰেই অন্তৰস্পৰ্শী কৰি দাঙি ধৰিছে।

॥ কৌশল্যাৰ লগত ৰামৰ সাক্ষাৎ ॥

গৌড়ীয় পাঠৰ মতে ৰামে গৈ কৌশল্যাক দেৱগৃহত ব্ৰতপৰায়ণা হৈ দেৱপূজন আৰু পিতৃগণৰ অৰ্চনত ৰত থকা পাইছিলে। কন্দলীৰ মতে ৰামে 'বিষ্ণুক পূজন্তে দেখিলন্ত নিজ মাৱ।' বাল্মী৹ ৰামায়ণৰ অন্য পাঠত কৌশল্যাই পুত্ৰৰ হিতৰ অৰ্থে বিষ্ণুপূজা কৰি আছিলে বুলি আছে (প্ৰভাতে চাকৰোৎ পূজাং বিষ্ণোঃ পুত্ৰহিতৈষিণী)।

ৰামৰ বনবাসৰ কথা শুনি কৌশল্যা মূৰ্চ্ছিত হোৱা আৰু পাছত চেতন পাই কৌশল্যাই বিলাপ কৰাৰ বৰ্ণনা কন্দলীয়ে চমুকৈ মূলৰ অনুগত কৰি দাঙি ধৰিছে। মূলত কৌশল্যাই ৰামক কাম-বিৱশ পিতৃৰ কথা শুনা উচিত নহয় বুলি তেওঁক অযোধ্যাতে থাকিবলৈ কোৱা কথাখিনি (গৌঃ ২।১৮।১,২) কন্দলীয়ে এইদৰে দিছে —

তোমাক পঠাইব বন দশৰথ ৰায়।
তাত্তোধিক মোৰ বাক্য পালিতে যুৱাই॥
স্ত্ৰীজিত পিতৃৰ নকৰি তুমি বাক।
বনক নাযাইবে বাপ মোৰ পাশে থাক॥ ১৭৩০

লক্ষ্মণে স্ত্ৰীজিত পিতাকৰ কথামতে ৰাম কিয় বনলৈ যাব বুলি কোৱা কথাখিনিও মূলৰ অনুৰূপ। পিছে কৈকেয়ী পাপিষ্ঠীক 'খুৰাৰ আগতে কাটি কৰো খণ্ড খণ্ড' বুলি লক্ষ্মণে কোৱা কথা কন্দলীৰ নিজা সংযোজনাহে। ভৰতৰ পক্ষলৈ যিসকলে ৰামৰ বিৰোধিতা কৰিব, তেওঁলোকক নিৰ্মূল কৰিবলৈ প্ৰতিজ্ঞা কৰি কোৱা লক্ষ্মণৰ কথাখিনি মূলৰ অনুগত যদিও কন্দলীয়ে তাকো নিজা সংযোজনাৰে তেজস্বী কৰি তুলিছে —

দেৱগণে সমে ভৰতত অনুৰলে।
ইন্দ্ৰদেৱো ধাৱে যদি কৰি সমদলে॥
তাহাংকো জিনিবো আজি সমৰৰ মাজ। ইত্যাদি

কৌশল্যাই লক্ষ্মণক সমৰ্থন কৰি কোৱা কথাখিনি মূলৰ অনুগামী। মূলত ৰাম বনলৈ গ'লে কৌশল্যাই আমৰণ অনশন কৰি প্ৰাণত্যাগ কৰিব

আৰু তেতিয়া ৰামৰ মাতৃহত্যাজনিত নৰকবাস হ'ব ( গো: ২।২৮।২৯,৩০ ) বুলি কোৱা কথা কন্দলীৰ ৰচনাত নাই। আনহাতেদি ৰামৰ নিম্নোক্ত উক্তি কন্দলীৰ নিজ' সংযোজন। —

জামদগ্নি ৰামে যত বুলিলেক গৰ্ব।
মোৰ বাহুবলে তাক হৰিলেক সৰ্ব ॥
আমি হেন মহাবীৰ পিতৃত ভকত।
আজ্ঞা তৈলে ত্ৰিভুৱন জিনিবে শকত।। ১৭৪৩

ইয়াৰ পাছৰ তুফাঁকি পদত থকা কথাখিনিও কন্দলীৰ নিজা উদ্ভাৱনা। পিতৃৰ আদেশ পালন কৰি পৰশুৰামে মাতৃহত্যা কৰা আৰু কণ্ডু মুনিয়ে গো-বধ কৰাৰ কথা মূলতো আছে; তদৰ্থ্যে মূলত থকা সগৰ-পুত্ৰসকলৰ কথা কন্দলীয়ে বাদ দিছে।

ৰামে অভিষেকৰ-বিভ্ৰাটৰ বাবে কাকো দোষাৰোপ নকৰি দৈৱক দিয়াই লক্ষ্মণক কোৱা কথাখিনি আৰু সেই কথা শুনি মহাকোপ মনেৰে লক্ষ্মণে ৰামক সমালোচনা কৰি, দৈৱতকৈ পুৰুষাৰ্থৰ শ্ৰেষ্ঠত্ব দেখুৱাই কোৱা কথাখিনি চমু হ'লেও মূলৰ অনুবৰ্তী, পিছে লক্ষ্মণৰ উক্তিৰ তলত উদ্ধৃত অংশটোৰে মূলৰ লগত সঙ্গতি ৰক্ষা কৰা নাই —

দাৰ সুহায়ন মোৰ নোহে চন্দ্ৰহাস।
টোন হাত সুহায়ন নোহে বনবাস ॥
শৰীৰ শোভন মোৰ নোহে দুই বাহু।
জিনিবো শত্ৰুক চন্দ্ৰক যেন ৰাহু ॥ ১৮৪৮

এই ঠাইত মূলত থকা শ্লোকৰ অৰ্থ এই — মোৰ এই দুই বাহু শৰীৰৰ শোভাৰ কাৰণে নহয়, ধনু অলংকাৰৰ কাৰণে নহয়, অথবা তৰোৱাল বান্ধি থকাৰ কাৰণে নহয় আৰু শৰসমূহ শুভৰ দৰে ৰাখিবলৈ নহয়; মোৰ এই চাৰিওটা বস্তু শত্ৰুদমনৰ কাৰণেহে ( গো: ২।২০।৩৫,৩৬ )। ইয়াৰ দ্বি-পাঠান্তৰ আছে, তাৰ লগতো কন্দলীৰ মিল নাই।

লক্ষ্মণৰ ক্ৰোধ শান্ত কৰিবলৈ ৰামে কোৱা কথাখিনি মূলৰ নিচিনাই। ৰামে এই দৰে শান্ত কৰা লক্ষ্মণৰ শক্তিশালী ব্যঞ্জনাৰ উপমা দুটা কন্দলীৰ

নিজা —

হস্তীমদ যেহেন হস্তীতে অন্ত গৈল ॥
যেহেন সৰ্পৰ বিষ শিখাগ্রক গৈল ।
নমাই আনি গাৰুড়ী নিস্প্ৰভ কৰি থৈল ॥ ১৭৬৫

॥ লক্ষ্মণৰ বনগমনৰ অনুমতি লাভ ॥

বনত ৰামৰ পৰিচৰ্য্যা কৰিব বুলি লক্ষ্মণে ৰামৰ চৰণত পৰি বন গমনৰ অনুমতি বিচৰাৰ বৰ্ণনা কন্দলীয়ে মূলৰ দৰেই দিছে। কেৱল গৌড়ীয় পাঠতহে সীতাৰ আগতেই লক্ষ্মণে ৰামৰপৰা বনগমনৰ অনুমতি পোৱা বুলি আছে। মূলত লক্ষ্মণে যেতিয়া ৰামক "আপুনি পৰিত্যাগ কৰি গলে, মই জীৱন ধাৰণ কৰি থাকিব নোৱাৰিম যেন ধাৰণা হৈছে" ( গৌঃ ২।২১।২২ ) বুলি ক'লে, ৰামে তেতিয়া লক্ষ্মণক তেওঁৰ লগত যাবলৈ অনুমতি দিলে ।

মাধৱ কন্দলীৰ ৰামায়ণত ৰামে লক্ষ্মণক বিৰত কৰিবলৈ প্ৰথমতে অনেক যুক্তি দেখুৱালে ( ১৪৬৮-৭৩ পদ )। ৰামৰ সেই কথা শুনি লক্ষ্মণে হাতযোৰ কৰি মুখ দোৰাই ক'লে — "তুমি এৰি গৈলে মই যাইবো দেশান্তৰ/ মুহি আজি কটাৰত কৰিবোহো ভৰ ॥" এই কথাখিনি কন্দলীৰ নিজা সংযোজনা। লক্ষ্মণে এইদৰে জেদ ধৰাত ৰামে তেওঁক বনগমনৰ অনুমতি দিলে।

এই সময়তে 'আদি অন্ত কথা শুনি আপোনাৰ ঠাৱে' সুমিত্ৰাও আহি তাত উপস্থিত হ'ল বুলি কন্দলীয়ে কোৱা কথা মূলত নাই। কন্দলীৰ ৰামায়ণত এনেদৰে উপস্থিত হোৱা সুমিত্ৰাই ৰাম-লক্ষ্মণৰ ডিঙিত ধৰি 'কিনো পাপ কৰিলোহো কৌশল্যায়ে যাই/দুই আন্ধলীৰ লাঠি কহি লাগি যায়' বুলি বিলাপ কৰিবলৈ ধৰিলে। তেতিয়া কৌশল্যাই 'হৃদয়ত মুঠি হানি' কান্দি কাটি আৰু অনেক যুক্তি দেখুৱাই ৰামক বনবাসৰপৰা বিৰত কৰিব খুজিলে। কৌশল্যাই ৰামক কোৱা এই কথাখিনি মূলৰ অনুগত যদিও ইয়াত কন্দলীৰ নিজা সাঁচো পৰিছে। তপ-জপ কৰি গৰ্ভত ধাৰণ কৰা আৰু পৰম 'আশাৰে তাওৰ জীৱন ৰখা' ৰামৰূপী তৰুৰ ৰূপকটো মূলতো আছে; কন্দলীয়ে তাক এটা মালাৰূপকত পৰিণত কৰি অধিক অন্তৰস্পৰ্শী কৰি তুলিছে। কৌশল্যাই 'পুত্ৰ-ফল/হায়াত' আশা পোষণ কৰি থাকোঁতেই 'কৈকেয়ী প্ৰচণ্ড সূৰ্য্য জলিল তথাত'। সেই তৰুত ফল ধৰিবৰ সময়ত বিধিৰ 'বিড়ম্বনাত কৌশল্যাৰ "কৰ্ম-

ৰামৰে উকৰাই নিলে। 'ৰাজধৰ্ম দেখে বাপু নযা বনবাস' বুলি কৰা কৌশ-ল্যাৰ অনুৰোধো কন্দলীৰ সংযোজনাহে।

'শুনিলি বাপু তই মনুৰ বচন' বুলি কৌশল্যাই অৱতাৰণা কৰা কথাখিনি মূলতো আছে (গো: ২।২২।১০-১৩। মাতৃৰ গুৰুত্ব প্ৰতিপাদন কৰি মাকৰ আদেশ মতে ৰাজপাট গ্ৰহণ কৰিবলৈ ৰামক অনুৰোধ কৰি তাৰ অন্যথা হ'লে কৌশল্যাই প্ৰাণত্যাগ কৰিব বুলিছিলে (গোঃ ২।২২।১৬,১৭)।

কন্দলীৰ ৰামায়ণত কৌশল্যাৰ নিম্নোক্ত উক্তিখিনি মূলত নাই —

দুই পুত্ৰ হকৰাইলো কি কাম কৰিলো।
এবেসে জানিলো মই জীৱন্তে মৰিলো ॥ ১৭৮৪
প্ৰাণপ্ৰভু দশৰথ মহা মহীপাল।
জানিলো এবেসে তোমাৰ ভৈল কাল ॥
× × ×
নৃপতিৰ বাক্য বাধি মোক কৰ মত্ত।
ৰাজাৰো হৰিব হৈব জানিয়োক তত্ত্ব ॥
কৈকেয়ীক বাক্য বুলিবন্ত মহাৰাজ।
বুলিলোহো ৰামক যাইবাক বনমাজ ॥ ১৭৮৬
বচন নকৰে পুত্ৰ আবচন কৰ।
যেন অভিমত আবে লৈয়ো আন বৰ ॥
মোৰ বাক্য কৰিলে সবাৰো হোৱে হিত।
× × ×
কামবশ বাপৰ বচন পৰিহৰ।
লথাই সমে বিমবিম কৰি ৰাজ্যকৰ ॥

বাল্মী. ৰামায়ণত ৰামে যুক্তিপূৰ্ণ, বিনীত আৰু মধুৰ বচনেৰে বহু সময় ধৰি মাকক বনগমনৰ আদেশ প্ৰাৰ্থনা কৰি থকাত (গোঃ ২।২৩।২-২৫), কৌশল্যাই তেওঁকো ৰামৰ লগতে বনলৈ নিবলৈ অনুৰোধ কৰিছে। কন্দলীৰ ৰামায়ণত বাপৰ বচন পৰিহৰি ৰাজ্য কৰিবলৈ আদেশ দিয়াৰ পিছ মুহূৰ্ততে কৌশল্যাই 'যদি বনে যাইবি বাপু মোকো লৈয়া চল' বুলি অলপ আগতে

কৈ অহা কথাখিনিৰ জোৰ কমাই পেলাইছে।

ৰামৰ লগত বনলৈ যাবলৈ ওলোৱা কৌশল্যাক স্বামীৰ অনুবৰ্ত্তিনী হৈ গৃহতে ধৰ্ম আচৰণ কৰি থাকিবলৈ ৰামে কোৱা কথাখিনি চমু হ'লেও কন্দলীৰ ৰামায়ণত মূলৰ অনুবৰ্ত্তী। কৌশল্যাই যাতে কৈকেয়ীক ভগিনী সম জ্ঞান কৰে বুলি কোৱা আৰু বজাবপৰা পূৰ্ব্বৰ প্ৰতিজ্ঞতিমতে বৰ লৈ ভৰতক ৰাজ্য দান কৰাটো কৈকেয়ীৰ দোষৰ কথা নহয় বুলি ৰামে কোৱা কথাখিনিও মূলত আছে ( গৌ. ২।২৩।১৫-২১ )। মূলত ৰামৰ কথা শুনি চকু-পানী টুকি কৌশল্যাই ৰামক পিতৃ-আজ্ঞা পালন কৰি বনলৈ যাবলৈ ক'লে আৰু নিজেও পতিসেৱা কৰি ৰত থাকিবলৈ সন্মতি প্ৰকাশ কৰিলে। তাৰ পাছত কৌশল্যা পুনৰ মূৰ্চ্ছিতা হ'ল।

ৰামৰ বিয়োগ-দুখত কেনেকৈ দগ্ধ হ'ব লাগিব কৌশল্যাই সেই কথা মূলত এটা নানাৰূপ'কৰে বৰ্ণনা কৰিছে ( গৌ: ২।২৭।৬-৭), কন্দলীৰ স্বকীয় ৰূপকটো মূলতকৈ অধিক ব্যঞ্জনাক্ষম হৈছে —

ওৱাৰি শ্মশানশাল চিন্তা আমগাতি।
কৈকেয়ীৰ বচন খোচনি তৈল দাতি॥
শোক বহ্নি শ্বাস ধূম বিয়োগ তোমাৰ।
নিৰন্তৰে শৰদেহ দহিব আমাৰ॥ ১৭১৬

'ধেনু যেন বৎসৰ পাছত কৰে গতি/তোমাৰ লগতে যাইবো হেন মোৰ মতি' বুলি কৌশল্যাই কোৱা কথা মূলতো আছে ( গৌ: ২।২৩।৮ ) যদিও তলত দিয়া কৌশল্যাৰ কথাখিনি কন্দলীৰহে সংযোজনা —

কৈকেয়ীক দেখিয়া শৰীৰ মোৰ কাম্পে।
হৰিণীক নিতে যেন বাঘিনীয়ে জাম্পে॥
সৰ্পিণীৰ আগে যেন মণ্ডুকীৰ গতি।
শেনীৰ আগত যেন কাম্পে কপোতী॥ ১৭১৮
কৈকেয়ীৰ দাস ৰাজা মই যাইবো বন।
তুমি এৰি গৈলে মোৰ নাহিকে জীৱন॥

ইয়াৰ পাছত ৰামে কৌশল্যাক বুজাই-মুজাই তেওঁৰপৰা বনগমনৰ

আজ্ঞা লাভ কৰা আৰু কৌশল্যাই ৰাম-লক্ষ্মণৰ কল্যাণ কামনা কৰি নানা মাঙ্গলিক কাৰ্য্য আচৰণ কৰাৰ বৰ্ণনা চমুকৈ হ'লেও কন্দলীয়ে মূলৰ দৰেই দিছে।

।। ৰামৰ সীতাৰ সমীপলৈ গমন ।।

বিদায় লবৰ কাৰণে ৰাম সীতাৰ ওচৰলৈ যোৱা, সীতাই মলিন বদন হৈ অহা ৰামৰ অভিষেকৰ সাজ-সজ্জা নেদেখি তাৰ কাৰণ সোধা আৰু উত্তৰত ৰামে সকলো ঘটনা বিবৰি কোৱাৰ বৰ্ণনা কন্দলীৰ ৰামায়ণত মূলৰ অনুৰূপেই দিয়া হৈছে। অৱশ্যে ইয়াতো কন্দলীৰ নিজা ৰূপকৰ সংযোজনাই বৰ্ণনাটো অধিক প্ৰভাৱশালী কৰি তুলিছে —

পাপক সঞ্চিলে     শৰীৰ দংশিলে     কৈকেয়ী যে কালসৰ্প।
বিলিল বিঘাত     বাক্যবিষে ছলি     হৰি ল'লে বলদৰ্প ।। ১৮২০

মূলত ৰাম-বনবাসৰ কথা শুনি সীতা কুপিতাহে হৈছিল; কন্দলীৰ ৰামায়ণত কিন্তু সেই কথা শুনি সীতাই 'হা প্ৰভু' বুলি হৃদয়ত মুঠি হানি ঢলি পৰিছে — 'যেন মহাদেৱ, দহিলা কামক, বিলাপ কৰত ৰতি।' ভয়ত সীতাৰ শৰীৰ কঁপিছে, হাতৰ বলয় খহি পৰিছে।

মূলত ৰামে সীতাক বনবাসৰ সংবাদ দিয়াৰ লগতে তেওঁক দেৱ, পিতৃ আৰু মাতৃসকলক সেৱা-অৰ্চনা কৰিবলৈ, ভৰত-শত্ৰুঘ্নক নিজ পুত্ৰ আৰু ভ্ৰাতৃৰ দৰে স্নেহ কৰিবলৈ, ৰামৰ প্ৰীতিভাজন ভৰতক কোনো অপ্ৰিয় কথা নকবলৈ আৰু বৃদ্ধা মাতৃ কৌশল্যাক একমনে সেৱা-শুশ্ৰূষা কৰিবলৈ যিখিনি কথা কৈছিল (গো: ২।২৬।২৬–৩৮), কন্দলীৰ ৰামায়ণত সেইখিনি কথা নাই। ইয়াত ৰামে 'বাপৰ বচন, শিৰোগত কৰি' বনলৈ যাবলৈ ওলাল বুলি দুখেৰে জনোৱাৰ পাছত এই বুলিহে কৈছে —

শুনা প্ৰাণেশ্বৰী     চিত্ত থিৰ কৰি     নকৰিবা কিছু শোক।
আসিয়োঁক বাহু     পৰিচ্ছেদ কৰি     দেখি লেহো মুই তোক।

ৰামে এইদৰে বনগমনৰ সংবাদ দি বিদায় ল'ব খোজাত সীতা মাটিত ঢলি পৰিছে। মূলত কিন্তু ভোগ আৰু যৌৱনৰ সামঞ্জস্য সাধোঁতা ৰাজৰ্ষি জনকৰ কন্যাই এই বিষম অৱস্থাত পৰিও চেতনা হেৰুৱা নাছিল।

বাল্মী, ৰামায়ণত ৰামে সীতাক এৰি থৈ বনলৈ যাবলৈ ওলোৱা দেখি সীতাই কৈছে — পত্নীয়ে পতিৰ কৃতকৰ্মৰ ফল ভোগ কৰে, গতিকে তেওঁ ৰামৰ লগত যাবই। তেওঁ ৰামক এৰি স্বৰ্গও কামনা নকৰে, আন-হাতেদি ৰাম থাকিলে তেওঁৰ কাৰণে নৰকো স্বৰ্গতকৈ শ্ৰেষ্ঠ ( বো: ২।২৭।২১ )। সীতাই বনত আগে আগে গৈ কুশবনৰ কাঁইটবোৰ গছকত মৃদু কৰি থৈ যাব। তেওঁ ইন্দ্ৰিয়-সংযমৰ ব্ৰত পালন কৰি সুগন্ধি কাননত ৰামৰ সেৱা কৰি কটাব। ৰামৰ আশ্ৰয়ত থকা সীতাক দেৱৰাজ ইন্দ্ৰয়ো অৱমাননা কৰিব নোৱাৰে। বনত সীতা কেতিয়াও ৰামৰ কাৰণে বোজাস্বৰূপ নহয়। সীতাই ৰামৰ লগত গৈ নানা পশু-পক্ষীৰে ভৰা পৰ্বত, নদী, বন, সৰোবৰ আদি দৰ্শন কৰি পৰম আনন্দ উপভোগ কৰিব; তেনেস্থলত বনবাসত যদি শত-সহস্ৰ বছৰো হয়, সীতাৰ এদিন যেনহে লাগিব। সীতাই একেবাৰে শেষত যুক্তি দেখুৱালে যে বিয়াৰ সময়ত তেওঁক আত্মীয়-স্বজনে স্বামীক এৰি নাথাকিবলৈ কৈছিলে ( বিনা ভৰ্ত্ৰা ন বস্তব্যং ত্বয়া ), গতিকে সীতা ৰামৰ লগত যাবই।

কন্দলীৰ ৰামায়ণত ইতিমধ্যে মূৰ্চ্ছিত হৈ পৰা সীতাই চেতন পাই উঠি 'মইনো মাটিৰ ভিতৰত থাকোঁতেই কিয় নমৰিলোঁ' বুলি খেদ কৰি ৰামক ইমান-কেহে কৈছে —

কিনো অপৰাধে প্ৰভু তুমি মোক শোক অগণিত দিয়া।
আমি পতিব্ৰতা নাৰীক তেজিয়া চলিলা কেনে তেজিয়া ॥ ১৮২৪

তাৰ পাছত সীতাই 'নযাইবাহা প্ৰভু' বুলি চৰণত ধৰি ৰামক বনলৈ নাযাবলৈহে অনুৰোধ কৰিছে। তেতিয়া ৰামে পিতৃবচন লংঘন কৰি বনলৈ নোযোৱাকৈ থাকিব নোৱাৰে বুলি কৈ দুখেৰে সৈতে আকৌ কৈছে —

কৌশল্যা মাৱক আদি কৰি যত তেজিলোহোঁ বন্ধুগণ।
মায়াময় ইটো গৃহসুখ তেজি আজি চলি যাইবো বন ॥

কন্দলীৰ ৰামায়ণত এইদৰে গৃহসুখক মায়াময় জ্ঞান কৰা ৰামে অতি ক্ষোভেৰে সৈতেহে "মোহ এৰিলোহোঁ সীতা সৰ্বাংগসুন্দৰী" বুলি কৈছে। সীতাৰ অংগ-সৌষ্ঠৱৰ বৰ্ণনা কৰি তেনে হেন সীতাক এৰি যাব লগীয়া হোৱাত ৰামৰ 'জীৱন্তে মৃত' বৰ্ণনাটো কান্দলী কবিজনৰ সম্পূৰ্ণ স্বতন্ত্ৰীয়া কল্পনা।

সীতাৰ কোনো অঙ্গ বাদ নপৰাকৈ 'অমৃতৰ কূপ সম মন্মথৰ পুৰ' পৰ্যন্ত অঙ্গ সৌষ্ঠৱ বৰ্ণনা কৰি ( ১৮১৭-৩৪ পদ ) শেষত ৰামে কৈছে —

সুৰগণ গন্ধৰ্ব্ব নাগৰ তেজ হৰে।
বেশ দেখি কিমতে মুনিতে প্ৰাণ ধৰে ॥
জীয়ন্তে মৃতক মই তোক পৰিহৰো।
গলে শিলা বান্ধিয়া সাগৰে ঝাম্প কৰো ॥

এজন অসমীয়া আলোচকৰ মতে "সীতা হেন সুন্দৰী ভাৰ্য্যাক এৰি থৈ বনবাসী হ'বলগীয়া হোৱাত ৰামৰ মনে ঘনে ঘনে হাহাকাৰ কৰি উঠাটো স্বাভাৱিক।" আলোচকজনৰ মতে ৰামে ওপৰত উদ্ধৃত কথাখিনি সীতাৰ শয়ন-কক্ষত অকলে থকাৰ সময়তহে কৈছিল। পিছে কন্দলীৰ ৰচনাত শয়ন-কক্ষ বোলা কথাষাৰৰ নাম গোন্ধো নাই। মূলত থকা 'স্ববেশ্মমধ্যে' শব্দটোৰ অৰ্থ আলোচকজনে শয়নকক্ষ বুলি কৰিছে। 'বেশ্ম' শব্দৰ অৰ্থ কোঠা নহয়, ভৱনহে। সীতা সেই সময়ত 'স্ববেশ্মমধ্যে' অৰ্থাৎ নিজ ভৱনত আছিল।

প্ৰকৃতপক্ষে পিতৃবাক্য পালন কৰি ৰাজ্যভোগ এৰি ৰাম বনলৈ যোৱা কাৰ্যটো নিতান্ত ধৰ্মীয়। মূলত পদে পদে ৰাম-বনবাসৰ এই ধৰ্মীয় দিশটো প্ৰকাশ পাইছে। কন্দলীৰ ৰামায়ণত 'ৰাজাৰ আদেশ ভৈল চলি যাইয়ো বন' বুলি কৈকেয়ীয়ে ৰাজ আদেশ শুনোৱাৰ লগে লগে ৰামৰ "ধন জন ৰাজ্যভাৰে ভৈলন্ত বিৰাগ/যতি যেন ত্যজিল গৃহৰ অনুৰাগ ॥' যতিৰ দৰে স্বতঃস্ফূৰ্তভাৱে ৰামৰ বৈৰাগ্য জন্মাৰ এই বৰ্ণনা (১৭১১ পদ) মূলৰ দৰেই দিয়া হৈছে ( গো: ২।১৬।৬৫)। এনেদৰে বৈৰাগ্য জন্মা ৰামৰ মনে সৰ্বাংগসুন্দৰী সীতাক এৰি যাবলৈ ঘনে ঘনে হাহাকাৰ কৰি উঠাৰ বৰ্ণনা বিসংগতিপূৰ্ণ।

মূলত থকাৰ দৰেই কন্দলীৰ ৰামায়ণতো ৰামে বনবাসৰ সংবাদ দিবলৈ যাওঁতে সীতাক এইবুলি সম্বোধন কৰিছে —

পৰম নিৰ্মল ৰাজঋষিকুলে তুমি ভৈলা উতপতি।
সুশোভন চিত্ত ধৰ্মেসে চৰিত্ৰ শুদ্ধমতি শান্তী সতী ॥ ( ১৭১৯ পদ )

মূলত এই সন্দৰ্ভত থকা শ্লোকটোৰ[4] অৰ্থ এই — হে ৰাজৰ্ষিকুলত

৪ ৰাজৰ্ষিকুলসম্ভূতে ধৰ্মজ্ঞে সত্যবাদিনি।
শৃণু মৈথিলি ধীৰা ত্বং ভূত্বা বাক্যমিদং মম ॥ ( গো: ২।২৬।২১ )

জ্ঞা, ধৰ্মজ্ঞা, সত্যবাদিনী মিথিলাৰ ৰাজকুমাৰী, তুমি ধীৰভাৱে মোৰ এই কথা শুনা। এই ধৰ্মজ্ঞা ৰাজৰ্ষিকুলসম্ভূতা সীতাৰ মহিমা কন্দলীৰ ৰামায়ণত যোজান পৰিছে। 'অসাৰ জীৱন দিনমাত্ৰ কতিপয়' (১৭৪৭ পদ) বুলি জ্ঞান কৰা ৰামে বনগমনৰ সংকটপূৰ্ণ মুহূৰ্তত সীতাৰ অংগসৌষ্ঠৱৰ পুংখানুপুংখ বৰ্ণনা কৰি তেনে হেন সীতাক এৰি যাবলৈ 'জীৱন্তে মৃত' অনুভৱ কৰাটোও সংগতিবিহীন কথা হৈছে।

কন্দলীৰ ৰামায়ণত ধৰ্মজ্ঞাৰ মহিমা হেকউৱা ৰাজৰ্ষি জনককন্যাই তেওঁক এৰি অকলে বনলৈ যাব খোজা ৰামক প্ৰশ্ন কৰিছে—

চম্পক কলিকা যেন মোৰ কলেৱৰ।
লুটি ঘুটি আছিলাহা যেহেন ভ্ৰমৰ॥ ১৮৩৮
যেৱে আসি বিকশিত ভৈল ফলফুল।
উপভোগ এৰি কেনে কৰাহা নিষ্ফল॥ ইত্যাদি

ৰাজপুত্ৰ এজনৰ কাৰণে বনবাস উপভোগৰ বিষয় নহয়; গতিকে সীতাই কোৱাৰ দৰে কোনো অংগত হীন দেখি (১৮৪১ পদ) তেওঁক এৰি থৈ যাত গৈ ৰামে অকলে ভোগ কৰিবলগীয়া একো নাই। ৰাম সীতাক অসাধাৰণ আদৰ্শনীয় ব্যক্তি বুলি নধৰি যদি সাধাৰণ শ্ৰেণীৰ মানুহ বুলিও ধৰা হয়, তথাপি এনে আকাশী চৰগ ভাগি পৰা সময়ত 'শয়ন-কক্ষ'ৰ চিন্তা মনলৈ নাহে।

মাধৱকন্দলীৰ ৰামায়ণত ৰামৰ বনবাস ৰাজ আজ্ঞা ৰূপেহে ৰূপায়িত হৈছে; মূলৰ দৰে পৰম ধৰ্ম পালনত কন্দলীয়ে গুৰুত্ব দিয়া নাই। মূলত ৰামে পিতৃ বচন সত্যত পৰিণত কৰি পৰম ধৰ্ম আচৰণ কৰিব খুজিছে; ৰজাৰ আদেশৰ বাধ্যবাধকতাত পৰি তেওঁ বনলৈ যাব খোজা নাই। ৰামে তেওঁৰ বনগমনৰ উদ্দেশ্য প্ৰকাশ কৰি কৈছিলে—'ধৰ্মত স্থিত হ'ব পৰাটো পৰম লাভ, ধৰ্মই ৰক্ষিত হৈ আচৰণকাৰীজনক ৰক্ষা কৰে। আজি পিতাৰ আৰাধনাৰ বাহিৰে মোৰ কাৰণে কোনো আচৰণীয় ধৰ্ম নাই ৫।' কন্দলীৰ

৫ ধৰ্মে স্থিতিঃ পৰো লাভো ধৰ্মো ধাৰয়তে ধৃতঃ।
ন চ ধৰ্মো ধৃতো মেঽদ্য পিতুৰাৰাধনাদৃতে॥ (গৌঃ ২।১৮।৪৬)

ৰামায়ণত কৈকেয়ীয়ে ৰামক 'ৰাজাৰ আদেশ তেওঁ চলি যাইয়ো বন' বুলি ৰাজ আজ্ঞা শুনাইছে; তেতিয়া 'আপুনি আদেশ নকৰিলা ৰাজেশ্বৰ' বুলি ৰামৰ কলেৱৰ দহিছে। ৰামে কৌশল্যাকো পৈ কৈছে – 'ৰাজাৰ আদেশে আজি চলি যাইবো বন।' লগত যাবলৈ ওলোৱা কৌশল্যাক বিৰত কৰিবলৈকো ৰামে কৈছে – 'তোমাৰ আমাৰ নৃপতিসে অধিকাৰী॥'

কন্দলীৰ ৰামায়ণত ৰাজ আজ্ঞাৰ বাধ্যবাধকতাই যেন ৰামক ক্ষুণ্ণ কৰিছে। উদাহৰণ স্বৰূপে — 'মোৰ কৰ্মে অভিষেকে মিলিল বিঘাত/মন পৰিতাপ পৰিহৰিয়ো ইহাত॥' আৰু 'শৰীৰ দংশিলে, কৈকেয়ীয়ে সৰ্পে' ইত্যাদি ৰামৰ উক্তিলৈ আঙুলিয়াব পাৰি। এইদৰে বাধ্যত পৰি বনলৈ যাবলগীয়া হোৱা ৰামে সৰ্বাংগসুন্দৰী সীতাক এৰি যাবলৈ হাহাকাৰ কৰি উঠাটো স্বাভাৱিক।

কন্দলীৰ ৰামায়ণত প্ৰথমতে যদিও ৰামে সীতাক এৰি যাবলৈ 'গলে শিলা বান্ধি সাগৰে জাম্প' দিয়াৰ অৱস্থাত পৰিছিল, তথাপি পিছ মুহূৰ্তত তেওঁ সীতাক 'থিৰ চিত কৰা' বুলি কৈ শাহু-শহুৰ আদিৰ সেৱা কৰিবলৈ উপদেশ দিছে। মূলত এই ধৰণে আগতেই ৰামে দিয়া উপদেশখিনি (গোঃ ২।২৬।২৬-৩৮) কন্দলীয়ে চমু কৰি এই ঠাইত উপস্থাপন কৰিছে। মূলত সীতাই যিখিনি কথা কৈ ৰামৰ লগত যাবলৈ বিচাৰিছিল, কন্দলীয়ে তাকো সংক্ষিপ্ত ৰূপত এই ঠাইত সীতাৰ মুখত দিছে (১৮৪৬-৫১ পদ)। কিন্তু মূলত সীতাই ইন্দ্ৰিয়-সংযমৰ ব্ৰত পালন কৰি ৰামৰ চৰণযুগল শুশ্ৰূষা কৰি ৰামৰ লগতে সুগন্ধি কাননত আনন্দেৰে বাস কৰিবলৈ কামনা কৰাৰ[৬] ঠাইত কন্দলীৰ ৰামায়ণত এই বুলিহে সীতাই কামনা কৰিছে –

বিবিধ পুষ্পিত বন সুগন্ধি নিশেষ॥
সমুচিত ক্ৰীড়াস্থান কুঞ্জৰ বিশেষ।
কামে সমে ৰতি যেন কৰিবো অশেষ॥ ১৮৫০

এইদৰে মাধৱকন্দলীয়ে ৰাজপুত্ৰ-ৰাজকন্যা ৰাম-সীতাৰ মনবোৰ ৰক্তবীয়াকৈ ছুঁমি চাই, সত্যব্ৰত পালনত 'স্বইচ্ছাৰে প্ৰবৃত্ত হোৱা, পিতৃৰ বচন

৬ শুশ্ৰূষমাণা ৰৎস্যামি পাদৌ তে নিয়তব্ৰতা।
ৰমমাণা ত্বয়া সাৰ্ধং কাননেষু সুগন্ধিষু॥ (গোঃ ২।২৭।১৩)

পালিবলৈ গৈ ৰাৱাত্মক মৃত্যু বৰণ কৰা সগৰ-পুত্ৰসকলৰ বংশত জন্মা ৰাম আৰু ৰাজৰ্ষি জনককন্যা সীতালৈ মানৱ-সুলভ অনুভূতিৰে নতুনকৈ দৃষ্টিপাত কৰিছে। সেয়েহে মাধৱকন্দলীয়ে তপোবনক প্ৰমোদবন কৰি সজাইছে।

ৰামে বনৰ জীৱ-জন্তুৰ ভয় দেখুৱাই সীতাক বনলৈ যোৱাৰ পৰা বিৰত কৰিব খোজা কথাখিনি কন্দলীয়ে চমুকৈ মূলৰ অনুবৰ্তী কৰিয়েই দিছে যদিও, তাৰ ভিতৰতো কন্দলীৰ নিজা ব্যাখ্যা নোহোৱা নহয়। উদাহৰণ স্বৰূপে মূলত ৰামে সীতাক কৈছে — "তপস্যা আচৰণৰ বাবা খীণাই-শুকাই অস্থি-চৰ্ম মাত্ৰ বাকী থকা মোৰ দ্বাৰা তোমাৰ কি প্ৰীতি বা ৰতি ( অৰ্থাৎ আনন্দ ) সাধন হ'ব ?" ৭ মূলত থকা 'ৰতি শব্দটোৰ অৰ্থ কন্দলীয়ে 'সুৰত' বুলি কৰিছে —

পৰিধান বল্কল হৈবেক জটা কেশ।
নখ লোম চোৱৰ হৈব ভোৰোকাৰ বেশ॥
কিনো প্ৰীতি হৈবে তোৰ সুৰত আমাৰ॥ ১৮৫১

'ৰম্' ধাতুৰ পৰা নিষ্পন্ন হোৱা 'ৰতি' শব্দৰ অৰ্থ আনন্দ উপভোগো হয়। সুমন্ত্ৰই ৰামক শৃংগবেৰপুৰত কোৱা কথাত 'ৰতি' শব্দটো সাধাৰণ আনন্দ লাভৰ অৰ্থত প্ৰয়োগ হৈছে — ৰতিং প্ৰাপ্স্যাস্যৰণ্যেষু ·· ·· ( গৌঃ ২।৪১।১১ )। পত্নীকে ব্ৰত-নিয়মৰ প্ৰসংগত প্ৰয়োগ কৰা আলোচ্য শ্লোকটোৰ 'ৰতি' শব্দৰ অৰ্থ সুৰত নহৈ আনন্দহে হ'ব। মূলত এই শ্লোকটোৰ পৰৱৰ্তী শ্লোকতো 'ৰতি' শব্দৰ প্ৰয়োগ কৰা হৈছে। পাছৰ শ্লোক দুটাত ৰামে সীতাক কৈছে — "নিয়ম আৰু ব্ৰত পালনত ৰত তুমিয়ো মোক বনত আনন্দ দিব নোৱাৰিবা। ৰ'দ-বতাহত শৰীৰ বিবৰ্ণ পৰা আৰু তপ-ব্ৰত কৰি খীণাই-শুকাই যোৱা দুঃখিতা তোমাক দেখি মই বেছিকৈহে দুখ পাম।" ৮

---

৭ ত্বগস্থিমাত্ৰশেষেণ তপসা কৰ্ষিতেন চ।
মহ্যা তে তত্ৰ কা প্ৰীতিঃ কা ৰতিৰ্বা ভবিষ্যতি॥ ( গৌঃ ২।২৮।১৭ )

৮ ত্বাং বা সমনুগচ্ছন্ত্যা নিয়মব্ৰতশীলয়া।
ত্বয়াপি হি বনে তত্ৰ কা ৰতিৰ্মে ভবিষ্যতি॥
বাতাতপবিৱৰ্ণাঙ্গীং তপোনিয়মকৰ্ষিতাম্।
দুঃখিতাং ত্বাং বনে দৃষ্ট্বা ভবিষ্যাম্যতিদুঃখিতঃ॥ ( গৌঃ ২।২৮।২৮,২৯ )

প্ৰকৃতপক্ষে নানান্ কঠোৰ ব্ৰত পালন কৰিবলগীয়া বৰ্ণনাৰ লগত পতি-পত্নীৰ প্ৰীতিসাধক 'সুৰত' সংগতিহীন কথা। কন্দলীয়ে নিজেও মূলত থকা গ্ৰীষ্মকালত সূৰ্য্যৰ তাপত চাৰিকুৰা অগ্নিৰ মাজত সোমাই কৰা 'পঞ্চতপ' আদি ৰামে আচৰণ কৰাৰ কথা উল্লেখ কৰিছে —

ঘৰ্মকালে পঞ্চতপা ব্ৰতক কৰিবো।
শিশিৰ সময়ে জলে নিবাস কৰিবো॥ ইত্যাদি

তেনেস্থলত ৰাম-সীতাই বনবাস কালত 'সুৰত' কামনা কৰাটো খাপ নোখোৱা কথা। আগতে আলোচনা কৰি অহা মাধৱকন্দলীৰ ৰাম-সীতা বিষয়ক দৃষ্টিভঙ্গীয়েই 'ৰতি' শব্দৰ অৰ্থ সুৰত বুলি গ্ৰহণ কৰাৰ মূল ভেটি যেন লাগে।

মূলত ৰামে সীতাক বনগমনৰ পৰা বিৰত কৰিবলৈ কৈছিলে — "তুমি মোৰ অতিকৈ প্ৰিয়, সেই কাৰণে মই তুমি বনলৈ গৈ শোকত জহি পমি যোৱাটো চাবলৈ বাঞ্ছা নকৰোঁ। × × মই বনত থাকিলেও তুমি সদায় মোৰ অন্তৰতে থাকিবা (তত্ৰস্থস্যাপি মে নিত্যং হৃদয়ে ত্বং নিবৎস্যসি)।" ৰাম-সীতাৰ এনে উচ্চ স্তৰৰ আন্তৰিক সম্পৰ্কটো কন্দলীৰ ৰামায়ণত ৰামে কোৱা 'কিনো প্ৰীতি হৈব তোৰ সুৰত আমাৰ' কথাষাৰে লঘু কৰি পেলাইছে।

কন্দলীৰ ৰচনাত ৰামে অৱশেষত সীতাক বিৰত কৰিবলৈ কোৱা কথাষাৰ মূলৰ অনুৱৰ্তী —

আমাৰ লগত বনবাসে যেৱে যাইবা।
উপবাস ব্ৰতে মহা দুখ মাত্ৰ পাইবা॥
জনকনন্দিনী মোৰ বচন নবাধা।
গৃহে পতিব্ৰতা ধৰ্মে পৰলোক সাধা॥ ১৮৬১

॥ সীতাৰ বনগমনৰ অনুমতি লাভ ॥

বাল্মী. ৰামায়ণত ৰামৰ নিষেধ সত্বেও সীতাই পুনৰায় নানান যুক্তি দেখুৱাই ৰামৰ লগত বনলৈ যাবলৈ বিচাৰিলে (দ্ৰঃ ২।২৯।২-২৪)। এই সময়ত সীতাই ৰামক এই বুলিও কৈছিলে — "হয় মই আপোনাৰ অনুমতি লাভ কৰি আপোনাৰ লগত বনলৈ যাম, নহয় আপুনি পৰিত্যাগ কৰাৰ বাবে মই প্ৰাণত্যাগ কৰিম। স্বামীয়ে পৰিত্যাগ কৰা দুখুনী নাৰী জীৱতে মৰাৰ নিচিনা;

গতিকে হে আৰ্য্যপুত্ৰ, আজিয়েই মোৰ মৃত্যু হোৱা ভাল (গো: ২।২৯।৬,৭)।" শেষত সীতাই ক'লে — "হে বীৰ, আপোনাৰ অনুৰূপ স্বভাৱ, ব্ৰত আৰু আচৰণসম্পন্না, ছাঁৰ দৰে আপোনাৰ অনুগতা মোক আপোনাৰ লগত মুনি-সকলৰ প্ৰিয় বনলৈ লৈ যাওক।" ১

মাধৱকন্দলীয়ে সীতাৰ সেই দীঘলীয়া বক্তৃতাটোৰ ঠাইত ইমানকে কৈছে, ৰামৰ কথা শুনি সীতাই কান্দি কান্দি ক'লে — "তুমি এৰি গৈলে মোৰ নিষ্ফল জীৱন/কটাৰেত ভৰ নুহি ভুজিবো গৰল।" (১৮৬২)। সীতাৰ এই বিলাপত ৰামৰ চিত্ত দ্ৰবিল। মূলত কিন্তু ইমানতো ৰামৰ চিত্ত গলা নাই; তেওঁ বনবাসৰ দুখ কষ্টৰ চিত্ৰ কৰি ভয়লৈ মুখ কৰি বৈছে (গো: ২।২৯।২৭,২৮)। তাকে দেখি সীতাৰ খং উঠিছে আৰু তেওঁ ৰামক অনেক তিৰস্কাৰ কৰি বনলৈ যাবলৈ আঁকোৰ-গোজকৈ লাগিছে। সীতাই ৰামক কৈছে — পুৰুষৰ অভিমানী নপুংসক ৰামক জোঁৱাই পাই জনকে মিছাতে নিজকে কৃতকৃত্য মানিছিলে। মানুহে মিছাকৈয়ে ৰামেই একমাত্ৰ তেজস্বী আৰু সূৰ্য্যৰ দৰে দীপ্তিমান বুলি কয়। ৰামে কিহৰ কাৰণে ভয় কৰি বৈছে অথবা কিহৰ ভয়ত অনন্যপৰায়ণা প্ৰিয়তমাক ত্যাগ কৰিব খুজিছে (২।৩০।৩-৫)। সীতাৰ মানসিক দৃঢ়তা দেখি ৰামে যি কথাৰে তেওঁক বনগমনৰ অনুমতি দিলে সেয়া অসাধাৰণ নাৰী সীতাৰ বাবে অতি মৰ্য্যাদিত বচন। ৰামে সীতাক ক'লে — "মই তোমাক এৰি স্বৰ্গও কামনা নকৰো। × × হে শুভসংকল্পা, মই তোমাৰ দৃঢ়তাৰ বুজ ল'বলৈহে তোমাক লগত নিনিওঁ বুলিছিলোঁ। × × × মনস্বী লোকে কীৰ্ত্তি ত্যাগ কৰিব নোৱৰাৰ দৰে মইও তোমাক এৰিব নোৱাৰোঁ। এতিয়া তোমাৰ অভিলাষ মতে মোৰ লগত ওলোৱা। হে অনিন্দিতা, মই সদায় তোমাৰ প্ৰিয় কাম কৰিবলৈ বিচাৰোঁ (গো: ২।৩০।২৯, ৩০-৩৬)।" এইদৰে বনগমনৰ অনুমতি দি ৰামে সীতাক সাধু-ব্ৰাহ্মণ আৰু তেওঁলোকৰ আশ্ৰিত পৰিজনসকলক বস্ত্ৰ-অলংকাৰ দান কৰিবলৈ ক'লে।

---

১ তুল্যশীলব্ৰতচাৰাং ছায়ামনুগতামিৱ।
নেতুমৰ্হসি মাং বীৰ বনং মুনিজনপ্ৰিয়ম্॥ (গো: ২।২৯।২৩)

কন্দলীৰ ৰামায়ণত এই প্ৰসংগত সীতা অসাধাৰণ নাৰীৰ মৰ্যাদাত থিয় নহয়।

॥ লক্ষ্মণক বনগমনৰপৰা বিৰত কৰাৰ চেষ্টা ॥

গৌড়ীয় পাঠত ৰামে ইতিমধ্যে লক্ষ্মণক বনলৈ যাবলৈ অনুমতি দি এই সময়ত বিৰত কৰিব খুজিছে। অন্য পাঠসমূহত সীতাৰ পাছতহে লক্ষ্মণে বনগমনৰ অনুমতি পোৱা বুলি আছে। গৌড়ীয় পাঠত আগতে অনুমতি দি পাছত লক্ষ্মণক বনগমনৰ পৰা বিৰত কৰিব খোজাটো অসংগত কথা হৈছে। সম্ভৱতঃ মূলতে লক্ষ্মণে এই প্ৰসংগতহে ৰামৰপৰা অনুমতি পোৱাৰ কথাটো আছিলে; গৌড়ীয় পাঠত আগতীয়া অনুমতিৰ কথা পাছৰ সংযোজনাহে। মাধৱকন্দলীৰ ৰামায়ণত গৌড়ীয় পাঠৰ অনুৰূপে বৰ্ণনাটো দিয়া হৈছে।

গৌড়ীয় পাঠত ৰামে এই প্ৰসংগত লক্ষ্মণক কৈছে — "তুমি মোৰ প্ৰাণসম ভাই, সহায়কাৰী, সখা, গতিকে মই স্নেহত যি কথা ক'ব খুজিছোঁ, তুমি তাক শুনা। তুমি মোৰ লগত কোনোৰকমেই যাব নালাগে, ইয়াতহে তুমি গুৰুভাৰ বহন কৰিব লাগিব (গৌঃ ২।৩১।২,৩)।" তেতিয়া লক্ষ্মণে ৰাম-সীতাৰ চৰণত নত হৈ ক'লে — "আপুনি মোক আগতেই বনলৈ যাবলৈ অনুমতি দিলে, তেনে কি কাৰণত মোক এতিয়া নিবৃত্ত কৰিছে?" ১০ অন্য পাঠত এই শ্লোকটো অলপ পৰিবৰ্তনসহ লক্ষ্মণে কৈছে। সেই শ্লোকৰ অৰ্থ এই — "আপুনি আগতে মোক নিজৰ লগত থাকিবলৈ অনুমতি দিছিলে, এতিয়া মোক কিয় নিবাৰণ কৰিছে?" ১১ সম্ভৱতঃ এই শ্লোকটোৰ ভিত্তিতে গৌড়ীয় পাঠত ৰামে লক্ষ্মণক আগতে লগত যাবলৈ অনুমতি দিয়াৰ কথাটো উত্থাপনা কৰা হ'ল।

মূলত (গৌড়ীয় পাঠত ৰামে নিষেধ কৰাৰ পাছত) লক্ষ্মণে অতি কাতৰ

---

১০ অনুজ্ঞাতোঽপি ভৱতা পূৰ্বমেৱ ৱনং প্ৰতি।
সহ গন্তুমিতঃ কস্মান্নিবৰ্তয়সি মাং পুনঃ ॥ (গৌ: ২।৩১'৬)

১১ অনুজ্ঞাতস্তু ভৱতা পূৰ্বমেৱ যদস্ম্যহম্।
কিমিদানীং পুনৰপি ক্ৰিয়তে মে নিবাৰণম্ ॥ (ৰা ২।৩১।৭)

কৰি ৰখলৈ তেওঁকো নিবলৈ প্ৰাৰ্থনা জনোৱাত ৰামে লক্ষ্মণ নাথাকিলে কৌশল্যা আৰু সুমিত্ৰাক কোনে ভৰণ-পোষণ কৰিব বুলি যুক্তি উত্থাপন কৰিছিল। কন্দলীৰ ৰামায়ণত সীতাক অনুমতি দিয়াৰ পাছতে ৰামে লক্ষ্মণৰ হাতত ধৰি ক'লে —

পলটাও মন বাপু গ্ৰহ পৰিহৰি ॥
দুখী দুই মাৱ মোৰ বৰ শোক পাইব।
কৈকেয়ীক মান সাৰি লঘনক পাইব ॥ ১৮৬৪

ইয়াৰ উত্তৰত লক্ষ্মণে কোৱা কথাখিনি মূলৰ অনুবৰ্তী ( ১৮৬৫ পদ )। মূলত লক্ষ্মণে কৈছিলে — "আপুনি যদি মই জীয়াই থকাটো বিচাৰে, তেন্তে মোক বাধা নিদিব ( ন নিবৰ্তিতব্যোঽহং জীৱতং মাং যদীচ্ছসি )।" এই কথাষাৰত লক্ষ্মণৰ আত্মহত্যাৰ ইঙ্গিত নাই যদিও কন্দলীৰ ৰামায়ণত লক্ষ্মণে কৈছে — 'হৃদয়ত খাণ্ডা হানি এৰিবোহো দেহ।' মূলত লক্ষ্মণে বনবাস কালত ৰামক কিদৰে শুশ্ৰূষা কৰিব ( গৌ: ২।৩১।১৮-২১ ) সেই কথা নিবেদন কৰি শেষত কৈছিলে — 'হে আৰ্য, হে সাধু, মই সকলো প্ৰকাৰে আপোনাৰ শিষ্য, দাস, ভক্ত আৰু অনুগত। আপুনি মোৰ প্ৰতি প্ৰসন্ন হওক, আপুনি মোকো লগত লৈ যাওক।" এনে কাতৰ বচনত সন্তুষ্ট হৈ ৰামে লক্ষ্মণক বনগমনৰ অনুমতি প্ৰদান কৰিলে। কন্দলীৰ ৰামায়ণত কিন্তু লক্ষ্মণৰ খাণ্ডা হানি দেহ এৰাৰ ভাবুকিতে ৰামে 'যেন অভিমত কৰ ভৈয়াই লক্ষ্মণ' বুলি অনুমতি দিলে।

॥ বনগমনৰ প্ৰস্তুতি ॥

ৰামৰ নিৰ্দেশমতে লক্ষ্মণে ৰামৰ মিত্ৰ, বশিষ্ঠৰ পুত্ৰ সুযজ্ঞক আদি বস্ত্ৰ-অলংকাৰ আদি দান কৰা, সীতায়ো সুযজ্ঞৰ পত্নীক শয্যা আদি দান কৰা, কৌশল্যা আদি মাতৃগণৰ শুশ্ৰূষাকাৰীসকলক ধন দান কৰা আৰু ৰাম-লক্ষ্মণৰ পৰিচাৰক সমস্ত বৃত্তিজীৱীসকলক ধন-বিত্ত বিলোৱাৰ বৰ্ণনা ( গৌ: ২।৩১।৩২ ৰ পৰা ২।৩২।২৪ পৰ্যন্ত ) মূলত থকাৰ দৰেই কন্দলীয়ে সংক্ষিপ্ত ৰূপত দাঙি ধৰিছে ( ১৮৬৭-৭০ পদ )।

ত্ৰিজট নামৰ থৰক্ বৰক্ বৃদ্ধ ব্ৰাহ্মণ এজনক ৰামে পৰিহাস কৰি তেওঁ দান দিবলৈ থকা এহেজাৰজনী গাইৰ পৰা যিমান পাৰে সিমান লৈ যাবলৈ

দশৰথক তাৰ বাবে দোষাৰোপ কৰা, প্ৰজাবৰ্গয়ো ৰামৰ লগতে গৈ বনত নগৰী স্থাপন কৰিবলৈ চিন্তা কৰা, ৰামে গৈ সিংহদ্বাৰত উপস্থিত হৈ সুমন্ত্ৰক তেওঁলোকৰ আগমনৰ কথা পিতাকক জনাবলৈ কোৱা প্ৰভৃতি বৰ্ণনা কন্দলীয়ে মূলৰ অনুৰূপেই সংক্ষেপ কৰি উপস্থাপন কৰিছে। দশৰথে কৈকেয়ীক ভৰ্ৎসনা কৰি থকাৰ সময়তে সুমন্ত্ৰই গৈ ৰাম আহিৰ আগমনৰ বতৰা দিয়া আৰু দশৰথৰ কথামতে ৰামক বিদায় দিবলৈ অন্তঃপুৰৰ সকলো মহাদেৱীক সুমন্ত্ৰই সেই ঠাইত উপস্থিত কৰোৱাৰ বৰ্ণনাও মূলানুবৰ্তী।

— মূলত সেই সময়ত দশৰথৰ তিনিশ পঞ্চাহ গৰাকী পত্নী উপস্থিত হোৱা বুলিছে (গোঃ ২।৩৬।১০)। কন্দলীয়ে এই প্ৰসঙ্গত তেওঁলোকৰ সংখ্যা নাই দিয়া যদিও পাছত (১৯৩৭ পদত) সীতাৰ পাঁচ শ গৰাকী শাহুৱেক বুলি লিখিছে।

সুমন্ত্ৰই ৰাম-লক্ষ্মণ আৰু সীতাক ৰজাৰ ওচৰলৈ লৈ যোৱা, তেওঁলোকক আঁকোৱালি ধৰিবলৈ গৈ ৰজা মূৰ্ছিত হোৱাৰ পৰা আৰম্ভ কৰি বনলৈ ৰামৰ লগত যাবলৈ ওলোৱা দশৰথক ৰামে বুজনি দি ৰাজ্যপালন কৰিবলৈ অনুৰোধ কৰালৈকে বুলি এইখিনি বৰ্ণনাও মূলত থকাৰ দৰেই চমু ৰূপত দাঙি ধৰিছে।

মূলত দশৰথে বনগমনৰ সংকল্পত অবিচল ৰামক শেষত এই বুলি অনুৰোধ কৰিছে—"তুমি এৰাতিৰ কাৰণে ইয়াত থাকি যোৱা। মোৰ সৈতে বাঞ্ছিত ভোগ্য বস্তু আৰু ধন ভোগ কৰি (অদ্য ত্বিদানীং রজনীং পুত্ৰ মা গচ্ছ সর্বথা ... মাতাৰ সান্ত্বনা দি তুমি (কাইলৈ) যাত্ৰা কৰিবা (গোঃ ২।৩৫।৩৭)।" তেতিয়া ৰামে ক'লে—"আজি মই যিবোৰ ভোগৰ বস্তু পাম, কাইলৈ সেইবোৰ মোক কোনে দিব (যানদ্য ভোগান্ প্ৰাপ্স্যামি কো মে তান্ প্ৰদাস্যতি)?"

(অদ্য ত্বহং পুত্ৰ। ময়া সাৰ্দ্ধং ভোগানিষ্টান্ ধনানি চ) বুলি মূলত আছে।

কন্দলীৰ ৰামায়ণত দশৰথে ৰামক এই বুলিহে কৈছে—

আজি থাকি অনুগ্ৰহ কৰিয়ো আমাত।
পৰিছেদা একে থানে ভুঞ্জো আজি ভাত॥ ১৯১৩

তেতিয়া—

ৰাঘৱে বোলত বাণ ভনিলো, আপোনাক ।
আজি হুয়ো ভাত খাইবো কালি খাইব কোনে ॥
ইয়াৰ পাছৰ কথাখিনি মূলৰ অনুৰূপ —
মোহোৰ বাসনা এৰি পালিও শপত ।
অবিলম্বে ৰাজ্যে আনি থাপিও ভৰত ॥ ১১১১
মোহোৰ নিমিত্তে কিক শোকক জন্ময় ।
গম্ভীৰ সাগৰ কদাচিত্তো নলৰয় ॥

দশৰথে সুমন্ত্ৰক সমস্ত চতুৰংগ সেনা, আৰু ৰামৰ মনোৰঞ্জনাৰ্থে 'প্ৰথম যৌৱনী মত্ত বিবিধ সুন্দৰী'ক বনলৈ পঠাবলৈ আৰু ধন-জন লৈ বীৰ তথা পাত্ৰ-মন্ত্ৰীসকলেও ৰামৰ লগত গৈ বনত নগৰী পাতিবলৈ বুলি নিৰ্দেশ দিয়া, সেই কথা শুনি কৈকেয়ীৰ জিভা শুকাই যোৱা আৰু 'ঘৃত কাঢ়ি লৈলা মই কি কৰিবো খোল' বুলি কৈকেয়ীয়ে প্ৰতিবাদ কৰাৰ বৰ্ণনাও কন্দলীয়ে মূলৰ অনুসাৰেই দিছে ।

কৈকেয়ীয়ে দশৰথক পূৰ্বে সগৰ ৰজাই বৰ পুত্ৰেক অসমঞ্জক ত্যাগ কৰাৰ দৰে তত্তালিকে ৰামক ত্যাগ কৰিবলৈ কোৱা আৰু তেতিয়া দশৰথ আৰু মহামাত্য সিদ্ধাৰ্থই তাৰ প্ৰতিবাদ কৰাৰ কথা কন্দলীয়ে মূলৰ দৰেই দিছে যদিও তেওঁৰ ৰচনাত কৈকেয়ীৰ প্ৰতি সিদ্ধাৰ্থৰ ক্ষোভ তীব্ৰতৰ ৰূপত প্ৰকাশ পাইছে। মূলত সিদ্ধাৰ্থই কৈছিলে সগৰে তেওঁৰ প্ৰজাপীড়ক বৰ-পুত্ৰেকক ত্যাগ কৰিছিলে, দশৰথে গুণী পুত্ৰ ৰামক কিয় ত্যাগ কৰিব? কন্দলীৰ ৰামায়ণত সিদ্ধাৰ্থই কৈকেয়ীক আৰু কৈছে —

ৰাৰে ৰাৰে বোল তই ৰামক ওচিত ।
মই জানো তোক যেনে কৰিবে উচিত ॥
সব ৰাজে সাজিয়া ৰামৰ পাশে যাউক ।
কুকুৰে শৃগালে তোক লাৰি চাৰি খাউক ॥ ১১২২
ৰাজাৰ কুমাৰী ৰূপে আইলি ৰাক্ষসিনী । ইত্যাদি

দশৰথে কৈকেয়ীক তিৰস্কাৰ কৰি তেওঁ ৰামৰ লগত বনলৈ যাবলৈ ওলোৱা আৰু ৰামে তাত নিষেধ কৰাৰ কথা মূলৰ অনুৰূপ । মূলত দশ-

ৰথে দিব খোজা হাতী-ঘোঁৰা, ৰথ আদি বস্তু নালাগে বুলি কৈ ৰামে বন-বাসৰ উপযোগী খন্তি, ফল-মূল খোৱা পাত্র আদি বিচাৰিছিল; কন্দলীৰ ৰচনাত ৰামে কেৱল 'বনবাস যোগ্য মোক দিয়ো আনি চীৰ' বুলিহে কৈছে। মূলত কৈকেয়ীয়ে চীৰবস্ত্র আনি ৰামক 'এয়া লোৱা, পিন্ধা' বুলি কোৱাৰ ঠাইত কন্দলীৰ ৰামায়ণত কৈকেয়ীৰ নির্দেশ অধিক কঠোৰ হৈছে —

চীৰ পিন্ধি চল ঝাণ্টে দেশ পৰিহৰি ॥ ১৯২৬
ভৰতে আসিয়া লৌক এহি দণ্ডপাট।
চৈধ্যয় বৰিষ লাগি বনবাস খাট ॥

ৰাম-লক্ষ্মণে ৰাজ বস্ত্র এৰি বল্কল পিন্ধা, সীতাই পিন্ধিব নাজানি কেনেকৈ পিন্ধিব লাগে বুলি ৰামক সোধা, সেই দৃশ্য দেখি নাৰীগণে কান্দোন জোৰা, বনবাসৰ আদেশ নকৰা সত্ত্বেও লক্ষ্মণ আৰু সীতাক চীৰ-বস্ত্র পিন্ধিবলৈ কোৱাৰ বাবে দশৰথে কৈকেয়ীক তিৰস্কাৰ কৰা ইত্যাদি বর্ণনা মূলৰ অনুগত। মূলত বল্কল পিন্ধি পুত্রেকক বনলৈ যাবলৈ ওলোৱা দেখি বিলাপ কৰি কৰি দশৰথ মূর্চ্ছিত হৈছিল। কন্দলীৰ মতে ৰামে যেতিয়া তেওঁৰ মাতৃৰ জীৱন ৰক্ষাৰ বাবে দশৰথক তৎপৰ হ'বলৈ অনুৰোধ কৰিলে, তাকে শুনিহে দশৰথ মূর্চ্ছিত হ'ল। চেতন পাই দশৰথে সুমন্ত্রক তেওঁৰ ৰথখন সজ্জিত কৰি আনিবলৈ আৰু কোষাধ্যক্ষক সীতাক ৰাজযোগ্য বস্ত্র-অলংকাৰ দিবলৈ কোৱাৰ কথা মূলতো আছে। দশৰথে সীতাক কুলৰ বোৱাৰী বুলি সম্বোধন কৰি 'পৰিধেয়া দেখো পিন্ধিয়োক অলংকাৰ' বুলি কোৱা কথা কন্দলীৰ উদ্ভাৱনা। মূলত সীতাই বস্ত্র অলংকাৰ নিজে পিন্ধিছিলে। কন্দলীয়ে 'শাশু পাক শতে পিন্ধাইলন্ত অলংকাৰ' বুলিছে। বনগামিনী সীতাই নিজে অলংকাৰ পিন্ধাতকৈ শাহুবেকসকলে পিন্ধোৱাটো ভাল কথা হৈছে।

॥ কৌশল্যা-সীতা-সংবাদ ॥

কৌশল্যাই নিজ কন্যাৰ দৰে শিৰত চুমা খাই সীতাক সাধাৰণ নাৰীৰ দৰে ধনহীন আৰু দুর্দশাগ্রস্ত স্বামীক অনাদৰ নকৰিবলৈ উপদেশ দিয়াৰ কথা মূলতো আছে। সেই উপদেশ সাৰোগত কৰি সীতাই কোৱা কথাত কন্দলীয়ে নিজাকৈ এইখিনি সংযোগ কৰিছে —

কোকিল শোভন হোৱে সুশোভন বাক্যে।
নাৰীগণ শোভে পতিব্ৰতা ধৰ্মভাৱে ॥ ১১৩৬
পুৰুষ শোভন-গুণ সদা বিদ্যাভাৱে।
তাপস শোভন হোৱে ক্ষমা অলংকাৰে ॥

গৌড়ীয় পাঠত সীতাৰ কথা শুনি সন্তোষ পাই কৌশল্যাই ক'লে — "মৈথিলী, পৃথিৱী বিদাৰণ কৰি ওলোই অহা মাংগলিক লাঙলৰ দৰে উত্তম বোৱাৰী তোমাৰ বনপ্ৰয়াণত আচৰিত হ'বলগীয়া নাই। মিথিলাপতি মহাত্মা ৰজা জনকৰ বংশ আৰু গুণসমূহৰ অনুৰূপে তুমিও অলংকাৰ স্বৰূপা। গুণজ্ঞা, কৃতজ্ঞা ,ধৰ্মজ্ঞা আৰু যশস্বিনী তুমি আহি মোৰ ঘৰত সোমালা যে, মইয়ো যশস্বিনী আৰু ধন্য হলোঁ। আইজনী, বনত ৰামৰ আৰু দেওৰেৰ বীৰ লক্ষ্মণৰ কাৰণে তুমি সদা সতৰ্ক হৈ থাকিব লাগিব ( ২।৫৮।৩১-৩৫ )।" সীতাৰ প্ৰতি শাহুৱেকৰ আদৰসূচক এই কথাখিনি অন্য পাঠত নাই; কন্দলীৰ ৰামায়ণতো নাই।

কন্দলীৰ ৰামায়ণত সীতাই কৌশল্যাক "জন্মে জন্মে ৰাম স্বামী তুমি হৈবা শাও" বুলিও কৈছে। সীতাৰ এনে 'কুশল বচন' শুনি কৌশল্যাৰ 'হৰিষে বিষাদে পৰে নয়নৰ জল।' তাৰ পাছত কৌশল্যাই ৰামক সীতা আৰু লক্ষ্মণৰ প্ৰতি যত্নশীল হ'বলৈ কোৱা আৰু ৰামে সীতা তেওঁৰ ছাঁ আৰু লক্ষ্মণ সোঁ-বাহুস্বৰূপ বুলি কোৱা কথা মূলতো আছে।

মূলত ৰাম-সীতাৰ সেৱাৰ অৰ্থে বনলৈ যাবলৈ ওলোৱা লক্ষ্মণক কৌশল্যাই বিদায় পৰত একোৱে কথা কোৱা নাই। কন্দলীৰ ৰচনাত এই সময়ত কৌশল্যাই লক্ষ্মণক দিয়া উপদেশ আৰু তাৰ প্ৰত্যুত্তৰত লক্ষ্মণে দিয়া আশ্বাসৰ বৰ্ণনাটি কবিজনাৰ সময়োচিত সাৰ্থক সংযোজনা। কৌশল্যাই লক্ষ্মণক তিতিত সাৱটি ধৰি কৈছে —

শুন শুন বাপু মোৰ লক্ষ্মণ কুমাৰ।
সীতাক ৰাখিবি ভালে বনৰ ভিতৰ ॥

আশ্বাস কৰি কৌশল্যাক নিশ্চিন্ত থাকিবলৈ কৈ লক্ষ্মণে ক'লে —

আমাৰ নিমিত্তে মাৰ সম্বৰিবা ভয়।

ধনু ধৰি ৰাখিবোহোঁ লক্ষ্মণ দুৰ্জয় ॥
অশ্বিনীকুমাৰো মোৰ সুহিৰত সম।
হাতে ধনু-শৰ ধৰি জিনিবোহোঁ যম ॥ ১১৪৯
কাল-বিকালক জিনি কীৰ্ত্তি ৰব থৈবো।
মহেশ্বৰ হাতৰ ত্ৰিশূল কাঢ়ি লৈবো ॥
একেশ্বৰে জিনিবো সকলে দেৱাসুৰ।
মুষ্টিতে কৰিবো বাসৱৰ বজ্ৰ চূৰ ॥ ১১৫০
হাতে ধৰি ছিণ্ডিবোহোঁ বৰুণৰ পাশ।
গদা ভাঙ্গি কুবেৰক কৰিবো উদাস ॥

মূলত ৰামে কৌশল্যাক তেওঁৰ চিন্তা এৰি পিতাকৰ সেৱা কৰিবলৈ কৈ তেওঁৰ বনবাস ভালে কুশলে অন্ত পৰিব (কয়েইদিন বনবাসমা ভক্তি-যাতি পিৰেন যে) বুলি আশ্বাস দিছিলে। কন্দলীয়ে হয়তো মূলৰ 'শিৱ' (কল্যাণ)। শব্দটোৰ অৰ্থ 'শংকৰ' বুলি ধৰি, নিজাকৈ হৰিকো সংযুক্ত কৰি সেই উক্তিটো এনেদৰে দিছে —

শ্ৰীৰামে বোলন্ত মাৱ তেজিয়োক তাপ।
আশ্বাসিয়ো তান দশৰথ মোৰ বাপ ॥ ১১৫১
ভক্তি ভাৱে পূজিয়ো শংকৰ দেৱ হৰি।
সত্বৰে আসিবো মই বনবাস তৰি ॥

মূলত ৰামে সপত্নী মাতৃসকলক ক্ষমা প্ৰাৰ্থনা কৰি বিদায় মাগিলত তেওঁলোকৰ কান্দোনৰ ৰোল উঠিছে; কন্দলীৰ ৰচনাত কৌশল্যাক ৰামে কোৱা কথাখিনি শুনিয়ে 'প্ৰাসৰ মাজে ভৈল ক্ৰন্দনৰ ৰোল'।

ৰাম-লক্ষ্মণ-সীতাই দশৰথক প্ৰদক্ষিণ কৰিলে, ৰামে কৌশল্যাক প্ৰণাম কৰিলে আৰু লক্ষ্মণে সুমিত্ৰাৰ চৰণ বন্দনা কৰি বিদায় ল'লে বুলি মূলত প্ৰকাৰ ঠাইত কন্দলীয়ে তিনিওজনে ৰজা, কৌশল্যাক আৰু সুমিত্ৰাক প্ৰণাম কৰা বুলিছে। চৰণ বন্দনা কৰা লক্ষ্মণক অংকোৱালি লৈ সুমিত্ৰাই কোৱা কথাখিনি চমু হলেও মূলৰ অনুৰূপ। উল্লেখযোগ্য যে যোৱাৰ সময়ত সুমিত্ৰাই এই প্ৰসঙ্গত লক্ষ্মণৰ পত্নীৰ উল্লেখ কৰিও এষাৰ-কথা কোৱা বুলি আছে —

সৎপুত্রেণ ত্বয়া বৎস তাৰিতাহং মহাত্মনা ।

যত্ত্বং ত্যক্ত্বা প্রিয়ান্ দাৰান্ মাংচ ৰাঘৱনন্দনঃ ॥ (গৌড়ীয়)

“বাছা, তুমি প্রিয়পত্নীক আৰু মোক এৰি কৈ যাবৰ, অনুৰক্তৰ হিতাৰ্থে এনে সৎপুত্র তোমাৰ দ্বাৰা মই আত্মীয়-স্বজনৰ সমহিতে (কুকীৰ্তিৰ হাতৰ পৰা) উদ্ধাৰ হলোঁ।” গৌড়ীয় পাঠত সুমিত্রাই ৰামক উদ্দেশ্য কৰিও কিছু কথা কৈছিলে। কেৱল গৌড়ীয় পাঠতহে থকা এই দুয়োখিনি কথা কন্দলীৰ ৰামায়ণত নাই। সম্ভৱতঃ কন্দলীয়ে পোৱাৰ সময়ত এইখিনি কথা গৌড়ীয় পাঠত সংযোজনা কৰা হোৱা নাছিল।

## ॥ ঊৰ্মিলাৰ প্রসংগত একাষাৰ ॥

ৰামায়ণৰ সকলো মুখ্য ঘটনাৰ লগতে জড়িত লক্ষ্মণৰ সহধৰ্মিণী ঊৰ্মিলাৰ উল্লেখ বাল্মী. ৰামায়ণত মাত্র দুঠাইতহে পোৱা যায়। সুমিত্রাৰ উক্তিত থকা ঊৰ্মিলাৰ কথা কেৱল গৌড়ীয় পাঠতহে থকাৰ পৰা বুজা যায় যে সেই কথা পাছৰ সংযোজনাহে।

বাল্মী. ৰামায়ণত ঊৰ্মিলাৰ সৰ্বপ্রথম উল্লেখ কৰা হৈছে ৰাম-লক্ষ্মণৰ বিয়াৰ প্রসংগত। সেই সময়ত জনকে বিশ্বামিত্রক কৈছিলে—“মই অতি আনন্দেৰে ৰামলৈ সীতাক আৰু লক্ষ্মণলৈ ঊৰ্মিলাক বধূৰূপে প্রদান কৰিম (গৌ: ১।৭২ সঃ)।” ৰামৰ চাৰি ভ্রাতৃলৈ চাৰিটি কন্যা সম্প্রদান কৰাৰ সময়ত জনকে লক্ষ্মণক সম্বোধন কৰি ঊৰ্মিলাৰ পাণিগ্রহণ কৰিবলৈ আহ্বান কৰিছিলে (গৌ: ১।৭৫।২০)।

বাল্মী. ৰামায়ণত দ্বিতীয়বাৰ ঊৰ্মিলাৰ উল্লেখ কৰা হৈছে সীতাই অত্রিমুনিৰ পত্নী অনসূয়াৰ আগত নিজৰ স্বয়ম্বৰ বৃত্তান্ত কোৱাৰ প্রসংগত। সীতাই কৈছিলে—“মোৰ পিতাই নিজে মোৰ ভনী সাধুচৰিতা আৰু শুভ-দৰ্শনা ঊৰ্মিলাক ভাৰ্যাৰূপে লক্ষ্মণক প্রদান কৰে (গৌ: ৩।৪।৩৩)।” উল্লেখ-যোগ্য যে সীতাই এই সময়ত শ্রুতকীৰ্তি আৰু মাণ্ডবীক ভৰত আৰু শত্রুঘ্নলৈ সম্প্রদান কৰাৰ বিষয়ে একোকে কোৱা নাই।

য়াকোবিৰ মতে ৰাম অত্ৰিমুনিৰ আশ্ৰমলৈ যোৱাৰ বৰ্ণনা থকা তিনিওটা সৰ্গ ( গৌঃ ৩।৩-৫, দাঃ ২।১১৭-১১৯ ) প্ৰক্ষিপ্ত। তাৰ এটা কাৰণ স্বৰূপে তেওঁ কয় যে বাল্মী৹ ৰামায়ণৰ প্ৰামাণিক কাণ্ড পাচোঁটাত ক'তো বালকাণ্ডৰ কথাৰ উল্লেখ নাই ; কেৱল এই ঠাইতহে সীতাই নিজৰ বয়সৰ কথা কোৱা বুলিছে।

বাল্মী৹ ৰামায়ণৰ প্ৰামাণিক কাণ্ড কেইটাত অন্য ক'তো লক্ষ্মণে বিয়া কৰোৱাৰ প্ৰমাণ পোৱা নাযায়। মন কৰিবলগীয়া কথা যে ৰামৰ প্ৰণয়া-র্থিনী হৈ অহা শূৰ্পণখাক ৰামে লক্ষ্মণ অবিবাহিত বুলি কৈছিলে —

কৃতদাৰোঽস্মি ভৱতি ভাৰ্য্যেয়ং দয়িতা মম।
ত্বদ্বিধানাং তু নাৰীণাং সুদুঃখা সপত্নতা ॥ ২
অনুজস্ত্বেষ মে ভ্ৰাতা শীলৱান্ প্ৰিয়দৰ্শনঃ।
শ্ৰীমানকৃতদাৰশ্চ লক্ষ্মণো নাম ৱীৰ্য্যৱান্ ॥ ৩

"মই কৃতদাৰ ( বিবাহিত ), এয়া মোৰ মৰমৰ পত্নী। তোমাৰ নিচিনা তিৰোতাৰ পক্ষে সতিনী থকাটো বৰ দুখৰ কথা। এয়া মোৰ ভাই চৰিত্ৰৱান, প্ৰিয়দৰ্শন, শ্ৰীসম্পন্ন, বীৰ্যৱান অকৃতদাৰ ( অবিবাহিত ) লক্ষ্মণ ( গৌঃ ৩।২৪ সঃ, দাঃ ৩।১৮ সঃ )।" ৰামে এই কথা পৰিহাস কৰি কৈছিলে বুলিব নোৱাৰি, কাৰণ লক্ষ্মণে যেতিয়া পৰিহাস বচন বুলি শূৰ্পণখাক পুনৰ ৰামৰ ওচৰলৈ পঠাইছিল আৰু শূৰ্পণখাই সীতাক খাই পেলাব খুজিছিলে, তেতিয়া ৰামে লক্ষ্মণক খং কৰি কৈছিলে — "নিষ্ঠুৰ দুষ্ট লোকৰ লগত কোনো প্ৰকাৰৰ পৰিহাস কৰা উচিত নহয় ( ক্ৰূৰৈঃ প্ৰহৃষ্টৈঃ সৌমিত্ৰে পৰিহাসঃ কথংচন। ন কাৰ্য্যঃ × × × ॥ ৩।২৪।২০ )।"

মিথিলাক প্ৰসংগত লক্ষ্মণ-পত্নীৰ প্ৰসংগ অৱতাৰণা কৰাৰ নিতান্ত থল আছিল, বাল্মী৹ ৰামায়ণৰ প্ৰামাণিক কাণ্ড কেইটাৰ সেই প্ৰসংগসমূহ আলো-চনালৈ আনিলেই বুজা যাব, লক্ষ্মণেই অবিবাহিত আছিল নে উৰ্মিলাই কাব্যৰ উপেক্ষিতা।

ৰামৰ লগত যেতিয়া লক্ষ্মণ বনলৈ যাবলৈ ওলাল, তেতিয়াও ক্ৰমে মাতাই কৌশল্যাক আৰু সুমিত্ৰাক কোনো চৰণ-সেৱাৰ কৰিব' বুলি ঊৰ্মিলাক অন্ততঃপক্ষে

কৰিছিলে ; কিন্তু লক্ষ্মণৰ পত্নীক কোনে ভৰণ-পোষণ কৰিব সেই কথা কোৱা নাই। লক্ষ্মণৰ পত্নী থকা হ'লে কৰুণাময় ৰামে তেওঁৰ কথা কেতিয়াও নভবাকৈ নাথাকিলেহেঁতেন।

জনকৰ পালিতা কন্যা সীতাক বনবাসৰ বাতৰি দিবলৈ গৈ ৰামে এই বুলি সম্বোধন কৰিছিলে — 'ৰাজৰ্ষিকুলসম্ভূতে ধৰ্মজ্ঞে ধৰ্মচাৰিণি।' বনবাসৰ ভয় দেখুৱাই ৰামে সীতাক লগত নিব নোখোজাত সীতাই জনকৰ দ্বাৰাই কৰি ৰামক তিৰস্কাৰ কৰাৰ কথা আলোচনা কৰি অহা হৈছে। জনকৰ পালিতা কন্যাই যদি এনে মৰ্যাদাৰ অধিকাৰিণী হয়, নিজৰ ঔৰসজাতা কন্যা উৰ্মিলাও সেই মৰ্যাদাৰ অধিকাৰিণী হ'লহেঁতেন। ৰামে সীতাৰ ওচৰলৈ গৈ বিদায় লোৱাৰ দৰে লক্ষ্মণেও তেওঁৰ পত্নী থকা হ'লে পত্নীৰ ওচৰলৈ বিদায় ল'বলৈ গ'লহেঁতেন। তেতিয়া উৰ্মিলায়ো সীতাৰ দৰে যুক্তি দেখুৱাই স্বামীৰ লগত যাবলৈ ওলোৱা বা ঘৰত থকাৰ প্ৰসংগ আহিলহেঁতেন।

যেতিয়া লংকাত ৰাৱণৰ শক্তিশেলত লক্ষ্মণ মৃতপ্ৰায় হ'ল, তেতিয়া ৰামে লক্ষ্মণৰ মৃত্যুৰ সংবাদ পাই সুমিত্ৰাৰ কি দশা হ'ব সেই কথাহে চিন্তা কৰিছিলে, ৰামৰ নিজৰ স্বাৰ্থত আহি মৃত্যুৰ মুখত পৰা লক্ষ্মণৰ বিধবা পত্নীৰ কি দশা হ'ব, সেই কথা চিন্তা কৰা নাছিল। লক্ষ্মণৰ পত্নী থকা হ'লে এনে হেন দুখৰ কালত ৰামে তেওঁৰ কথা মনত নেপেলোৱাকৈ থাকিব নোৱাৰিলে-হেঁতেন। এইদৰে লক্ষ্মণৰ নথকা পত্নীৰ লগত লংকা জিনি ঘূৰি অহা লক্ষ্মণৰ পুনৰ্মিলন হোৱাৰ বৰ্ণনা আদিকবিয়ে দিয়ে ক'বপৰা ?

উত্তৰকাণ্ডতো উৰ্মিলাৰ ক'তো উল্লেখ নাই। লক্ষ্মণ, ভৰত আৰু শত্ৰুঘ্নৰ পুত্ৰসকলৰ উল্লেখ আছে যদিও তেওঁলোকৰ মাতৃসকলৰ নাম উল্লেখ কৰা নাই। লক্ষ্মণৰ দুই পুত্ৰৰ অভিষেক কালত মাকৰ আনন্দ-উল্লাস দেখুৱাৰ থল আছিল। বাল্মী, ৰামায়ণত পাছত সংযোজনা কৰা উত্তৰকাণ্ডৰ ৰচনাৰ সময়ত লক্ষ্মণক বিবাহিত বুলি ধৰা হ'ল যদিও তেওঁৰ পত্নীৰ সম্পৰ্কত উত্তৰকাণ্ডৰ কবিজন সজাগ হোৱা নাছিল। লক্ষ্মণৰ বিসৰ্জন আৰু মৃত্যুৰ প্ৰসংগতো তেওঁৰ পত্নীৰ কথা উল্লেখ কৰা নাই।

বাল্মী. ৰামায়ণত মন্দতে লক্ষ্মণ অবিবাহিত থকাৰ পক্ষে এইদৰে সৰল প্ৰমাণ আছে। পৰৱৰ্তী ভাৰতীয় সাহিত্য আৰু শংকৰদেৱকে আদি কৰি অসমীয়া ৰামায়ণী সাহিত্যৰ প্ৰণেতাসকলৰ ৰচনাত উৰ্মিলাৰ অৱতাৰণা সম্পৰ্কত পাছত যথাস্থানত আলোচনা কৰা হৈছে।

॥ ৰামৰ বনযাত্ৰা ॥

সুমন্ত্ৰই উপস্থিত কৰোৱা ৰথত অস্ত্ৰ-শস্ত্ৰ তথা অন্য সামগ্ৰী লৈ ৰাম-লক্ষ্মণ আৰু সীতাই আৰোহণ কৰা, সুমন্ত্ৰই ৰথ চলাই দিয়াত মহিষী-গণকে ধৰি পুৰবাসীসকলে অনেক বিলাপ কৰি ৰথৰ পাছে পাছে যোৱা, অৱশেষত কৌশল্যা আৰু দশৰথেও হাহাকাৰ কৰি ৰথৰ পিছ লোৱাৰ যি কৰুণ বৰ্ণনা বাল্মী. ৰামায়ণত দাঙি ধৰা হৈছে, কন্দলীয়ে সেই খিনিৰ লগত কিছু নিজা সংযোজনাও কৰিছে। পুৰবাসীসকলৰ বিভিন্ন শ্ৰেণীৰ লোকে ৰামক অনুসৰণ কৰাৰ এইখন চিত্ৰ কন্দলীয়ে নিজাকৈ আঁকিছে —

যোগীৰ কান্ধত কানি ঝুলি যত হাতে দোৱাদশ কাথি।
লৰৰন্তে লৰ- ৰন্তে পাচে চান্তে হিয়া মানি গৈল ফাটি ॥
পাইলেক ভাগৰ তোকতা কাখৰ সবে পৰি গৈলা খসি।
মুখে শিৱ শিৱ সুমৰন্তে আতি পলাইলা যত তপসী ॥
আস বুলি যোগী আচাৰি পেলাইল পূজাৰ দেৱতা মান।

ৰামৰ পাছে পাছে পঞ্চাহ-হাপয় কোটি কোঙৰ (ধনুসজা মানুহ), অসংখ্য ধনুৰ্ধৰ, ৰাক, খাণ্ডাধৰ, যুঁজাৰু, নট-ভাট, ব্ৰাহ্মণ আদি যাবলৈ ধৰিলে। অসূৰ্যম্পশ্যা অনেক ৰমণীয়ে চতুষ্পথত পৰি পৰি কান্দিবলৈ ধৰিলে।

ৰামে পাছলৈ চাই 'তুমি পাৰে চলি', 'হা বাপ ৰাম, লক্ষ্মণ জানকী, এৰি মোক কৈক যাহা' বুলি কান্দি কান্দি আছি থকা পিতাকক দেখি শোকত আতুৰ হৈ সুমন্ত্ৰক খৰকৈ ৰথ চলাবলৈ ক'লে। ইফালে দশৰথে ৰথ ৰাখিবলৈ কোৱাত সুমন্ত্ৰ বিমোৰত পৰিল। তেওঁ ৰামৰ আদেশকে সাৰোগত কৰি ৰথ চলাবলৈ ধৰিলে। এই বৰ্ণনাসমূহ মূলৰ সংক্ষিপ্ত ৰূপ হ'লেও কন্দলীয়ে মৰ্মস্পৰ্শী কৰি দাঙি ধৰিছে। কন্দলীৰ ৰচনাতো মূলৰ দৰেই বশিষ্ঠ

বিপ্ৰসকলে দশৰথক ৰামক অনুসৰণ কৰাৰ পৰা বিৰত কৰিছে। ইয়াত কবিয়ে আদিয়ে এই সময়তো দশৰথক কৃতকৰ্মৰ বাবে কৰা সমালোচনা কন্দলীৰ নিজা সৃষ্টি —

শুনিও নৃপতি আপুনি চিন্তিলা আপোনাৰ সৰ্বনাশ।
আগে সত্য কৰি বৰ দুই দিয়া কৈকেয়ীক দিলা আশ ।।

দশৰথে অদৃশ্য হোৱালৈকে ৰামৰ ৰথখনলৈ চাই থাকি অৱশেষত মূৰ্চ্ছিত হৈ পৰা, কৌশল্যা আৰু কৈকেয়ীয়ে ঢলি পৰা ৰজাক ধৰি ৰখা, চেতন পাই দশৰথে কৈকেয়ীক তেওঁক স্পৰ্শ নকৰিবলৈ কোৱা, কৈকেয়ীৰ কথামতে যদি ভৰতে ৰাজ্য লয়, তেনে ৰজাই ভৰতে দিয়া পিণ্ডাদি গ্ৰহণ নকৰিবলৈ স্থিৰ কৰা প্ৰভৃতি কথা চমুকৈ হ'লেও কন্দলীয়ে মূলৰ অনুৰূপেই বৰ্ণনা কৰিছে। দশৰথে 'মৃত্যুকালত প্ৰিয়পুত্ৰ ৰামৰ শোক পালোঁ', বুলি বিলাপ কৰাৰ কথা মূলতো আছে, কিন্তু সেই কথা শুনি কৌশল্যাই গদ্‌গদ বাণীৰে হিতকথা কোৱাটো কন্দলীৰ নিজা উদ্ভাৱনা।

মূলত দশৰথে অযোধ্যাত গৈ গৰুড়ই সৰ্প নিঃশেষ কৰি এৰি থৈ যোৱা হ্ৰদ সদৃশ ৰাম-লক্ষ্মণ-সীতাবিহীন ৰাজ-চাউলীত প্ৰবেশ কৰি দ্বাৰ-পালসকলক আদেশ কৰাত তেওঁলোকে ৰজাক নি কৌশল্যাৰ বাসভৱনত থৈছিলেগৈ (গো: ২।৭১।২১-২৫)। কন্দলীৰ মতে ৰামক আগবঢ়াবলৈ গৈ ঘোৰা ঠাইতে দশৰথে মন্ত্ৰীসকলক তেওঁক কৌশল্যাৰ ভৱনত থবলৈ আদেশ কৰে আৰু সেইদৰে ৰজাক কৌশল্যাৰ ভৱনলৈ নিয়া হয়। কন্দলীয়ে ৰামৰ বাসভৱনকহে গৰুড়ই এৰা সৰ্পগহ্বৰ বুলিছে। কন্দলীৰ ৰচনাত কৌশল্যাৰ ভৱনত দশৰথে কৰা বিলাপ মূলৰ অনুৰূপ। তেওঁ মূলত থকা কৌশল্যাৰ বিলাপটো নাই দিয়া যদিও ৰজা-ৰাণীৰ করুণ অৱস্থাৰ বৰ্ণনা অন্তস্পৰ্শী কৰি দাঙি ধৰিছে —

শৰীৰক হানি পুত্ৰশোক বহ্নি দহে দুইকো নিৰন্তৰ।
শোষে সৰ্বক্ষণ ৰবিৰ কিৰণে যেন শোষে সৰোবৰ ।। ১১৮২

ৰামৰ ৰথৰ পাছে পাছে চাপলি মেলা প্ৰজাসকলক মূলৰ দৰেই বাবে কৈছে —

যদি দায়া থাকে মোৰ কৰিয়ো বচন ॥ ১৯৮৬
মোহোৰ বাসনা এৰি অযোধ্যাক যাহা ।
ভৰতক ৰাজা পাতি ধৰ্মপথ চাহা ॥
মোহোৰ শোকত দগ্ধ ৰাজা দশৰথ ।
তাংক যেৱে আশ্বাসিও মোৰ হিতপথ ॥ ১৯৮৭

মূলত লগত গৈ থকা ব্ৰাহ্মণসকলে ৰামক অযোধ্যালৈ ঘূৰি যাবলৈ অনুৰোধ কৰা, ৰাম আদি ৰথৰপৰা নামি সেই ব্ৰাহ্মণসকলৰ লগত খোজ কাঢ়ি যোৱা ( গৌঃ ২।৪৩ সঃ ) প্ৰভৃতি বৰ্ণনা থকা অংশটো কন্দলীয়ে বাদ দিছে । তেওঁৰ ৰচনাত লগত যোৱা সমস্ত প্ৰজায়েই ৰামক অযোধ্যালৈ ঘূৰি যাবলৈ অনুনয়-বিনয় কৰিছে ।

তমসাৰ তীৰত উপস্থিত হৈ ৰামে প্ৰজাসকলৰ সৈতে ৰাতিটো কটোৱা, প্ৰজাসকল দুখে-ভাগৰে নিদ্ৰাত মগ্ন হৈ থাকোঁতেই ৰামে সুমন্ত্ৰক তেওঁলোকক ৰথত তুলি প্ৰথমতে উত্তৰ ( অযোধ্যাৰ ) ফালে ৰথ চলাই পাছত অন্য পথেদি দ্ৰুত গতিত ৰথ আঁতৰাই নিবলৈ কোৱা, প্ৰজাসকলে ৰাম অযোধ্যালৈ ঘূৰি গ'ল বুলি ভাবি ঘৰমুৱা হোৱা আৰু ঘৰত ৰামক এৰি থৈ যোৱাৰ কাৰণে ভাৰ্য্যাসকলৰ তিৰস্কাৰ লাভ কৰা প্ৰভৃতি বৰ্ণনা কন্দলীয়ে চমুকৈ হ'লেও মূলৰ অনুৰূপেই আগ বঢ়াইছে । অযোধ্যাৰ বিভিন্ন শ্ৰেণীৰ প্ৰজাই ৰামৰ বেজাৰত নিজ নিজ বৃত্তি এৰি পেলোৱাৰ বৰ্ণনা কন্দলীৰ ৰামায়ণত মূলতকৈ বিস্তৃত ৰূপত দিয়া হৈছে ।

গৌড়ীয় পাঠত মাজ ৰাতিয়েই তমসাৰ পাৰৰ পৰা যাত্ৰা কৰা ৰামে দ্ৰুতগতিত গৈ ৰাতিপুৱাৰ কিছু পাছতে শ্ৰীমতী নদী পাৰ হোৱাৰ কথা আছে ( ২।৪৬।৩ ) । অন্য পাঠত নথকা এই শ্লোকটোৰ কথা কন্দলীয়ে নিলিখালৈ চাই মূলতে এই শ্লোকটো গৌড়ীয় পাঠতো নাছিল বুলি অনুমান হয় ।

গাওঁবাসীসকলে দশৰথ আৰু কৈকেয়ীক নিন্দা কৰা শুনি শুনি গৈ থকা ৰামে কোশল জনপদৰ সীমা অতিক্ৰম কৰাৰ বৰ্ণনা তিনিওটা পাঠতে

এৰে। কন্দলীয়ে 'দেশে দেশে প্ৰজাসবে' ইত্যাদি চাৰিটা [illegible]' সেই দীঘলীয়া বৰ্ণনা সামৰিছে।

॥ কোশল দেশ ॥

মূলত থকা 'অচিৰেণাভ্যগাদ্ বীৰঃ কোশলান্ কোশলেশ্বৰঃ' বুলি থকা শ্লোকাৰ্ধৰ অৰ্থ কোশলেশ্বৰ ৰামে অচিৰে কোশল দেশ অতিক্ৰম কৰিলে।' কোশলদেশৰ সীমা পাৰ হৈ তাৰ পাছত বেদশ্ৰুতি নদী অতিক্ৰম কৰি দক্ষিণলৈ ভালেখিনি বাট গৈ ৰামে গোমতী নদী পোৱা বুলি কোৱা হৈছে।

কোশল সম্পৰ্কীয় মাধৱকন্দলীৰ কথাখিনি কেৱল মূলৰ অনুৰুক্তী নোহোৱাই নহয়, ভৌগোলিক দৃষ্টিৰেও ভুল। কন্দলীয়ে লিখিছে —

অবিলম্বে পাইলা আসি কোশল নগৰী।
তাকো এৰাই গৈলা বেদশ্ৰুতি নদী তৰি ॥
× × শীঘ্ৰ বেগে পাইলা গৈয়া গোমতীৰ পাৰ ॥
× × শীঘ্ৰবেগে তৰিলা সৰযূ মহানদী। ২০৩৯

কন্দলীয়ে লিখাৰ দৰে ৰামে পাৰ হোৱা কোশলখন নগৰী নহয় আৰু গোমতীৰ পাছত পোৱাখনো সৰযূনদী হ'ব নোৱাৰে।

কোশল জনপদৰ বিষয়ে বাল্মী° ৰামায়ণত কোৱা হৈছে — সৰযূৰ তীৰত প্ৰচুৰ ধন-ধান্যেৰে সম্পন্ন, সুখী আৰু সমৃদ্ধিশালী এক মহান্ জনপদ কোশল; তাতে মনুৱে বিখ্যাত অযোধ্যা নামৰ নগৰীখন স্থাপন কৰে (বাঃ ১।৫।৫-৬)। অন্য এঠাইত ভৰতে সমস্ত কোশল ৰাজ্য ভোগ কৰিব বুলি কোৱা হৈছে। (মুদিতঃ কোশলানেকো ভোক্ষ্যতে যোঽধিৰাজবৎ ॥ গৌ ২।৫৩।১৩')। কৌশল্যাক কোশলৰজাৰ কন্যা বোলা হৈছে (ৰা ২।৫৬।২৩)।

দশৰথৰ অশ্বমেধ যজ্ঞলৈ নিৰ্মন্ত্ৰিত ৰজাসকলৰ ভিতৰত কোশলৰাজ ভানুমানৰ নামো আছে (ৰাঃ১।১৩।২৬)। কোশলদেশৰ দক্ষিণ সীমাত স্যন্দিকা (গৌড়ীয় পাঠৰ মতে সৰ্পিকা) নদী; ৰামে গোমতী নদী পাৰ হৈ এই স্যন্দিক নদী পাইছিলেগৈ —

গোমতীং সমতিক্ৰম্য ততঃ প্ৰজবিতৈৰ্হয়ৈঃ।
মহূৰহংসাভিৰুতাং ততাৰ সৰ্পিকানদীম্ ॥ (গৌঃ২।৩৬।১১)

কোশল জনপদৰ মাটিখিনি পূৰ্বে মনুৱে ইক্ষ্বাকুক দান কৰিছিলে —

স মহীং মনুনা ৰাজ্ঞা দত্তামিক্ষ্বাকৰে পুৰা।

স্ফীতৰাষ্ট্ৰাংচ তাং ৰামো বৈদেহ্যৈ সমদৰ্শৎ ॥ ২।৪৬।১২

এই শ্লোকৰ ব্যাখ্যাত নাগোজীভট্টই তেওঁৰ 'তিলকটীকা'ত লিখিছে — 'তেওঁ (ৰামে) স্যন্দিকা নদী পাৰ হৈ স্যন্দিকাই যাৰ সীমা আৰু যাক কেউ-কালে অনেক ৰাষ্ট্ৰ-জনপদে বেৰি আছে, সেই কোশল দেশৰ ভূমিভাগ বৈদেহীক দেখুৱালে; মনুৱে ইক্ষাকুক দান কৰা কোশল দেশৰ দক্ষিণ সীমাটোৰ কথা ক'লে। যদিও ইক্ষ্বাকু প্ৰভৃতি ৰজাসকল সাৰ্বভৌম সম্ৰাট আছিল, তথাপি কোশল দেশৰ (সামন্ত) ৰজাসকলে তেওঁলোকৰ আজ্ঞা পালন কৰিছিল।'[১২] ইয়াৰপৰা বুজা যায় যে ইক্ষ্বাকুবংশীয় ৰজাসকলৰ আজ্ঞাধীন অন্য ৰজায়ো কোশল জনপদৰ অংশবিশেষত ৰাজত্ব কৰিছিল। ৰামে অতিক্ৰম কৰা স্যন্দিকা নদী সমগ্ৰ কোশল জনপদৰ দক্ষিণ সীমা।

কোশল জনপদৰ সীমাত থকা স্যন্দিকা নদী পাৰ হোৱাত ৰামৰ মনত স্বদেশ এৰি যোৱাৰ বিয়োগব্যথা জাগি উঠাটো স্বাভাৱিক। সেয়েহে ৰামে এই সময়ত সুমন্ত্ৰক সুধিছে — তেওঁ আকৌ কেতিয়াকৈ সৰযূনদী দেখিবলৈ পাব, তাৰ পাৰত মৃগয়া কৰিব (২।৪৬।১৪)?

॥ শৃংগবেৰপুৰৎ ৰামৰ গঙ্গাৰ্জন ॥

কোশল দেশৰ সীমাৰপৰা কিছু দূৰ গৈয়ে ৰামে শৃংগবেৰপুৰ পালে। ৰাম শৃংগবেৰপুৰত উপস্থিত হোৱা মাত্ৰকে নিষাদৰাজ গুহই তেওঁক আগ বঢ়াই নিলে বুলি গৌড়ীয় পাঠত যিটো শ্লোক আছে,[১৩] অন্য পাঠত সেই শ্লোকত

১২ সোঽতিস্যন্দিকো মহীং স্যন্দিকসীমাং কোশলদেশৰূপাং ৰাষ্ট্ৰবৃতা-মৰান্তৰজনপদবৃতাং বৈদেহীমদৰ্শয়ৎ। ইক্ষ্বাকৰে মনুনা দত্ত-কোশলদেশস্য দক্ষিণসীমাং কথয়ামাসেত্যৰ্থঃ। যদ্যপীক্ষ্বাকাদয়ঃ সাৰ্বভৌমস্তথাপি × × × তু তদ্দেশসিংহাসনাধিষ্ঠাতৃসকলৰাজপালনীয়া-জ্ঞযেত্যলম্।

১৩ প্ৰহ্ৰ্যাদ্‌যযৌ তত্ৰ নিষাদৰাজঃ গুহঃ স নীলাম্বুজতুল্যবৰ্ণঃ ॥ ২।৪২।২০

থকা কথাখিনি নাই। মাধৱকন্দলীয়েও ৰামক গুহই আগ বঢ়াই দিয়াৰ কথা নাই লিখা; অন্য পাঠসমূহত থকাৰ দৰে ৰাম সুগৰ্ৱেৰপুৰত উপস্থিত হৈহে গংগাদৰ্শন কৰাৰ বৰ্ণনা দিছে।

গৌড়ীয় পাঠত তিনিটা শ্লোকত গঙ্গাৰ বৰ্ণনা এইদৰে দিছে — শীতল জলেৰে পূৰ্ণ, শেলুৰে নথকা, পানী স্পৰ্শ কৰিলে মানুহ পবিত্ৰ হোৱা, হিমালয়সম্ভূতা, স্বৰ্গৰ সোপানস্বৰূপা; শিহু, ঘৰিয়াল, মকৰ, হংস, সাৰস, হাতী আদিৰে উথল-মাথল হৈ থকা, দিব্য, ত্ৰিপথগামিনী, পবিত্ৰ আৰু ঋষিসকলৰ সেৱিতা। অন্য পাঠত উনৈছটা শ্লোকত গঙ্গাৰ বৰ্ণনা কৰা হৈছে। কন্দলীৰ বৰ্ণনা ইয়াৰ এটাৰ লগতো মিলি থকা নাই।

কন্দলীৰ মতে জগৎ পবিত্ৰ কৰি বৈ থকা দেৱনদী গঙ্গাৰ তাৰণকাৰী গুণাৱলী এই —

শত যোজনত থাকি সুমৰণ কৰে।
তেতিক্ষণে দুৰ্ঘোৰ দুস্তৰ পাপ হৰে॥
স্নানত দুষ্কৃত যত গুচয় নিঃশেষ।
কল্যাণ লভিয়া পায় পুণ্য কথা শেষ॥ ২০১২
দেখিলে পাতক হৰে এক জনমৰ॥
পৰশিলে নষ্ট হোৱে শত জনমৰ॥
স্নানিলতে সহস্ৰ জনমৰ পাপ নাশ।
স্নান দান জপে হোৱে ব্ৰহ্মৰ প্ৰকাশ॥ ২০১৩

ব্ৰহ্মাই চাৰিখন মুখেৰেও যাৰ গুণ বৰ্ণনা কৰিব নোৱাৰে সেই গঙ্গাৰ পাৰত ৰাঘৱ মুৰাৰি উপস্থিত হ'লগৈ। ৰামে গঙ্গাৰ ঢৌ আৰু শকনীয়া দেখাৰ কথা মূলতো আছে (তাম্ৰূৰ্মিসলিলাৱৰ্তামন্ববেক্ষ্য মহাৰথঃ)। কন্দলীয়ে ঢৌত গঙ্গাৰ নৃত্য; আৰু ফেনত হাঁহিৰ উৎপ্ৰেক্ষা তথা আৱৰ্তত হাতৰ আৰোপ কৰি নিজা কল্পনাৰে চিত্ৰখনি মনোৰম কৰি তুলিছে —

বায়ুৰ পৰশে ঢৌ উথলন্তে আছে।
যাঁৰ পৰশনে গঙ্গাদেৱী যেন নাচে॥
ফেনগণ হৈল যেন সচকিত হাস।

জলৰ উদ্যোগ যেন দেখয় প্ৰকাশ ॥ ২০১৫
নিজাৱৰ্ত হাতে গঙ্গা আহ্বান কৰিল।

॥ নিষাদৰাজ গুহ ॥

গঙ্গাৰ পাৰত এজোপা ইঙ্গুদী গছৰ তলত ৰাম আদিয়ে বিশ্ৰাম কৰি থকাৰ সময়তে নিষাদৰাজ গুহই সেই কথা জানিবলৈ পালে তেতিয়া তেওঁ বৃদ্ধ অমাত্য আৰু জ্ঞাতিসকলক লগত লৈ ৰামৰ ওচৰ পালেগৈ। গুহ শৃংগ-বেৰপুৰৰ ৰজা, ৰামৰ প্ৰিয়সখা, ধাৰ্মিক, সত্যবাদী আৰু মহাবলী (গৌঃ ২।৫৭।৯)। দাক্ষিণাত্য পাঠত গুহক এজন বিখ্যাত স্থপতি বুলিও কোৱা হৈছে (স্থপতি-ক্ষেতি বিক্ৰুতঃ॥ ২।৫০।৩৩)। ৰাম আৰু গুহৰ মাজত কি সূত্ৰে মিত্ৰতা হৈছিল, সেই বিষয়ে বাল্মী৹ ৰামায়ণত একো কথা নাই।

কন্দলীৰ মতে 'শৃংগবেৰপুৰে বীৰ ইন্দ্ৰ সমসৰ/গুহ নামে ৰাজা বৰ সুহৃদ ৰামৰ ॥' চাণ্ডালৰ ৰজা এই গুহই ৰাম অহাৰ বাৰ্তা পাই মুখ্য মুখ্য পাত্ৰ লৈ ৰামৰ ওচৰলৈ গ'ল। মূলত গুহই ৰামলৈ বিশুদ্ধ অন্ন, পানী, অৰ্ঘ্য নানা বিধ ভোজ্য, লেহ্য, পেয় খাদ্য আৰু উৎকৃষ্ট শয্যা, ঘোঁৰালৈ ঘাঁহ আনিছে বুলি ৰামক জনাইছিল। ৰামে গুহক আঁকোৱালি ধৰি শিৰত চুম্বন কৰি তেওঁৰ ৰাজ্যৰ আৰু মিত্ৰবৰ্গৰ কুশল সংবাদ সুধিলে। তাৰ পাছত ৰামে তেওঁ বল্কলধাৰী, কেৱল ফলমূল মাত্ৰ ভক্ষণ কৰি ধৰ্ম আচৰিবলৈ অহা তপস্বী বুলি কৈ গুহৰ মৰমৰ উপহাৰ গ্ৰহণ কৰিব নোৱাৰি বুলি ক'লে (গৌঃ২।৫৭। ১৭-২১)। ৰামে গুহই অনা ঘোঁৰাৰ ঘাঁহখিনি গ্ৰহণ কৰিলে। কন্দলীৰ মতে গুহই 'কৰ্পূৰ তাম্বুল যত বিবিধ ভক্ষণ' ৰামলৈ আগবঢ়ালে। ৰাম-গুহৰ মিলন সম্পৰ্কীয় বাকীখিনি কথা কন্দলীয়ে চমুকৈ হ'লেও মূলৰ অনুৰূপেই বৰ্ণাইছে। শৃংগবেৰপুৰত ৰাম-লক্ষ্মণ, সীতা আৰু সুমন্ত্ৰই ৰাতিটো কটোৱাৰ বৰ্ণনাও সংক্ষিপ্ত হ'লেও মূলৰ অনুৱৰ্তী।

॥ সুমন্ত্ৰৰ বিদায় ॥

ৰাতিপুৱা ৰাম আদিয়ে খোজ কাঢ়ি যাত্ৰা আৰম্ভ কৰা দেখি সুমন্ত্ৰই ৰামক তেওঁৰ প্ৰতি কি আদেশ বুলি সোধা আৰু ৰামে সুমন্ত্ৰক অযোধ্যালৈ

ঘূৰি যাবলৈ কোৱাৰ কথাও মূলৰ অনুৰূপ। কৃত্তিবাসৰ ৰামায়ণত ৰামৰ সেই আদেশ শুনি সুমন্ত্ৰই বিকলভাৱে দীৰ্ঘবাৰ কান্দি — 'ৰামৰ কান্দিলা বোলে চৰণত ধৰি/দেশক নযাইবো থাকো তযু সেৱা কৰি ॥' মূলত সুমন্ত্ৰই এই খিনিতে এই প্ৰাৰ্থনা জনোৱা নাছিল। তাত সুমন্ত্ৰই ৰামৰপৰা অযোধ্যালৈ ঘূৰি যোৱাৰ আদেশ পাই শোকত আতুৰ হৈ এইদৰে ক'লে —

"ভ্ৰাতৃ আৰু পত্নীৰে সৈতে আপুনি যে সাধাৰণ মানুহৰ দৰে এনেকৈ বনত বাস কৰিবলৈ ওলাইছে, সেয়া জগতত ভাবিব নোৱৰা কথা। আপুনি হেন লোকৰ এনে বিপত্তি হৈছে; তেনেস্থলত ব্ৰহ্মচৰ্য, বেদ অধ্যয়ন, মৃদু তথা সৰল আচৰণৰ কিবা সুফল আছে বুলি মোৰ মনে নধৰে। হে ৰাঘৱ, আপুনি ভ্ৰাতৃ আৰু বৈদেহীৰ সৈতে বনবাস খাটি বনতে ত্ৰিভুবন বিজয়ৰ আনন্দ লাভ কৰিব; হে বীৰ, আপুনি পৰিত্যাগ কৰা আমিহে মাথো মৰিব লাগিব। দুখৰ ভাগী আমি পাপিষ্ঠা কৈকেয়ীৰ বশ হৈ কটাব লাগিব (গো: ২।৫৯।৯-১২)। " কন্দলীৰ ৰামায়ণত সুমন্ত্ৰৰ এই কথাখিনি নাই। সুমন্ত্ৰই এই কথাখিনি কৈ কান্দিবলৈ ধৰিলে। কন্দলীৰ ৰচনাত ৰামৰ লগতে তেওঁকো নিবলৈ প্ৰাৰ্থনা কৰিয়েই সুমন্ত্ৰই কান্দিবলৈ ধৰিলে।

ৰামে সুমন্ত্ৰক অযোধ্যালৈ গৈ পুত্ৰশোকত সন্তপ্ত বৃদ্ধ দশৰথে যাতে তেওঁৰ বাবে চিন্তা নকৰে তাৰ ব্যৱস্থা কৰিবলৈ আৰু পিতাকে যদি কৈকেয়ীৰ বাঞ্ছাপূৰণৰ অৰ্থে কিবা আদেশ কৰে তাক পালন কৰিবলৈ অনুৰোধ কৰিলে। বশিষ্ঠ প্ৰভৃতি গুৰুসকল আৰু কৈকেয়ী-সুমিত্ৰা আদি মাতৃসকলক ৰামৰ প্ৰণতি জ্ঞাপন কৰিবলৈকো সুমন্ত্ৰক ক'লে। ৰামে সুমন্ত্ৰৰ যোগেদি পিতাকলৈ তেওঁলোকে কিঞ্চিতো দুখ নকৰি সোনকালে ভৰতক অনাই অভিষিক্ত কৰিবলৈ আৰু ভৰতলৈ মাতৃসকলক সমভাৱে সেৱা কৰিবলৈ বাণী প্ৰেৰণ কৰিলে (গো: ২।৫৯ ১৫-২১)। কন্দলীয়ে এইখিনি কথা তিনি ফাঁকি পদত চমুৱাই দাঙি ধৰিছে। আনহাতেদি ৰামে কৈকেয়ীৰ প্ৰতি সৌজন্য দেখুৱাৰ কাৰণে ৰুষ্ট হৈ লক্ষ্মণে দশৰথলৈ প্ৰেৰণ কৰা কটু-বাণী কন্দলীৰ লেখনীত অধিক খকা-সৰকা কৰা হৈছে।

মূলত লক্ষণে সুমন্ত্ৰক কৈছিলে— "আপুনি সসম্মানে, শিৰেৰে প্ৰণতি জনাই মোৰ কথা মহাৰাজক জনাবচোন—কি অপৰাধত আপুনি শ্ৰেষ্ঠ গুণ-মণ্ডিত, ধৰ্মপৰায়ণ, মোৰ জ্যেষ্ঠ ভাতৃক নিৰ্বাসন দিলে? কৈকেয়ীৰ ভৰাৰলৈ গৈ আপুনি যশ-হানিকৰ, নৃশংস, পাপজনক গুৰুতৰ অকাৰ্য কৰিলে। নৃশংস কৈকেয়ীৰ কথা শুনি আপুনি ৰামক ত্যাগ কৰি কি কাম কৰিলে? সাধু, প্ৰশান্ত, সকলোকে প্ৰিয় কথা কোৱা ৰামে কি এনে পাপ কৰিছিল যে আপুনি মোৰ সৈতে তেওঁক ত্যাগ কৰিলে? অসত্যৰ ভয়ত প্ৰতিজ্ঞা ৰক্ষা কৰি ভৰতক ৰাজ্য দান কৰিলে, তাত আপোনাৰ কৰ্তৃত্ব আছে; কিন্তু বিনা অপৰাধে, বিশেষকৈ গুণী পুত্ৰক স্ত্ৰীৰ বশ হৈ ত্যাগ কৰাটো মুঠেই যুগুত নহ'ল। (পিতৃৰ) যশ আৰু ধৰ্মৰক্ষাৰ বাবে পুত্ৰই যি কৰিব লাগে, দুষ্কৰ হ'লেও ৰামে তাক কৰিছে; কিন্তু যশ ৰক্ষাৰ বাবে পিতৃয়ে যি কৰিব লাগে আপুনি সেই কাম কৰা নাই। গতিকে হে মহাৰাজ, সাধুলোকে সুৰাপান কৰি অনুশোচনা কৰিলে যেনেকৈ শুভৰায়, সেইদৰে স্নেহ ছিঙি আমাক পৰিত্যাগ কৰাৰ পাছত আপুনি অনুশোচনা কৰাটো শোভা নাপায় (গোঃ ১।৫০।৩-১২)।" উল্লেখযোগ্য যে লক্ষণৰ এই কথাখিনি ই দুটা পাঠত নাই।

কন্দলীৰ ৰামায়ণত লক্ষণে পিতাকলৈ এই বুলি কৈ পঠাইছে—

কৈকেয়ীৰ হিত চিন্তিয়া আমাক বনত পঠাইলা বুলি॥
লোক পতিয়ান বিবাদ এৰিয়া হৰিযে কৈকেয়ীক চাহা।
সাত পুৰুষৰ তোমাৰ গোসানী কান্দত কৰি বুলাহা ২০৩৯॥
তুমি হেন ৰাজা স্ত্ৰীবশ হুয়া বৰ ইটো ধৰ্ম পাইলা।
দেশে দেশে খ্যাতি থাকিল তোমাৰ ৰামক বনে পঠাইলা॥
সকল লোকক অসাৰ দেখিলা কৈলা কৈকেয়ীক সাৰ।
মৰিবাৰ কালে কামবশ্য হুয়া ধৰ্ম নষ্ট আপোনাৰ॥ ২০৪০

ৰামে লক্ষণক বিৰত কৰি সুমন্ত্ৰক সেই কথাখিনি ৰজাক নক'বলৈ কোৱাৰ কথা কন্দলীয়ে মূলৰ দৰেই দিছে। মূলত এইখিনিতে সুমন্ত্ৰই ৰামক তেওঁকো বনত বাস্ কৰিবলৈ অনুমতি দিবৰ কাৰণে কৰা অনুনয়-বিনয়

সম্পূৰ্ণ এটা (২।৫১) সৰ্গত বৰ্ণনা কৰা হৈছে; কন্দলীৰ ৰচনাত যেইখিনি কথা নাই।

ৰামে সুমন্ত্ৰক অযোধ্যালৈ ঘূৰি যাবলৈ কৈ তেওঁলোকৰ জটাবন্ধনৰ বাবে গুহক বড়গছৰ আঠা আনিবলৈ কোৱা আৰু দুয়ো ভায়ে জটাবন্ধন কৰি সীতাৰ সৈতে গঙ্গাৰ কাষলৈ যাবলৈ ধৰাৰ বৰ্ণনা মূলৰ অনুবৰ্তী। মূলত ৰামে যাবৰ সময়ত গুহক সৈন্য, কোষ, দুৰ্গ আৰু জনপদৰ ক্ষেত্ৰত সতৰ্ক থাকিবলৈ কোৱা কথাখিনি কন্দলীয়ে নাই দিয়া।

॥ গঙ্গাৰ দক্ষিণ পাৰে যাত্ৰা ॥

সুমন্ত্ৰ আৰু গুহৰপৰা বিদায় লৈ ৰাম-লক্ষ্মণ আৰু সীতা নাৱত উঠি গঙ্গা পাৰ হোৱা আৰু সীতাই গঙ্গাক অযোধ্যালৈ যাতে তেওঁলোক কল্যাণে ঘূৰি আহিব পাৰে সেই প্ৰাৰ্থনা জনাই গৰু, বস্ত্ৰ আদি দান কৰিবলৈ প্ৰতিজ্ঞা কৰাৰ বৰ্ণনা চমুকৈ হ'লেও কন্দলীয়ে মূলৰ অনুৰূপেই দাঙি ধৰিছে। উল্লেখযোগ্য যে এই প্ৰসংগত সীতাই গংগাক হেজাৰ ঘট সুৰা আৰু মাংসযুক্ত অন্নৰে পূজা কৰিবহি (সুৰাঘটসহস্ৰেণ মাংসভূতোদনেন চ। × দাক্ষি: ২।৫২।৮২) বুলি অন্য পাঠত থকা কথাটো গৌড়ীয় পাঠত নাই।

গঙ্গাৰ দক্ষিণ পাৰত উপস্থিত হৈ ৰাম-লক্ষ্মণে সীতাক মাজত লৈ গৈ থকাৰ সময়ত ৰামে লক্ষ্মণক সতৰ্ক হৈ থাকিবলৈ কোৱা কথাখিনি আৰু তেওঁলোক তিনিও গঙ্গাৰ সিটোপাৰে বৈ থকা গুহ আৰু সুমন্ত্ৰলৈ চাই চাই যোৱাৰ কৰুণ বৰ্ণনাটো কন্দলীৰ ৰামায়ণত নাই। কন্দলীয়ে থোৰতে 'কতো দূৰ গৈয়া বটমূল পাইলা' বুলি সেই দিনাৰ যাত্ৰা সামৰিছে।

গৌড়ীয় পাঠত ৰামে এই ঠাইত সীতাক সুদৰ্শনা নামৰ এখন সৰোবৰ আৰু দূৰত মন্দাকিনী নদী সহ দৃশ্যমান চিত্ৰকূট পৰ্বতটো দেখুওৱাৰ যি বৰ্ণনা আছে (অন্য পাঠত নাই), কন্দলীয়ে তাৰ উল্লেখ কৰা নাই।

গৌড়ীয় পাঠত ৰাম-লক্ষ্মণে সেই ঠাইত গৈ এটা ফুটুকী হৰিণ মাৰি পাক কৰি অগ্নিত আহুতি দিয়াৰ পাছত সেই পবিত্ৰ মাংস তিনিও ভোজন কৰাৰ বৰ্ণনা আছে (২।৫২।৩৫-৩৬)। কন্দলীয়ে সেই কথা থোৰতে 'হৰিণেক

মাৰিয়া ৰান্ধিয়া তৈতে খাইলা' বুলি কৈছে। এইখিনিতে উল্লেখযোগ্য যে তিলকটীকাত এই বৰ্ণনা থকা শ্লোক দুটাৰ ব্যাখ্যাত এই বুলি কোৱা হৈছে — 'ৰজাসকলৰ কাৰণে মৃগয়া ধৰ্ম; গতিকে মৃগবধত দোষ নাই। আহুতিৰূপে উৎসৰ্গিত; গতিকে পবিত্ৰ আৰু ব্ৰতীসকলেও খাব পাৰে। মাংস বন্য আহাৰ ৰূপে স্বীকৃত, গতিকে বনবাসী সকলৰ মাংসভক্ষণত দোষ নাই।

ৰাতি বড়গছৰ তলত তিনিও শয্যা পাৰি শোৱা আৰু ৰামে লক্ষ্মণৰ লগত আলাপ কৰাৰ বৰ্ণনা কন্দলীয়ে মূলৰ দৰেই দিছে যদিও মূলত ৰামে দশৰথক সমালোচনা কৰি যিখিনি কথা কৈছিলে ( গো: ২।৫৩।৮-৩০ ) কন্দলীয়ে তাৰ উল্লেখ মাত্ৰও কৰা নাই। ৰামে লক্ষ্মণক কোৱা সেই কথাৰ চমু ভাবাৰ্থ এই — আজি মহাৰাজে সকলকামা কৈকেয়ীৰ শুশ্ৰূষা লাভ কৰি সুখেৰে শুইছে। ভৰত ঘূৰি আহিলে নৃশংস কৈকেয়ীয়ে নিশ্চয় ৰজাক প্ৰাণে মাৰিব। পিতাকৰ কামবশ অৱস্থা দেখি ৰামৰ এনেহে লাগিছে যেন অৰ্থ আৰু ধৰ্মতকৈ কামৰ বল বেছি; নহলেনো কোন ধাৰ্মিক বিদ্বান লোকে স্ত্ৰীৰ বশ হৈ সৎচৰিত্ৰৰ প্ৰিয়পুত্ৰক ত্যাগ কৰিব পাৰে? সম্ৰাটৰ দৰে সমগ্ৰ কোশল ভোগ কৰিবলৈ পোৱা ভৰত ভাগ্যবান। যি ধৰ্ম আৰু অৰ্থ ত্যাগ কৰি কামত প্ৰবৃত্ত হয়, তেওঁ দশৰথৰ দৰে কষ্ট পায়। সৌভাগ্যত মত্ত হৈ কৈকেয়ীয়ে কৌশল্যা আৰু সুমিত্ৰাক কষ্ট দিব; সেই কাৰণে লক্ষ্মণক ৰামে অযোধ্যালৈ ঘূৰি যাবলৈ কৈছে।

ৰামে লক্ষ্মণক আৰু কৈছে — "ক্ষুদ্ৰমতি নৃশংস পাপিষ্ঠা কৈকেয়ীয়ে নিশ্চয় মোৰ বিদ্বেষ কৰি কৌশল্যাক উৎপীড়ন কৰিব। তুমি অনাথা মাতৃ দুগৰাকীক গৈ ৰক্ষা কৰাঁ।" ৰামে লোকৰ হাতৰ পৰা পৃথিৱী হস্তগত কৰিব পাৰে, কিন্তু ধৰ্মহানিকৰ বীৰত্ব প্ৰদৰ্শন কৰিব নোৱাৰে কাৰণেই তেওঁ সাধাৰণ মানুহৰ দৰে দুখ কষ্ট সহ্য কৰি যাব।" এই কথাখিনি কৈ কৈ ধৈৰ্য হেৰুৱাই ৰামে ডাঙৰকৈ কান্দিবলৈ ধৰিলে।

ৰামে লক্ষ্মণক কোৱা উক্ত কথাখিনি ই দুটা পাঠতো আছে। গোবিন্দৰাজ আদি টীকাকাৰৰ মতে ৰামে পিতাক আৰু কৈকেয়ীক নিন্দা কৰি

এই কথাখিনি লক্ষ্মণক অযোধ্যালৈ ঘূৰাই পঠাবৰ উদ্দেশ্যেহে কৈছিল, অন্তৰতে ৰামে নিজে যেনেকৈ ভবা নাছিল। মাধৱকন্দলীয়ে সম্ভৱতঃ ৰামৰ চৰিত্ৰত চেকা পৰিব বুলিয়েই তেওঁ কৰা পিতৃনিন্দাখিনি ত্যাগ কৰিলে। কন্দলীৰ মতে ৰামে লক্ষ্মণক কোৱা কথাখিনি এই —

আজি জানো সাফলিলে বাপৰ শপত।
কৈকেয়ী মাৱৰ সিদ্ধি ভৈল মনোৰথ ॥ ২০৫১
হৰি হৰি বাপ দশৰথ মহীপাল।
কৈকেয়ী ভৈলন্ত তোমাৰ নিজ কাল ॥
ভৰত নৃপতি হৈলে লথাই বুজি উলি।
মাৰিবে কৈকেয়ী মোৰ বাপ-মায় পুলি ॥ ২০৫২
এতো ভই লণাই দেশক চলি যাহা।
অনাথিনী মাৱক বাপক ভালে চাহা ॥

মূলত শোকত অধৈৰ্য হৈ পৰা ৰামক পুৰবাসীসকলে তেওঁক দেখুৱা অনুৰাগ তেওঁৰ অভ্যুদয়সূচক বুলি লক্ষ্মণে আশ্বস্ত কৰা আৰু নিজে অযোধ্যালৈ ঘূৰি যাবলৈ অস্বীকাৰ কৰা, ৰামক তেনেকৈ শোকত ভাগি পৰা দেখিলে লক্ষ্মণ আৰু সীতাৰো জীৱন ৰক্ষা নপৰিব বুলি ৰামক শোক ত্যাগ কৰিবলৈ কোৱাৰ দীঘলীয়া বৰ্ণনাটোৰ ঠাইত কন্দলীৰ ৰামায়ণত লক্ষ্মণে কৈছে — "ইসব ক্ৰন্দনে আৰো কিছু নসাধয় ॥ পুনু পুনু যোৱোহা দেশক লাগি চল/মই প্ৰাণ তেজিলে পাইবাহা কোন ফল ॥"

॥ ভৰদ্বাজৰ আশ্ৰমত ॥

বটমূলত ৰাতিটো কটাই পুনৰ যাত্ৰা কৰি ৰাম আদিয়ে সন্ধ্যা সময়ত ভৰদ্বাজৰ আশ্ৰমত উপস্থিত হোৱাৰ বৰ্ণনা কন্দলীয়ে মূলৰ অনুৰূপেই সংক্ষেপে দাঙি ধৰিছে। ভৰদ্বাজৰ আশ্ৰমত ৰাম-ভৰদ্বাজৰ সাক্ষাৎ প্ৰসংগৰ বৰ্ণনাত মূলৰ লগত সামান্য অমিল পৰিলক্ষিত হয়।

মূলত থকা মতে ভৰদ্বাজৰ আগত উপস্থিত হৈ ৰামে তেওঁলোকৰ পৰিচয় আৰু বনগমনৰ উদ্দেশ্য জনোৱাৰ পাছত ঋষিয়ে তেওঁলোকক ফল-মূল, অৰ্ঘ্য দান কৰি সংকাৰ কৰিলে। ভৰদ্বাজে ইতিমধ্যে ৰামক দশৰথে

অকাৰণত বনবাস দিয়াৰ কথা শুনিবলৈ পাইছে বুলি ক'লে আৰু ৰামে যদি ভাল পায়, তেনে তেওঁৰ আশ্ৰমতে থাকিবলৈ ৰামক আহ্বান জনালে। তেতিয়া ৰামে ঋষিৰ অনুগ্ৰহ স্বীকাৰ কৰিলে; কিন্তু অযোধ্যাৰ পৰা নাতি-দূৰত সেই আশ্ৰমত তেওঁৰ আত্মীয়সকলে আহি সততে আমনি কৰি থাকিব কাৰণে অন্য কোনো নিৰ্জন স্থানৰ নিৰ্দেশ কৰিবলৈ ঋষিক অনুৰোধ কৰিলে।

কন্দলীৰ ৰামায়ণত ৰাম আহিছে বুলি জানি ভৰদ্বাজে শিষ্য পঠাই ৰামক আগ বঢ়াই আনিছে; গতিকে ইয়াত ৰামে স্বপৰিচয় দিব লগা হোৱা নাই। মূলত ৰামে বনগমনৰ উদ্দেশ্য নিজেই ব্যক্ত কৰিছিলে আৰু ভৰদ্বাজে আগতেই ৰাম-বনবাসৰ খবৰ পাইছিলে। ইয়াত ভৰদ্বাজে ৰামৰ আগমনৰ উদ্দেশ্য সুধিলতহে ৰামে সকলো বিৱৰি কৈছে। ভৰদ্বাজৰ চৰণ দৰ্শন কৰিবলৈ পাই ৰামৰ শোক কিছু পাতলিছে বুলি কৈ তেওঁ ক'ত থাকিব ঋষিক সুধিছে। তেতিয়াহে ভৰদ্বাজে তেওঁৰ আশ্ৰমতে থাকিব'লৈ ৰামক অনুৰোধ কৰিছে। মূলৰ দৰে কন্দলীৰ ৰচনাতো ৰামে নিৰ্জন স্থান এখনৰ সন্ধান বিচাৰিছে।

মূলৰ মতে ভৰদ্বাজে ৰামক থাকিবলৈ কোৱা চিত্ৰকূট পৰ্বতলৈ তেওঁৰ আশ্ৰমৰপৰা তিনি যোজন ( ইতস্ত্ৰিযোজনাগ্ৰাম গিৰিৰ্যত্ৰ নিৱৎস্যসি); পশ্চিমোত্তৰ পাঠৰ মতে এই দূৰত্ব দহ ক্ৰোশ। কন্দলীৰ মতে ভৰদ্বাজৰ আশ্ৰমৰ পৰা 'তৃতীয় প্ৰহৰ পথে' চিত্ৰকূট অৱস্থিত। উল্লেখযোগ্য যে বৰ্তমান চিত্ৰকূট প্ৰয়াগৰ পৰা ( য'ত ভৰদ্বাজৰ আশ্ৰম আছে ) প্ৰায় আশী মাইল দূৰত। ভৰদ্বাজে চিত্ৰকূট সম্পৰ্কে কোৱা কথাখিনি কন্দলীৰ ৰামায়ণত মূলৰ অনুগামী। ৰামৰ চিত্ৰকূট পৰ্যন্ত যাত্ৰাৰ বৰ্ণনা কন্দলীয়ে সংক্ষেপে মূলৰ অনুৰূপেই দিছে।

॥ মনোৰম চিত্ৰকূট ॥

চিত্ৰকূটৰ প্ৰাকৃতিক সৌন্দৰ্যৰ চিত্ৰখনি মূলতে ভেজা লৈ আঁকা হৈছে যদিও মাধৱকন্দলীৰ ৰং-বিৰঙৰ কবিসুলভ কল্পনাৰ বহণে তাত সোণত সুৰগা চৰাইছে। মূলত পাতৰ অন্তৰ ফুলা বুলি থকা ছুই যেন কিংশুক (পলাশ) ফুল আৰু উজ্জল সোণৰ নিচিনা কৰ্ণিকাৰ ফুলবহে বৰ্ণনা কৰা হৈছে। ফলৰ বৰ্ণনা কৰোঁতে বেল গোলাগুটি, কঠাল আৰু তিলুকৰ নামহে কৈছে।

ফুলজাতীয়ে জাই, মালতি, বকুল, বন্ধুলি, কাঞ্চন, টগৰ, কুন্দ, সেউজলি, মন্দাৰ, অশোক, নাগেশ্বৰ, (অশোক জাতীয়) পীতী কুৰুবক, সেৱতী, ভূলাই, কনাৰ, মালতী, গুণ্ডামালী, ৰেৱ, তমাল, মাধৈ, মকৰা প্ৰভৃতি ফুলেৰে চিত্ৰকূট জাতিষ্কাৰ কৰি তুলিছে। সেইদৰে আম-জাম, পনিয়ল, তামোল, কঠাল, নাৰিকল, কমলা, মোহাৰি (সুমথিৰা জাতীয় ফল), শ্ৰীফল প্ৰভৃতি আমাৰ চিনাকি সকলো ফলৰ গছেৰে চিত্ৰকূট ভৰাই পেলাইছে।

বাল্মী, ৰামায়ণত চিত্ৰকূটৰ বাসন্তী শোভা দেখি ৰামৰ কোনো কাম-পীড়া হোৱা নাই। মাত্ৰ তিনিদিনৰ আগতে পিতৃ-মাতৃ, আপোনজন আৰু প্ৰজা-পৰিজনক এৰি থৈ বনবাসী হৈ সুদূৰ পথ বাট-বুৰি বোৱাৰ পাছত বনৰ বাসন্তী শোভা দেখি ৰামৰ 'কামব্যাধি পীড়িয়া নসহে মোৰ গাৱে' অৱস্থা হোৱাটো স্বাভাৱিক যেন নালাগে। মাধৱ কন্দলীৰ বৰ্ণনাত চিত্ৰকূটৰ ফল-মূলযুক্ত বিবিধ তৰু বন' দেখি ৰামৰ সেই অৱস্থা ঘটিছে। তেওঁৰ ৰচনাত ৰামে সীতাক কৈছে—

বসন্ত সময়ে কাম ৰাজাৰ পয়ান।
পুষ্পৰ ধনুত আৰোহিয়া পঞ্চবাণ ॥ ২০৭৪
ভাৰ্য্যা পুৰুষৰ কামবাণে কৰে লথ।
বিৰহী জনৰ ভৈল সহল আসথ ॥
সেনাপতি লৰি গৈল মলয়ৰ বাৱ।
মহাবীৰ নাদ ভৈল কোকিলৰ ৰাৱ ॥ ২০৭৫
পক্ষীগণ বাৱে যেন বাৱে বাদ্যভণ্ড।
নাগেশ্বৰ ফুল কাম নৃপতিৰ দণ্ড ॥
গুঞ্জৰিত বাৱে সবে ভ্ৰমৰ লৰিল।
কেতকী কুসুমে যেন কোতক পড়িল ॥ ২০৭৬

এই পৰিৱেশত কামপীড়িত হোৱা ৰামে 'ভালেসে ক্ৰোধত কাম দহিলা ঈশ্বৰে' বুলি উপলব্ধি কৰিছে।

চিত্ৰকূটত থকা পক্ষীৰ বৰ্ণনাতো মূলত থকা ডাউক, ম'ৰা, কোচা আৰু কুলিতে আৱদ্ধ নাথাকি কন্দলীয়ে কংক, বংক, মৌ-পিয়া, কেচা, ফিঙা, তক,

সাৰী, ৰাজহংস, কলহংস, চক্ৰবাক, খঞ্জন আদি 'জলচৰ থলচৰ জাকে জাকে পক্ষী'ৰ চাল-চলন মনোগ্ৰাহী কৰি বৰ্ণনা কৰিছে। মূলত থকাৰ দৰেই কন্দলীয়ে ৰাজহংস গমনৰ লগত সীতাৰ খোজ-কাটলৰ, চক্ৰবাক-যুগলৰ লগত বক্ষস্থলৰ, কলহংস-নাদৰ লগত কৰধনীৰ, বালিমাহীৰ লগত নয়নযুগলৰ সাদৃশ্য প্ৰকাশ কৰিছে। কন্দলীৰ ৰামে মন্দাকিনীত 'সুশোভিত অধ্যকৌণীত' সীতাৰ সাদৃশ্য দেখিবলৈ পাইছে। কন্দলীয়ে চিত্ৰকূট পৰ্বতৰ যিখনি চিত্ৰ দাঙি ধৰিছে তাত কালিদাসৰ মেঘদূতৰ প্ৰতিফলন দেখা গৈছে —

পকা আমে গৌৰবৰ্ণ কৰিল চৌভিত ॥
×× বাঢ়িল নিকলি যেন পৃথিৱীৰ স্তন ॥
শিখৰ উপৰে মন্দাকিনী শুক্লজল।
তনক ঢাকিয়া যেন বস্ত্ৰৰ আঞ্চল ॥

'মেঘদূত'ত পকা আমেৰে ঢাকখাই থকা আম্ৰকূট পৰ্বতটোকো পৃথিৱীৰ স্তনৰ লগত তুলনা কৰিছে (পূৰ্ব: ১৮)। উল্লেখযোগ্য যে আহাৰমহীয়া আম পকে যদিও কন্দলীয়ে লিখাৰ দৰে শীতৰ অন্তত আম নপকে; গতিকে কালিদাসৰ অনুকৰণ সাৰ্থক নহ'ল। 'মেঘদূত'ত গঙ্গানদীক অলকাৰ শুভ্ৰ বসন বুলি কোৱা হৈছে (পূৰ্ব. ৬৩)।

কন্দলীৰ ৰামায়ণত গৈৰিক ধাতুৰে বিচিত্ৰ, সুবৰ্ণ, ৰজত, মণি, পোৱাল-ৰত্নেৰে শোভিত, পাৰিজাত, শাল, তাল, মন্দাৰ, চম্পকেৰে ভৰি থকা চিত্ৰ-কূটত 'আনন্দৰ ৰমণ সুখে বঞ্চিবোক কাল' বুলি ৰামে সীতাক আহ্বান কৰিছে। গৌড়ীয় পাঠত ৰামে সীতাক হাতীৰ জাকেৰে ভৰা, নানান পক্ষীৰ কলৰৱেৰে নিনাদিত, নানা বিধ মৃগেৰে পৰিপূৰ্ণ সেই শিলাময় ৰম্য কাননত বাস কৰি থাকিব বুলি কৈছিলে। তাৰ ঠাইত কন্দলীৰ ৰচনাত আছে 'মৃগসৱ মাৰিয়া ভুঞ্জিবো নিতে নিত।'

মূলত চিত্ৰকূট পৰ্বতৰ পানী থকা নাৰনি ভাগত নিৰ্জন ঠাইত ৰাম-লক্ষ্মণে আশ্ৰম নিৰ্মাণ কৰাৰ কথা আছে। ওচৰৰ হাবিত হাতীয়ে ভাঙি থৈ যোৱা কাঠ গোটাই লতাৰে বান্ধি কুঁৰি, গছপাতেৰে ছাই ছটা সুকীয়া ঘৰ সজা হ'ল। লক্ষ্মণে ঘৰ ছটা পৰিষ্কাৰ কৰিলে আৰু সীতাই মাটিৰে লিপি

পেলালে। কন্দলীয়ে দুয়ো ভায়ে দুটা 'বাসা' সজা আৰু আৰু সীতাই তাৰ লিপি পেলোৱাৰ কথা কৈছে। লক্ষ্মণে ৰামৰ কথামতে মাৰি অনা পছ অগ্নিত আহুতি দি ভোজন কৰাৰ কথা মূলতো আছে।

॥ সুমন্ত্ৰৰ অযোধ্যালৈ প্ৰত্যাবৰ্তন ॥

ৰাম আদি গঙ্গা পাৰ হৈ যোৱাৰ পাছত সুমন্ত্ৰ আৰু গুহৰ কি হ'ল, মাধৱ কন্দলীয়ে সেই কথা সুমন্ত্ৰ অযোধ্যালৈ ঘূৰি যোৱাৰ বৰ্ণনাৰ আগত উপস্থাপন কৰিছে। মূলত ৰাম, লক্ষ্মণ আৰু সীতাক যেতিয়া চকুৰে নমনা হ'ল, তেতিয়া: সুমন্ত্ৰ আৰু গুহ শোকত অধীৰ হোৱাৰ বৰ্ণনা আগতেই দিলে। অযোধ্যাৰ ৰামবিহীন কৰুণ অৱস্থাৰ বাবে পাঠকৰ মানসিক প্ৰস্তুতি আনি কন্দলীয়ে সুমন্ত্ৰৰ প্ৰত্যাৱৰ্তনৰ আগত এইদৰে জুৰি দিছে —

গংগা পাৰ হৈয়া ৰামে বনত পশিলা।
দেখি গুহ সুমন্ত্ৰৰ শোক উথলিলা ॥
দুই হাতকো দুই পাচে ধৰি গলে বান্ধি।
হা ৰাম বুলিয়া বিহ্বল ভৈলা কান্দি ॥ ২০৯২

কন্দলীৰ ৰামায়ণত শোকাতুৰ সুমন্ত্ৰই গুহক সুধিছে —

দশৰথে দিলন্ত তেজিল মোক ৰাম ॥ ২০৯৩
ৰথ লৈয়া অযোধ্যাক যাইবো কেনমতে।
এতো বনে গৈয়া থাকো ৰামৰ লগতে ॥

তেতিয়া গুহই সুমন্ত্ৰক ৰামৰ আজ্ঞামতে অযোধ্যালৈ ঘূৰি যাবলৈ কৈছে।

মূলত সুমন্ত্ৰই অতি কম সময়তে অনেক দেশ, নদী, সৰোবৰ, গাওঁ অতিক্ৰম কৰি সন্ধ্যা সময়ত ( পশ্চিমোঃ পাঠৰ মতে দ্বিতীয় দিনা সন্ধ্যা ) অযোধ্যাত উপস্থিত হোৱা বুলি আছে। কন্দলীয়ে অন্য বৰ্ণনা বাদ দি সুমন্ত্ৰই একেদিনাই গৈ গধূলি সময়ত অযোধ্যা পোৱা বুলিলে। ৰামক এৰি থৈ শূন্য ৰথখন লৈ ঘূৰি অহা সুমন্ত্ৰক পুৰবাসীসকলে তিৰস্কাৰ কৰাৰ কথা মূলতো আছে; পুৰবাসীসকলৰ ক্ষোভ কন্দলীৰ ৰামায়ণত অধিক তীব্ৰ হৈ প্ৰকাশ পাইছে। মহাদৈসকলৰ বিলাপত কৈকেয়ীৰ ওপৰত তেওঁলোকৰ আক্ষেপখিনি কন্দলীয়ে নিজাকৈ সংযোজনা কৰিছে। মূলত মহাদৈসকলে কৈছিলে — 'ৰামৰ লগত গৈ এতিয়া

ৰামকে এৰি অহা সুমন্ত্ৰই কৌশল্যাই সুধিলে কি ক'ব ? প্ৰিয়পুত্ৰ বনলৈ যোৱাতো কৌশল্যাই যে জীৱন ধাৰণ কৰি আছে, তাৰ পৰা বুজা গৈছে যে জীয়াই থাকিবলৈ যিদৰে টান, মৰিবলৈকো সেইদৰেই সহজ নহয়।' কন্দলীৰ ৰচনাত মহাদেৱীসকলে বিলাপ কৰিছে —

হা ৰাম আমাক অনাথ কৰি গৈলি।
দুখনদী কৈকেয়ী ভৰিয়া ৰাজ ভৈলি॥
×× আমি ভৈলো কৈকেয়ীৰ অষ্টমীৰ ছাগ॥ ২১০৩
আমি আপুতীৰ অন্নলাৰ লাঠী ভই। ইত্যাদি

মূলত সুমন্ত্ৰই মহাদেৱীসকলক একো কোৱা নাই। কন্দলীৰ মতে মহাদেৱীসকলে সোধাত 'কহিলা সুমন্ত্ৰে সৱে বনৰ অৱস্থা'।

মূলত সুমন্ত্ৰই দশৰথৰ আগত ৰামে কৈ পঠোৱা কথাখিনি কোৱাত ৰজা মূৰ্চ্ছিত হৈ পৰে। কন্দলীৰ ৰচনাত ৰামবিহীন শূন্য ৰথখন দেখিয়েই দশৰথ মূৰ্চ্ছিত হ'ল। মূলৰ দৰে ইয়াতো কৌশল্যা আৰু সুমিত্ৰাই পৰি যোৱা ৰজাক দাঙি ধৰিলে। মূলত ৰাজস্ত্ৰীগণো এই সময়ত দশৰথৰ ওচৰত আছিল। তেওঁলোকে ৰজাৰ অৱস্থা দেখি বিলাপ কৰিলে। কৌশল্যাই "মহাৰাজ, ৰামৰ দুষ্কৰ কৰ্ম কৰি অহা দূতক আপুনি নোসোধে কিয় ? ×× ইয়াত তো কৈকেয়ী নাই" ইত্যাদি বুলি কৈ বেভিয়া মাটিত ঢলি পৰিল, তেতিয়া ৰাজস্ত্ৰীগণৰ কান্দোনৰ ৰোল উঠিল। তাকে শুনি পুৰবাসীসকলেও অধীৰভাৱে কান্দিবলৈ ধৰিলে। কন্দলীৰ ৰামায়ণতো ৰজা-ৰাণীক মূৰ্চ্ছিত হোৱা দেখি 'ওৱাৰি পূৰিলা সব ক্ৰন্দনৰ ৰোলে' বুলিছে।

কন্দলীৰ ৰচনাত কিছুপৰৰ মূৰত চেতন পাই দশৰথে সুমন্ত্ৰক ৰাম-লক্ষ্মণ, সীতাৰ কথা সুধিবলৈ ধৰিলে। মূলতো ৰজাই চেতন পাই তেওঁলোকৰ কথা সুধিছিল আৰু ৰাম-লক্ষ্মণ-সীতাই তেওঁলৈ কি সন্দেশ প্ৰেৰণ কৰিছে, জানিবলৈ বিচাৰিছিল। সুমন্ত্ৰই দশৰথলৈ ৰামে কৈ পঠোৱা কথাখিনি মূলতকৈ চমু কৰি কন্দলীৰ ৰামায়ণত দিয়া হৈছে; আনহাতেদি লক্ষ্মণৰ কথাখিনি মূলতকৈ বহলাই দিয়া হৈছে। 'দেখিবে সমস্তে মাত্ৰ কৈকেয়ীৰ দৰ্প' কথাটো মূলতো আছিল যদিও 'দুষ্টি অবিলম্বে পাতি যমছিল ৰবে' বুলি ভৰতক লক্ষ্মণে সতৰ্ক বাণী শুনোৱাৰ কথা মূলত নাই। মূলত সুমন্ত্ৰই সীতাই একো কথা

কৈ নপঠাই মাত্ৰ অশ্ৰুপূৰ্ণ নয়নেৰে দশৰথলৈ প্ৰণাম জ্ঞাপন কৰিছে বুলি কোৱা কথাখাৰ কন্দলীয়ে বাদ দিছে। ৰজাই জানিবলৈ বিচৰাত সুমন্ত্ৰই ৰাম-লক্ষ্মণে জটা ধাৰণ কৰি সীতাৰে সৈতে গঙ্গা পাৰ হৈ যোৱাৰ যি বৰ্ণনা দিছে, কন্দলীৰ ৰচনাত সেই বৰ্ণনা মূলৰ অনুগত।

মূলত সুমন্ত্ৰই দশৰথক নিজৰ কথা এইবুলি কৈছিলে — "মহাৰাজ, মোৰ ইচ্ছা নাছিল যদিও আপোনাক অসন্মান কৰা হ'ব বুলিহে মই ঘূৰি আহিলোঁ। ৰামে মোক মাতি নিব বুলি মই গোটেই দিনটো তাতে ৰৈ কটালোঁ (গোঃ ২।৫৯।১-৬)।" কন্দলীৰ ৰামায়ণত সুমন্ত্ৰই এইবুলি কৈছে—

মোক এৰি গৈলা ৰাম জগতৰ বাপে॥
বনে প্ৰৱেশিল তিনি ভৈলোহো উদাস।
নৰকৰ পলুৰ ৰ্গত নাহি আশ॥ ২১১৯

মূলত ৰামৰ শোকত ৰথৰ ঘোঁৰা কেইটাই তপত লোতক বোৱালে বুলি কোৱাৰ ঠাইত কন্দলীয়ে অধিক কাৰুণ্যৰ স্পৰ্শ দি লিখিছে—

আহাৰ পানী তেজিয়া কান্দয় চাৰি ঘোড়ে॥
চিহৰিতে লাগিল ৰামৰ দিশ চাই।
গুহৰ মোহোৰ দেখি প্ৰাণ ফুটি যায়॥ ২১২০

মূলত সুমন্ত্ৰই ৰামৰ বিৰহত সমস্ত জনপদ, নদ-নদী, বনকে ধৰি অযোধ্যাপুৰী পৰ্যন্ত হোৱা কৰুণ অৱস্থাৰ যি বৰ্ণনা দিছে, কন্দলীৰ ৰচনাত সেই বৰ্ণনা নাই। আনহাতেদি শূন্য ৰথ দেখি তেওঁক প্ৰজাই গালি পৰা, মাৰ-কিল আদি কৰাৰহে বৰ্ণনা দিছে।

মূলত সুমন্ত্ৰৰ কথা শুনাৰ পাছত দশৰথে খেদ কৰি কৈছিলে — 'কৈকেয়ীৰ কৃত্ৰিম ব্যৱহাৰত প্ৰৱঞ্চিত হৈ মই কিংকৰ্তব্যবিমূঢ় হ'লোঁ; মই কিয় ধৰ্মজ্ঞ গুৰুসকলৰ লগত মন্ত্ৰণা নকৰিলোঁ? পাপিষ্ঠ মই মোহগ্ৰস্ত হৈ হিতাহিত জ্ঞান হেৰুৱাই মন্ত্ৰীসকলৰ লগত মন্ত্ৰণা নকৰাকৈ ভতালিকে এনে দুষ্কাৰ্য কৰি পেলালোঁ (গোঃ২।৫৯।১৯,২০)।' কন্দলীৰ ৰচনাত এই কথাৰ ইঙ্গিত মাত্ৰও নাই।

দশৰথে সুমন্ত্ৰক ৰামক ঘূৰাই আনিবলৈ কৈ, পাছত অহা-যোৱা কৰোঁতে

ৰামক অনাটো পলম হ'ব বুলি নিজকে ৰামৰ ওচৰলৈ লৈ যাবলৈ কান্তৰ মিনতি কৰা, ৰাম-লক্ষ্মণ সীতাৰ নাম লৈ দশৰথ মূৰ্চ্ছিত হৈ পৰা, তাকে দেখি কৌশল্যাই বিলাপ কৰিবলৈ ধৰাৰ কথা মূলতো আছে। কন্দলীৰ ৰামায়ণত কৌশল্যাৰ লগতে সুমিত্ৰায়ো তেওঁলোকক ৰামৰ ওচৰত বনত থৈ আহিবলৈ সুমন্ত্ৰক অনুৰোধ কৰিছে। সুমন্ত্ৰই ভেতিয়া ৰাম-লক্ষ্মণ-সীতাই 'বাপ মাৰ বন্ধুজন সবাকো পাসৰি' ( ন পিতুনৈ'ৰ মাতৃশ্চ নান্যস্য স্মৰতো রনে ॥ ২।৬০।২০ ) বনত আনন্দ মনেৰে আছে বুলি আশ্বস্ত কৰাৰ বৰ্ণনা চমু যদিও মূলৰ অনুবৰ্তী। মূৰ্চ্ছিত কৌশল্যাই দশৰথক শুৱাই দি গাত হাত ফুৰাই বিচি দিয়াত ৰজাই চেতনা ঘূৰাই পালে বুলিছে। তাত সম্পূৰ্ণ দুটা সৰ্গ জুৰি ( ২।৬১,৬২, স. ) কৌশল্যাই ৰজাৰ অকাৰ্যক সমালোচনা কৰাৰ বৰ্ণনা দিয়া হৈছে। কন্দলীৰ ৰামায়ণৰ চাৰি ফাঁকি পদত বৰ্ণনা কৰা কৌশল্যাৰ উক্তিত মূলত থকা সকলো দিশ প্ৰকাশ পোৱা নাই। তলত কৌশল্যাৰ উক্তিৰ মূল কথাখিনি দাঙি ধৰা হ'ল।

অসত্যৰ ভয়তে যদি ৰামক বনবাস দিয়া হ'ল, তেনে 'কালিলৈ তোমাৰ অভিষেক কৰিম' বুলি প্ৰতিজ্ঞা কৰি কোৱা, বৃদ্ধ অথচ অজিতেন্দ্ৰিয়, কামনাৰ বশ্য দশৰথৰ প্ৰতিজ্ঞানো ক'ত ৰক্ষা পৰিল ( গৌঃ ২।৬১। ৪-৭ ) ? সত্য সহস্ৰ অশ্বমেধতকৈয়ো শ্ৰেষ্ঠ। ৰামক বনবাস দিয়া কাৰ্য ভ্ৰূণহত্যা সদৃশ পাপ। ধৰ্মত একান্ত আস্থাশীল কাৰণেহে সমৰ্থ হৈও ৰাম বনলৈ গৈছে।

লক্ষ্মণে ৰামৰ প্ৰতি দেখুৱা স্নেহপূৰ্ণ ব্যৱহাৰ সোঁৱৰণ কৰি আৰু কোমলাঙ্গী সীতাই বনত ভুগিবলগীয়া কষ্টৰ কথা ভাবি কৌশল্যা ব্যাকুল হৈ পৰিছে। কৌশল্যাই দশৰথক জনাই দিছে যে বনবাসৰ অন্তত ঘূৰি আহি ৰামক নিজ হাতে ৰাজলক্ষ্মী প্ৰদান কৰিলেও ৰামে তাক গ্ৰহণ নকৰে; সিংহই পৰৰ এৰেহা মাংস ভোজন নকৰে। সত্যনিষ্ঠ, পিতৃভক্ত, অনেক সদ্‌গুণমণ্ডিত ৰাম হেন পুত্ৰক ত্যাগ কৰি দশৰথে পৰম অকীৰ্তি লাভ কৰিছে।

ৰামে মাকক পিতাকৰ প্ৰতি যাতে কোনো কটু ব্যৱহাৰ নকৰে তাৰ বাবে মিনতি কৰি গৈছে। ৰামৰ এই কথা সুঁৱৰি আৰু নিজৰ উচ্চ বংশৰ বিনীত ব্যৱহাৰৰ কথা চিন্তা কৰি স্বামীক বেয়া ব্যৱহাৰ কৰাৰ বাবে কৌশল্যা অনুতপ্ত হৈছে।

কন্দলীৰ ৰামায়ণত কৌশল্যাই ৰামক 'মৰিবাৰ বেলা সত্য বোল হেৰাইলাহা' বুলি তিৰস্কাৰ কৰিছে। সত্য শত অশ্বমেধতকৈও শ্ৰেষ্ঠ। ৰামক অভিষেক কৰিব বুলি সকলো মানুহকে কৈ দশৰথে ৰাজ্য নিদি বনৰ সহে দিলে। গতিকে দশৰথে সত্য ত্যাগ কৰিছে। মূলত কৌশল্যাই সত্য আৰু অহিংসাৰ ওপৰতে ধৰ্ম প্ৰতিষ্ঠিত বুলি কৈছিলে, যেতিয়া হিংসা কৰি দশৰথে অধৰ্ম কৰিছে বুলি গোনপটীয়াকৈ কোৱা নাছিল। কন্দলীৰ ৰামায়ণত তাৰ ঠাইত কৈছে —

অজ্ঞানত বুৰাইলা তোমাৰ নাহি লাজ।
মোক হিংসি সাধিলাহা কৈকেয়ীৰ কাজ।।

মূলত কৌশল্যাই ৰামক পুনৰ দেখিবলৈ পাব বুলিহে প্ৰাণ ধাৰণ কৰি আছে বুলি কৈছিলে; নহলে আত্মহত্যা কৰিব বুলি কোৱা নাছিল। কন্দলীৰ ৰামায়ণত কৌশল্যাই কৈছে —

ৰামক দেখুৱা হেন আশে প্ৰাণ ধৰো।
নুহি আজি আগতে কটাৰ ধৰি মৰো।। ২১৩৬

মূলত দশৰথে কৌশল্যাক ৰামৰ শোকত ক্ষত-বিক্ষত হৈ থকা যেতিয়া হৃদয়ত খাৰ নছটিয়াবলৈ কাতৰ অনুৰোধ কৰাত কৌশল্যাই এই বুলি ক্ষমা প্ৰাৰ্থনা কৰিলে — "হে ধৰ্মজ্ঞ, মই ধৰ্ম কি জানো; আপুনি যে সত্যবাদী তাকো জানো। পুত্ৰশোকত কাতৰ হৈহে মই এনে অনুচিত কথা ক'লো।" কন্দলীৰ বচনাত সুমিত্ৰাই কৌশল্যাক বুজনি দিয়াতহে তেওঁ স্বামীৰ দুখ বুজি ক্ষমা প্ৰাৰ্থনা কৰিছে (২১৩৭-৪০ পদ)।

সুমিত্ৰাই কৌশল্যাক দিয়া বুজনিৰ দৰে এই সময়ত দশৰথক কৰা তিৰস্কাৰো কন্দলীৰ নিজা সংযোজনা। কন্দলীৰ বচনাত সুমন্ত্ৰই এইবুলি দশৰথৰ ওচৰত অভিযোগ তুলিছে —

ছোট হন্তে সেৱা কৰো তোমাৰ চৰণ।
একো কালে নৰাখিলা আমাৰ বচন।। ২১৪১
মৃত্যুকালে পাইলে আসি তোমাক বিবুধি।
কৈকেয়ীক বৰ দিলা আমাক নুসুধি।।

× × × ৰাম অমৃতক তুমি তেজিলা তৰল।
মৰিবাৰ বেলা খাইলা কৈকেয়ী গৰল॥
গুৰু বন্ধুজন কিছু নভৈলা তোমাৰ।
বংশক বিনাশি কৈলা কৈকেয়ীক-সাৰ॥ ২১৪৩

সুমন্ত্ৰই কৌশল্যাই ৰামক ৰজা পাতিম বুলি বনবাস দিয়া দশৰথৰ সত্য কেনেকৈ ৰক্ষা পৰিস যোলা অভিযোগত সমৰ্থন দিছে। দশৰথক কৈকে-য়ীক ক্ৰুদ্ধত তুলি ফুৰিবলৈ কোৱা সুমন্ত্ৰৰ কথাই শালীনতা চেৰাইছে। কৌশল্যাই সুমন্ত্ৰক 'পুত্ৰশোকে মৰিছে আউৰ মাৰা কিক' বুলি বিৰক্ত কৰিলে। সুমন্ত্ৰ ঘৰলৈ গুচি যোৱাৰ পাছত দশৰথৰ চৌপনি আহিল। মূলত কৌশল্যাই ক্ষমা প্ৰাৰ্থনা কৰাৰ পাছতে ৰজাৰ চৌপনি আহিছিল।

গৌড়ীয় পাঠত ৰাম, লক্ষ্মণ আৰু সীতাৰ কাৰণে চিন্তা নকৰিবলৈ সুমিত্ৰাই কৌশল্যাক বুজনি দিয়াৰ বৰ্ণনা সম্পূৰ্ণ এটা সৰ্গ জুৰি দিয়া হৈছে (২।৬৩ স:)। কন্দলীয়ে সেই বুজনিৰ আভাস ইতিমধ্যেই (২১৩৮ পদত) দি আহিছে।

॥ দশৰথৰ অন্তিম শয়ন ॥

দশৰথে মাজ ৰাতি সাৰ পাই নিজৰ দুষ্কৰ্ম এটাৰ কথা মনত পৰিলত সেই বৃত্তান্ত কৈকেয়ীক ক'বলৈ ধৰিলে। অন্ধমুনিৰ অভিশাপৰ এই বৃত্তান্তটোৰ বিষয়ে 'আদিকাণ্ড'ৰ যথাপ্ৰসংগত আলোচনা কৰি অহা হৈছে। মূলৰ মতে এই ৰাতিটো ৰাম যোৱাৰ পৰা ষষ্ঠ দিৱসৰ ৰাতি (গৌ: ২।৬৫।৩, দা: ২।৬৩।৪)। কন্দলীয়ে সেই দৰেই কৈছে।

কন্দলীৰ মতে সেই সময়ত কৌশল্যা-সুমিত্ৰা দুয়ো ৰজাৰ দুয়ো পাশে শুই আছিল; মাজৰাতি সাৰ পাই দশৰথে দুয়ো পত্নীক জগাই দি অন্ধমুনিৰ অভিশাপৰ কাহিনী কৈছিল। কন্দলীৰ ৰচনাত সংক্ষিপ্ত হ'লেও এই কাহিনী মূলৰ অনুগত। মূলত মুনিপুত্ৰৰ নাম যজ্ঞদত্ত, কন্দলীয়ে মুনিপুত্ৰৰ নাম কোৱা নাই। মূলত যজ্ঞদত্তৰ তৰ্পণাদি কৰিয়েই অন্ধ দম্পতীয়ে চিতাত উঠি প্ৰাণত্যাগ কৰিছে; কন্দলীৰ মতে 'দিন কতিপয়ে দুয়ো অন্ধ স্বৰ্গে গৈল।'

দশৰথে অন্ধমুনিৰ শাপৰ ফলতে পুত্ৰৰ শোকত তেওঁৰ মৃত্যু ওচৰ চাপি আহিছে বুলি কৈ ৰামৰ বাবে হাহাকাৰ কৰি শেষত ৰজা নিশ্চেষ্ট

হৈ পৰাৰ বৰ্ণনা কন্দলীয়ে মূলৰ অনুৰূপেই দিছে। ৰাম বনলৈ যোৱাৰ ষষ্ঠ দিনা মধ্য নিশা ৰজা দশৰথৰ মৃত্যু হ'ল। মূলত এই সময়ত কৈকেয়ী ৰজাৰ ওচৰত নাছিল। কন্দলীৰ মতে 'কৌশল্যা সুমিত্ৰা দেৱী আৰু কৈকেয়ী/ৰাজাক বেৰিয়া শুইলা সবে মহাদই ॥' কৌশল্যাই ৰজাৰ মৃত্যু হ'ল বুলি নাভাবি, পুত্ৰৰ সন্তাপত অচেতন হ'ল বুলিহে ভাবিলে।

ৰজাক ৰাতিপুৱা জগাবৰ কাৰণে কৰা মাংগলিক কাৰ্যাৱলী, ৰাজ-স্ত্ৰীগণে সূৰ্যোদয়ৰ আগতে ৰজাক জাগৰিত কৰিবলৈ কৰাৰ চেষ্টা, শেষত ৰজাৰ শৰীৰ স্পৰ্শ কৰি ৰজাৰ মৃত্যু নিৰূপণ কৰাৰ বৰ্ণনা কন্দলীয়ে মূলৰ দৰেই মৰ্মস্পৰ্শী কৰি দাঙি ধৰিছে। নাৰীগণৰ কান্দোনত সাৰপোৱা কৌশল্যা আৰু সুমিত্ৰাই স্বামীক মৃত অৱস্থাত দেখি স্পৰ্শ কৰি ক্ৰন্দন কৰিবলৈ ধৰিলে বুলি মাত্ৰ মূলত আছে। কন্দলীৰ মতে সেই সময়ত —

কৌশল্যা বোলন্ত প্ৰভু কিনো পুণ্য কৈল।
ৰাম ৰাম সুমৰন্তে প্ৰাণ ছুটি গৈল ॥ ২১১৫
কিনো কৰ্মে প্ৰভু এৰাইলন্ত পুত্ৰশোক।
যমপুৰী গৈলা প্ৰভু সুমৰি ৰামক ॥

অন্য ৰাজস্ত্ৰীগণৰ বিলাপ কন্দলীয়ে মূলতকৈ বহলাই দিছে। ইয়াৰ পাছত কৌশল্যাই কৰা বিলাপটো মূলৰ সৈতে কন্দলীৰ ৰচনাত একে নহয়। কৌশল্যাই কৈকেয়ীক কৰা তিৰস্কাৰখিনি ( গোঃ ২।৬৮।৩-১২ ) কন্দলীয়ে সংক্ষেপে মূলৰ দৰেই বৰ্ণনা কৰিছে। মূলত কৌশল্যাৰ বিলাপত স্বামীৰ শোক, ৰাম-লক্ষ্মণৰ বিয়োগ-দুখ আৰু নিজৰ চৰম দুৰ্ভাগ্যজনিত মনোবেদনা বিশদে প্ৰকাশ পাইছে, কন্দলীৰ লেখনীত তেনে দৰে প্ৰকাশ পোৱা নাই। মূলত কৌশল্যাই এই চৰম দুখৰ কালত সীতাৰ পিতৃ-মাতৃৰ কথাও মনলৈ আনিছে। তেওঁ সন্দেহ কৰিছে, জনকেও কন্যাৰ শোকত প্ৰাণত্যাগ কৰিলে নে কি ( গোঃ ২।৬৮। ৩১,৪০ ) ? কন্দলীয়ে সেই কথা বাদ নিদিয়া হ'লেই ভাল আছিল।

মূলত থকা মতে ক্ৰন্দনৰতা কৌশল্যাক সৰ্বজ্ঞগতি বশিষ্ঠৰ আদেশ মতে ৰাজস্ত্ৰীগণে বলেৰে অন্য ঠাইলৈ ধৰি মেলি আঁতৰাই নিলে ( গোঃ ২। ৬৮।৪০,৪৫ )। কন্দলীৰ মতে কৈকেয়ীক তিৰস্কাৰ কৰি কৰি 'মূৰ্চ্ছি হানি' পৰি

যোৱা কৌশল্যাক প্ৰবোধ দিব নোৱাৰি নাৰীগণে বশিষ্ঠক মতাই অনালে। বশিষ্ঠৰ প্ৰবোধত কৌশল্যা শান্ত হ'ল।

গৌড়ীয় পাঠৰ মতে বশিষ্ঠই সেই ঠাই জনশূন্য কৰি লৈ পাছত মন্ত্ৰী-সকলৰ লগত আলোচনা কৰি দশৰথৰ শৱদেহ তৈল পাত্ৰত ৰখালে (গৌঃ ২।৬৮।৩৭,৪৮)। মূলত এই সময়ত সমৱেত হোৱা মন্ত্ৰীসকলৰ নাম নাই। কন্দলীৰ মতে—

সেনাপতি যূথপতি মন্ত্ৰী সন্ধিকৈ।
মহা মহা সাধু যত সবাহাংকে লৈ॥ ২২০৮
বামদেৱ যাজ্ঞবল্ক্য বিশ্বামিত্ৰ গৰ্গ।
মাৰ্কণ্ডেয় গৌতম বজাৰ গুৰুবৰ্গ॥
বশিষ্ঠক মধ্য কৰি বসিলা বিমনে।
× × তৈল দ্ৰোণী কৰি থৈলা ৰাজাৰ শৰীৰ॥

মূলত থকা মতে দশৰথৰ মৃত্যু হোৱাৰ দিনা ৰাতিটো পুৱালত জাবালি, বামদেৱ, কাশ্যপ মাৰ্কণ্ডেয়, গৌতম আৰু মৌদ্গল্য — এই ৰাজগুৰু ব্ৰাহ্মণসকল গোট খাই সভালৈ গ'ল। তেওঁলোকে অমাত্যসকলৰ সৈতে বশিষ্ঠৰ আগত ভাগে ভাগে কথা ক'বলৈ ধৰিলে (গৌঃ ২।৬৯।২-৪)। দশৰথৰ মৃত্যুত ৰাম লক্ষ্মণ আৰু ভৰত-শত্ৰুঘ্নৰ অনুপস্থিতিত যি অৰাজক অৱস্থাৰ সৃষ্টি হৈছে তাৰ প্ৰতিকাৰৰ অৰ্থে কোনো এজন ইক্ষ্বাকুবংশীয় কোঁৱৰক ৰজা পাতিবলৈ তেওঁলোকে বশিষ্ঠক অনুৰোধ কৰিলে। সেই সময়ত সেই ব্ৰাহ্মণ আৰু অমাত্যসকলে অৰাজক অৱস্থাৰ বিপদসমূহৰ কথা বিতংকৈ আলোচনা কৰিছিলে (২।৬৯।৫-৩১)।

কন্দলীৰ ৰামায়ণত দশৰথৰ শৱদেহ সংৰক্ষণৰ ব্যৱস্থা কৰাৰ পাছতে সমৱেত বিশিষ্ট ব্যক্তিসকলে এই সম্পৰ্কীয় আলোচনা কৰিছে। অৰাজক অৱস্থা গুচাবৰ বাবে তেওঁলোকে ভৰত-শত্ৰুঘ্নক আনিবলৈ কোৱাৰ বৰ্ণনা কন্দলীৰ ৰামায়ণত মূলৰ অনুৰূপ মূলত অৰাজক অৱস্থাত ঘটা দুৰৱস্থাৰ বিস্তৃত বৰ্ণনা দিয়া হৈছে। কন্দলীয়ে তেনে অসুবিধাৰ ভিতৰত পৰস্ত্ৰী হৰণ, পুত্ৰই পিতৃক আৰু পত্নীয়ে পতিক নমনা (নাৰাজক পিতুঃপুত্ৰো ভাৰ্য্যা বা বৰ্ততে পথে) আৰু দুষ্ট খল, চোৰৰ প্ৰাদুৰ্ভাৱ হোৱাৰ কথাহে উল্লেখ কৰিছে।

॥ ভৰত-শত্ৰুঘ্নৰ অযোধ্যালৈ প্ৰত্যাৱৰ্তন ॥

বশিষ্ঠই সুমন্ত্ৰক ( মূলত সকলো মন্ত্ৰীকে ) কেকয়দেশৰ গিৰিব্ৰজ (ৰাজ-গৃহ) নগৰীলৈ দূত পঠাবৰ কাৰণে আদেশ দিয়া, ৰজাৰ মৃত্যুৰ সংবাদ নিদিয়াকৈ ৰাম আদেশ বুলি ভৰতক লৰালৰিকৈ অযোধ্যালৈ আনিবৰ কাৰণে দূতক নিৰ্দেশ দিয়া, সাতদিন গৈ দূতসকল গিৰিব্ৰজত উপস্থিত হোৱা, ইফালে ভৰতে পিতাকৰ মৃত্যুসূচক স্বপ্ন দেখা — এই বৰ্ণনা সমূহ কন্দলীয়ে চমুকৈ হ'লেও মূলৰ অনুৰূপেই দাঙি ধৰিছে। ভৰতে পিতাক, ৰাম, কৌশল্যা আৰু সুমিত্ৰাৰ-,সৰ্বশেষত কৈকেয়ীৰ কুশল-প্ৰশ্ন কৰাৰ বৰ্ণনাও মূলৰ অনুবৰ্তী। মূলত ভৰতে কৈকেয়ীৰ কথা স্বকাৰ্য সাধনত তৎপৰ, উগ্ৰস্বভাৱৰ, ক্ৰোধপৰায়ণা আৰু নিত্যগৰ্বিতা ( আত্মকাৰ্যপৰা চণ্ডা ক্ৰোধনা আত্মগৰ্বিতা ) বুলি কোৱাৰ ঠাইত কন্দলীৰ ৰামায়ণত 'ৰাপৰ সুভগা, কলহত প্ৰিয়া, প্ৰচণ্ড যাৰ স্বভাৱ' বুলি দিয়া হৈছে।

কেকয়ৰাজে প্ৰচুৰ উপঢৌকন দি ভৰত-শত্ৰুঘ্নক অযোধ্যালৈ পঠোৱাৰ বৰ্ণনা মূলৰ নিচিনাই। অযোধ্যাৰপৰা গিৰিব্ৰজলৈকে দূতসকলে বাটত পাই যোৱা ঠাইসমূহৰ ( পাঃ ২।৭০ সঃ ) যি বিস্তৃত বৰ্ণনা মূলত দিয়া হৈছে, কন্দলীয়ে তাৰ উল্লেখমাত্ৰও কৰা নাই। ভৰতে অযোধ্যাৰ পথত পোৱা নদী, জনপদ আদিৰো কন্দলীয়ে আভাসমাত্ৰহে দিছে ( ২২৩৪-২২৩৬ পদ )।

সাত দিনৰ মূৰত গৈ ভৰত অযোধ্যাত উপস্থিত হোৱা, অযোধ্যানগৰী বিষাদমগ্ন হৈ থকা দেখি ভৰতে সাৰথিক তাৰ কাৰণ সোধা, দুৱৰীসকলৰ প্ৰণাম গ্ৰহণ কৰি ভৰতে অন্তঃপুৰত ( মূলত ৰাজধানীত ) প্ৰৱেশ কৰা, পিতাকৰ মৃত্যুসূচক লক্ষণ সমূহ লক্ষ্য কৰি গৈ গৈ পিতাকৰ বাসভৱন সোমাই তাত পিতাকক নেদেখা, তেতিয়া ভৰত কৈকেয়ীৰ ভৱনলৈ যোৱা — এই সকলো বৰ্ণনা কন্দলীয়ে মূলৰ অনুগত কৰিয়েই দাঙি ধৰিছে। কন্দলীয়ে অৱশ্যে ভৰতৰ লগত একেলগে শত্ৰুঘ্নও কৈকেয়ীৰ ভৱনলৈ গৈছে বুলিছে। 'হাতীশাল শূন্য যেন মত্তগজ নাই' বুলি কন্দলীয়ে দিয়া দশৰথৰ ভৱনৰ বৰ্ণনা অতি অৰ্থবহ হৈছে।

॥ ভৰত-কৈকেয়ীৰ সাক্ষাৎ ॥

মাকক গৈ প্ৰণাম কৰা ভৰতক কৈকেয়ীয়ে আদৰ-আশ্বাস কৰি তেওঁৰ পিতৃ-গৃহৰ কুশল বাৰ্তা সোধাৰ বৰ্ণনা কন্দলীৰ ৰামায়ণত মূলৰ অনুগত। মূলত ভৰতে উপযাচিহে ককাকে মৰমত দিয়া উপহাৰবিলাক কঢ়িয়াই অনা ক্লান্ত যান-বাহনবোৰ বাটতে পিছ পেলাই থৈ অহাৰ কথা কৈছিলে। কন্দলীৰ বচনাত কৈকেয়ীয়ে নিজেই 'কিবা বস্তু সন্দেশ পঠাইল দিয়া মোক' বুলি বিচাৰিছে। তাৰ বাহিৰে কৈকেয়ীৰ অন্য প্ৰশ্ন আৰু ভৰতৰ উত্তৰসমূহ মূলৰ অনুগত।

ভৰতে কৈকেয়ীক অযোধ্যা মোলান পৰি থকাৰ কাৰণ সোধা, দশৰথ কিয় নিজ ভৱনতো নাই আৰু কৈকেয়ীৰ ভৱনতো নাই ( মূলত কৌশল্যাৰ ভৱনত আছে নেকি ) আৰু দশৰথক ক'ত দেখিবলৈ পাব সেই বিষয়ে প্ৰশ্ন কৰা, কৈকেয়ীয়ে তেতিয়া লাজ-কাজ এৰি পৰম আনন্দেৰে দশৰথৰ স্বৰ্গগমনৰ বাতৰি দিয়া আৰু সেই কথা শুনি ভৰতে আকুলভাৱে বিলাপ কৰাৰ বৰ্ণনা কন্দলীয়ে মূলৰ অনুৰূপেই দাঙি ধৰিছে।

গৌড়ীয় পাঠত (অন্য পাঠত নহয়) ভৰতৰ প্ৰশ্নৰ উত্তৰত কৈকেয়ীয়ে একে আষাৰেই কৈছে— "পুত্ৰশোকত আতুৰ হৈ তোমাৰ পিতৃ মহাৰাজ দশৰথে তোমাক নিজ ৰাজ্য দান কৰি নিজৰ কল্যাণপ্ৰদ সুকৃতিৰ বলত স্বৰ্গলৈ গতি কৰিছে ( গৌঃ ২।৭৪।১৭ )।" কন্দলীৰ ৰামায়ণত অন্য পাঠত থকাৰ দৰে দশৰথে 'আপোন সুকৃতি কৰি চলিলন্ত স্বৰ্গ' বুলি কোৱাৰ উপৰিও "অনাথ কৰিলা আপোনাৰ বন্ধুবৰ্গ' বুলি কাৰণ্যৰ দিশটোৰ প্ৰতিও ইংগিত কৰিছে।

গৌড়ীয় পাঠত ভৰতে মাকক ৰজা কি কাৰণত আৰু কেনেকৈ স্বৰ্গগামী হ'ল আৰু কৈকেয়ীয়ে ভৰতক পৰীক্ষা কৰিবৰ উদ্দেশ্যেৰে সেই মিছা কথা কৈছেনে কি বুলি সুধিছে ( গৌঃ ২।৭৫।২৩,২১ )। তেতিয়া ভৰতক কৈকেয়ীয়ে আশ্বাস দিছে— "তোমাৰ নিচিনা ধৰ্মপৰম্পৰাজ্ঞ জ্ঞানী লোকে শোক নকৰে। তোমাৰ পিতাৰাই যথাযথভাৱে পৃথিৱী পালন কৰি, যজ্ঞ-দান কৰি অন্তিম দশা লাভ কৰিছে। ×× সত্যধৰ্মপৰায়ণ ৰজা দশৰথে ইহলোকতকৈ

অধিক বাঢ়িত থানলৈ গতি কৰিছে (গৌ: ২।৭৪।২৯-৩০)।" তেতিয়াও ৰামৰ অভিষেক কৰি ৰজাই যজ্ঞ কৰিব বুলি আশা কৰিছে তেওঁ মহাৰাজৰ ঘৰলৈ আহিছিল বুলি কৈ ভৰতে পিতাকৰ কি ব্যাধিত মৃত্যু হ'ল সুধিছে। পিতাকৰ শুশ্ৰূষা কৰি ৰাম-লক্ষ্মণ ধন্য হ'ল বুলিও তেওঁ ভাবিছে (২।৭২।২৭-২৯)। ভৰতে এই সময়তে তেওঁৰ পিতৃস্বৰূপ, বন্ধু, প্ৰভু, জ্যেষ্ঠ ভ্ৰাতৃ ৰাম ক'ত আছে বুলি মাকক বাৰে বাৰে প্ৰশ্ন কৰিছে (২।৭৪।৩২-৩৫)।

কন্দলীৰ ৰামায়ণত মাকৰপৰা পিতাকৰ মৃত্যুৰ কথা শুনি ভৰতে শত্ৰুঘ্নৰ সৈতে অনেক ক্ৰন্দন কৰাৰ পাছত 'মনত মানিলো ইটো ৰাম অভিষেক × ×। সকল নিষ্ফল ভৈল পিতৃনাশ শুনি' বুলি দুখ কৰিছে। মাটিত পৰি বিলাপ কৰা ভৰতক 'উলটি কি আসিবন্ত তোমাৰ ক্ৰন্দনে' বুলি আশ্বাস দি কৈকেয়ীয়ে আৰু কৈছে —

বহুতৰ কীৰ্তিক থৈলন্ত মহীপাল।
বৃদ্ধ বয়সত নৃপতিৰ ভৈল কাল॥ ২২৫৮
প্ৰজাক পালিয়া কৰিলন্ত ৰাজ্যভোগ।
সত্য পালি মৰিলা কান্দিতে নুহি যোগ॥

কৈকেয়ীয়ে ভৰতক এটা মিছা কথাও কৈছে — 'মৰিবাৰ বেলা ৰাজা বুলিলা বচন/ৰাখি কৰি আনিয়োক ভৰত-শত্ৰুঘ্ন॥' ৰাম-সীতা-লক্ষ্মণক বনলৈ পঠোৱাত 'সৰ্বলোকে কৌতুক' পোৱাটোও মিছা কথা।

কন্দলীৰ ৰামায়ণত ভৰতে ৰামৰ কথা একো সোধা নাই; পিতাকৰ মৃত্যুৰ সংবাদে তেওঁক যেন বিমূঢ় কৰি পেলাইছে। এই সংকট মুহূৰ্তত বহু-দিনৰ মূৰত ঘৰলৈ অহা ভৰতে ৰামৰ বিষয়ে জানিবলৈ নিবিচৰাটো অস্বা-ভাৱিক কথা। মূলত ভৰতে ৰাম ক'ত আছে বুলি সোধাৰ পাছতে মাকক এইবুলি সুধিলে—"ধীমানসকলৰ ভিতৰত শ্ৰেষ্ঠ মোৰ পিতা ৰজা দশৰথে মোৰ হিতৰ অৰ্থে অন্তিম সময়ত আপোনাৰ আগত কিবা কথা কৈ গৈছেনেকি (গৌ: ২।৭৪।৩৬)?" তেতিয়া কৈকেয়ীয়ে ক'লে — "হা পুত্ৰ ৰাম, হা পুত্ৰ লক্ষ্মণ বুলি অনেক বিলাপ কৰি পিতাৰাই প্ৰাণত্যাগ কৰিলে। পুত্ৰশোকৰ অগ্নিত সন্তপ্ত আৰু যমদণ্ডৰ দ্বাৰা পীড়িত ৰজাই অন্তৰ সময়ত এই বুলি কৈ

স্বৰ্গগমন কৰিলে — প্ৰতিজ্ঞা পালন কৰি সীতা আৰু লক্ষ্মণৰ সৈতে বনবগৰ ঘূৰি অহা ৰামক যিসকলে দেখিবলৈ পাব, সেইসকলেই কৃতাৰ্থ (গৌঃ ২।৭৪ ৪০-৪২)।"

ৰামৰ বনগমনৰ কথাত দ্বিতীয়টো অপ্ৰিয় সংবাদ পাই ভৰত বিষন্ন পৰিল। তেওঁ মাকক ৰামৰ বনগমনৰ কাৰণ কি আৰু তেওঁ ক'ত বাস কৰি আছে সেই কথা সুধিলে। তেতিয়া ভৰতে ভনি ভাল পাব বুলি কৈকেয়ীয়ে এই দৰে ক'লে — "পিতাৰাৰ আদেশ মতে বল্কল পৰিধান কৰি ৰাম সীতা আৰু লক্ষ্মণৰ সৈতে বনলৈ গ'ল। ৰামক বনলৈ পঠাবলৈ মই ব্যৱস্থা কৰিলোঁ। ৰামক বনলৈ পঠাই পিতাৰাই পুত্ৰশোকত প্ৰাণ ত্যাগ কৰিলে।"

ভৰতৰ আৰু কৈকেয়ীৰ মাজত ৰজাৰ মৃত্যু আৰু ৰামৰ বনবাস সম্পৰ্কে হোৱা ইমানখিনি দীঘলীয়া কথোপকথনৰ (২।৬৪।২১-৪৬) ঠাইত কন্দলীৰ ৰামায়ণত মাত্ৰ আঢ়ৈ কাঁকি পদত থকা (২২৫৮-৫৯ ১/২ পদ) কৈকেয়ীৰ 'উঠা উঠা বাপ' ইত্যাদিৰ পৰা 'হেন দেখি লোকসৱে কৌতুক পাইল' পৰ্যন্ত কথাখিনি দিয়া হৈছে।

মূলত ভৰতে মাকক সুধিছে — "ৰামেতো ব্ৰাহ্মণৰ ধন অপহৰণ কৰা নাই, কোনো ধনী বা দুখীয়া লোকক হত্যা কৰা নাই, যাৰ ফলত পিতাই তেওঁৰ প্ৰাণতকৈও প্ৰিয় পুত্ৰক নিৰ্বাসিত কৰিব। তেওঁতো পৰস্ত্ৰী ধৰ্ষণ কৰা নাই, যাৰ ফলত ভ্ৰূণহত্যাকাৰীৰ দৰে তেওঁক দণ্ডকাৰণ্যত নিৰ্বাসিত কৰা হ'ল।

কন্দলীৰ ৰামায়ণত এই কথাখিনি অলপ বেলেগ —

ৰামে কিনো ব্ৰহ্মবধ গো-বধ কৰিল।
লোহে মহাপাপ গুৰু ভাৰ্য্যাক হৰিল ॥ ২২৬৩
সিকাৰণে প্ৰাণভাইক দিল বনবাস।
চিন্তিলন্ত কিয় পিতৃ আপোনাৰ নাশ ॥

ভৰতে আৰু সুধিছে — যি দশৰথে সমস্ত ৰাজ্যৰ প্ৰতি থকা স্নেহৰ সমান স্নেহ অকল ৰামলৈকে পোষণ কৰিছিল, সেই দশৰথক 'ৰবিবাৰ বেলা কেন বিধিয়ে হৰিলা।

মূলত ভৰতে উল্লেখ কৰা ধৰণৰ কোনো পঞ্চদশ কাম ৰাজ্যত নাই কৰা বুলি কৈ কৈকেয়ীয়ে ৰামৰ গুণ বখানি ক'লে — "ৰাম চৰিত্ৰবান, ধাৰ্মিক, নিষ্পাপ, জিতেন্দ্ৰিয় আৰু উদাৰ স্বভাৱৰ। ধৰ্মাত্মা ৰামে সমস্ত জগত আনন্দিত কৰি আছে।" কৈকেয়ীয়ে তাৰ পাছত তেওঁ কেনেকৈ ৰাম অভিষেকৰ কথা শুনি দশৰথক ৰামবনবাস আৰু ভৰতক ৰাজ্যদানৰ প্ৰাৰ্থনা কৰিলে আৰু ধৰ্মপৰায়ণ ৰামে বনলৈ যাত্ৰা কৰাৰ পাছত ধৰ্মপৰায়ণ দশৰথে প্ৰাণ ত্যাগ কৰিলে, সেই কথা পুত্ৰকক ক'লে। তাৰ পাছত তেওঁ ক'লে — "সৰ্বগুণসম্পন্ন ৰামক পঠোৱা গহিত কামটো মইেই তোমাৰ প্ৰীতি-সাধনৰ কাৰণে কৰিলোঁ। × × × হে পৰন্তপ, তুমি এই ৰাজ্য গ্ৰহণ কৰি মোৰ শ্ৰম সাৰ্থক কৰা।"

কন্দলীৰ ৰচনাত কৈকেয়ীয়ে ৰামৰ সৰ্বগুণসম্পন্নতা স্বীকাৰ কৰা নাই আৰু মূলৰ দৰে কৈকেয়ীয়ে ৰামক বনলৈ পঠোৱাটো গৰ্হিত কাম হৈছে বুলি ভৱা নাই। বাকী ৰামবনবাস তথা দশৰথৰ মৃত্যু সম্পৰ্কীয় কথাখিনি মূলৰ লগতে একেই।

মূলত ভৰতে কৈকেয়ীক নিন্দা কৰাৰ বৰ্ণনা দুটা সৰ্গ গো: (২।৭৩,৭৪স:) জুৰি দিয়া হৈছে। সেই দীঘলীয়া কথাখিনিত প্ৰকাশ পোৱা ভৰতৰ মাকৰ প্ৰতি ক্ষোভ আৰু যুক্তিনিষ্ঠতা কন্দলাৰ চমু বৰ্ণনাটোতো (২২৭২-৭৯১) প্ৰকাশ পাইছে। মূলত ভৰতে ৰামৰ হৈ নিজে বনবাস খাটি ৰামক ৰাজপাট অৰ্পণ কৰিবলৈ সিদ্ধান্ত কৰিছে (গোঃ ২।৭৫।৩০), কন্দলীৰ ৰামায়ণত 'এতিক্ষণে মইয়ো আজি যাইবো বনমাজ' বুলিহে কৈছে।

কন্দলীয়ে কৈকেয়ীয়ে ভৰতক কোৱা আদ্যোপান্তখিনিৰ পাছতে লিখিছে — 'শুনো তাই জানিল ৰামৰ বনবাস/কুঁজীৰ কাৰণে ভৈল ৰাজ্যৰ বিনাশ ॥' তাৰ পাছত ভৰতে মাকক তিৰস্কাৰ কৰিছে। মূলত এই সময়ত শত্ৰুঘ্ন ভৰতৰ লগতে নাছিলেই; কৈকেয়ীক তিৰস্কাৰ কৰাৰ পাছতহে তেওঁ আহি তাত উপস্থিত হৈছে (গোঃ ২।৭৭।১)। সেই সময়ত শত্ৰুঘ্নই দুখত আতুৰ হৈ পৰা ভৰতক সান্ত্বনা দিওঁতে কৈছে যে তেওঁ ইতিমধ্যে কুঁজী মন্থৰাৰ কাৰণেই সমস্ত অনৰ্থ ঘটিছে বুলি জানি আহিছে (২।৭৭।২)।

ভৰতৰ লগতে শত্ৰুঘ্নও কৈকেয়ীৰ ওচৰলৈ গৈছিলে বুলি কন্দলীয়ে আগতে উল্লেখ কৰি আছিছে যদিও মূলৰ দৰে শত্ৰুঘ্নই এই সময়ত আহি ভৰতক সান্ত্বনা দিছে বুলিছে। মূলত এই সময়ত শত্ৰুঘ্নই ভৰতক কৈছে — "বিদ্বান, অনৃশংস, সমস্ত প্ৰাণীৰ কল্যাণত ৰত, আৰ্য ৰামে স্বতন্ত্ৰতা বিসৰ্জন দি তিৰোতা এজনীৰ কথামতে কিয় বনলৈ গ'ল? বল-বীৰ্য আৰু অস্ত্ৰ থাকিও লক্ষ্মণে কিয় পিতাকক নিগ্ৰহ কৰি ৰামৰ অভিষেক নকৰিলে (গৌঃ২।৭৭।৩-৫)।" কন্দলীৰ ৰামায়ণত শত্ৰুঘ্নই ৰামক নিন্দা কৰা নাই, মূলৰ দৰে লক্ষ্মণকহে নিন্দা" কৰিছে।

॥ কুঁজীৰ বিপত্তি ॥

গৌড়ীয় পাঠৰ মতে এই সময়তে শুভ্ৰ বস্ত্ৰ, অলংকাৰ পিন্ধি, চন্দন-অগুৰুৰে শৰীৰ লিপি কুঁজী মন্থৰা আহি ৰাজভৱনৰ সিংহদ্বাৰত উপস্থিত হ'ল। তেতিয়া ভৰতে শত্ৰুঘ্নক ক'লে "যাৰ কাৰণে ৰাম গ'ল আৰু মোৰ পিতাই দেহত্যাগ কৰিলে, সেই পাপিষ্ঠা নৃশংসা কুঁজী সোমনী। তুমি তাইৰ যথাবিহিত ব্যৱস্থা লোৱা" (গৌঃ ২।৭৭।১-৭)।

মাধৱ কন্দলীয়ে নিজ কল্পনাৰে সজাই পৰাই কুঁজীক হাঁহিয়াতৰ পাত্ৰ কৰি তুলিয়াইছে। তেওঁৰ মতে কুঁজীয়ে যেতিয়া ভৰত আহিছে বুলি শুনিলে, তাই 'বত্ৰিশ অলংকাৰ' পিন্ধি 'হংসী কেলি কৰে যেন সৰোবৰ মাজে' গতিৰে কৈকেয়ীৰ গৃহলৈ গ'ল আৰু মনতে ভাবিলে —

বয়সত বৰ মই ভৰতত কৰি।
কামবশ ভৈলে সিটো দোৰক নধৰি ॥ ২২৮৬
বিদিতে কুমাৰে মেৰে লাজ কিছু কৰি।
গুপ্তৰূপে তথাপিতো হৈবো পটেশ্বৰী ॥

মূলত মন্থৰাৰ এনে বাসনা মুঠেই নাছিল। শত্ৰুঘ্নই নানা প্ৰকাৰে কুঁজীক শাৰীৰিক পীড়ন কৰা আৰু কটু বাক্য বোলা আৰু কৈকেয়ীয়ে কুঁজীক ৰক্ষা কৰিবলৈ ভৰতৰ আশ্ৰয় লোৱাৰ বৰ্ণনা কন্দলীয়ে মূলৰ দৰেই দিছে। কন্দলীৰ ৰামায়ণত কৈকেয়ীয়ে ভৰতৰ ওচৰত তোলা নিম্নোক্ত অভিযোগ মূলত নাই —

দুই গোটা ভায়েকৰ পৰে পৰী নাই।*
ঘনে ঘনে লোক চাৱে চক্ষু পকাই॥ ২২৯৯
নিদাৰুণ দেখো বৰ সুমিত্ৰাৰ পোক।
দুয়ো গোটা ভায়েক মাৰিতে চাহে লোক॥
লক্ষ্মণেও মোৰ মাৰিতে সাজ ভৈল।
ৰামৰ বচনে পাছে আহৰিয়া গৈল॥ ২৩০০

মূলত ভৰতে শত্ৰুঘ্নক কুঁজীক পীড়ন কৰাৰ পৰা বিৰত কৰাবলৈ কৈছিলে "স্ত্ৰীজাতি সকলো প্ৰাণীৰে অবধ্য; তুমি তাইক ক্ষমা কৰা। ধৰ্মাত্মা ৰামে মোক মাতৃঘাতী বুলি ত্যাগ নকৰে বুলি জনা হ'লে মই এই পাপিষ্ঠা কৈকেয়ীকহে বধিলোহেঁতেন। হে ধৰ্মজ্ঞ, ক্ৰোধ সম্বৰণ কৰা। মন্থৰা পৰৰ দাসী এজনী কুঁজীহে। তাই নিজ কৰ্মফলৰ দ্বাৰা এনেয়ে মৰিছে। এই অসৎ তিৰোতাজনীক মাৰিলে ধৰ্মাত্মা ৰামে তোমাকে মোকে নিশ্চয় ত্যাগ কৰিব (গোঃ ২।৭৭।২৬-২১)।"

কন্দলীৰ ৰামায়ণত ভৰতে 'মৰাক মাৰিলে' একো ফল নাই আৰু কুঁজী পৰৰ দাসী মাত্ৰ বুলি কৈ শত্ৰুঘ্নক বিৰত কৰিলে। কুঁজী গৈ কৌশল্যাৰ কাষ চপা, দৈৱ-বিমোহিত হৈহে কৈকেয়ীয়ে ৰামৰ অনিষ্ট সাধন কৰিছে বুলি ভৰতৰ উপলব্ধি হোৱা আৰু কৌশল্যাৰ কাৰণে ভৰতে আকুল ভাৱে বিলাপ কৰাৰ কথা কন্দলীয়ে মূলৰ অনুৰূপেই লিখিছে। ভৰতৰ কান্দোন শুনি সুমিত্ৰাক লগত লৈ কৌশল্যা ভৰতৰ ওচৰলৈ অহা আৰু কৌশল্যাক দৰ্শন কৰিবৰ উদ্দেশ্যে ইফালৰ পৰা গৈ থকা ভৰত-শত্ৰুঘ্নই বাটতে কৌশল্যা-সুমিত্ৰাক লগ পোৱাৰ কথাও মূলৰ অনুৰূপ।

॥ ভৰত-কৌশল্যা-সংবাদ ॥

মূলত আছে ভৰতক দেখিয়েই কৌশল্যা শোকত ঢলি পৰিল আৰু তাকে দেখি ভৰত-শত্ৰুঘ্নই কান্দিবলৈ ধৰিলে। কন্দলীৰ মতে কৌশল্যাক দেখিয়েই ভৰতহে 'হা মৰিলোহো' বুলি মূৰ্চ্ছিত হৈ পৰিল। কৌশল্যাই ভৰতক কোৱা কথাখিনিও কন্দলীৰ ৰামায়ণত মূলৰ সৈতে একে নহয়।

মূলত কৌশল্যাই ভৰতক কৈছে — "ৰাজ্যৰ অভিলাষী তুমি কৈকেয়ীৰ দ্বাৰা যোগাই লোৱা নিষ্কণ্টক ৰাজ্য সৌভাগ্যক্ৰমে লাভ কৰিলা।

তোমাৰ মাৰাই মোৰ দু'ৰাটোক একো অপকাৰ নকৰা সত্বেও বৰুল পিতাই নিৰ্বাসন দি কি ফল পালে ? তেওঁ সীতাক কি কাৰণত নিৰ্বাসন দিলে ? ৰাম-লক্ষ্মণক লৈ বনলৈ গ'ল। আজি সুমিত্ৰাক লৈ মযো × × বনলৈ গুচি যাম। অথবা য'ত মোৰ পুত্ৰ ৰামে পিতাকৰ আদেশ মতে তপস্যা কৰি আছেগৈ সেই বনলৈ মোক তুমিয়েই পঠাই দিয়া। ধন-ৰত্নেৰে পৰিপূৰ্ণ, চতুৰংগ সৈন্য সমন্বিত, তোমাৰ বাঞ্ছিত আৰু পিতৃদত্ত কল্যাণপ্ৰদ ৰাজ্য তুমি লাভ কৰা। ( গৌ: ২।৭৮।৭-৯ )। ”

কন্দলীৰ ৰামায়ণত কৌশল্যাই কৈছে —

উঠ উঠ বাপু তুই মুখে এৰ লাজ।
মাৰেৰৰ হাতে তুই মাগি লৈলি ৰাজ॥
ৰজাকো মৰাইলি ৰাম বনবাস দিলি।
পিতৃবধ কৰি কোন কৰ্মক সাধিলি॥ ২৩০৮

কৌশল্যাই আৰু কৈছে যে তেওঁক কোৱা হ'লে ৰামে নিজেই ভৰতক যুৱৰাজ পাতিলেহেঁতেন ; তেনেস্থলত ভৰতে কৌশল্যা আৰু সুমিত্ৰাক কিয় অগ্নিকুণ্ডত থাপিলে।

মূলত ভৰতে ৰামৰ দ্ৰোহ আচৰা নাই বুলি খোৱা শপতবিলাক পাঁচিছটা শ্লোকত বৰ্ণনা কৰা হৈছে ( গৌ: ২।৭৮।১-২৫ )। কন্দলীৰ বচনাত ভৰতে খোৱা শপতত তাৰ ভিতৰত ব্ৰহ্মবধ, কপিলা গো-বধ, গুৰুভাৰ্য্যা-হৰণ, আত্মহত্যা, প্ৰতিশ্ৰুত দান নিদিয়াৰ পাপ, ৰাজদ্ৰোহ আৰু সমস্ত ধৰ্মৰ ফল নাশৰ উল্লেখ আছে ( ২৩১১-১৩ পদ )। এনে ভয়ংকৰ শপত শুনি কৌশল্যাৰ গা পুৰিবলৈ ধৰিলে। কৌশল্যাই ইয়াতো মূলৰ দৰেই ভৰতক আশীৰ্বাদ কৰিলে। মূলত কৌশল্যাই ভৰতক পিতাকৰ অন্তিম সংকাৰ কৰিবলৈকো কৈছিলে। এই সময়ত ভৰত শোকত মূৰ্চ্ছিত হৈ পৰিছিলে। কন্দলীয়ে শোক-মগ্ন ভৰতৰ বৰ্ণনা এই দৰে মৰ্মস্পৰ্শী কৰি তুলিছে —

ভৰত শোকাত কৰে মাহে যেন মত্ত॥
মন্দকৰ্মে মাৰৰ, শৰীৰে দেই তাপ।
সুৰাপান কৰি যেন হিয়ৰ সন্তাপ॥ ২৩১৫

আনেৰ কৰত শোক কৌশল্যাৰ ঠাইে।
পিতৃশোক বহ্নি যেন জ্বলে তাৰ গাৱে ॥

পাছদিনা ৰাতিপুৱা বশিষ্ঠ প্ৰমুখ্যে গুৰু, মন্ত্ৰী আৰু পাত্ৰগণ ভৰতৰ ওচৰলৈ যোৱা, পিতৃ আৰু ভ্ৰাতৃৰ শোকত বিহ্বল হৈ পৰা ভৰতক বশিষ্ঠই পিতৃকাৰ্য সমাধা কৰি প্ৰজাৰ দুখ নিবাৰণৰ অৰ্থে ৰাজপাট গ্ৰহণ কৰিবলৈ আহ্বান কৰাৰ বৰ্ণনা কন্দলীয়ে মূলৰ অনুৰূপেই আগ বঢ়াইছে।

॥ দশৰথৰ অন্ত্যেষ্টি ক্ৰিয়া ॥

গৌড়ীয় পাঠৰ মতে ভৰতৰ অনুৰোধক্ৰমে তেওঁক বশিষ্ঠ প্ৰমুখ্যে মন্ত্ৰী-পুৰোহিতসকলে ৰজাৰ মৃতদেহৰ ওচৰলৈ লৈ গ'ল। তিনিও শকাত পৰাকী ৰাজপত্নী আৰু কৌশল্যাও তাত উপস্থিত হ'লগৈ। বিলাপ কৰিবলৈ ধৰা ভৰতক বশিষ্ঠই ভূৰিদ্যুম্ন ৰজাৰ কাহিনী কৈ শান্ত কৰিলে।

কন্দলীৰ ৰামায়ণত ৰজাৰ শৱদেহৰ ওচৰলৈ যোৱাৰ আগতেই বশিষ্ঠই ভৰতক ভূৰিদ্যুম্নৰ কাহিনী শুনাইছে। ভৰতে পিতাকৰ প্ৰেতকৰ্ম সমাপন কৰি ৰামৰ সেৱাহে কৰিবগৈ, তেওঁক ৰাজপাট নালাগে বুলি ক'লে। তাৰ পাছতহে ভৰত-শত্ৰুঘ্নক শৱদেহৰ ওচৰলৈ নিয়া হৈছে। ৰজাৰ শৱদেহ নি সৰযূৰ পাৰত যথাবিধি সংকাৰ কৰাৰ বৰ্ণনা চমু হ'লেও কন্দলীয়েম ূলৰ অনুৱৰ্তী কৰিয়েই দাঙি ধৰিছে। মূলত মাগধ-বন্দী আদিয়ে ভৰতৰ স্তুতিগীত গোৱাত ভৰতে নিষেধ কৰাৰ কথা আছে ( ২।৮২ সঃ ), কন্দলীয়ে তাৰ উল্লেখ কৰা নাই।

মূলত দশৰথৰ উদ্দেশ্যে জলাঞ্জলি দিয়াৰ সময়ত সৰযূ নদীত বিপাশা, শতক্ৰ, গংগা, যমুনা, সৰস্বতী, চন্দ্ৰভাগা প্ৰভৃতি নদী সন্নিহিত হোৱা বুলি আছে। কন্দলীয়ে সেই নদীসমূহৰ লগত পয়স্বিনী, গোমতী, কাবেৰী, লৌহিত্য, নৰ্মদা, সুৰেখা, শোণ গোদাবৰী, হীৰন্নতী, কৃতমালা আৰু ভানুমতী নামৰ নদীৰ নামো উল্লেখ কৰিছে। তাৰ্থৰ জলপান কৰি দশৰথ স্বৰ্গগামী হোৱা আৰু ইন্দ্ৰই তেওঁক আগ বঢ়াই নি অৰ্ধাসন এৰি দিয়াৰ কথা কন্দলীৰ নিজা উদ্ভাৱনা।

পিতাকৰ যাৱতীয় শ্ৰাদ্ধাদি কাৰ্য সমাপন কৰাৰ পাছত ভৰতক মন্ত্ৰী-সকলে ৰাজ্যভাৰ গ্ৰহণ কৰিবলৈ কোৱা, ভৰতে ৰামক ৰাজ্য অৰ্পণ কৰি নিজে

বনবাস খাটিবলৈ স্থিৰ কৰা, ৰামৰ ওচৰলৈ যাবৰ কাৰণে বাট-পথ পৰিষ্কাৰ কৰিবলৈ মানুহ পঠোৱালৈকে বুলি ঘটনাৱলীৰ বৰ্ণনা কন্দলীয়ে চমুকৈ হ'লেও মূলৰ অনুৰূপেই দিছে। ৰামৰ ওচৰলৈ যাবলৈ ওলোৱা ভৰতক বশিষ্ঠই কোৱা কথাখিনি কন্দলীৰ ৰামায়ণত মূলৰ সৈতে একে নহয়।

॥ ভৰত-বশিষ্ঠ সংবাদ ॥

গৌড়ীয় পাঠত থকামতে বশিষ্ঠই ভৰতক এই বুলি কৈছিলে— "বাছা, ধৰ্ম-আচৰণকাৰী ৰজা দশৰথে ধনে-ধানে সমস্ত পৃথিৱী তোমাক দান কৰি গৈছে। × × ৰামে পিতৃ-আদেশ লংঘন নকৰে। পিতাৰাই আৰু জ্যেষ্ঠ ভ্ৰাতৃয়ে তোমাক নিষ্কণ্টক ৰাজ্য দান কৰিছে। অমাত্যগণক সন্তোষ দি তুমি তাক ভোগ কৰা। উত্তৰ, দক্ষিণ আৰু পশ্চিম দেশৰ, কেৰলৰ আৰু দ্বীপবাসী ৰজাসকলে আহি তোমাক বহুৰ উপহাৰ দিয়কহি (গৌঃ ২।৮৮।৪-৭)।"

কন্দলীৰ ৰামায়ণত বশিষ্ঠই ভৰতক কোৱা কথাখিনিত মূলতকৈ সুৰ বেলেগ —

ভালমতে বুজিলো চৰিত্ৰ তোমাৰ ॥ ২৩৬১
তোমাৰ মাতৃৰ বোলে ভেজি ইটো ৰাজ।
ভাৰ্য্যা ভ্ৰাতৃ সমে ৰাম আছে বনমাজ ॥
ৰাজ্যসুখ এৰি বনফল কৰে ভোগ।
তাক হিংসা কৰিতে তোমাৰ নোহে যোগ ॥ ২৩৬২
× × × বুলিবাহা ৰামক আনিতে প্ৰতি যাওঁ।
ইটো বচনক আমি কেনে পতিয়াওঁ ॥ ২৩৬৩
তোমাৰ কপট ভৈল বিদিত পূৰ্বত।
হয়ে ৰাজ্য লোৱাইলাহা মাতৃৰ হাতত ॥

মূলত বশিষ্ঠই ভৰতক ৰাজপাট গ্ৰহণ কৰিবলৈ কোৱাৰ কাৰণে তেওঁৰ খং উঠিছিল; তেওঁ কৈছিলে যে হয় তেওঁ গৈ ৰামক ঘূৰাই আনিব, নহয় অগ্ৰজৰ দৰে ৰামৰ লগত থাকিব।

কন্দলীৰ ৰামায়ণত বশিষ্ঠই ভৰতৰ 'ছদ্ম'ৰ সন্দেহ কৰিছে যেতিয়া

ইয়াত ভৰতৰ উত্তৰো মূলতকৈ বেলেগ হ'ব। ইয়াত ভৰতে 'কৃত-ভৰিয়াত' জানিও তেনে কথা কোৱাৰ বাবে বশিষ্ঠক খং কৰি কৈছে —

আনে কি ইসব বাক্য বুলিবেক মোক।
দেখাইলোহো হন্তে তাক আজি যমলোক॥

ভৰতে তাৰ পাছত ৰামক বনবাস দিয়াৰ কথা যদি তেওঁ সপোনতো ভাবিছিলে, তেনে তেওঁ বশিষ্ঠৰ নিচিনা সহস্ৰজন ব্ৰাহ্মণবধ, গঙ্গাৰ তীৰত সহস্ৰ কপিলা-গো-বধ, গোত্ৰহত্যা, সুৰাপান, অগম্যাগমন, ব্ৰাহ্মণৰ সুবৰ্ণ অপ-হৰণৰ মহাপাতকত পৰিব বুলি শপত খালে। ভৰতে আৰু ক'লে —

ৰামে জপ ৰামে তপ ৰামে ইষ্ট দেৱ।
ৰামবেসে চৰণক কৰিবোহো সেৱ॥ ২৩৭১

ৰাম দেৱ, দ্বিজ আৰু গুৰুত ভকত, সৰ্বক্ষণে পিতৃ-মাতৃৰ অনুগত, পৰম বিনীত, বেদশাস্ত্ৰত নিপুণ, ক্ৰোধত যমসদৃশ, ক্ষমাত বসুমতী, গাম্ভীৰ্যত সাগৰ, বুদ্ধিত বৃহস্পতি ইত্যাদি বুলি কৈ ভৰতে শেষত বশিষ্ঠক নিজৰ অভি-প্ৰায় জনাই দিলে —

প্ৰীতি কৰি আনি থাপি ৰামক ৰাজ্যত।
মই বনে থাকি পালো পিতৃৰ শপত॥

ভৰতৰ কথা শুনি বশিষ্ঠই 'চিত্তক লখিতে কৰিলোহো পৰিহাস' বুলি কৈ ভৰতক ৰামৰ ওচৰলৈ যাবলৈ অনুমতি দিছে আৰু 'তোমাৰ প্ৰসাদে দেখো আমিও ৰামক' বুলি সন্তোষ প্ৰকাশ কৰিছে।

। ভৰতৰ গহন-বনে ৰামৰ সমীপলৈ যাত্ৰা ॥

এই যাত্ৰাৰ বৰ্ণনা সংক্ষেপ কৰি হ'লেও কন্দলীয়ে মূলৰ অনুবৰ্তী কৰি দাঙি ধৰিছে। ভৰতৰ লগত যোৱা আশীৰ্বাদ বৃত্তিজীৱীৰ কথা মূলত কোৱা কৈছে; কন্দলীয়ে চৌদ্ধ বিধৰ নাম উল্লেখ কৰিছে। ভৰতে গহন-বনে লৈ গঙ্গাৰ পাৰত পিতৃ-তৰ্পণ কৰা আৰু গুহই ভৰতৰ বিপুল সৈন্য বাহিনী দেখি সেই অভিযান ৰামৰ বিৰুদ্ধে বুলি ভাবি ৰণসজ্জা কৰাৰ বৰ্ণনাও মূলৰ অনুগত। মূলত গুহই ভৰতে ৰামক বধ কৰিবলৈ গৈছে বুলি সন্দেহ কৰিছিলে যদিও কন্দলীয়ে লিখাৰ দৰে তেওঁ ভৰতে মাকৰ হতুৱাই ৰামক ৰাজ্যচ্যুত

কৰি পিতাকৰ হতুৱাই বনবাস দিওৱাৰ ষড়যন্ত্ৰ কৰিলে বুলি ভবা নাই।

মূলত নাই যদিও কন্দলীয়ে ভৰতৰ আৰু গুহৰ সৈন্যৰ মাজত সংঘৰ্ষ হোৱা বুলিছে (২৩৯৬ পদ)। কন্দলীৰ ৰামায়ণত ভেনে অৱস্থাত গুহই মন্ত্ৰীক মাতি আনি কৈছে —

বুজিবাক দিয়ো হাক আমাৰ সেনাক ॥
অবিচাৰে প্ৰথমত যুদ্ধ কৰো যেৱে।
পৰ্য্যন্তে আমাৰ ঘাটি মিলিবাক তেৱে।' ২৩৯৭
প্ৰথমতে ভৰতক ভেটিবাক যাওঁ।
ভালমতে তান চিত্ত জিজ্ঞাসিয়া চাওঁ ॥
শুনি আছোঁ ভৰতৰ ৰামত ভকতি।
ৰামক নিবাক যেৱে আসিছে সম্প্ৰতি ॥ ২৩৯৮
তেৱে যুজিবাক যোগ্য আমাৰ লোহয়।

মূলত গুহই নিজৰ বাহিনী সজ্জিত কৰিবলৈ কৈ সহস্ৰ সহস্ৰ জাতি-বন্ধু লগত লৈ ভৰতৰ আশয় বুজিবৰ কাৰণে আগ বাঢ়ি গৈছিল।

॥ ভৰত-গুহৰ সাক্ষাৎ ॥

মাছ, মাংস আৰু মৌ লৈ ভৰতৰ ওচৰলৈ যোৱা গুহক দেখি সুমন্ত্ৰই ভৰতক ক'লে —"আপোনাৰ জ্যেষ্ঠ ভাতৃৰ সখা গুহ × × আপোনাৰ ওচৰলৈ আহিব লাগিছে। তেওঁ দণ্ডকাৰণ্যৰ বিষয়ে ভালকৈ জানে। আপোনাৰ প্ৰীতিৰ অৰ্থেই তেওঁ আহিছে। ৰাম-লক্ষ্মণ ক'ত আছে, সেই কথা তেওঁ নিশ্চয় জানে (গো: ২।৯২।১-৪)।"

কন্দলীৰ ৰামায়ণত পাত্ৰ-মন্ত্ৰী আৰু সেনা সমন্বিতে উপহাৰ লৈ গুহক অহা দেখি সুমন্ত্ৰই ভৰতক সেই কথা জনাই ক'লে যে তেওঁ ৰামৰ পৰম হিতকাৰী সখা; ভৰতে তেওঁক সংকাৰ কৰিব লাগে। ৰামে পূৰ্বে 'আলিঙ্গি ধৰিয়া তান মুখে চুমা দিল' বুলি সুমন্ত্ৰই ক'লে। সেই গুহৰপৰা ৰাম-লক্ষ্মণৰ সংবাদ পাব পৰা হ'ব।

মূলত ভৰতৰ কথামতে সুমন্ত্ৰই গুহক ভৰতৰ ওচৰলৈ লৈ গ'ল। উপ-হাৰসমূহ অৰ্পণ কৰি গুহই ভৰতক ৰাতিটো তেওঁৰ আতিথ্য গ্ৰহণ কৰি পাত্ৰ-

দিনা যাত্ৰা কৰিবলৈ বিনীত প্ৰাৰ্থনা জনালে। গুহৰ ব্যৱহাৰত সন্তুষ্ট হৈ ভৰতে ভৰদ্বাজৰ আশ্ৰমলৈ যোৱা পথৰ কথা সুধিলে। গুহ নিজেও ভৰতৰ লগতে যাব বুলি ক'লে আৰু তেওঁৰ মনত জন্মা সন্দেহ প্ৰকাশ কৰি গুহই ক'লে— "আপুনি ৰামৰ প্ৰতি অসন্তোষ লৈ যাব খুজিছে নে কি? আপোনাৰ বিপুল সৈন্যবাহিনী দেখি মোৰ সেই সন্দেহ জন্মিছে" (পৌ. ২।৯২।৭-১৬)।

কন্দলীৰ ৰামায়ণত এইখিনিতে বৰ্ণনা কিছু বেলেগ হৈছে। সুমন্ত্ৰই যেতিয়া ৰামৰ পৰম সুহৃদ গুহ অহাৰ কথা জনাই ভৰতক আদৰ-সৎকাৰ কৰিবলৈ পৰামৰ্শ দিলে সুমন্ত্ৰকে সেই কাম কৰিবলৈ ভৰতে আদেশ দিলে। সুমন্ত্ৰ আগবাঢ়ি গ'ল, দুয়ো হাঁহিমুখেৰে দুয়োকো আকোঁৱালি ধৰিলে, মধুৰ বচনেৰে আদৰ-আশ্বাস কৰিলে। গুহক ভৰতৰ ওচৰলৈ লৈ যোৱা হ'ল। গুহই দূৰৰেপৰা কৃতাঞ্জলি হৈ দণ্ডৱতে পৰি তাৰ পাছত জানু পাৰি নম্ৰভাৱে বহিলে। গুহৰ সেই ভক্তিভাৱ দেখি ভৰতে তেওঁক 'প্ৰিয়বাক্যে পূজা কৰিলন্ত বহুতৰ'। ভৰতে সুমন্ত্ৰৰপৰা গুহৰ শুদ্ধভাৱ আৰু 'ৰামত ভকতি'ৰ কথা শুনিছে বুলি কৈ সুধিলে — "ৰামৰ বৃত্তান্ত যত তুমি আছা জানি/কহিয়ো আমাত তান কল্যাণ কাহিনী॥" তেতিয়া গুহই ক'লে —

কেনমতে জানিবো তোমাৰ অন্তমন॥
ভাল মন্দ তোমাৰ জানিতে মই চাওঁ।
তেবেসে ৰামৰ বাৰ্তা তোমাক জনাওঁ॥ ২৪০৮

মূলত গুহৰ সন্দেহ দূৰ কৰিবলৈ ভৰতে স্নিগ্ধ বচনেৰে কৈছিলে — "হায় ধিক, কি কষ্ট, তেনে এটা সময় যেন নাহক। ৰামৰ সম্পৰ্কত তুমি মোৰ ওপৰত তেনে সন্দেহ কৰা উচিত নহয়। জ্যেষ্ঠভ্ৰাতৃ ৰাম মোৰ পিতৃৰ তুল্য। বনবাসী ৰামক মই ঘূৰাই আনিবলৈ যাওঁ। তুমি মোৰ প্ৰতি অন্য ভাৱ নল'বা। মই সত্য কৰি কৈছোঁ (পৌ. ২।৯২।১৮,১৯)।"

কন্দলীৰ ৰামায়ণত গুহৰ কথা শুনি 'বজ্ৰৰ প্ৰহাৰে যেন হিয়া ভৈল ছিন্ন' অৱস্থা হোৱা ভৰতে মনতে ভাবিলে —

চাণ্ডালে পৰিষা মোক কৰিবাক পাইল।
কৈকেয়ী মায়েসে মোৰ দুৰ্দশ কৰাইল॥

চুটৰে ভাল নহে সৰ্ব জাতিতো অধম।
তাহাতো ৰামত ভৈল ভকতি উত্তম ॥ ২৫১০
আমাক পৰিহা কৰে অধম চণ্ডাল।
ইলাজত কৰি মোৰ মৰণেসে ভাল ॥

কন্দলীৰ মতেই ৰামে যাক আলিঙ্গন কৰি শিৰত চুম্বন কৰিছিল, সেই গুহৰ প্ৰতি এনে হেয় ভাৱ ভৰতৰ মনত জন্মাৰ কল্পনাটোও কন্দলীৰ নিজৰেই; বাল্মী° ৰামায়ণৰ কোনো পাঠতে এনে ভাৱৰ ইঙ্গিত পোৱা নাযায়।

চণ্ডালেও পৰিহা কৰিছে বুলি লজ্জিত হোৱা ভৰতে গুহক "কি বোল বুলিলা গুহ উচিত তোমাৰ" বুলি কৈ মাকৰ দোষতহে তেওঁ এনে অপবাদৰ ভাগী হ'ল বুলি ক'লে। তেওঁ আৰু ক'লে, তেওঁৰ কাৰণে ৰামেই জীৱন, ৰামেই তেওঁৰ প্ৰাণ, ৰাম তেওঁৰ বাবে পিতৃতো অধিক। মাকৰ দোষত বনবাসৰ দুখ ভোগা ৰামক তেওঁ নিবলৈ বুলি বনলৈ আহিছে। ৰামলৈ তেওঁৰ কপটভাৱ নাই। 'মিছা যদি বোলো ব্ৰহ্মবধ পাপ পাওঁ' বুলি শপত খাই এইখিনি কথা কোৱাত ভৰতৰ 'শ্ৰেষ্ঠ ভাইত ভকতি' দেখি গুহই সন্তোষ পালে। গুহই 'সাফল জনম তুমি সুকৃতি সাধিলা' বুলি প্ৰশংসা কৰি 'দশৰথৰ সুত ৰাঘৱৰ ভাই' ভৰতক ৰাতিটোৰ কাৰণে তেওঁৰ আতিথ্য গ্ৰহণ কৰিবলৈ অনুৰোধ কৰিলে। মূলত যি সৰলতাৰে গুহই ভৰতৰ অভিপ্ৰায় জনাৰ আগতেই তেওঁক আতিথ্য যাচিছিল, ইয়াত সেই সৰলতাৰ আভাস পোৱা নগ'ল।

কন্দলীয়ে মূলত নাই যদিও লোকৰুচিৰ অনুকূল কৰি খোৱাবস্তুৰ নাম উল্লেখ কৰি ভৰত তথা সহযাত্ৰীসকলক আগবঢ়োৱা আতিথ্যৰ বিতং বিৱৰণ দিছে। কন্দলীৰ ৰামায়ণত ৰামৰ ৰাত্ৰিযাপন সম্পৰ্কত মূলত ভৰতে গুহক পুংখানুপুংখ ভাৱে সোধা কথাখিনিৰ অৱতাৰণা নকৰি ৰামে ব্যৱহাৰ কৰি থোৱা তৃণশয্যাখনকে কেন্দ্ৰ কৰি পৰিৱেশৰ কাৰুণ্য গভীৰ কৰি তুলিছে।

মূলত শয্যাত পৰিও ৰামৰ চিন্তাত টোপনি নহা ভৰতৰ ওচৰলৈ গৈ গুহই তেওঁৰ ৰামৰ প্ৰতি ভক্তিৰ প্ৰশংসা কৰিলে। ভৰতে গুহক ৰাম-সীতাই ক'ত শুইছিলে, ক'ত বিশ্ৰাম লৈছিলে, কি খাইছিলে, লক্ষ্মণ কোন ঠাইত শুইছিলে, ইত্যাদি অনেক কথা সুধিবলৈ ধৰিলে। ৰামৰ সেই প্ৰবাস-যাপনৰ

ৰাতি লক্ষ্মণ আৰু গুহই উজাগৰে কটোৱাৰ কথা ভৰতে জানিবলৈ পাইছে বুলিও ক'লে। গুহই ভৰতৰ প্ৰশ্নত যথাযথ বৰ্ণনা দি গ'ল (যোঁঃ ২।৯৩।২-২৫)। গুহই যেতিয়া ৰাম-লক্ষ্মণে জটা-বন্ধন কৰি সীতাৰে সৈতে বনযাত্ৰা কৰাৰ বৰ্ণনা কৰিলে, তেতিয়া ভৰত শোকত মূৰ্চ্ছিত হৈ পৰিল। ভৰতক আঁকোৱালি ধৰি শত্ৰুঘ্নয়ো কান্দিবলৈ ধৰিলে। তাকে শুনি দশৰথৰ পত্নীসকলে ভৰতক বেৰি ধৰিলেহি। কৌশল্যাই ভৰতৰ গাত ঘনে ঘনে হাত ফুৰাই তেওঁৰ কিবা অসুখ হৈছেনেকি, নে ৰাম-লক্ষ্মণ সীতাৰ কিবা অশুভ সংবাদ পালে বুলি সুধিবলৈ ধৰিলে।

ভৰতে পুনৰ ৰাম-লক্ষ্মণৰ কথা হে সুধিবলৈ ধৰিলে। গুহই ভৰতক ৰামে ৰাত্ৰিযাপন কৰা ইঙ্গুদীমূলৰ তৃণশয্যাখন আঙুলিয়াই দেখুৱালে। মন্ত্ৰীসকলৰ সৈতে উঠি গৈ ভৰতে সেই শয্যা চাই চাই, ৰাম-সীতাৰ শয়ন চিহ্নসমূহ দেখি তেওঁ শোকত আতুৰ হৈ পৰিল। ৰাজপুত্ৰ ৰাম আৰু ৰাজনন্দিনী সীতাৰ ৰাজভৱনৰ সুখ আৰু বনবাসৰ কষ্ট তুলনা কৰি ভৰতে শোক কৰিবলৈ ধৰিলে।

কন্দলীৰ ৰামায়ণৰ মতে গুহৰ আতিথ্য লাভ কৰি ভৰত-শত্ৰুঘ্নই কিছু সময় শোক পাহৰি আছিলে যদিও অলপ পাছতে তেওঁলোকক শোকে খুমুৰি দি ধৰিলে। যেতিয়া ভৰতে গুহক তেওঁ ৰাম-লক্ষ্মণ-সীতাক গৈ কত দেখিবলৈ পাব, তেওঁলোকক সুমাৰ যেওঁৰ টোপনি নোহোৱা হৈছে বুলি কৈ 'ইঙ্গুদী বৃক্ষৰ মূলে তৃণ শয্যা চাওঁ' বুলি ক'লে। গুহই ভৰত-শত্ৰুঘ্নক ইঙ্গুদী গছৰ তললৈ লৈ গ'ল আৰু ৰাম প্ৰকাৰ দিনা ৰাতি সুমন্ত্ৰ আৰু লক্ষ্মণৰ সৈতে তেওঁ পহৰা দি থকাৰ কথা ক'লে। তাৰ পাছতে দুয়ো ভায়ে পুৰা জটা-বন্ধন কৰি 'ভুমিপাৱে' কেনেকৈ যাবলৈ ধৰিলে, গঙ্গা পাৰ হৈ গৈ বনত প্ৰৱেশ কৰিলেহি আৰু তাকে দেখি সুমন্ত্ৰই সৈতে গুহই কেনেকৈ কান্দিবলৈ ধৰিলে, তাওঁকে খোৰতে কৈ শুনালে।

ৰামৰ তৃণশয্যা চাই কান্দিবলৈ ধৰা ভৰত-শত্ৰুঘ্নৰ লগতে সুমন্ত্ৰ আৰু গুহয়ো বিলাপ জুৰিলে। ৰাম-সীতা-লক্ষ্মণৰ বনত কিবা অঘটন হ'ল বুলি ভাবি সুমিত্ৰাক লগত লৈ কৌশল্যাও সেই ঠাইত উপস্থিত হ'লহি। দুয়ো-

শত্ৰো মাতৃয়ে পুত্ৰসকলৰ ভিত্তিত ধৰি কান্দি কান্দি বিমূৰ্চ্ছিত হৈ পৰিল। অন্য নাৰীসকলেও হাহাকাৰ কৰিবলৈ ধৰিলে। মূলত ভৰতে কৌশল্যাক কোনো আশ্বাস দিয়াৰ কথা নাই। কন্দলীৰ ৰামায়ণত ভৰত-শত্ৰুঘ্নই কৌশল্যা-সুমিত্ৰাক ভূমি ধৰি আশ্বাস দি ক'লে — "ৰামৰ অৰ্থে মাত্ৰ আন কিছু নাই/কান্দিলোহে আঁখি তান তৃণশয্যা চাই ॥" মূলৰ দৰে ইয়াতো ভৰতে বাল্যপুত্ৰ ৰামৰ পূৰ্বৰ শয়ন-ভোজনৰ লগত বনবাসৰ দুখপ্ৰদ জীৱনৰ তুলনা কৰি দুখ কৰিছে।

ইয়াৰ পাছত ভৰতে তৃণশয্যাত শয়ন কৰিবলৈ, বৃক্ষচৰ্ম আৰু জটা ধাৰণ কৰি ফল-মূল ভোজন কৰিবলৈ সংকল্প গ্ৰহণ কৰিলে; কাৰণ ভৰতৰ মতে "ৰামৰ সেৱক মই ধৰো তান ধৰ্ম।" মূলত ভৰতে শত্ৰুঘ্নৰ সৈতে ৰামৰ হৈ চৌদ্ধ বছৰ বনবাস খাটিবলৈ আৰু ৰাম-লক্ষ্মণক ৰাজ্য পালনৰ বাবে অনুৰোধ জনাবলৈকো সংকল্প গ্ৰহণ কৰিছিলে। মূলত নাই যদিও কন্দলীৰ ৰামায়ণত ভৰতে এইখিনিতে কৈকেয়ীক দোষাৰোপ কৰি 'পূৰ্ণ অমৃতৰ ঘটে ঢালিলিহি বিষ', 'স্বামীক মৰাইলি মোক কৰাইলি দুৰ্যশ' ইত্যাদি বুলি কৈ 'গলে কাঠ চিপি তোক ম'ৰিবাক পাৰো/মাতৃবধ লাগিব ইহাতে মই হাৰো' বুলি ক্ষোভ প্ৰকাশ কৰিছে। কন্দলীৰ মতে ভৰতৰ এই কথাখিনি শুনি কৌশল্যাৰ মন কিছু স্থিৰ হ'ল। কন্দলীৰ ৰামায়ণত মাকক এইদৰে তিৰস্কাৰ কৰাৰ পাছত ভৰতে গুহৰ আগত কৈছে, তেওঁ ৰামক ৰাজপাটত বহুৱাই নিজে বনবাস খাটিব। তাৰ পাছত তেওঁ গুহক ঘৰলৈ যাবলৈ কৈছে। মূলতো এই সংকল্পৰ কথা ঘোষণা কৰাৰ পাছতে গুহক বিদায় দি অনুগামীসকলৰ সৈতে ভৰত ইঙ্গুদিমূলৰপৰা থকা ঠাইলৈ গুচি যায়।

কন্দলীয়ে লোকৰঞ্জনৰ উদ্দেশ্যে দুই এটি বৰ্ণনা নিজাকৈ সংযোজনা কৰিছে (২৪৫৩-৫৬) যদিও ভৰতে সদল-বলে গঙ্গা পাৰ হোৱাৰ বৰ্ণনা মূলৰ অনুৰূপেই দাঙি ধৰিছে। মূলত ভৰত-শত্ৰুঘ্ন আৰু ৰাজমহিষীসকল একেখন নাৱতে গৈছিলে বুলি আছে। কন্দলীৰ ৰচনাত সেই একেখন নাৱতে বশিষ্ঠ আদি দ্বিজসকলো গৈছে আৰু নাৱৰ গুহই চলাই দিছে। কন্দলীয়ে [illegible] দিহামত হৈ গঙ্গাৰ সিপাৰে ভৰতে ভৰদ্বাজৰ আশ্ৰমলৈ যোৱাৰ বৰ্ণনা অতি

চম্ কৰি হ'লেও মূলৰ অনুগত কৰিয়েই আগ বঢ়াইছে। মূলত ভৰতে কৃতজ্ঞভাৱে সৈতে গুহক আঁকোৱালি ধৰি বিদায় দিয়াৰ যি বৰ্ণনা আছে, কন্দলীয়ে সেইটো বাদ নিদিয়া হ'লেহে ভাল আছিল।

গৌড়ীয় পাঠৰ মতে সুন্দৰ গছ-গছনি, সৰোবৰ-পুখুৰীৰে ভৰা উত্তম দেৱস্থান প্ৰয়াগত উপস্থিত হৈ ভৰতে শত্ৰুঘ্ন আৰু মাতৃসকলৰ সৈতে দেৱতা প্ৰদক্ষিণ কৰি ( চক্ৰুৰ্দেৱং প্ৰদক্ষিণম্ ) প্ৰণাম কৰিলে ( ২।১৮।১১-২১ )। সেই ঠাইৰ পৰা এক ক্ৰোশ দূৰত তেওঁলোকে ভৰদ্বাজৰ আশ্ৰম দেখিবলৈ পালে। ভৰতে সেই প্ৰয়াগতে সৈন্য-সামন্ত এৰি থৈ পুৰোহিত আৰু মন্ত্ৰীসকলৰ সৈতে আশ্ৰমলৈ যাত্ৰা কৰিলে।

কন্দলীৰ মতে প্ৰয়াগত ভৰতে—

মহাক্ষেত্ৰ থান সিটো মুকুতি দুৱাৰ।
সেনা সমন্বিতে সেই থানে পয়সাৰ॥ ২৩৬০
শংকৰক প্ৰণামি আসন ধৰিলন্ত।
মাতৃগণ সমে প্ৰদক্ষিণ কৰিলন্ত॥

আমি জনাত প্ৰয়াগত শংকৰৰ কোনো বিশেষ মন্দিৰ নাই। কন্দলীৰ মতে প্ৰয়াগত সৈন্য-সামন্ত থৈ ভৰতে মন্ত্ৰী-পুৰোহিতৰ উপৰিও মাতৃসকলকো আশ্ৰমলৈ লগত নিছে। মূলত ভৰতে কিছু দূৰ গৈ মন্ত্ৰীসকলকো এৰি কেৱল বশিষ্ঠক লগত লৈহে ভৰদ্বাজৰ আশ্ৰমলৈ গৈছে। পাদ্য-অৰ্ঘ্য আদিৰে সংকাৰ আগ বঢ়াই কুশল প্ৰশ্ন কৰাৰ পাছত ভৰদ্বাজে ভৰতক সুধিলে, তেওঁ ৰাজ্যৰ লোভত ৰামৰ শত্ৰুতা আচৰণ কৰিবলৈ গৈছে নে কি? কন্দলীৰ ৰচনাত মাতৃ-সকলৰ আৰু শত্ৰুঘ্নৰে সৈতে ভৰতে ভৰদ্বাজ মুনিক তেওঁ বশিষ্ঠক সংকাৰ কৰাৰ পাছত প্ৰদক্ষিণ কৰি প্ৰণাম কৰিলে। ইয়াতো ভৰদ্বাজে ভৰতৰ যাত্ৰাক সন্দেহৰ চকুৰে চাইছে। তেতিয়া ভৰতে মূলত থকাৰ নিচিনাকৈয়ে তেওঁ মাকৰ কাৰণে অকীৰ্তি লাভ কৰিছে আৰু এতিয়া ৰামক ঘূৰাই নিবলৈ আহিছে বুলি জনাইছে।

মূলত ভৰতে ভৰদ্বাজক ৰাম সেই সময়ত ক'ত আছে বুলি সুধিছে আৰু মুনিয়ে ৰাম চিত্ৰকূটত থকাৰ কথা কৈছে। মুনিয়ে তাৰ পাছত ভৰতক অমাত্য তথা সুহৃদবৰ্গৰে সৈতে সেই ৰাতিটো আশ্ৰমত আতিথ্য গ্ৰহণ কৰি

পাছ দিনা যাত্ৰা কৰিবলৈ অনুৰোধ কৰিছে। কন্দলীৰ ৰচনাত ভৰতে মুনিক ৰাম ক'ত আছে, সেই কথা সোধা নাই। ভৰতৰ উত্তম পৰিচয় পোৱাৰ পিছত মুনিয়ে 'ৰামসেনা সাদৰিবো চলিবা প্ৰভাতে' বুলি ভৰতক অনুৰোধ কৰিছে।

মূলত ভৰদ্বাজে ভৰতক সৈন্যসকলক দূৰতে এৰি থৈ অহাৰ কাৰণ সুধিছে আৰু ভৰতে সৈন্য তথা যান-বাহনবোৰে আশ্ৰমৰ গছ, পানী, মাটি আৰু কুটীৰবোৰ যাতে নষ্ট কৰিব নোৱাৰে সেই কাৰণেই সৈন্যসকলক দূৰত্ থৈ অহা বুলি কৈছে। তাৰ পাছত মুনিৰ আদেশ মতে ভৰতে সকলো অনুযাত্ৰীকে আশ্ৰমলৈ লৈ আহিছে। কন্দলীৰ ৰামায়ণত এইখিনি কথা নাই।

দেৱতাসকলৰ অনুগ্ৰহত ভৰদ্বাজে সমস্ত অনুযাত্ৰীসকলৰ সৈতে ভৰতক বিলাসিতাপূৰ্ণ অতিথি-সৎকাৰ আগবঢ়োৱাৰ বৰ্ণনা কন্দলীয়ে দক্ষতাৰে সৈতে সংক্ষেপ কৰি মূলৰ অনুগত কৰিয়েই আগ বঢ়াইছে। ৰাতিপুৱা ভৰতে মুনিৰ-পৰা বিদায় লোৱাৰ বৰ্ণনাও কন্দলীয়ে মূলৰ অনুৰূপেই দাঙি ধৰিছে। বিদায় পৰত ভৰতৰ অনুৰোধক্ৰমে মুনিয়ে ৰামৰ আশ্ৰমলৈ যোৱা পথৰ বৰ্ণনা দিছে, কন্দলীয়ে সেই কথা উল্লেখ কৰা নাই।

মূলত ভৰদ্বাজৰ আশ্ৰমৰপৰা চিত্ৰকূটলৈকে ভৰতৰ যাত্ৰাপথৰ দীঘলীয়া বৰ্ণনা দিছে ( ১০১।৩৪ — ১০২ সৰ্গৰ শেষলৈকে )। কন্দলীয়ে কাব্যমূলত সেই বৰ্ণনা পৰিহাৰ কৰি একাকি পদতে ভৰতে চিত্ৰকূট পোৱাৰ বৰ্ণনা দিছে।

ৰামে মনোৰম চিত্ৰকূটত বহুদিন বাস কৰাৰ পাছত এদিন সীতাক চিত্ৰকূটৰ সৌন্দৰ্য-দৰ্শন কৰোৱাৰ বৰ্ণনা বাল্মী, ৰামায়ণৰ দুটা সৰ্গতকৈও বেছি ঠাইত দাঙি ধৰা হৈছে ( গৌ: ২।১০৩, ১০৪ সঃ )। মাধৱকন্দলীয়ে চুক্‌'ৰি পদত সেই বৰ্ণনা সামৰিছে। মূলৰ দৰে কন্দলীয়েও 'ৰাম-সীতা ক্ৰীড়া কৰে চিত্ৰকূট বনে/শচীসনে দেৱৰাজ যেহেন নন্দনে' আৰু ৰামৰ 'অযোধ্যাৰ ভোগ আউৰ নগৰৰ মনে' হোৱা বুলি বৰ্ণনা কৰিছে।

॥ ইন্দ্ৰপুত্ৰ কাকৰ বৃত্তান্ত ॥

বাল্মী, ৰামায়ণৰ গৌড়ীয় পাঠ (২।১০৫ সঃ) আৰু পশ্চিমোত্তৰীয়

পাঠত (২।২০১ স: ) ৰামে সীতাক মানস-শিলাৰ ফেঁটি দিয়া আৰু সীতাক এটা কাউৰীয়ে আক্ৰমণ কৰাৰ কাহিনী বৰ্ণনা কৰা হৈছে। দাক্ষিণাত্য পাঠত এই কাহিনীটো থকা সৰ্গটো (অযোধ্যাকাণ্ডৰ ৯৫ সৰ্গৰ পাছত) প্ৰক্ষিপ্ত সৰ্গ ৰূপে ৰখা হৈছে (গীতাপ্ৰেছৰ পাঠত এই সৰ্গটো নাহেই)। বাল্মী॰ ৰামায়ণৰ সকলো পাঠতে অশোকবনত সীতাই হনুমানৰ আগত কোৱা আৰু হনুমানে অভিজ্ঞান স্বৰূপে এই কাহিনী ৰামক কোৱাৰ কথা আছে। মানস-শিলাৰ ফোঁট — গৌড়ীয় পাঠত থকা মতে ৰামে চিত্ৰকূটৰ শোভা বৰ্ণনা কৰি এজোপা লতাই এজোপা গছৰ আশ্ৰয় লোৱাৰ কথা ক'লে। তেতিয়া সীতাই ক্লান্ত হৈ ৰামৰ কোলাত আশ্ৰয় ল'লে। ৰামে মনঃশিলা পৰ্বতত আঙুলি ঘঁহাই সীতাৰ কপালত ধুনীয়াকৈ এটা ফেঁট আঁকি দিলে। মনৰ আনন্দত ৰামে বকুল ফুলেৰে সীতাৰ অলকা সজাই দিলে। এটা ডাঙৰ বান্দৰ দেখি ভয় খাই সীতাই ৰামক সাৱটি ধৰাত ৰামৰ বুকুত সীতাৰ কপালৰ মনঃশিলাৰ ফেঁটটো লাগি গ'ল। তাকে দেখি সীতাই কৌতুক পাই হাঁহিবলৈ ধৰিলে (গৌঃ ২।১০।১০৫।১৩-২৬)।

কন্দলীয়ে সেই বৰ্ণনা এইদৰে দিছে —

মানস শিলাৰ ফোট সীতাদেৱী দিল।
আলিঙ্গতে ৰামৰ হিয়াত সঞ্চৰিল। ২৪৮৯
হেন দেখি সীতায়ে কৰিল পৰিহাস।
সুৰত শৃংগাৰ বৰ ভৈল অভিলাষ॥

মূলত ইয়াৰ পাছতে ৰাম-সীতা এখন অশোক-বনলৈ গৈ দুয়ো দুয়োকে ফুলেৰে সজাবলৈ ধৰিলে। তাৰ পাছত তেওঁলোক আশ্ৰমলৈ উলটিল। লক্ষ্মণে তেওঁলোকক আগবঢ়াই নি তেওঁ মাৰি আনি থোৱা দহোটা কৃষ্ণসাৰ পহু দেখুৱালেগৈ। তাৰে কোনোটো টুকুৰা কৰি থোৱা আছে, কোনোটোৰ মাংস ৰ'দত শুকাবলৈ দিয়া হৈছে, কোনোটো বান্ধি থোৱা আছে। ৰামে সীতাক মাংস ভাগ ভাগ কৰি ভূতগণলৈ বলি প্ৰস্তুত কৰিবলৈ ক'লে। সীতাই সেইমতে মাংস অৰ্পণ কৰাৰ পাছত ৰাম-লক্ষ্মণক মধু আৰু মাংস খাবলৈ দিলে; তেওঁ নিজেও খালে। তাৰ পাছত সীতাই ৰামৰ কথামতে ৰ'দত দি থোৱা মাংস-

খোৰ কাউৰীয়ে নিয় নোৱৰাকৈ ৰখি থাকিল।

এনেতে এটা ধূৰ্ত কাউৰীয়ে সীতাক ব্যতিব্যস্ত কৰি তোলা ৰামে দেখিবলৈ পালে। তাকে দেখি সীতাক পৰিহাস কৰিলত সীতাৰ খং উঠিল। ইকালে কাউৰীটোৱে ঠেউকা, ঠোঁট আৰু নখেৰে আক্ৰমণ কৰি সীতাক জলা-কলা কৰিবলৈ ধৰিলে। সীতাৰ বৰকৈ খং উঠা দেখি ৰামে কাউৰীটো খেদিব খুজিলে; সি কিন্তু ৰামলৈ ভ্ৰূক্ষেপকে নকৰিলে। তেতিয়া ৰামে মন্ত্ৰসিদ্ধ (মুঞ্জ-ঘাঁহৰ) ইষিকা বাণ মাৰি পঠালে। সেই বাণে কাউৰীটো খেদি নিলে। দেৱতাৰ বৰ পাই খোৱা কাউৰীটোৱে ৰামৰ বাণৰ হাত সাৰিবলৈ ত্ৰিভুবন ঘূৰিলে। ক'তো ৰক্ষা নাপাই শেষত সি ৰামৰ চৰণত পৰি প্ৰাণ ভিক্ষা কৰিলে। শৰণাগতবৎসল ৰামে তেওঁৰ অব্যৰ্থ বাণৰ আগত এটা মাত্ৰ অঙ্গ এৰি দি কাউৰীটোক প্ৰাণৰক্ষা কৰিবলৈ কোৱাত সি এটা চকু এৰি দিলে। ৰামৰ বাণে এটা চকু নষ্ট কৰাৰ পাছত কাউৰীটোৱে ৰামক প্ৰণতি জনাই গুচি গ'ল (গোঃ ২।১০৫।২৭-৩৮)।

কন্দলীৰ ৰামায়ণত কাকবৃত্তান্তটো মূলৰ অনুগত নহয়। ইয়াত থকামতে লক্ষ্মণে নিতৌ মৃগ মাৰি আনে, সীতাই ৰান্ধে, তিনিওজনে খায়। এদিন লক্ষ্মণ পছু মাৰিবলৈ গ'ল। ৰাম 'সীতাৰ সহিতে শৃংগাৰে' থাকিল। তেওঁ নদীৰ তীৰত সীতাৰ উৰুত মূৰ থৈ শুলে। সীতাৰ ওচৰতে এজোপা গছৰ ডালত এটা কাউৰী পৰিলহি। তাৰ পাছত —

> সীতাৰ ৰূপক দেখি কাক ভৈল ভোল।
> এক দোয়া কৰি গৈয়া চাপি গৈলা কোল ॥ ২৪৯২
> ৰাঘৱৰ আতিশয় নিদ্ৰাক দেখিয়া।
> সীতাৰ স্তনত পৰিলেক জাম্প দিয়া ॥
> স্তন মাজে খোসানীৰ কৰিলেক ঘাৱ।
> ×× কোপে শোকে সীতাদেবী ক্ৰন্দন কৰিল।

তেতিয়াও কাউৰীটোৱে 'ধপা মূতি দি' সীতাৰ স্তনত পৰিবলৈ ধৰিলে। সীতাৰ কান্দোনত সাৰ পাই ৰামে দেখিলে যে 'সীতাৰ স্তনৰ মাজে বহু কৰিব।' ৰামে বাধা দিয়াতো কাউৰীটোৱে বাৰে বাৰে সীতাৰ স্তনত প্ৰহাৰ

কৰিয়ে থাকিল। তেতিয়া ৰামে মন্ত্ৰ পঢ়ি ইষিকাৰ বাণ মন্ত্ৰি পঠালে। সেই বাণে খেদি নিয়াত 'ইন্দ্ৰৰ তনয়' 'অতি খৰ খল' কাউৰীটোৱে সি দেৱসমাজৰ শৰণ পশিলে। ক'তো আশ্ৰয় নাপাই ৰামৰ ওচৰলৈ ঘূৰি আহি সি —

মোলে নিচিনিলো প্ৰভু ৰাখিয়োক প্ৰাণ ॥ ২৯৯
ক্ষমা কৰিয়োক মোক অজ্ঞানৰ পাপ।
তুমিসি ত্ৰৈলোক্যনাথ জগতৰ বাপ ॥
ৰৰদ্ৰোহ আচৰিলো জগতৰ মাৱে।
এহি বুলি বায়স পৰিল ৰামৰ পাৱে ॥ ৩০০

তেতিয়া ৰামে তেওঁৰ অমোঘ বাণেৰে কাউৰীটোৰ এটা চকু নষ্ট কৰিলে আৰু সি ৰামক প্ৰণাম কৰি গুচি গ'ল। কন্দলীৰ মতে 'সেহি ধৰি কাকে দেখয় এক আখি'।

বাল্মী. ৰামায়ণৰ সকলো পাঠতে সুন্দৰাকাণ্ডত যিটো কাক বৃত্তান্ত আছে, তাৰ লগতো কন্দলীৰ এই বৰ্ণনাৰ মিল নাই। হনুমানৰ আগত সীতাই কোৱা সেই কাহিনীমতে চিত্ৰকূটৰ উত্তৰ পূৰ্ব ভাগত বাস কৰি থকাৰ সময়ত উপবন এখনত জল-বিহাৰ কৰি উঠি ৰাম সীতাৰ কোলাত শোৱে। এদিন হেনে অকস্মাত এটা মাংসলোভী কাউৰীয়ে সীতাক খুটিয়াবলৈ ধৰিলে। সীতাই বাৰে বাৰে তাক খেদি দিয়ে; সি কিন্তু বাৰে বাৰে সীতাক খুটিয়াই থৈ ততালিকে ক'ৰবাত লুকাই পৰেগৈ। বলিভোজী সেই কাউৰীটোৱে সীতাৰ বুকু খুটিয়াবলৈ লোৱাত সীতাৰ খং উঠিল। কাউৰী খেদি লাল-কাল হোৱা সীতাৰ নিম্ন বসন খহি যোৱাত বান্ধি ল'ব খোজোঁতে ৰামে হাঁহিবলৈ ধৰিলে। সীতা খঙত জ্বলি পকি উঠিল; কাউৰীটোৱেও তেওঁক বাৰে বাৰে খুটিয়াই থাকিলে। খঙেৰে বাউলী হৈ সীতা ৰামৰ কোলাত শুই পৰিল। তাৰ পাছত ৰামো সীতাৰ কোলাত শুলে। তেনেতে কাউৰীটোৱে আহি আকৌ সীতাক বুকুত খুটিয়াই খুটিয়াই বাৰেৰে তেজ বোৱাই দিলে। ৰামে সাৰ পাই সীতাৰ দুৰৱস্থা দেখিবলৈ পালে আৰু কাউৰীটোকো ওচৰতে দেখিলে। সেই কাউৰীটো ইন্দ্ৰৰ পুত্ৰ, সি স্বৰ্গৰপৰা বায়ুবেগে পৃথিৱীলৈ উৰি আহিছিল।

ৰা ম খণ্ডেৰে কুশাসনৰপৰা কুশ এডাল টানি আনি ব্ৰহ্মাস্ত্ৰৰ মন্ত্ৰ মাতি কাউৰীটোলৈ মাৰি পঠিয়ালে। সেই বাণৰপৰা ৰক্ষা পাবলৈ সি সমস্ত লোক ঘূৰিলে; শেষত কাউৰীটোৱে ৰামৰ চৰণত শৰণ পশিলেহি। এটা চকু ৰামৰ সেই অস্ত্ৰৰ বাণে নাশ কৰাৰ পাছত কাউৰীটোৱে ত্ৰাণ পালে (দাঃ ৫।৩৮, গৌঃ ৫।১৬, প ৫।৯৫সঃ)।

কন্দলীৰ ৰামায়ণত সীতাই নিজৰ 'সংকেত কাহিনী' স্বৰূপে হনুমন্তৰ আগত (সুন্দৰাকাণ্ডত) কৈছে —

চিত্ৰকূটে শুইলে মোৰ উৰুত সিথানে।
কাকে মোৰ স্তনে ধাৰ কৰিলেক টানে॥ ৪৩০৯
তাক লাগি হানিলন্ত ইষীকাৰ বান।
সিকাৰণে কাকৰ দক্ষিণ চক্ষু কাণ॥

ৰামে মানস শিলাৰ ফোঁট দিয়াৰ কথাও এই প্ৰসংগত সীতাই উল্লেখ কৰিছে। মূলত হনুমানে এই কাকবৃত্তান্ত ৰামৰ আগত পৈ কোৱাৰ বৰ্ণনাও আছে (গৌঃ ৫।৬১।২-১৭)। কন্দলীয়ে অনাৱশ্যকভাৱে সেই বৃত্তান্তৰ পুনৰ অৱতাৰণা নকৰি সীতাই কৈ পঠোৱা সকলো কথা ক'লে বুলিছে।

বাল্মী. ৰামায়ণত সীতাক স্তনান্তৰত আক্ৰমণ কৰা কাউৰীটোক 'ইন্দ্ৰপুত্ৰ' [১৪] বুলিছে যদিও তাক ক'তো জয়ন্ত বুলি কোৱা নাই। মূলত কাউৰীটোৱে সীতাক মঙহ বুলি ভাবিহে খুটিয়াইছিল বুলি আছে যদিও কন্দলীৰ পূৰ্ববৰ্তী ৰামায়ণী সাহিত্যত কাউৰীটোৱে সীতাক কামাসক্ত হৈ খুটিয়ালে বুলি আছে। ৰঘুবংশত আছে ইন্দ্ৰপুত্ৰ পক্ষীটোৱে প্ৰিয়জনৰ উপ-ভোগৰ চিনত ক্ৰুটী উলিওৱাৰ দৰে আচৰণ কৰি সীতাৰ স্তনযুগল নখেৰে বিদাৰি পেলালে [১৫]। অধ্যাত্মৰামায়ণত আকৌ কাউৰীটোৱে মঙহ বুলি ভাবি সীতাৰ ভৰিৰ আঙুলী এটাহে আঁচুৰিছিলে। [১৬] ৰামচৰিতমানসতো

---

১৪ পুত্ৰ কিল স শক্ৰস্য বায়সঃ পততাং বৰঃ। (৫।৩৬।২৭)

১৫ ঐন্দ্ৰঃ কিল নখৈস্তস্যা বিদদাৰ স্তনৌ দ্বিজঃ।
প্ৰিয়োপভোগচিহ্নেষু পৌৰোভাগ্যমিবাচৰন্॥ (ৰঘুঃ ১২।২২)

১৬ মৎপাদাঙ্গুষ্ঠমাৰক্তং বিদদাৰামিষাশয়া। (অধ্যাত্মঃ ৫।৩।৫৪)

সেই মতেই আছে যদিও গ্ৰন্থৰ লংকাকাণ্ডৰ অসমীয়া ভাঙনিত (১৮ শ পৰিচ্ছেদৰ) টীকাতেই লিখিছে —

সুৰপতি সুত কাক ৰূপ ধৰি আসি।
সীতা-স্তনে ক্ষত কৈলা কাম অভিলাষি ॥

কৃত্তিবাসী ৰামায়ণতো আছে —

জয়ন্ত নামেতে কাক ছলি সে আকাশে।
দেখিয়া সীতাৰ ৰূপ তাৰ পাশে আসে ॥

॥ চিত্ৰকূটত ভৰত ॥

ভৰতৰ সৈন্যবাহিনীৰ কোলাহল শুনি চিত্ৰকূটৰ জীৱ-জন্তু, ব্ৰাহ্মণ-বিদ্যাধৰ সকলোৰে মাজত সন্ত্ৰাস সৃষ্টি হোৱা দেখি ৰামে লক্ষ্মণক তাৰ আঁতিগুৰি ল'বলৈ পঠালে। এজোপা শালগছত উঠি লক্ষ্মণে উত্তৰফালে এক বিশাল সৈন্য বাহিনী দেখিবলৈ পাই সীতাক গুহাত সোমাবলৈ আৰু ৰামক ধনুত গুণ লগাবলৈ ক'লে। ৰামে সেয়া কাৰ সেনা হ'ব পাৰে বুলি সোধাত লক্ষ্মণে খঙত জ্বলি-পকি ক'লে যে সেয়া দুয়োকো বধ কৰিবলৈ অহা ভৰতৰ সৈন্য-বাহিনী। লক্ষ্মণে ভৰত আৰু কৈকেয়ীক বধ কৰিব বুলি অনেক তৰ্জন-গৰ্জন কৰিলে। মূলত সম্পূৰ্ণ এটা সৰ্গত (২।১০৬ সঃ) বৰ্ণিত এই কথাখিনি কন্দলীয়ে নিপুণভাৱে মাত্ৰ আঠটাকি পদতে বৰ্ণনা কৰিছে। তাৰ ভিতৰতে আকৌ নিজাকৈ সুমুৱাই দিছে—"সীতায়ো ৰামৰ গলে সাবটি ধৰিল/বীৰৰ বচনে ৰামে আশ্বাস কৰিল ॥"

ভৰতলৈ অতি ক্ৰোধ প্ৰকাশ কৰা লক্ষ্মণক শান্ত কৰিবলৈ মূলত ৰামে যিখিনি কথা কৈছিলে, কন্দলীৰ ৰচনাত থকা কথাখিনি তাৰ সৈতে একে নহয়। মূলত ৰামে কৈছিলে — "ভৰতে জানো কেতিয়াবা তোমাৰ অপ্ৰিয় কাম

১৭ গুহো জ্ঞাতিসহস্ৰেণ শৰচাপাসিপাণিনা।
ৰক্ষে মাৰ্গস্থং কাকুৎস্থমস্মিন্ পৰিবৃতস্তয়া ॥ ৩

ভৱেন সাৰ্ধং ভবিতো অপাম পুনৰ্নিৱেশ্যোৰ চমূং মহাত্মা ॥ ১৭
( দাঃ ২।১৮ সঃ, গোঃ প্ৰক্ষিপ্ত সঃ )

কৰিছে ? তুমি যে ভৰতক বধ কৰিব খুজিছা, তেওঁনো তোমাৰ কি অনিষ্ট কৰিছে ? × × × ভৰতে মনেৰেও আমাৰ অনিষ্ট সাধন নকৰে। তুমি ভৰতক অপ্ৰিয় বা নিষ্ঠুৰ কথা নক'ৰা; কলে মোকহে কোৱা হ'ব। আপদত পৰিলেও পুত্ৰই পিতৃক আৰু ভাতৃয়ে ভ্ৰাতৃক বধ কৰিব পাৰে জানো ? তুমি যদি ৰাজ্যৰ কাৰণে এই কাম কৰিব খুজিছা, মই ভৰতক 'লক্ষ্মণক ৰাজ্য দি দিয়া' বুলি ক'লে তেওঁ তাকে কৰিব ( গো· ২।১০৭।২-৮ )। ”

কন্দলীৰ বচনাত ৰামে লক্ষ্মণক কৈছে —

জানো মোক ভকতি কৰিছ শুদ্ধমতি।
ভৰতক দোষ তই নিদিবি সম্প্ৰতি ॥
তই মোৰ যিমন্ত ভৰত সেহি নয়।
তাক মন্দ বোলা মোৰ দুখসে জনয় ॥ ২৫১৩
ভৰতক কষ্ট আৰো নকৰিবি তই।
যি কাৰে ভৰত আসে তালে জানো মই ॥
অযোধ্যাক নিয়া মোক নৃপতি পাতিব।
মোৰ বনবাস সিটো আপুনি খাটিব ।। ২৫১৪

মূলত ৰামৰ কথা শুনি লাজ পাই লক্ষ্মণে ক'লে — “ভৰতে আপোনাক দৰ্শন কৰিবলৈ আহিছে।” ৰামে সেই কথাত সহমত প্ৰকাশ কৰি আৰু ক'লে ভৰতে বনবাসৰ কষ্টৰ কথা ভাবি সীতাক ঘৰলৈ ঘূৰাই নিবলৈ আহিছে। ৰামে পিতাকৰ শ্ৰেষ্ঠ ঘোঁৰা দুটা আৰু শত্ৰুঞ্জয় নামৰ হাতীটো সৈন্যদলৰ মাজত দেখিবলৈ পোৱাৰ কথা ক'লে। আনন্দত উত্ৰাজল হৈ অহা সৈন্য-বাহিনীটো সীতায়ো দেখিবলৈ পালে। প্ৰকৃত কথা উপলব্ধি কৰিব পাৰি লক্ষ্মণ শালগছৰ পৰা নামি আহিল।

কন্দলীৰ ৰামায়ণত ৰামে লক্ষ্মণক নিষেধ কৰি থাকোঁতেই পিতাকৰ হাতী-ঘোঁৰাই তেওঁৰ কাষে হাঁহি মাৰি আহিব লাগিছে বুলি কৈছে। অন্য প্ৰজাগণেও ৰামৰ জয়ধ্বনি কৰি আহিব লাগিছে। গতিকে 'আক দ্ৰোহ কৰিলে ৰামৰ দ্ৰোহ হয়/সত্য ধৰ্ম নাশি সিটো পাতক সাজয় ॥' ৰামৰ কথাখিনি শুনি লক্ষ্মণ লাজ পাই তল-মূৰা হৈ ৰ'ল।

গৌড়ীয় পাঠত ( ২।২৮।১১-১৩ ) গুহই ভৰতক যমুনা পাৰ কৰি দি বিদায় লোৱাৰ স্পষ্ট বৰ্ণনা আছে। অন্য পাঠত গুহই ভৰতকপৰা বিদায় লোৱাৰ কথাতো নায়েই; বৰঞ্চ গুহই ভৰতৰ লগত একেলগ হৈ যাবক বিচৰাৰ কথাহে আছে। ১৭

এই বৰ্ণনা থকা অধ্যায়টো গোৰেসীয়ৰ সম্পাদিত গৌড়ীয় পাঠত প্ৰক্ষিপ্ত বোলা হৈছে। পঞ্চদশ শতিকাৰ টীকাকাৰ লোকনাথে এই সৰ্গটোৰ ব্যাখ্যা কৰি গৈছে আৰু গৌড়ীয় পাঠৰ কেইখাটাও হস্তলিপিত এই সৰ্গটো থকা সত্ত্বেও অমৰেশ্বৰ ঠাকুৰে ইয়াক প্ৰক্ষিপ্ত বুলিছে; কাৰণ গুহক ইতিমধ্যে বিদায় দিয়াৰ কথা আছে।

গুহই ভৰতৰপৰা বিদায় লোৱাৰ কথা কন্দলীৰ ৰামায়ণত নাই যদিও কন্দলীয়ে এই প্ৰসংগত লিখিছে, গুহই ভৰতৰ চিত্ত ভালমতে বুজিব লোৱাৰি ভাবিলে — 'সৈন্য সমস্বিতে ভৰতৰ লাগ ধৰো/ভাল মন্দ জানি পাছে তাৰ কাৰ্য কৰো॥' এইদৰে মনতে ভাবি গুহই যমুনা পাৰ হৈ গৈ ভৰতৰ লগ ধৰিলেগৈ।

মূলত ভৰতে সৈন্যগণক এঠাইত থৈ শত্ৰুঘ্নৰ সৈতে ৰামৰ ওচৰলৈ যাবলৈ ধৰাত সুমন্ত্ৰও তেওঁলোকৰ লগত যাবলৈ ধৰে বুলি আছে। গুহও ভৰতৰ লগত যোৱাৰ বিষয়ে ওপৰত কৈ অহা হৈছে। ভৰতে ৰামৰ সমস্ত বশিষ্ঠক তেওঁৰ মাতৃসকলক লৈ সোনকালে যাবলৈ কৈ আহিছিল (গৌ ২।১০৮।২)।

কন্দলীয়ে ভৰত-শত্ৰুঘ্নই সুমন্ত্ৰৰ সৈতে ঘোৰা কাঢ়ি ৰামৰ আশ্ৰমলৈ গৈ থকাৰ যি চমু বৰ্ণনা দিছে, তাত বশিষ্ঠ আৰু মাতৃসকলৰ কথা একো কোৱা নাই। ভৰত আহিয়ে গৈ ৰামক আশ্ৰমত প্ৰণতি জ্ঞাপন কৰাৰ সময়ত কন্দলীয়ে গুহৰ কথাও উল্লেখ কৰিছে।

মূলত ৰামে ভৰতক মৰমেৰে দাঙি ধৰি ইটোৰ পাছত সিটোকৈ সুধি যোৱা প্ৰশ্নসমূহ সাতসত্তৰটা শ্লোকত (গৌঃ ২।১০১।২-৬৮) দিয়া হৈছে। তাৰে পাঁচোটা শ্লোকত পিতৃ-মাতৃ আৰু বশিষ্ঠৰ বিষয়ে লোৱা কথাখিনি আছে আৰু বাকীখিনিত ৰামে ভৰতক ৰাজ্যশাসন সম্পৰ্কীয় কথা সুধিছে। ত' বুজেই

১৭ দ্ৰষ্টব্য পৃঃ ৪০৭,

( ৰামকথা, ৪৩১ অনুঃ ) এই সৰ্গটো ( দাক্ষিঃ ২।১০০, গৌঃ ২।১০১ ) প্ৰক্ষিপ্ত বুলি মত প্ৰকাশ কৰিছে। কাৰণ বৰ্ণনাত ৰামে ভৰতক এনে ধৰণেহে শাসন সম্পৰ্কীয় কথাবোৰ সুধিছে, যেন ভৰতে বহুকালৰে ৰাজ্য শাসন কৰিছে। তদুপৰি ইয়াৰ পাছৰ সৰ্গটো 'ৰামে সুধিবলৈ ধৰিলে' (প্ৰক্ৰম সমুপচক্ৰমে) বুলি প্ৰথম শ্লোকটোতে কোৱা হৈছে। ড° বুল্কেৰ মতে এই সৰ্গটোৰ কথাখিনি মহাভাৰতৰপৰা উদ্ধৃত কৰিছে।

আলোচ্য সৰ্গটোৰ সকলো কথা গৌড়ীয় আৰু দাক্ষিঃ পাঠত একে নহয়। গৌড়ীয়পাঠত সৰ্গটোৰ শেষত ভৰতে ৰামক তেওঁৰ চিন্তাতে পিতাকে প্ৰাণত্যাগ কৰাৰ কথা কৈছে ( ২।১০১।৭০)। সেই সংবাদ শুনি ৰাম নীৰৱ হৈ পৰিল ( ২।১০১।৭১)। এই কথাখিনি দাক্ষিঃ পাঠত নাই। অৰ্থাৎ তাত ৰামে এই পৰ্যন্ত পিতাকৰ মৃত্যুৰ সংবাদ পোৱা নাই। গতিকে দাক্ষিঃ পাঠত এই সৰ্গটো প্ৰক্ষিপ্ত বুলি ধৰিলে মূল কথাপ্ৰৱাহত একো হানি নঘটে; গৌড়ীয় পাঠত এই সৰ্গৰ পাছৰ সৰ্গটোত'প্ৰক্ৰমং সমুপচক্ৰমে' কথাৰাৰ নাই। অৱশ্যে ভৰতক ৰাজ্যশাসন সম্পৰ্কে সোধা দীঘলীয়া কথাখিনিত সন্দেহৰ অৱকাশ নথকা নহয়।

মাধৱ কন্দলীয়ে ৰাম-ভৰতৰ কথোপকথন অতি স্বাভাৱিক কৰি বৰ্ণনা কৰিছে। ৰামে ভৰতক 'মোৰ বৃদ্ধ মাত্ৰ বাপক এৰিয়া, কি কাৰ্য্যে বনক আইলি' বুলি সুধি বশিষ্ঠ আৰু ৰামৰ সপত্নী-মাতৃসকলৰ আৰু কৌশল্যা সুমিত্ৰাৰ কথা সুধিছে। তাৰ পাছত মন্ত্ৰী-পাত্ৰ তথা সমস্ত অযোধ্যাবাসীৰ খবৰ সুধি লৈ মূলত থকাৰ দৰে দীঘলীয়াকৈ নহয়, অতি সংক্ষেপেহে ৰামে ভৰতক সুধিছে — বৃদ্ধ দশৰথে তেওঁক কোনদিনা যুৱৰাজ পাতিলে; ভৰতে সাম, দান, দণ্ড, ভেদৰ তত্ত্ব উপলব্ধি কৰিছে নে; দেৱ-দ্বিজ গুৰু-পিতৃৰ চৰণ চুৰিব পাৰিছেনে; মুখ্য মুখ্য লোক তথা 'ৰাহুত ৰাহুত'ক ভৰতে যেন ভাল কৰি পালন কৰে। তাৰ পাছত জটা ধাৰণ কৰি সদল-বলে ভৰত কিয় আহিছে সেই কথা সুধিছে।

ৰামৰ প্ৰশ্নৰ উত্তৰত ভৰতে কোৱা কথাখিনি কন্দলীয়ে মূলৰ বক্তব্য ৰক্ষা কৰিও নিজা নৈপুণ্যৰে চমুকৈ আগবঢ়াইছে। ভৰতে 'কৈকেয়ীৰ গৰ্ভে,

উপজিলো আমি, অধম যেন চণ্ডাল' বুলি নিজকে ধিক্কাৰ দি, তাৰ পাছত ৰাম বনলৈ অহাৰ ষষ্ঠ দিনা মাজৰাতি দশৰথে পুত্ৰৰ শোকত প্ৰাণত্যাগ কৰাৰ কথা ক'লে। দশৰথৰ মৃত্যুৰ পাছৰ সকলো কথা বিবৰি কৈ শেষত ভৰতে ৰামৰ অবিহনে তেওঁৰ কাৰণে একদণ্ডই এযুগ যেন হৈছে বুলি ৰামক ৰাজপাট গ্ৰহণ কৰিবলৈ অনুৰোধ কৰিলে। মাকে কৰা অপকৰ্মৰ বাবে খেদ প্ৰকাশ কৰি, মাক কৈকেয়ীও ৰামক নিবৰ কাৰণে গৈছে বুলি জনালে। শাস্ত্ৰৰ বিধান মতে জ্যেষ্ঠজন থাকোঁতে কনিষ্ঠজনে ৰাজপাট নাপায় বুলি কৈ ৰামক নিজ ৰাজ্যলৈ গৈ পিতাকৰ 'অঞ্জলি কাৰ্য' কৰিবলৈ ভৰতে প্ৰাৰ্থনা কৰিলে।

কন্দলীৰ ৰামায়ণত ৰামে পিতৃ-বিয়োগৰ সংবাদ পায়ো মূলৰ দৰে ভৰতক সাৰগৰ্ভ কথা ক'বলৈ ৰোৱা নাই; ইয়াত সেই সময়ত ৰামৰ অৱস্থা ৰ'দৰ তাপত অলপ পানীৰ মাছ যেন হৈছে, তেওঁৰ মুখচন্দ্ৰ শোকৰ ক'লা মেঘে ঢাকি ধৰিছে; শেষত নৈৰ পাৰৰ গছৰ দৰে ৰাম ঢলি পৰিছে। এনে অৱস্থা ঘটা ৰামে পিতৃৰ কাৰণে কৰা বিলাপ কন্দলীয়ে তেৰকাঁকি পদত মৰ্মস্পৰ্শী কৰি আগ বঢ়াইছে। মূলত ৰামে বহুত পলমকৈহে ভৰতক কৈছে — "হে নিষ্পাপ ভৰত, তুমি ধন্য। তুমি আৰু শত্ৰুঘ্নই ৰজাৰ সমস্ত অন্ত্যেষ্টি সংস্কাৰ কৰিলা (গো: ২।১১১।১৫)।" কন্দলীৰ ৰামায়ণত ৰামে পিতাকৰ কাৰণে বিলাপ কৰোঁতেই এই কথা কৈছে।

মূলত ৰামে সীতাক আৰু লক্ষ্মণক তেওঁলোক পিতৃহীন হ'ল বুলি জনোৱাত, তেওঁলোকে কেৱল চকুলো টুকিছিলে। কন্দলীৰ ৰামায়ণত সীতাই দীৰ্ঘবাৰে কান্দি দশৰথে তেওঁক নিজ কন্যা বুলি কৰা স্নেহৰ কথা সুঁৱৰিছে আৰু লক্ষ্মণে 'বাপক নিষ্ঠুৰ বুলি পুনু নেদেখিলো' বুলি অনুতাপ কৰিছে।

ৰাম-লক্ষ্মণ-সীতাই গৈ যথাবিধি মন্দাকিনীৰ পাৰত পিতৃৰ পিণ্ডদান কৰাৰ বৰ্ণনা কন্দলীয়ে চমু কৰি দাঙি ধৰিছে। অশৌচস্নানপ্ৰকৰণ মতে শোক-কালত স্ত্ৰী আৰু কনিষ্ঠজন আগত যোৱাৰ নিয়ম; মূলত সীতা, লক্ষ্মণক আগত লৈ ৰাম পাছত গৈছে। কন্দলীৰ ৰামায়ণত সীতাৰ স্থান মাজতহে। নিজে ভোজন কৰা বস্তুৰে পিতৃ-তৰ্পণ কৰিব লাগে বুলি (যদন্নঃ পুৰুষো ভৱেৎ তদন্নাঃ পিতৃদেৱতাঃ) থকা নিয়ম অনুসৰি মূলত ইঙ্গুদী আৰু বগৰীৰ চূৰ্ণৰে

দশৰথক পিণ্ডদান কৰা বুলি আছে; কন্দলীৰ মতে 'বনে নিয়মতে মিলিল' 'ইঙ্গুদী বৰ আম জাম আদি ফল'ৰ লগত মন্দাকিনীৰ জল মিহলাই 'কুশ পাৰি ভূমিত উপৰে পিণ্ড দিল।'

ইয়াৰ পাছত সমস্ত প্ৰজাগণ আৰু কৌশল্যা আদি মাতৃগণ বশিষ্ঠৰ সৈতে গৈ ৰামৰ ওচৰ পোৱাৰেপৰা সকলোটিয়ে ৰামক বেৰ লৈ সমাজ পতালৈকে কন্দলীয়ে চমুকৈ মূলৰ অনুবৰ্ত্তী কৰি বৰ্ণনা দাঙি ধৰিছে। সেই সময়ত ভৰতে ৰামক কোৱা কথাখিনিহে কেৱল মূলৰ সৈতে একে নহয়। ভৰতে ৰামক বন্য পৰিহৰি ৰাজ্য গ্ৰহণ কৰিবলৈ অনুৰোধ কৰা আৰু ভৰতৰ অনুপস্থিতিত মাকে কৰা দোষৰ কাৰণে ক্ষমা বিচৰা ইত্যাদি কথা (২০০৫-২০০৮ পদ) মূলৰ অনুবৰ্ত্তী; কিন্তু নিম্নোক্ত অসত্য বচন মূলত ভৰতে কোৱা নাছিলে—

কৰিলন্ত নৃপতিয়ে পাত্ৰক আদেশ।
ভৰতে বনত গৈয়া হৈবেক প্ৰবেশ॥ ২০০৯
শ্ৰীৰামক বাপ সম দেখয় ভৰত।
বনবাস খাটি মোৰ পালিব শপত॥
ৰাঘৱক আনিয়া দিবেক সবে দেশ।
হেনয় বুলিয়া ভৈলা প্ৰাণ অৱশেষ॥

ভৰতৰ মুখত এনে 'অধৰ্ম উত্তৰ' আৰু ভক্তিৰ ধোকা কথা শুনি ৰামে কলে—'পিতৃসত্য বাধিবোহো ৰাজ্যভোগ লোভে/ইসব বচন আৰ আমাৰ নোলোভে॥' ৰামে মান্ধাতা, সগৰ আদি প্ৰতাপী ৰজাসকলৰো এদিন বিনাশ ঘটিছিলে বুলি নিজৰ অনিত্য জীৱনৰ বিনিময়ত 'পিতৃ সত্য সাৰ' বুলি দৃঢ়মত প্ৰকাশ কৰিলে।

ভৰতৰ অনুপস্থিতিত তেওঁৰ মাকে কৰা অপকৰ্ম ভৰতৰ মনোনীত নহয় আৰু স্ত্ৰীজাতি অবধ্য বাবেহে ভৰতে মাকক প্ৰাণদণ্ড দিব পৰা নাই বুলি ৰামক কোৱাৰ কথা মূলতো আছে। দশৰথৰ অন্তিম কালত বুদ্ধি ভ্ৰষ্ট হ'ল; পতিকে ৰামে তাৰ সংশোধনৰ অৰ্থে ৰাজ্য গ্ৰহণ কৰিব লাগে। ৰামে যদি ভৰতৰ অনুনয়-বিনয়লৈ কৰ্ণপাত নকৰে, তেনে ভৰতো ৰামৰ লগতে বনত

থাকিব ( গৌ: ২।১১৩।২-১৯ )। ভৰতে এইদৰে ৰামক নানা প্ৰকাৰে কৰা অনুৰোধ কন্দলীয়ে সকলোখিনি দিয়া নাই।

গৌড়ীয় পাঠত সকলোৱে প্ৰশংসা কৰা ভৰতৰ কথাখিনি তথাৰ পাছত ৰামে সংসাৰৰ অনিত্যতা সম্পৰ্কে দীঘলীয়াকৈ কোৱা কথাখিনি ( ২।১১৪।২-১৭) কন্দলীৰ ৰামায়ণত নাই (অন্য পাঠতো নাই )। গৌড়ীয় পাঠত ৰামে পিতৃ-সত্য পালনৰ ক্ষেত্ৰত অবিচল থাকি ভৰতকো তাকে কৰিবলৈ নিৰ্দেশ দিয়াত ভৰতে পিতৃ আৰু জ্যেষ্ঠ ভ্ৰাতৃৰ অবিহনে তেওঁ জীৱন ধাৰণ কৰি থকাটো অসম্ভৱ বুলি কৈ ৰামক ৰাজ্যভাৰ গ্ৰহণ কৰিবলৈ পুনৰ অনুৰোধ কৰিছে ( ২।১১৪।২৮-৩৪ )। সিমানতো ৰাম অবিচলিত হৈ থাকিল। তাকে দেখি সমবেত লোকসকলে আনন্দও পালে, ৰাম ঘূৰি নাযায় কাৰণে দুখো পালে।

ৰামে ভৰতক এই সময়ত এটা গুৰুত্বপূৰ্ণ কথা কোৱা বুলি বাল্মী° ৰামায়ণৰ তিনিওটা পাঠতে আছে। ৰামে কৈছিলে—মহাৰাজ দশৰথে যেতিয়া তোমাৰ মাতৃক বিয়া কৰাইছিলে, তেতিয়া তোমাৰ মাতামহক অযোধ্যা ৰাজ্যখন ( কৈকেয়ীৰ পুত্ৰৰ উদ্দেশ্য ) উত্তম শুল্কৰূপে প্ৰদান কৰিছিলে (পুৰা কিল মহাৰাজো মাতৰং তে সমুদ্বহন্। মাতামহায় তে প্ৰাদাদ্ৰাজ্যং শুল্কমনুত্তমম্ ॥ গৌ: ২।১১৫।৩ )। এই কথাৰ উল্লেখ কন্দলীৰ ৰামায়ণত নাই, আনহে নালাগে এই কথা থকা সম্পূৰ্ণ সৰ্গটোৰ কোনো কথাকে কন্দলীয়ে উল্লেখ কৰা নাই।

মূলত ৰামে পিতৃ-আজ্ঞা পালন কৰি ভৰতক ৰাজ্য গ্ৰহণ কৰিবলৈ নানান যুক্তিৰে টানি অনুৰোধ কৰিলে ( ১১৫ স: )। তাৰ পাছত জাবালি নামৰ ব্ৰাহ্মণে নাস্তিক মত দাঙি ধৰি ৰামক ৰাজ্যভোগত প্ৰবৃত্ত কৰাবলৈ যত্ন কৰিলে (১:০৬ স: ) আৰু ৰামে সেই মত খণ্ডন কৰি পিতৃসত্যপালনৰ যুক্তিযুক্ততা প্ৰতিপাদন কৰিলে (১:৭ স.)। কন্দলীয়ে মূলৰ লগত কোনো সাদৃশ্য নথকাকৈ জাবালিৰ ( জগালি ? ) উক্তিটো দাঙি ধৰিছে —

ইটো ৰঘুবংশত তুমিসে ভৈলা সাৰ।
সত্য পালি কৰিযাহা বংশক উদ্ধাৰ ॥ ২৫৫৬
×× সত্যে সত্যে কৈকেয়ী তোমাক দিল ৰাজ ॥

পালিলা নিশ্চয়ে তুমি বাপৰ বচন।
দেশ চলা ভৰতে থাকিব সত্য বন ॥ ২৫৬৭
তুমি যেবে হেন সত্য ধৰ্মক এৰিবা।
ৰহিব দুষ্কীৰ্ত্তি তাক কমনে খণ্ডিবা॥
জ্যেষ্ঠবেসে ৰাজ্য কনিষ্ঠৰ নোহে যোগ।
এৰিয়োক মন্যু কৰিয়োক ৰাজ্য ভোগ॥ ২৫৬৮

মূলত লোকায়ত দৰ্শনৰ যুক্তি দাঙি ধৰা জাবালিৰ কথাৰ লগত কন্দলীৰ ৰচনাত 'সত্য পালন ধৰ্ম'ৰ উপদেশ দিয়া জাবালিৰ কথাৰ একো মিল নাই। কন্দলীৰ ৰামায়ণত এই ব্ৰাহ্মণৰ মত খণ্ডন কৰিবলৈ ৰামে একো মতা নাই।

মূলত ৰামে জাবালিৰ মত খণ্ডন কৰি নিজ মতত অবিচল হৈ থকা দেখি বশিষ্ঠই ব্ৰহ্মাৰপৰা আৰম্ভ কৰি সূৰ্যবংশ বৰ্ণনা কৰি সেই বংশত জ্যেষ্ঠ-জনেহে সিংহাসন অধিকাৰ কৰি আহিছে বুলি কৈ ৰামক ৰাজপাট গ্ৰহণ কৰিবলৈ আহ্বান কৰিছে (গোঃ ২।১১১ সঃ)। কন্দলীৰ ৰামায়ণত জাবালিৰ বচনৰ পাছতে থকা বশিষ্ঠৰ উক্তিত অবধা সূৰ্যবংশ বৰ্ণনা জুৰি নিদি কেৱল ৰামক অযোধ্যালৈ ঘূৰি যাবলৈ কোৱা কথাখিনিহে দিছে। ৰামৰ শোকতে ৰজাই প্ৰাণত্যাগ কৰিলে; ৰাতিয়ে দিনে কৌশল্যা শোকত দগ্ধ হৈ আছে; সকলোৰে যাতে শোক পাহৰিব পাৰে, সেই উদ্দেশ্যে ৰামক ঘূৰি যাবলৈ আহ্বান জনাইছে।

মূলত এই প্ৰসংগত কৌশল্যাই ৰামক একো কোৱা নাছিল। কন্দলীৰ ৰচনাত এই সময়ত কৌশল্যাই 'গঙ্গাজল এৰি কূপজলেসে নাহস' ইত্যাদি কথাৰে ৰামক ঘূৰি যাবলৈ অনুৰোধ কৰিছে। অন্য প্ৰজাসকলেও ৰামক ঘূৰি যাবলৈ আহ্বান কৰিছে। এই দুটা কথাৰ বাহিৰেও ৰামে পুৰুকুৎস, ধুন্ধুমাৰ, দিলীপ, বলিৰজা আদি খ্যাতিমান নৃপতিসকলকো 'দুৰ্বাৰ যমকালে' সংহাৰ কৰাৰ দৃষ্টান্ত দি স্বমত স্থাপন কৰাৰ বৰ্ণনা কন্দলীৰ নিজা উদ্ভাৱনা।

বাল্মী. ৰামায়ণত বশিষ্ঠৰ আহ্বানকো উপেক্ষা কৰি ৰামে যেতিয়া অযোধ্যালৈ ঘূৰি নাযায় বুলি ক'লে, তেতিয়া ভৰতে ৰামৰ কুটিৰৰ সন্মুখত

কুশশয্যাত অনাহাৰে পৰি থাকিব বুলি ভেম ধৰিলে । ৰামে ভৰতৰ সেই কাৰ্য ক্ষত্ৰিয়োচিত নহয় বুলি শাসন কৰিবলৈ তেওঁক ৰাজ্যলৈ ঘূৰি যাবলৈ ক'লে । ভৰতে তেতিয়া ৰামক অনুশাসন কৰিবলৈ প্ৰজাবৰ্গক আহ্বান জনালে । তেওঁলোকে ভৰতৰ কথাৰ ঔচিত্য স্বীকাৰ কৰিলে যদিও ৰামক তেওঁৰ দৃঢ়তাৰ পৰা বিৰত কৰিবলৈ তেওঁলোক অসমৰ্থ বুলি ক'লে । ৰামে তেতিয়া ভৰতক প্ৰজাবৰ্গৰ সেই কথা হৃদয়ঙ্গম কৰি তেওঁৰ কথামতে ৰাজ্যলৈ ঘূৰি যাবলৈ ক'লে ।

ভৰতৰ প্ৰত্যুপবেশনকে আদি কৰি ওপৰত আলোচনা কৰি অহা কথাখিনি কন্দলীৰ ৰামায়ণত নাই । ইয়াত ৰামে ভৰতক পিতাকৰ বাক্য যাতে 'চয়' নহয়, সেই কাৰণে দেশলৈ ঘূৰি যাবলৈ কৈছে । কৌশল্যা আৰু সুমিত্ৰাই ভৰতক পায়েই শোক পাহৰিব বুলি কৈ কৈকেয়ীৰ সম্পৰ্কত কৈছে —

কৈকেয়ী মাৱে মন্দ চিন্তিলা আমাক ।
মোৰ দৈৱে আছে কোনে বাধিবেক তাক ॥ ২০৮০
তাংক কোপ নকৰিবি দেখাহো সন্তাত ।
এতিক্ষণে মোহোৰ মাথাত দেস হাত ॥

মূলত ৰামে ভৰতক যাবৰ সময়তহে কৈছিলে — "মই নিজৰ আৰু সীতাৰ শপত দি কৈছোঁ, তুমি কৈকেয়ী মাতৃক পালন কৰিবা, তেওঁলৈ কোনো ৰোষ নাৰাখিবা ।"

মূলত নাই যদিও কন্দলীৰ ৰামায়ণত ৰামে পিতৃবচন উলংঘ কৰা কাৰ্য ব্ৰাহ্মণবধ, সুৰাপান আদি পাতকৰ তুল্য বুলি জেনে পাপৰ ভাগী নহয় বুলি কৈছে ।

মূলত ৰামে ভৰতক প্ৰজাবৰ্গই কোৱা কথা হৃদয়ঙ্গম কৰি ল'বলৈ আহ্বান কৰি তেওঁক ৰামক স্পৰ্শ কৰিবলৈ আৰু জল স্পৰ্শ কৰিবলৈ ক'লে । ভৰতে সেই-দৰে স্পৰ্শ কৰি সকলোকে সম্বোধন জনাই ক'লে, তেওঁ ৰামৰ ঠাইত পিতৃসত্য পালনৰ অৰ্থে বনবাস খাটিব । সমৰ্থ লোকৰ হৈ আনে কাম কৰাটো বিধি-সম্মত নহয় বুলি কৈ ৰামে বনবাসৰ অন্তত হে ভৰতৰ সৈতে ৰাজ্য পালন কৰিব বুলি প্ৰতিশ্ৰুতি দিলে । তেতিয়া সমবেত ঋষিসকলে ৰাম-ভৰত দুয়োকে

প্ৰশংসা কৰিলে আৰু ৰামৰ যত্তেই কাম হওক বুলি মত প্ৰকাশ কৰিলে। ৰামৰ অবিহনে ৰাজ্য শাসন কৰিবলৈ তেওঁ অসমৰ্থ বুলি ভৰতে পুনৰ ৰামক ৰাজপাট ল'বলৈ অনুৰোধ কৰিলে। ৰামে ভৰতক সুহৃদ, অমাত্য আৰু মন্ত্ৰীবৰ্গৰ সহায়ত ৰাজ্য চলাবলৈ পৰামৰ্শ দিলে। তেতিয়া ভৰতে ৰামৰ পাদুকাযোৰ খুজিলে।

কন্দলীৰ ৰামায়ণত এই প্ৰসংগত প্ৰজা আৰু ঋষিসকলক সুমুৱা হোৱা নাই। ৰামে নিজ মতত দৃঢ়তা প্ৰকাশ কৰি ভৰতক ৰাজ্যভাৰ ল'বলৈ কোৱা দেখি (২৫৭৩-৮৪) ভৰতে ৰামৰ চৰণত পৰি ক'লে — "তোমাক এৰিয়া মই যাওঁ কেনে কৰি॥ চৈধ্যয় বৰিষ খাটিবোহো বনবাস।" এই সিদ্ধান্ত ত্যাগ কৰাৰ কোনো যুক্তি নেদেখুৱাকৈয়ে কন্দলীয়ে ভৰতৰ "তযু আজ্ঞা পালি দেশে চলিবো নিশ্চয়" বোলা সিদ্ধান্তৰ কথা দিছে। তাৰ পাছতে ভৰতে ৰামৰ খৰমযোৰ খুজিছে —

তোমাৰ দুখানি পানৈ প্ৰভু দিয়া মোক।
মাথাত ধৰিয়া তাক পাসৰিবো শোক॥
সেহি পানৈ তুমি সিংহাসনত থাপিবো। × ২৫৮৭

পানৈযুৰিকে ৰজা পাতি ৰাজ্যভাৰ দি ভৰতে গৃহতে বনবাসৰ ব্ৰত পালন কৰি ৰামৰ সেৱা কৰি থাকিব বুলি ক'লে।

ভৰতে ৰামৰপৰা অনা খৰমযোৰৰ সম্পৰ্কত বাল্মী. ৰামায়ণৰ দুটা পাঠত দুটা ভিন্ন কথা আছে। দাক্ষি: পাঠৰ মতে ভৰতে ৰামক এযোৰ 'হেমভূষিত' খৰম দি তাতে চৰণ স্থাপন কৰিবলৈ কৈছিলে। সেই খৰমযোৰকে সিংহাসনত স্থাপন কৰি ভৰতে অযোধ্যাৰ বাহিৰত বনবাসৰ ব্ৰত পালন কৰি ৰামৰ আগমনলৈ বাট চাই থাকিব। গৌড়ীয় পাঠৰ মতে শৰভংগমুনিয়ে ৰামলৈ পঠোৱা কুশনিৰ্মিত খৰমযোৰকে বশিষ্ঠৰ কথামতে ৰামে ভৰতক দি পঠাইছিল। কন্দলীয়ে বশিষ্ঠ আৰু শৰভংগৰ নাম উল্লেখ কৰা নাই। তেওঁৰ মতে ভৰতৰ ভক্তিভাৱ দেখি ৰামে —

কুশৰ খৰমজুৰি পাছে তাংক দিল॥ ২৫৮৮
এক ঋষি থানত পাইলন্ত ৰঘুনাথে।

সাদৰে ভৰতে তাংক চৰাইলন্ত মাথে ॥

কন্দলীয়ে ভৰতে ৰামৰ পাদুকা লৈ ৰামৰপৰা বিদায় লোৱাৰ বৰ্ণনা মূলতকৈ সংক্ষেপ কৰি দাঙি ধৰিছে। বিদায় ক্ষণত সমবেত সকলোৱে কান্দি-ৰলৈ ধৰাৰ উপৰিও 'সকলে বুকৰ কল-মূল লৈল খদি' আৰু 'বনজন্তু কান্দিলেক আহাৰ তেজিয়া।' এই বৰ্ণনাটি শকুন্তলা নাটকৰ শকুন্তলাবিদায়-দৃশ্যৰ প্ৰতিফলন হৈছে।

চিত্ৰকূটৰ পৰা অযোধ্যালৈ ভৰতৰ প্ৰত্যাৱৰ্তনৰ বৰ্ণনা মূলত দুটা সৰ্গত দিয়া হৈছে। বিশেষ গুৰুত্ব নথকা এই বৰ্ণনা অতি সংক্ষেপ কৰি কন্দলীয়ে আগ বঢ়াইছে। ৰামবিহীন অযোধ্যাৰ কাৰুণ্য কন্দলীয়ে কম কথাৰ মাজেদিয়ে ফুটাই তুলিব পাৰিছে। ভৰতে নন্দিগ্ৰামত ৰামৰ পাদুকা সিংহাসনত স্থাপন কৰিছে; প্ৰজাসবে 'জয় জয় ৰাম' ধ্বনিৰে উল্লাস কৰিছে, অজস্ৰ বাদ্যৰ শবদে কোলাহল লাগিছে।

শত্ৰুঘ্নক অযোধ্যালৈ পঠাই ভৰতে নন্দিগ্ৰামৰপৰা ৰাজ্য শাসন কৰি থকাৰ বৰ্ণনা দি মাধৱকন্দলীয়ে গৌড়ীয় পাঠত শেষ হোৱাৰ দৰে অযোধ্যা-কাণ্ডৰ সমাপতি ঘোষণা কৰিছে। বাল্মী. ৰামায়ণৰ ই দুটা পাঠত বাদে অত্ৰি-মুনিৰ আশ্ৰমৰ পৰা যাত্ৰা কৰালৈকে আৰু চাৰিটা সৰ্গ অযোধ্যাকাণ্ডৰ অন্তৰ্ভুক্ত।

॥ অযোধ্যাকাণ্ডৰ সাৰৱৰ্ণিত তত্ত্ব উপদেশ ॥

সম্পূৰ্ণ পাঁচফাকি পদ্যত মাধৱকন্দলীৰ ভণিতা সহ ৰামৰ তাত্ত্বিক ৰূপ প্ৰতিপাদন কৰি উপদেশ দিয়া হৈছে—

সনতকুমাৰ আদি যোগেশ্বৰ নজানে যাৰ ৰহস্য।
যিটো কোটি কোটি ব্ৰহ্মাণ্ডৰ পতি তেন্তো ভকতিৰ বশ্য ॥
× × ভকতিৰ বশ্য হুয়া ভকতৰ তেহন্তো আজ্ঞা পালন্ত ॥
পিতৃৰ সত্যক পালিয়া বনক গৈলা ভ্ৰাতৃ ভাৰ্য্যা সঙ্গে।

ইয়াত দশৰথ ৰামৰ ভক্ত বুলি ব্যঞ্জিত হৈছে। পৰম কৃপালু ৰামৰ চৰণ-পংকজ ভজিবলৈ উপদেশ দিয়াৰ পাছত কন্দলীয়ে দুৰ্জনৰ সংগ এৰিবলৈ কৈছে; কাৰণ—

একেজনী দুষ্টা কুজীৰ নিমিত্তে ঈশ্বৰবো ছত্ৰভংগ ॥
অযোধ্যা নগৰে আছে যত জন ৰামত সবে ভকত।
মন্থৰাত হন্তে পাইলা যত দুখ কহিবে কোন শকত ॥

গতিকে মাধৱ কন্দলীৰ উপদেশ 'দুঃসঙ্গ তেজিয়া লৈয়ো সঙ্গ মহন্তৰ' আৰু সেই সজত 'শুনিয়োঃ ৰামৰ কথা।' কন্দলীৰ মতে 'সকলে শাস্ত্ৰৰ, এহি তাতপৰ্য।'

## ॥ অৰণ্য কাণ্ড ॥

ভৰতে ৰামৰ পাদুকা পূজি নন্দিগ্ৰামত আৰু শত্ৰুঘ্নই অযোধ্যাত থাকি প্ৰজা-পালন কৰি থকা আৰু কৌশল্যা আদি মাতৃগণে ৰামক সুঁৱৰি শোক কৰি থকাৰ বৰ্ণনাৰে মাধৱকন্দলীয়ে কাহিনীৰ আঁত ধৰি অৰণ্যকাণ্ডৰ পাতনি মেলিছে। কন্দলীৰ মতে এই সময়ত ৰাম-সীতা-লক্ষ্মণৰ কল্যাণ কামনা কৰি 'কৌশল্যা সুমিত্ৰা দুয়ো বিষ্ণুক পূজন্ত।' অযোধ্যাৰ প্ৰজাগণেও ধৰ্ম আচৰি ৰামৰ কল্যাণ সাধিছে।

গৌড়ীয় পাঠৰ অৰণ্যকাণ্ডৰ আৰম্ভণি-শ্লোকত থকা কথাৰে কন্দলী এইবাৰ মূল কাণ্ডৰ কথালৈ আহিল — 'ৰামক তেজিয়া যেবে আসিলা ভৰত।'

বাল্মী০ ৰামায়ণত চিত্ৰকূটৰ ঋষিসকলে সেই ঠাই এৰি অন্য ঠাইলৈ যাবলৈ ওলোৱা আৰু ৰামকো সেই ঠাই এৰি যাবলৈ কোৱাৰ বৰ্ণনাৰে থকা সম্পূৰ্ণ সৰ্গটোৰ (গৌঃ ৩।১, অন্য ২।১১৬) একো কথাকে মাধৱকন্দলীয়ে উল্লেখ কৰা নাই। তাত থকা মতে চিত্ৰকূটত থকা ঋষি-মুনিসকলে ৰামক উপলক্ষ্য কৰি পৰস্পৰে কথা পতা দেখি ৰামে তাৰ কাৰণ সুধিলে। তেতিয়া কুলপতিজনে ক'লে; সেই ঠাইত ৰাম থকাটো সহিব নোৱাৰি ৰাৱণৰ ভায়েক খৰে তাত থকা ঋষি-মুনিসকলক নানা উৎপীড়ন কৰিছে; গতিকে তেওঁলোকৰ লগতে ৰামেও সেই ঠাই এৰি যাব লাগে।

তপস্বীসকলে এৰি থৈ যোৱাৰ উপৰিও অন্য বহুত কাৰণত ৰামে

চিত্ৰকূট ত্যাগ কৰিবলৈ মন কৰিলে। ৰামে ভাবিলে — "মই এই ঠাইতে ভৰতক, মাতৃগণক আৰু প্ৰজাবৰ্গক দেখিবলৈ পাইছিলোঁ। তেওঁলোকৰ কাৰণে শোকত মোৰ হৃদয়ত মহান্ সন্তাপ হৈছে। তদুপৰি ভৰতে এই ঠাইত শিবিৰ পতাৰ ফলত হাতী-ঘোঁৰাৰ মলেৰে ঠাইখন অপৱিত্ৰ হৈ পৰিল (গোঃ ৩।২।১-৩)।' গতিকে ৰামে সেই ঠাই ত্যাগ কৰিলে।

কন্দলীৰ মতে ভৰত যোৱাৰ পাছত ৰামে লক্ষ্মণক ক'লে —

মহাদুখ দিলা আসি ভৰত ভৈয়াই।
নুমাইল অগনি যেন জলিল দুনাই॥ ২৬২৭
× × এই স্থানে খেদি যোনো আসে আবোবাৰ।
× × ইথানক এৰি আন দেশ দেশে যাওঁ তেৰে।

মূলত নাই যদিও কন্দলীৰ ৰামায়ণত চিত্ৰকূটৰ পৰা অত্ৰিমুনিৰ আশ্ৰমৰ বাটত ৰাম আদিয়ে নদী-নদ, বন,দেশ, দল-বিল অনেক পাৰ হৈছে।

মূলত অত্ৰিমুনিয়ে ৰামক পুত্ৰবৎ আদৰ কৰা বুলি আছে। কন্দলীৰ মতে পৰম ঈশ্বৰ জ্ঞান কৰি অত্ৰিয়ে ৰামক পাদ্য-অৰ্ঘ্য দি পূজিছে। সীতা-অনসুয়াৰ সংবাদটোৰ বৰ্ণনাত কন্দলীয়ে কেৱল সংক্ষিপ্তকৰণতে আবদ্ধ নাথাকি কথা-অংশতো হাত ফুৰাইছে।

মূলত থকামতে অত্ৰিমুনিৰ কথামতে ৰামে সীতাক মুনিপত্নী অনসূয়াৰ ওচৰলৈ পঠাই দিলে। মুনিয়ে ইতিমধ্যে অনসূয়াক সীতাক বাঞ্ছিত বস্তু দান কৰিবলৈ কৈছিলে। সীতাই যেতিয়া প্ৰণাম কৰি অনসূয়াক কুশল প্ৰশ্ন সুধিলে, তেতিয়া অনসূয়াই সীতাক প্ৰশংসা কৰি ক'লে — "হে সীতা, সৌভাগ্য বশতঃ জ্ঞাতিজন, সুখ আৰু মান ত্যাগ কৰি তুমি বনলৈ অহা ৰামক অনুসৰণ কৰিছা। সৌভাগ্যশালীয়েই হওক বা দুৰ্দশাগ্ৰস্তই হওক, পাপীয়েই হওক বা পবিত্ৰই হওক, স্বামীক যি নাৰীয়ে ভাল পায়, তেওঁলোকে মহান্ অভ্যুদয়-শালী লোক লাভ কৰে।"[5] ইয়াৰ পাছত অনসূয়াই পতিব্ৰতা ধৰ্মৰ গুণ বখানি তাক পালন কৰি বনত স্বামীৰ সহধৰ্মিণী হৈ সীতাই যশ আৰু ধৰ্ম লাভ কৰিব পাৰিব বুলি ক'লে।

কন্দলীৰ ৰামায়ণত অনসূয়াই সীতাক সুধিছে, 'বাপৰ আদেশে ৰাম আইলা বনবাসে', ৰামৰ লগতনো তেওঁ কিয় বনলৈ আহিল? সীতাই বনত তৃণশয্যাত শুই ফল-মূল খাই কষ্ট পাব। সেই কথা শুনি —

সীতায়ে বোলন্ত কেনে লঘু বোলা মাতি।
আমাক জানিবা শাস্তি পতিব্ৰতা আতি॥
দেশত থাকিলে আমি কোন ফল পাইবো।
স্বামী ভকতিত স্বৰ্গ মুকুতিক পাইবো॥ ২৬৩৮

সাবিত্ৰী যেনে সতী, চন্দ্ৰৰ ৰোহিণী, বশিষ্ঠৰ অৰুন্ধতী, অত্ৰিৰ অনসূয়া, শংকৰৰ মায়া যেনেকুৱা, সীতাৰো ৰামত তেনে দৃঢ়ভক্তি। এই সকলৰ কাৰণে স্বামী যেনে আদিদেৱ, সীতাৰ কাৰণেও 'ৰামন্ত পৰে আন নাই কেৱ।' সীতাৰ মতে 'বাপ মাৱ সুহৃদৰ বাসনা বিষয়/স্বামীত ভকতি কিন্তু মুকুতি সাধয়॥'

মূলত সীতাই অনসূয়াই কোৱা পতিব্ৰতৰ কথা শুনি বং মনেৰে তেওঁ পতিসেৱাত ৰত থাকিব বুলি কৈছিলে। বনলৈ অহাৰ সময়ত শাহুৱেকে আৰু বিয়াৰ সময়ত মাকে সীতাক দিয়া স্বামীসেৱাৰ উপদেশ, অনসূয়াৰ উপদেশ শুনি পুনৰ সজীৱ হৈ উঠিছে বুলি সীতাই ক'লে। সীতাই পতিব্ৰতা আদৰ্শ নাৰী স্বৰূপে সাবিত্ৰী, অৰুন্ধতী আৰু ৰোহিণীৰ কথা অৱতাৰণা কৰিছে আৰু স্বামীৰ প্ৰতি দৃঢ়ব্ৰতা অন্য নাৰীসকলো দেৱলোকত পূজনীয় হৈ আছে বুলি কৈছে।

কন্দলীৰ ৰামায়ণত সীতাৰ উক্তিত এটা ধৰাই ভাব ফুটি উঠিছে; তাত মূলত প্ৰকাশ পোৱা বিনীত ভাৱ নাই। তথাপি মূলত থকাৰ দৰে ইয়াতো সীতাৰ কথা শুনি অনসূয়াই আনন্দ পাইছে আৰু সাৱিত্ৰী ধৰি বৰ মাগিবলৈ কৈছে; অনসূয়াৰ দায়াদৃষ্টিতে সকলো বৰ লাভ কৰা হ'ল বুলি সীতাই কৈছে। সীতাৰ কথাত সন্তুষ্ট হৈ অনসূয়াই দিব্য অংগৰাগ আৰু অলংকাৰ সমূহ দি চিৰকাল সেই সমূহ ব্যৱহাৰ কৰাৰ সৌভাগ্য ঘটিবলৈ সীতাক আশীৰ্বাদ দিয়াৰ কথা মূলতো আছে।

অনসূয়াই সীতাক তেওঁৰ স্বয়ম্বৰ বৃত্তান্ত সোধাত সীতাই যথাক্ৰমে তেওঁৰ জন্ম-কথা, জনকৰ হৰধনু প্ৰাপ্তিৰ কথা, স্বয়ম্বৰত নিমন্ত্ৰিত ৰজাসকলে

জনকৰ পণমতে হৰধনুত গুণ লগাব নোৱাৰি গুচি যোৱা, বিশ্বামিত্ৰই নি ৰাম-লক্ষ্মণক জনকৰ ঘৰত উপস্থিত কৰোৱা, কৌতুহলবশতঃ ৰামে ধনুখন দাঙি গুণ লগাওঁতেই ভাগি থকা আৰু পূৰ্বৰ প্ৰতিজ্ঞা মতে জনকে ৰামলৈ সীতাক বিয়া দিয়াৰ বৃত্তান্ত কন্দলীয়ে দুই এটা সামান্য পৰিবৰ্তন সহ আৰু মূলতকৈ সংক্ষেপে বৰ্ণনা কৰিছে।

মূলত জনকে যজ্ঞভূমিত পোৱা সীতাক তেওঁৰ জ্যেষ্ঠা মহিষীক দিয়া বুলি আছে; কন্দলীৰ ৰচনাত সীতাই কৈছে "জনক ৰাজাৰ যত মুখ্য পাটেশ্বৰী/তাসম্বাত সুপিলা আমাক জীউ ধৰি ॥" মূলত সীতাৰ ৰামৰ প্ৰতি পূৰ্বৰাগ জন্মাৰ কথা নাই। কন্দলীৰ ৰামায়ণত ৰাম-লক্ষ্মণৰ সহ বিশ্বামিত্ৰক জনকে আদৰ-অভ্যৰ্থনা কৰাৰ সময়ত সীতা পিতাকৰ ওচৰলৈ গৈছিল আৰু ৰামৰ ৰূপ দেখি সীতা ভোল গৈছিল বুলি আছে (২৬৫৭-৫৮)। মূলত পূৰ্বৰ পণ ৰাখি জনকে সীতাক সমৰ্পণ কৰিব খোজাত ৰামে পিতাকৰ সন্মতিলৈ অপেক্ষা কৰাৰ কথা আছে। দশৰথক মতাই অনাৰ পাছত ৰাম-সীতাৰ বিবাহ সম্পন্ন হৈছে। তাত ৰাম লক্ষ্মণে অন্য ৰজাৰ লগত যুদ্ধ কৰাৰ কথা নাই। কন্দলীৰ ৰামায়ণত ধনুভংগৰ পাছতে অন্য ৰজাবিলাকে ৰাম-লক্ষ্মণৰ লগত যুদ্ধ কৰি পৰাস্ত হৈ নিজ স্থানলৈ গুচি যোৱাৰ পাছত পিতাকৰ আদেশ-মতে সীতাই পদ্মৰ মালা দি ৰামক বৰণ কৰিছে।

মূলত সীতাই তেওঁৰ পিতাকে উৰ্মিলাক লক্ষ্মণলৈ বিয়া দিয়াৰ কথা-মাত্ৰ উল্লেখ কৰিছিলে (গো: ৩।৪।১৩), কন্দলীৰ ৰামায়ণত উৰ্মিলাৰ নখ-শিখ ৰূপ বৰ্ণনা প্ৰস্তুত কৰি (২৬৬৪ — ৬৯), ৰূপে গুণে মুনিকো মুহিবপৰা লক্ষ্মী সম সেই কন্যাক লক্ষ্মণে বিয়া কৰালে বুলি দীঘলীয়া বৰ্ণনা দিয়া হৈছে।

মূলত সীতাৰ জাতিস্মৰত্বৰ আভাস পোৱা নাযায়; কন্দলীৰ ৰচনাত সীতাই অনসূয়াক কৈছে —

পূৰ্বজন্মে অনেক তপস্যা কৈলো আমি।
তাৰ প্ৰতিফলে ৰাঘৱক পাইলো স্বামী ॥

ইয়াৰ পাছত বাকিটো অত্ৰিমুনিৰ আশ্ৰমত কটাই পুৱা ৰাম-লক্ষ্মণ-সীতাই দণ্ডকাৰণ্যলৈ যাত্ৰা কৰাৰ বৰ্ণনা কন্দলীয়ে সংক্ষেপে মূলৰ অনুৰূপেই আগ বঢ়াইছে। মূলত অত্ৰিমুনিয়ে ৰামক দিয়া পথ-নিৰ্দেশনা আৰু শুভকামনাৰ কথাখিনি কন্দলীয়ে বাদ দিছে।

দণ্ডকাৰণ্যত ঋষি-আশ্ৰমত উপস্থিত হোৱা ৰামক মূলত দেৱতাৰ অংশত উৎপন্ন ৰক্ষাকৰ্তা দণ্ডধৰ ৰজা ৰূপেহে ঋষিসকলে স্তুতি কৰিছিলে। কন্দলীৰ ৰামায়ণত 'যাহাৰ বিনোদ ইটো সকল সংসাৰ/তেন্তে ধৰ্মৰক্ষা হেতু ভৈলা অৱতাৰ' (২৬৭৫ — ৭৬) ইত্যাদি বুলি পাপীৰো ত্ৰাণকৰ্তা ঈশ্বৰ ৰূপেহে ঋষিসকলে ৰামক স্তুতি কৰিছে। এই ঋষিসকলক আশ্বস্ত কৰি পুনৰ যাত্ৰা আৰম্ভ কৰা ৰামে লক্ষ্মণ আৰু সীতাৰে সৈতে গৈ বিৰাধক লগ পোৱাৰ কথা কন্দলীৰ ৰচনাত মূলৰ অনুগত।

॥ বিৰাধ-বধ ॥

মূলত গিৰিশৃংগ সদৃশ, ভীষণ শব্দ কৰা, দ চকুৰে এখন ডাঙৰ মুখৰ, বিকট আকাৰৰ, কুৎসিত পেটৰ আৰু দেখিবলৈ ভয়লগা নৰভক্ষী ৰাক্ষস বিৰাধক সীতা আৰু ৰামে দেখিবলৈ পালে। কন্দলীৰ মতে 'গিৰিগোট যেন' হৈ ৰহি থকা সেই ৰাক্ষসৰ 'চক্ষু যেন খোন্দ, কায়া আঙ্গাৰৰ বৰ্ণ, নাকগোটা বেংকা, কুলা হেন দুই কৰ্ণ', লহ-লহ কৰি থকা জিভাখন যেন গহ্বৰত জ্বলি থকা জুই একুৰাহে। তাৰ দুই ভৰি ভেল্লুৰা, পিঙ্গলবৰ্ণ কেশ, বিকট দশন, মুখ বিভঙ্গ কুবেশ। মূলত এই ৰাক্ষসটোৱে এডাল শূলৰ আগত আঠোটা তেজেৰে লুতুৰি-পুতুৰি হৈ থকা সিংহ আৰু এটা দতাল হাতীৰ ডাঙৰ মূৰ লৈ গাত বাঘৰ ছাল পিন্ধি মুখখন মেলি আছিলে (গৌঃ ৩।৭।৭,৮)। কন্দলীৰ ৰামায়ণত সেই বৰ্ণনাটো গৈ এনে হৈছে —

আঠ গোটা সিংহ সিটো কপালে লৈলেক।
হস্তীৰ মাথাক কাটি হাতে আনাইলেক ॥
জলিকতে লৈয়া বাঘ মাৰিয়া খাইলেক।
ৰুধিৰে সহিতে চৰ্ম গাৱে মেৰাইলেক ॥ ২৬৮২

এই হেন ৰাক্ষসটো 'মাথাগোট জোকাৰি গগনে উৰাই' যোৱা দেখি সীতাৰ বৰ ভয় লাগিল।

মূলত বিৰাধে ৰাম-লক্ষ্মণ-সীতাক দেখি প্ৰচণ্ড বিকট চিঞৰ মাৰি খেদি গ'ল আৰু সীতাক কোলাত তুলি লৈ সি অলপ আঁতৰি গৈ ক'বলৈ ধৰিলে — "তোমালোকে বল্কল ধাৰণ কৰিছা, অথচ লগত নাৰী লৈ অস্ত্র-শস্ত্রেৰে দণ্ডকাৰণ্যত ভ্ৰমিছা। ×× তোমালোক যদি তপস্বীয়েই, লগত ত্ৰৈলোক্য-মোহিনী নাৰী কিয়? তোমালোক অধৰ্মচাৰী, মুনিকুলৰ কলংক।"

কন্দলীয়ে বিৰাধে সীতাক ধৰি নিয়াৰ বৰ্ণনা দিছে — 'চিলে যেন থাম্প দিয়া মাছক নিলেক/মায়া কৰি সীতাক গগনে উৰাইলেক॥' সেই সময়ত দেখৰলৈ কেনে লাগিছিল, কন্দলীয়ে তাৰো বৰ্ণনা দিছে — 'অঞ্জন পৰ্বতে যেন মাণিক জ্বলিল', 'যেন হেমলতা কাল পৰ্বতে জ্বলয়,' 'অন্ধাৰ ওচৰে যেন বহ্নিৰ সঞ্চাৰ' ইত্যাদি। কন্দলীৰ ৰামায়ণত বিৰাধে অন্তৰীক্ষৰ পৰাহে কথা কৈছে। বিৰাধে ৰাম-লক্ষ্মণক পৰা গালিখিনি মূলৰ অনুৰূপ যদিও ৰাম-লক্ষ্মণক দশৰথৰ পুত্ৰ বুলি জনাৰ পাছতো বিৰাধে ৰামক পৰা গালিখিনি কন্দলীৰহে উদ্ভাৱনা —

ক্ষত্ৰী জাতি হুয়া তুমি ভৈলাহা তস্কৰ।
পৰনাৰী হৰিলাহা বনৰ ভিতৰ॥ ইত্যাদি

কন্দলীয়ে অৱশ্যে ৰামৰ হাতত মৰি মুক্তিলাভ কৰাৰ উদ্দেশ্যে ৰামৰ খং তোলাবলৈ বিৰাধে এই কথাখিনি কোৱা বুলিছে। ইয়াৰ পাছত ৰাম-লক্ষ্মণৰ কথা বতৰা আৰু ৰামৰ বাণত বিৰাধ ঢলি পৰালৈকে কথাখিনিৰ বৰ্ণনা কন্দলীয়ে মূলৰ অনুৰূপেই আগ বঢ়াইছে। ৰামৰ শৰত পৰি বিৰাধে তেওঁৰ পূৰ্ববৃত্তান্ত কোৱাৰ কথা মূলতো আছে। বিৰাধ পূৰ্বে চমক (অন্য পাঠত তুম্বুৰু) নামৰ গন্ধৰ্ব আছিল। কুবেৰৰ অনুচৰ এই গন্ধৰ্ব কৰ্তব্যভ্ৰষ্ট হোৱাৰ কাৰণে কুবেৰৰ শাপত সি ৰাক্ষস হ'ল। কুবেৰে ৰামৰ হাতত মৰিলে বিৰাধ শাপমুক্ত হ'ব বুলি কৈছিলে। কন্দলীৰ ৰামায়ণত বিৰাধৰ এই পূৰ্ব-বৃত্তান্ত মূলৰ অনুগামী। কন্দলীয়ে পিছে মূলত থকাৰ দৰে বিৰাধ 'কাল' (দাক্ষিঃ পাঠত 'জৱ') নামৰ ৰাক্ষস আৰু শতহ্ৰদাৰ পুত্ৰ বুলি কোৱা নাই।

আন হাতেদি মূলত বিৰাধে ৰামক 'ত্ৰিজগত নাথ' আৰু সীতাক মাতৃ বুলি স্তৱাৰ কোনো ইঙ্গিত পোৱা নাযায়।

মূলত বিৰাধে তেওঁৰ দেহটো এটা গাঁতত পেলাই দিবলৈ কৈছিলে (গৌঃ ৩৮।১৮,দাঃ ৩।৪।২২); তাৰ যাবা ৰাক্ষসৰ মহোদয় লাভ হয়। তাত বিৰাধৰ মৃতদেহ দাহ কৰাৰ কথা নাই। কন্দলীৰ ৰামায়ণত বিৰাধৰ অনুৰোধক্ৰমে ৰামে নিৰ্দেশ দিয়াত লক্ষ্মণে এটা গাঁত খানি তাতে বিৰাধৰ শৱ দাহ কৰিছে। দিব্যৰূপ ধৰি বিৰাধ স্বৰ্গলৈ যোৱাৰ কথা মূলতো আছে; কিন্তু বিৰাধে 'ৰাম ৰাম' বুলি প্ৰাণত্যাগ কৰাৰ কথা তাত নাই। বিৰাধে ৰামক শৰভংগ মুনিৰ আশ্ৰমলৈ যাবলৈ দিহা দিছিল বুলি গৌড়ীয় পাঠত আছে। কন্দলীৰ ৰামায়ণত (অন্য পাঠতো) সেই কথা নাই।

॥ শৰভংগ মুনিৰ আশ্ৰমত ॥

বিৰাধ-বধৰ পাছত লক্ষ্মণ আৰু সীতাৰে সৈতে পৈ ৰামে শৰভংগ মুনিৰ আশ্ৰমত উপস্থিত হোৱা, ইন্দ্ৰক দেখা পোৱাৰ পাছত ৰাম শৰভঙ্গৰ ওচৰত উপস্থিত হোৱা, শৰভঙ্গই ৰামক সুতীক্ষ্ণ মুনিৰ আশ্ৰমলৈ যাবলৈ কোৱা; শৰভঙ্গই অগ্নিত আত্মাহুতি দি স্বৰ্গলৈ যোৱা — এই সকলো কথা কন্দলীয়ে মূলৰ অনুগামী কৰিয়েই বৰ্ণনা কৰিছে। বিৰাধ-বধৰ দৰে শৰভঙ্গৰ স্বৰ্গগমনতো কন্দলীয়ে অৱশ্যে ৰামভক্তিৰ অঞ্জন সানিছে। মূলত শৰভঙ্গৰ কাৰণে ৰাম প্ৰিয় অতিথি, বন্ধু, মাননীয় গুৰু আৰু সংকাৰৰ পাত্ৰহে (গৌঃ৩।১।২৪,২৬)। কন্দলীৰ ৰচনাত শৰভংগৰ বাবে ৰাম 'পৰম ঈশ্বৰ'; শৰভংগই ৰাম-নাম লৈ অগ্নিত প্ৰৱেশ কৰিছে, ৰামক স্মৰি স্বৰ্গগামী হৈছে। মূলত কিন্তু শৰভংগই নিজ পুণ্যবলে অক্ষয় পৱিত্ৰ লোক আৰ্জি থৈছিলে আৰু তেওঁ ব্ৰহ্মলোকলৈহে গতি কৰিছিলে।

শৰভংগৰ দিব্যগতিৰ পাছত বিভিন্ন পৰ্যায়ৰ মুনি সকলে আহি শৰভঙ্গৰ আশ্ৰমত ৰাজপুত্ৰ ৰামক ৰাক্ষসৰ উৎপীড়নৰপৰা তেওঁলোকক ৰক্ষা কৰিবলৈ প্ৰাৰ্থনা জনোৱা আৰু ৰামে সেই ঋষি মুনিসকলক অভয়দান কৰাৰ বৰ্ণনা মূলত এটা সম্পূৰ্ণ সৰ্গত দিয়া হৈছে (৩।১০ সঃ)। কন্দলীয়ে আখ্যানটি

পদত প্ৰস্তুত কৰা সেই বৰ্ণনাত দণ্ডকাৰণ্যবাসী বিপুল সংখ্যক ঋষি-মুনিৰ ত্ৰাসৰ ছবি ফুটি উঠা নাই।

॥ সুতীক্ষ্ণৰ আশ্ৰমত ॥

সুতীক্ষ্ণৰ আশ্ৰমত উপস্থিত হোৱা ৰামক অভ্যৰ্থনা কৰাৰ পাছত ঋষিয়ে কৈছিলে — "তুমি × × চিত্ৰকূটত আছাহি বুলি জানি মই তোমালৈ বাট চাই আছোঁ, এই জৰাজীৰ্ণ দেহ এৰি মই পৰলোকলৈ যোৱা নাই। দেৱৰাজ ইন্দ্ৰই মোক কৈ গ'লহি যে মই পুণ্য কৰ্মৰ দ্বাৰা সমস্ত লোক জয় কৰিছোঁ। মই আৰ্জন কৰা সেই সমস্ত দেৱৰ্ষিসেৱিত লোকত তুমি ভাৰ্য্যাৰে সৈতে সুখেৰে বিচৰণ কৰি থাকাঁ (বাঃ৩।১১।৮-১১)।" ৰামে ঋষিক তেওঁ ক'ত কুটীৰ নিৰ্মাণ কৰিব সুধিলে আৰু তেওঁ ইতিমধ্যে শৰভঙ্গৰপৰা সুতীক্ষ্ণ মুনিৰ অসাধাৰণ গুণসমূহৰ কথা জানি আহিছে বুলিও ক'লে। সুতীক্ষ্ণই বহু ঋষিৰ বাসস্থান তেওঁৰ আশ্ৰমতে ৰামক থাকিবলৈ কৈ একেখন আশ্ৰমতে বহুদিন নাথাকিবলৈকো পৰামৰ্শ দিলে। পাছদিনা পুৱা ৰামে সুতীক্ষ্ণৰপৰা বিদায় লৈ দণ্ডকাৰণ্যবাসী ঋষিসকলৰ বিভিন্ন আশ্ৰম দৰ্শনৰ উদ্দেশ্যে লক্ষ্মণ আৰু সীতাৰে সৈতে যাত্ৰা কৰিলে।

কন্দলীৰ ৰামায়ণত সুতীক্ষ্ণই ৰাম আদিক ফলে-মূলে-জলে অভ্যৰ্থনা কৰাৰ পাছত ঋষিৰ সৈতে 'অনেক পুৰাণ কাহিনী' কৈ ৰামে 'হৰিষ হৃদয়, দিন কতিপয়, বঞ্চিলা সুখে তহিতে॥' মূলত সীতাই বনবাসী ৰামক ৰাক্ষস বধৰ অৰ্থে অস্ত্ৰ তুলি নল'বলৈ আৰু ঋষিৰ দৰে অহিংসাপৰায়ণ হৈ বনত কাল কটাবলৈ কোৱা কথাখিনি আৰু ৰামে সেই কথা খণ্ডন কৰি কোৱা কথাখিনিৰ ( বাঃ ৩।১৩ আৰু ৩।১৪ সঃ ) উল্লেখ মাত্ৰও কন্দলীৰ ৰামায়ণত নাই।

কন্দলীয়ে অধ্যায়টোৰ সাৰৰূপত যি উপদেশ দিছে তাত ৰামে ৰাক্ষসৰ বিৰুদ্ধে অস্ত্ৰ ধাৰণ কৰাৰ ভকতীয়া ব্যাখ্যা কৰা হৈছে —

| | | | |
|---|---|---|---|
| | জগত তাৰণ | হেতু বনে বন | ভ্ৰমন্ত ঈশ্বৰ দুখে॥ |
| ××× | মিছো মহেশ্বৰ | সমস্তে জীৱৰ | আত্মা অন্তৰ্যামী সম। |
| | ভকতজনৰ | শত্ৰু মিত্ৰহেতু | তাহাক দেখি বিষম॥ |
| | ভকতৰ শত্ৰু | তেজ তান শত্ৰু | ভকতৰ মিত্ৰে মিত্ৰ। ইত্যাদি |

কন্দলীয়ে ৰামৰ বনভ্ৰমণৰ তাৎপৰ্য এইদৰে বখানিছে —

আপোনাৰ কৃপাগুণ বৃদ্ধিৰ কাৰণে।
ভাৰ্যা ভ্ৰাতৃ সমে ৰাম ফুৰে বনে বনে॥
নিস্তাৰোক লোক মোৰ এহি গুণ গাই। ×২৭৪৩

সুতীক্ষ্ণৰ আশ্ৰমৰপৰা গৈ ৰামে এক মনোৰম সৰোবৰত মানুহ নথকাকৈ গীতবাদ্যৰ ধ্বনি উঠি থকা শুনি ধৰ্মভৃৎ মুনিৰপৰা তাৰ আঁতিগুৰি ক'বলৈ যোৱা আৰু ধৰ্মভৃতে মন্দকৰ্ণি (দক্ষিঃ মাণ্ডকৰ্ণি) নামৰ ঋষয়ে পাঁচগৰাকী অপ্সৰা সহ সেই সৰোবৰত গীত-বাদ্য কৰি থকাৰ বৃত্তান্ত কোৱাৰ বিৱৰণ কন্দলীয়ে সংক্ষেপে মূলৰ অনুৰূপেই দাঙি ধৰিছে।

ইয়াৰ পাছত ভিন্ ভিন্ মুনিৰ আশ্ৰমত বাস কৰি ৰামে দহ বছৰ কটোৱাৰ পাছত ৰাম পুনৰ সুতীক্ষ্ণ মুনিৰ আশ্ৰমলৈ যোৱা, ৰামে সুতীক্ষ্ণক অগস্ত্য মুনিৰ বাসস্থানৰ কথা সোধাত মুনিয়ে অগস্ত্যৰ ভায়েক আৰু অগস্ত্যৰ আশ্ৰমৰ সম্পৰ্কে সবিশেষ জনোৱা আৰু সেইমতে (দক্ষিণমুৱা হৈ) ৰামে যাত্ৰা কৰাৰ বৰ্ণনা কন্দলীৰ ৰামায়ণত চমু হ'লেও মূলৰ অনুগামী।

॥ অগস্ত্যৰ আশ্ৰমত ॥

ৰামে লক্ষ্মণৰ আগত বৰ্ণোৱা ইল্বল-বাতাপীৰ বৃত্তান্তটো কন্দলীয়ে চমুকৈ মূলত থকাৰ দৰেই বৰ্ণনা কৰিছে। অগস্ত্যভ্ৰাতৃৰ আশ্ৰমত এৰাতি কটাই ৰাম-লক্ষ্মণ-সীতা অগস্ত্যৰ আশ্ৰমলৈ যোৱাৰ বৰ্ণনাও মূলৰ অনুগত।

যি অগস্ত্য মুনিৰ নামেৰে দক্ষিণ দিশৰ নামকৰণ হৈছে, যি অগস্ত্যই দুৰ্লংঘ্য বিন্ধ্যপৰ্বতক বশ কৰিছিল, যি অগস্ত্যই সমুদ্ৰ পান কৰি নিঃশেষ কৰিছিল, যাক দেৱ, গন্ধৰ্ব, ভূত, চাৰণ, যক্ষ, বিদ্যাধৰ আদিয়ে নিয়ত আহাৰ গ্ৰহণপূৰ্বক উপাসনা কৰে (গোঃ ৩।১৭ স.), সেই মহান প্ৰভাৱশালী ঋষিৰ বৰ্ণনা কন্দলীৰ ৰামায়ণত মৰ্যাদিত ৰূপত দাঙি ধৰা নাই। কন্দলীৰ মতে অগস্ত্যৰ ৰূপ —

হাতৰ পাৱৰ নখ ফুলি ফুলি গৈল॥ ২৭৭০
ভোৰোকাৰ দাবি শন পাঙি কেশপাশী।
সকলে গাৱৰ লোম ফুলি গৈল কাশি॥

যেন পুত্তা কুমুণ্ডাক দেখোতে বিশেষ।
ভাপলীয়া মুণ্ড তালু মানে নাই কেশ॥ ২৭৭১

অৱেশ্য এনেজন ঋষিৰ সহস্ৰ সংখ্যাৰ শিষ্য, এৱেঁই ৰাত্তাপিক পৰিণাম দিলে, 'গণ্ডূষতে সাতো সাগৰৰ জল পীল' আৰু 'এহেন্তেসে ৰাতিল হৰি শংকৰৰ সম/ক্ষমাৱে পৃথিৱী কোপে কালান্তক যম' বুলি কন্দলীয়ে মহিমাও বখানিছে।

লক্ষ্মণে আগ বাঢ়ি গৈ অগস্ত্যক ৰামৰ আগমনৰ কথা জনোৱাত মুনিয়ে শিষ্য পঠাই ৰামক আগবঢাই নিয়াৰ বৰ্ণনা প্ৰায় মূলানুগ যদিও মূলত থকা অগস্ত্য-ৰাম সংবাদৰ যথোচিত আভাস কন্দলীৰ লেখনীত প্ৰকাশ পোৱা নাই। মূলত অগস্ত্যই ৰামক দিব্য ধনু-শৰ আৰু তূণ দি কৈছিলে — "বিশ্বকৰ্মাই হীৰা আৰু সোণ খটুৱাই নিৰ্মাণ কৰা এই দিব্য বৈষ্ণৱ ধনু, ব্ৰহ্মাই প্ৰদান কৰা এই শৰসমূহ, প্ৰজ্বলিত অগ্নিসদৃশ বাণেৰে পৰিপূৰ্ণ এই তূণ দুটা আৰু সোণেৰে নিৰ্মিত এই মহাখড়্গ মোক ইন্দ্ৰই দিছিলে। পূৰ্বে বিষ্ণুৱে এই ধনুখনেৰে মহাসুৰগণক সংহাৰ কৰি দেৱগণৰ লক্ষ্মীক উদ্ধাৰ কৰিছিলে। ইন্দ্ৰই জয়লাভৰ উদ্দেশ্যে বজ্ৰ গ্ৰহণ কৰাৰ দৰে তুমি এই অস্ত্ৰসমূহ গ্ৰহণ কৰা (গৌঃ৩।১৮ ৩৯-৪৩)।" কন্দলীৰ ৰচনাতো এই অস্ত্ৰসমূহ প্ৰদান কৰাৰ কথা আছে যদিও তেওঁৰ বৰ্ণনাৰপৰা স্পষ্টভাৱে অস্ত্ৰসমূহৰ বিষয়ে জানিব পৰা নাযায়। তদুপৰি 'ব্ৰহ্মাৱে সৃজিলা অস্ত্ৰ শত্ৰু খেদি যায়/যাহাক হানিলে শৰ ব্যৰ্থক নযায়' বোলা কথাষাৰ কন্দলীৰ নিজা।

গৌড়ীয় পাঠত অগস্ত্যই ৰামক তেওঁৰ আশ্ৰমতে থাকিবলৈ কোৱাত ৰামে নিজে আশ্ৰম পাতি থাকিব পৰা ঠাই এখনৰ কথা ক'বলৈ মুনিক অনুৰোধ কৰিলে। মুনিয়ে তেতিয়া পঞ্চবটীৰ কথা ক'লে। কন্দলীৰ ৰামায়ণতো সংক্ষেপে এই কথাখিনি কোৱা হৈছে।

কন্দলীৰ ৰামায়ণত লক্ষ্মণেও অগস্ত্যক এখন ধনু খুজিছে আৰু অগস্ত্যই হাঁহি মাৰি লক্ষ্মণকো বিশ্বকৰ্মাই নিৰ্মাণ কৰা দিব্য ধনু এখন, মাণিকনিৰ্মিত শৰসমূহ আৰু ৰত্নখচিত দুটা অক্ষয় তূণ দান কৰিছে।

পঞ্চবটীত প্ৰৱেশ কৰোঁতে জটায়ুৱে আহি ৰামক তেওঁ দশৰথৰ মিত্ৰ

বুলি পৰিচয় দিয়া, ৰামে জটায়ুক পিতৃবৎ মান-সৎকাৰ কৰা, ৰামৰ অনুৰোধক্ৰমে জটায়ুৱে নিজৰ বংশপৰিচয় দিয়া আৰু জটায়ুক লৈ ৰাম-লক্ষ্মণ-সীতাই বনত প্ৰৱেশ কৰাৰ বৰ্ণনা কন্দলীয়ে চমুকৈ হ'লেও মূলৰ অনুগামী কৰি দাঙি ধৰিছে। জটায়ু-দশৰথৰ মিত্ৰতা সম্পৰ্কে আদিকাণ্ডত আলোচনা কৰি অহা হৈছে।

ৰাম-লক্ষ্মণে পঞ্চবটীত পৰ্ণশালা আদি নিৰ্মাণ কৰা, পঞ্চবটীৰ প্ৰাকৃতিক সৌন্দৰ্য্য আৰু গোদাৱৰীত স্নান কৰিবলৈ যাওঁতে ৰামে লক্ষ্মণৰ আগত হেমন্ত-ঋতু বৰ্ণনা কৰাৰ কথা মূলত দুটা সৰ্গত ( গো: ৩।১১,১২ স: ) বহলাই কোৱা হৈছে। কন্দলীয়ে যেই বৰ্ণনা বাদ দি কেৱল জটায়ুৰ বিদায়ৰ কথাহে উল্লেখ কৰিছে।

॥ শূৰ্পণখা-বৃত্তান্ত ॥

ৰাৱণৰ ভনীয়েক শূৰ্পণখাই ৰামক দেখি কামপীড়িত হোৱাৰ বৰ্ণনা কন্দলীয়ে মূলৰ অনুসাৰে দিছে; কিন্তু ৰামৰ ৰূপ-বৰ্ণনৰ ক্ষেত্ৰত 'পদতল ধ্বজ বজ্ৰ যৱে আদি ৰঙ্গে' প্ৰভৃতিৰ দ্বাৰা লৌকিক বহুণ সানিছে। শূৰ্পণখাই ৰামক প্ৰেম নিবেদন কৰি কোৱা কথা আৰু ৰামে তাৰ উত্তৰত কোৱা কথাখিনি কন্দলীয়ে প্ৰায় মূলৰ দৰেই দিছে। ৰামে লক্ষ্মণক 'অকৃতদাৰ' ( পত্নী গ্ৰহণ নকৰা ) বুলি শূৰ্পণখাক লক্ষ্মণৰ ওচৰলৈ পঠোৱাৰ কথা উৰ্মিলাৰ সম্পৰ্কত একাধাৰ কওঁতে আলোচনা কৰি অহা হৈছে। কন্দলীৰ ৰামায়ণত সেই 'অকৃতদাৰ' শব্দৰ ঠাইত লক্ষ্মণক 'অনাথ শিশু' বুলি কোৱা হৈছে (ভয়াই অনাথ শিশু তাৰ পতি কৰ ॥ ২৮১২ )। প্ৰকৃত পক্ষে 'অনাথ শিশু' প্ৰণয়াৰ্থীৰ কাৰণে যোগ্যপাত্ৰ নহয়। কন্দলীৰ ৰামায়ণত শূৰ্পণখাই লক্ষ্মণক 'কামদেৱ যেন শোভে শৰীৰ তোমাৰ' ইত্যাদি বুলি ৰূপৰ যি প্ৰশংসা কৰিছে (২৮১৪—২৮১৮½ পদ ), সেইখিনি কথা মূলত নাই। সেইদৰে 'যেহেন শৰীৰ জল নথাকয় ৰহি/সেহিমতে নৱৰ যৌৱন যায় ৰহি' বুলিও শূৰ্পণখাই মূলত কোৱা নাছিল।

মূলত লক্ষ্মণে শূৰ্পণখাক "মই জ্যেষ্ঠভ্ৰাতৃৰ দাস; তুমি কিয় দাসৰ ভাৰ্যা হৈ দাসী হ'বা" বুলি মাত্ৰ এবাৰ কথা কোৱাৰ ঠাইত কন্দলীৰ ৰামায়ণত লক্ষ্মণে কৈছে

তোৰ ৰূপে কমন মূৰছে প্ৰাণ ৰাখি ॥
পৰাধীন প্ৰাণীৰ জীৱনে আছো ধিক ।
× × মোহোক ভজিলে দুখ লভিবি বিস্তৰ ॥
উত্তম কুলত তোৰ জন্ম শূৰ্পণখা ।
ৰাৱণৰ বহিনী দাসত্ব কৰ আশা ॥ ২৮২২

লক্ষ্মণে আৰু কৈছে, তেওঁৰ ভাৰ্য্যা হ'লে সীতাৰ দাসী হ'ব লাগিব, সীতাৰ উচ্ছিষ্ট গুচাব লাগিব, অনিদ্ৰাত অনাহাৰে নিকাৰ ভুঞ্জিব লাগিব, শেষত কৈছে 'তোৰে মোৰে দেখাদেখি হুইবেক নপাইব/শোকে দুখে তোহোৰ যৌৱন বহি যাইব ॥'

শূৰ্পণখাই সীতাক খাবলৈ চোঁচা লোৱাৰ সময়ত ধৰা ৰাক্ষসীৰ ৰূপ-টোও কন্দলীয়ে নিজা কল্পনাৰে সজাইছে। লক্ষ্মণৰ হাতত নাক-কাণ-কটা হৈ পলাই যোৱা শূৰ্পণখাৰ প্ৰাণ কন্দলীৰ মতে স্ত্ৰী-জাতি বুলিহে ৰক্ষা পৰিল।

মূলত শূৰ্পণখাই খৰৰ আগতহে লক্ষ্মণে কৰা দুৰ্গতিৰ কথা কৈছিলেগৈ, কন্দলীৰ মতে খৰ-দূষণ দুয়োৰে আগত কৈছে। খৰে চৌদ্ধজন ৰাক্ষসক শূৰ্প-ণখাৰ লগত ৰামৰ ওচৰলৈ পঠোৱা, ৰামৰ হাতত তেওঁলোক নিহত হোৱাত শূৰ্পণখাই খৰক ধিকাৰ দিয়া, চৌদ্ধ হাজাৰ ৰাক্ষস লৈ খৰ-দূষণে ৰামৰ লগত যুদ্ধ কৰা আৰু শেষত অনুচৰ সমন্বিতে এই দুই বীৰ আৰু ত্ৰিশিৰা ৰামৰ হাতত নিহত হোৱাৰ বৰ্ণনা কন্দলীয়ে সংক্ষেপে মূলৰ দৰেই দিছে। ৰাম আৰু ৰাক্ষসবাহিনীৰ যুদ্ধৰ বৰ্ণনা মূলতো বৰ দীঘলীয়া ( গোঃ ৩।৫০।২৪ ৰ পৰা ৩।৩৬।৩৬ লৈ )।

মূলত খৰৰ মৃত্যুত দেৱ-দুন্দুভি বজা আৰু পুষ্পবৃষ্টি হোৱাৰ পাছতে ৰাজৰ্ষি, দেৱৰ্ষি, মহৰ্ষি আৰু ব্ৰহ্মৰ্ষিগণে একেলগে আহি ৰামক সংবৰ্ধনা জনাই ক'লে — " × × সমস্ত দেৱৰ্ষিগণ তোমাৰ কল্যাণ-সাধনত তৎপৰ হৈ আছে। তুমি এই পাপাত্মা, ব্ৰাহ্মণৰ কণ্টকটোক বধ কৰিলা। তোমাৰ প্ৰসাদত তাপস-সকলে অৰণ্যত নিৰ্ভয়ে ফুৰিব পাৰিব। × × × এই উদ্দেশ্য সাধনৰ বাবেই × × দেৱৰাজ ইন্দ্ৰ শৰভঙ্গৰ আশ্ৰমলৈ আহিছিল। পাপকৰ্মা নিষ্ঠুৰ ৰাক্ষস-বিলাকক বধ কৰিবৰ কাৰণেই মহৰ্ষিগণে তোমাক উপায় কৰি ইয়ালৈ আনিছিল।

× × এতিয়া মুনিসকলে দণ্ডকাৰণ্যত সুখেৰে ধৰ্ম আচৰণ কৰিব পাৰিব (গোঃ ৩।৩৬।৩২-৩৬)।"

ঋষিসকলৰ এই কথাষিনিৰপৰা বুজা যায় যে প্ৰতাপী ৰজা দশৰথৰ বীৰপুত্ৰ ৰামক ব্ৰাহ্মণ্য ধৰ্ম তথা সংস্কৃতিৰ সাধকসকলে দণ্ডকাৰণ্যত তেওঁলোকৰ অধিকাৰ ৰক্ষা কৰাৰ কামত সকলোপ্ৰকাৰে সহায় কৰিছিল। মাধৱকন্দলীৰ সময়লৈকে ৰামৰ ৰাক্ষস বধৰ উদ্দেশ্য বেলেগ হৈ পৰিল।

কন্দলীৰ ৰামায়ণত খৰ নিহত হোৱাত 'সুৰাসুৰ নৰে জয় ৰাম জোকাৰিল', দেৱতাসকলে পুষ্পবৃষ্টি কৰিলে, ব্ৰহ্মৰ্ষিগণে শুভ দৃষ্টিৰে চালে, আকাশৰ সিদ্ধগণে নামি আহি বেদ পঢ়ি ৰাঘৱক আশীৰ্বাদ কৰিলে, সৰ্বাতোকৈ ডাঙৰ কথা ব্ৰহ্মাই আকাশৰপৰা অৱনত হৈ ৰামক কৰা স্তুতিটো —

নমো নমো ৰাম কৰোঁ চৰণে প্ৰণতি।
তুমি নাৰায়ণ সদানন্দ লক্ষ্মীপতি ॥
যাক স্মৰি তৰে মহা মহা পাপীগণ।
প্ৰণামো দেৱৰো দেৱ প্ৰভু নিৰঞ্জন ।' ২৯১০
তুমি ব্ৰহ্মা তুমি বিষ্ণু তুমি ত্ৰিপুৰাৰি।
জগত কাৰণ নমো তুমিসে মুৰাৰি ॥
তুমি সত্য সবে মিছা জগতে যতক।
সংসাৰত নাহিকে তোমাৰ বেতিৰেক ॥ ২৯১১

ব্ৰহ্মাই আদি অন্ত-মধ্যহীন, সমস্ত জগত ব্যাপি থকা, কাৰণ মায়া আদিও যাৰ অধীন সেই পূৰ্ণব্ৰহ্মমূৰ্তি ৰামক নমস্কাৰ কৰিছে। এই ৰাম 'ভকতৰ চিত্ত বিত্ত আত্মা দেৱ।'

মূলত ঋষিসকলে দেৱ, গন্ধৰ্ব, সিদ্ধ আৰু মহৰ্ষিগণে জয়ধ্বনি কৰি ৰামক স্তুতি কৰিছে, সমস্ত দেৱগণৰে সৈতে ব্ৰহ্মাই ৰামৰ যুদ্ধখন চাই ৰামক সন্মান জনাইছে, প্ৰমথগণ সহিত মহাদেৱেও জয়ধ্বনি কৰি ৰামক অভি-নন্দন জনাইছে বুলি কৈছিলে (গোঃ ৩।৩৬।৩৭-৪১)। দেৱতাসকলৰ প্ৰত্যক্ষ স্তুতিৰ কথা তাত নাই। জনস্থানৰ ৰাক্ষসগণ ৰামৰ হাতত নিঃশেষ হোৱাৰ কথা জনাৰলৈ লংকালৈ যোৱা শূৰ্পণখাই বিমানৰ পৰা ৰাৱণক দেখিবলৈ

পালে। সেই প্ৰসংগত ৰাৱণৰ ৰূপ আৰু কৰ্তৃত্বৰ যি বৰ্ণনা মূলত দিয়া হৈছে (গো ৩।৩৭।৪-২৪) কন্দলীয়ে সংক্ষেপে সেই বৰ্ণনা দাঙি ধৰিছে।

॥ শূৰ্পণখা-ৰাৱণ-সংবাদ ॥

বাল্মী. ৰামায়ণত শূৰ্পণখাই গৈ প্ৰথমতে বক্তৃতাৰূপে ৰাৱণৰ দোষসমূহ সমালোচনা কৰি, তেনে দোষৰ ফলতে জনস্থানত পদচাৰী হৈও ৰামে চৌদ্দ হাজাৰ ৰাক্ষস সহ খৰ-দূষণক নিপাতিত কৰিছে বুলি জানিবলৈ দিয়াৰ বৰ্ণনা সম্পূৰ্ণ এটা সৰ্গত দিয়া হৈছে (গো ৩।৩৮ স.)। শূৰ্পণখাই ৰাৱণৰ নীতি-হীনতাৰ কঠোৰ সমালোচনা কৰাত ৰাৱণে খঙেৰে ৰাম নো কোন, তেওঁৰ বীৰত্ব কেনেকুৱা, অস্ত্ৰ-শস্ত্ৰ কি, শূৰ্পণখাক কোনে অঙ্গচ্ছেদ কৰিলে ইত্যাদি কথা জানিবলৈ বিচাৰিলে। শূৰ্পণখাই ৰাৱণৰ প্ৰশ্নৰ যথাযথ উত্তৰ দি গ'ল। জনস্থানৰ ৰাক্ষসবিলাকক ৰামে বধ কৰাৰ কথা কৈ শূৰ্পণখাই ক'লে যে তেওঁ স্ত্ৰী বুলিহে ৰামৰ হাতত ৰক্ষা পাই আহিছে। ৰামৰ সোঁহাত স্বৰূপ মহাপৰাক্ৰমী লক্ষ্মণৰ কথা কৈ শূৰ্পণখাই সীতাৰ অনুপম ৰূপলাৱণ্যৰ প্ৰশংসা কৰি ৰাৱণক প্ৰলোভিত কৰিবলৈ যত্ন কৰিলে (গো. ৩।৩৯স:)। দাক্ষিঃ পাঠত শূৰ্পণখাই সীতাক ৰাৱণৰ ভাৰ্য্যা কৰিবৰ মনেৰে আনিবলৈ যাওঁতে লক্ষ্মণে তাইৰ নাক-কাণ কাটিলে বুলি ৰাৱণক কৈছিলে (৩।৩৪।২১,২২)।

কন্দলীৰ ৰামায়ণত শূৰ্পণখাই জনস্থানৰ ৰাক্ষসশক্তি নিৰ্মূল হোৱা কথাতকৈ নিজৰ বিপত্তিৰ ওপৰতহে অধিক গুৰুত্ব আৰোপ কৰি ৰাৱণক আপত্তি দিছেগৈ। শূৰ্পণখাই ৰাৱণক কৈছে —

সুখে থিৰ ভৈলা তুমি লংকাৰ ভিতৰ ॥ ৩০০৪

× × মোহোৰ বিপত্তি হেৰা মাথা তুলি চাহা ॥

তাৰ পাছত শূৰ্পণখাই ৰাৱণক চিন্তাহীন ভাবে থকা, চৰ পঠাই দেশে দেশে বাৰ্তা নোলোৱা, মত্ত হৈ কাৰ্যৰ দায়িত্ব নুবুজাৰ কাৰণে তিৰস্কাৰ কৰি খৰ-দূষণ ত্ৰিশিৰাক মানুহে সংগ্ৰামত সমস্ত সৈন্য সমন্বিতে নিঃশেষ কৰাৰ সংবাদ দিছে। শেষত কৈছে —

পৰম দুৰ্জয় বীৰ ৰাম বোলে যাক।

সেহিসে বিপত্তি হেন কৰিলে আমাক ॥ ৩০০৭

কন্দলীৰ ৰামায়ণতো ৰাৱণে মদনৰ দৰেই ৰামৰ বিষয়ে জানিবলৈ বিচাৰিছে। ইয়াত ৰাৱণে শূৰ্পণখাক 'কি কাৰণে তোক হেন কৰিলেক শাস্তি' বুলিহে সুধিছে, কোনে কৰিলে বুলি সোধা নাই, কাৰণ শূৰ্পণখাই ইতিমধ্যে সেই কথা জনাইছেই। শূৰ্পণখাৰ অংগচ্ছেদৰ ওপৰতে অধিক গুৰুত্ব দি কন্দলীৰ ৰচনাত ৰাৱণে সেই কাৰ্যক সিংহৰ নেগুৰত ধৰা, কংসাল গোমৰ লগত-খেমালি কৰা ইত্যাদি বিপদজনক কামৰ লগত তুলনা কৰিছে। যি এই কাম কৰিছে 'শংকৰ ব্ৰহ্মাত যেৱে পশয় শৰণ/তথাপি মোহোৰ হাতে মিলিব মৰণ' বুলি সেইজনৰ শাস্তিযোগ্যতা ঘোষণা কৰিছে। শূৰ্পণখাই ৰাম-সীতা আৰু লক্ষ্মণৰ পৰিচয় দি সীতাৰ ত্ৰিভুৱন-মোহন ৰূপৰ কথা উল্লেখ কৰিছে। শূৰ্পণখাই ৰাৱণক এই বুলি উচটনি দিছে — 'সেহি বৰ ৰমণী থাৰত নাহি যাৰ/নিষ্ফল জীৱন তাৰ সব ৰাজ্যভাৰ॥' এই সীতাৰ তুলনাত :মন্দোদৰী মুহি কাণি আঙুলিৰ কালা।' কন্দলীৰ ৰচনাত সীতাক থাৰলৈ যাওঁতে লক্ষ্মণে শূৰ্পণখাৰ নাক-কাণ কাটিলে বুলি তাই ৰাৱণক কৈছে।

শূৰ্পণখাই মূলত খৰ-দূষণ আদিক বধ কৰোঁতে ৰামে দেখুওৱা বীৰত্বৰ বৰ্ণনা দিয়াৰ দৰে কন্দলীৰ ৰচনাতো চমুকৈ শূৰ্পণখাৰ মুখত সেই বৰ্ণনা দিয়া হৈছে। মূলত শূৰ্পণখাই ৰাক্ষসনিধনৰ প্ৰতিকাৰাৰ্থে ৰাম-লক্ষ্মণক বধ কৰিবলৈ কৈ, তাৰ পাছতহে ৰাৱণক ৰাম-লক্ষ্মণবিহীন সীতাক যথোচিত-ভাবে উপভোগ কৰিবলৈ কৈছিলে ( গৌ. ৩।৭৯।২২,২৩ )। আনহাতেদি মূলত জনস্থানৰ বীৰসকলৰ বিপত্তি শুনি ৰাৱণৰ দুখ লগা নাই ; বৰঞ্চ তেওঁ আনন্দত উৎফুল্ল হৈ নিজবংশ ধ্বংসকাৰী বুদ্ধিৰ আশ্ৰয় ললে বুলিহে আছে ( গৌ: ৩।৭৯।২৮ )। কন্দলীৰ মতে ৰাৱণে 'খৰবধ শুনি শোক অনেক কৰিল/সীতাৰ শুনিয়া নাম দুখ পাসৰিল॥'

॥ ৰাৱণ-মাৰীচ-সংবাদ ॥

সীতা-হৰণৰ ব্যৱস্থাৰ অৰ্থে ৰাৱণ মাৰীচৰ আশ্ৰমলৈ যাওঁতে মূলত সমুদ্ৰতটৰ বহল বৰ্ণনা দাঙি ধৰা হৈছে ; কন্দলীয়ে স্থান-বৰ্ণনত অন্য ঠাইত গুৰুত্ব নিদিয়াৰ দৰে ইয়াতো সেই বৰ্ণনা এৰি গৈছে। মাৰীচক কি ৰূপত ৰাৱণে পাইছিলেগৈ, সেই বিষয়ে 'আদিকাণ্ড'ত মাৰীচ-মিত্ৰৰ প্ৰসংগত আলো-

চলা কৰি অহা হৈছে ।

ৰামে খৰ-দূষণ আদিক বধ কৰা আৰু শূৰ্পণখাৰ অঙ্গচ্ছেদ কৰাৰ কথা কৈ ৰাৱণে তাৰ প্ৰতিকাৰৰ অৰ্থে ৰামৰ ভাৰ্যাক হৰণ কৰি আনিবৰ উদ্দেশ্যে মাৰীচক স্বৰ্ণমৃগৰ ৰূপ গ্ৰহণ কৰিবলৈ কোৱা আৰু মাৰীচে তাৰ উত্তৰত কোৱা কথাখিনি কন্দলীৰ ৰামায়ণত চমু হ'লেও মূলৰ অনুবৰ্তী । মাৰীচ দ্বিতীয়বাৰ দণ্ডকাৰণ্যত ৰামৰ হাতত পৰাভূত হোৱা কথাটো মূলত আছে; কন্দলীৰ ৰামায়ণত নাই ।

ৰাৱণে মাৰীচক সীতাহৰণ কাৰ্যত সহায়ক হ'বলৈ বলপূৰ্বক বাধ্য কৰাৰ কথা মূলতো আছে; পিছে ৰাৱণে এই প্ৰসংগত মাৰীচক কোৱা কথাবোৰ মূলৰে সৈতে একে নহয় । মূলত ৰাৱণে তলত দিয়া ধৰণৰ কথা কোৱা নাছিলে —

লখিলো পাপিষ্ঠ ৰাঘৱৰ ভাৰি খাইলে ।
× × খাতে হানি তোক আজি কৰিবো দোহাৰ ।
ৰাঘৱে কৰোক আসি তাৰ প্ৰতিকাৰ ॥ ৩০৬৪
× × মোক এৰি বোল ৰাঘৱৰ হিতপক্ষ ॥

মূলত ৰাৱণে মাৰীচক সীতাহৰণ কাৰ্যত সফল হ'লে অৰ্ধৰাজ্য দিব বুলিছিলে (ৰাজ্যস্যাৰ্ধং প্ৰদাস্যামি কৃতাৰ্থেনান্তৰাত্মনা ॥ ৩।৪০।২২)। কন্দলীয়ে এই কথাৰ উল্লেখ কৰা নাই। ৰাৱণে মাৰীচক মূলত শেষ কথা শুনাই দিছে— "ৰামৰ ওচৰলৈ গ'লে তোমাৰ জীৱনৰ সংশয়হে আছে, মোৰ বিৰোধ কৰিলে কিন্তু তোমাৰ আজি মৃত্যু সুনিশ্চিত (৩।৪০।৫)।" কন্দলীৰ ৰামায়ণত এই বুলি কোৱাৰ পাছত ৰাৱণে কৈছে — "যাবি বা নাযাবি বাক্যে বোল কেন মন/ৰাৱে লভো পেবো আজি যমৰ কৰণ ।"

মূলত মাৰীচে ৰামৰ হাতত মৰি স্বৰ্গগামী হ'ব বুলি ভাবি ৰাৱণৰ প্ৰস্তাৱত মান্তি হোৱা নাই; প্ৰভুৰ কাম বুলিহে তেওঁ ৰাৱণৰ আদেশ মানিবলৈ প্ৰস্তুত হৈছে (৩।৪১।১২)। ৰামৰ হাতত মৰি মাৰীচে সুগতি লাভ কৰাৰ কথা সৰ্ব্বপ্ৰথম অধ্যাত্মৰামায়ণত কোৱা হৈছে।

॥ স্বৰ্ণৰ মায়ামৃগ ॥

মানুহে চমৎকাৰ ভাল পায়। ৰামায়ণৰ স্বৰ্ণমৃগৰ কাহিনীটোও চমৎকাৰ সৃষ্টিৰ কাৰণেই গঢ়ি তোলা হৈছিল। বিচিত্ৰ বস্তুৰ প্ৰতি নাৰীমনৰ দুৰ্বলতা আৰু তেনে বস্তুলাভ কৰিবলৈ দুৰাগ্ৰহ, এই কাহিনী সৃষ্টিত দুটা শকত পয়না হ'ল। চিন্তামণি বিনায়ক বৈদ্যই তেওঁৰ 'ৰিড্‌ল অব্‌ দ্য ৰামায়ণ' নামৰ গ্ৰন্থত স্বৰ্ণমৃগৰ কাহিনীটো বাল্মী. ৰামায়ণত পৰৱৰ্তী সংযোজনা বুলি যুক্তি দাঙি ধৰিছে। ড° বুল্কেই সেই মতৰ সমৰ্থনত নিজা যুক্তি সংযোগ কৰি 'ৰামকথা'ত আলোচনা আগবঢ়াইছে। তেওঁ এই কাহিনী নথকা পউমচৰিয়ং, অনামকজাতকং, কূৰ্মপুৰাণ আদিত থকা ৰামোপাখ্যানলৈ আঙুলিয়াই দিছে।

বাল্মী. ৰামায়ণৰ বিভিন্ন পাঠত মাৰীচে ৰূপ গ্ৰহণ কৰা বিচিত্ৰ পহু-টোৰ ৰূপ আৰু চাল-চলনৰ বৰ্ণনাও বেলেগ হোৱাৰ পৰা বুজিব পাৰি যে এই কাহিনী-সৃষ্টিৰ অন্তৰালত চমৎকাৰ প্ৰদৰ্শনৰ প্ৰচেষ্টা নিহিত হৈ আছে। গৌড়ীয় পাঠৰ মতে পহুটো সোণৰ নিচিনা, সোণ আৰু ৰূপেৰে তাৰ দুয়ো-কাষ চিত্ৰ-বিচিত্ৰ, শিং দুটাও সোণবৰণীয়া, কাণ দুখন বৈদূৰ্যমণি আৰু বজ্ৰৰ নিচিনা, ছালখন চিক্‌মিকাই থকা, মিহি নোমেৰে ঢকা (গৌ: ৩।৪০।১-৩)। সোণালী নোম, প্ৰবাল আৰু মণিময় শিং আৰু দীঘল জিভাৰে সৈতে পহুটোক নক্ষত্ৰপথৰ দৰে দীপ্তিমান যেন দেখা গৈছিল।

দাক্ষিঃ পাঠত তাতকৈও বিচিত্ৰ কৰি এই মৃগৰ বৰ্ণনা দিয়া হৈছে। পহুটোৰ শিঙৰ ওপৰ অংশ শ্ৰেষ্ঠ মণিৰে নিৰ্মিত, মুখমণ্ডল ফুট্‌ফুটীয়া, মুখখন ৰঙা পদুমৰ নিচিনা, কাণ দুখন নীলকমলৰ দৰে, পেটটো ইন্দ্ৰনীলমণিৰ দৰে দুয়োকাষ মহুৱা ফুলৰ দৰে বগা, গাটো পদুমৰ কেশৰৰ দৰে, খুৰাবোৰ বৈদূৰ্য-মণিসদৃশ, নেজডাল ইন্দ্ৰধনুৰ দৰে (৩।৪২।১৬-১৯)। এই পহুটোৱে নানা ভঙ্গি-মাৰে চলন-ফুৰণ কৰাৰ বৰ্ণনা এই পাঠত দাঙি ধৰা হৈছে। তদুপৰি এই পাঠত সীতাই ফুল তুলি থাকোঁতে পহুটো দেখিলে আৰু ৰাম-লক্ষ্মণক তাক চাবলৈ বাৰে বাৰে মাতিবলৈ ধৰিলে বুলিও আছে।

গৌড়ীয় পাঠৰ মতে সীতাই ৰামক পহুটো দেখুৱাই তাৰ সোণালী ছালখন শয্যাত পাৰি বহিবলৈ তেওঁৰ হেঁপাহ জন্মিছে বুলি ক'লে।

সীতাই সেই কাৰ্য নাৰীৰ বাবে অনুচিত আৰু নিঠুৰ বুলিও বুজিছে; তথাপি পহুটোৰ শোভাই তেওঁৰ মন মুহি পেলাইছে আৰু তাতে তেওঁৰ লোভ জন্মিছে (৩।৪৩।১০)। তেতিয়া ৰামে লক্ষ্মণক তেওঁ সীতাৰ ইচ্ছাপূৰণ কৰিবৰ কাৰণে সেই পহুটো মাৰিবলৈ যায় বুলি কৈ সীতাৰ ক্ষেত্ৰত লক্ষ্মণক সাৱধানে থাকিবলৈ কৈছে। তেওঁ সীতাই সেই পহুৰ মনোৰম ছালত বহি শোভা পাই থাকিব বুলিও কৈছে (৩।৪৩।১২-১৪)। লক্ষ্মণে সেই মৃগশিৰা নক্ষত্ৰৰ দৰে জিলিকি থকা পহুটো দেখি কিছু সময় চিন্তা কৰি চালে। তাৰ পাছত তেওঁ ক'লে — ঋষিসকলে সেই পহুটো মায়াবী ৰাক্ষস মাৰীচৰ ছদ্ম বুলি কৈছিলে। সেই মৃগৰূপী ৰাক্ষসে বনত মৃগয়াৰ্থী বহু ৰজাক বধ কৰিছে (৩।৪৩।২৬-২১)।

সীতাই ৰামক পহুটো পাৰিলে জীয়াই জীয়াই আনিবলৈ কৈছে, বনবাসৰ অন্তত সি ৰাম-সীতাৰ অন্তঃপুৰ শুৱনি কৰিবহে। জীয়াই জীয়াই তাক ধৰিব নোৱাৰিলেও পহুটোৰ সোণালী ছালখনত বহি সীতাই আনন্দ পাব। দাক্ষিঃ পাঠৰ মতে সীতাই সেই পহুটোৱে ভৰত আৰু তেওঁৰ শাহুৱেক-সকলক বিস্ময় জন্মাব বুলিও ভাবিছে (৩।৪৩।১৮)। সীতাৰ কথা শুনি আৰু পহুটোৰ অদ্ভুত ৰূপত মুগ্ধ হৈ ৰামে লক্ষ্মণক ক'লে — "আজি মই যি কোনো উপায়েৰে এই পহুটো বধ কৰিম, সি লাগিলে মায়ামৃগই হওক। পৃথিৱীৰতো কথাই নাই, নন্দন বন অথবা কুবেৰৰ চৈত্ৰৰথ বনতো এনে হৰিণ নাই। তাতে মোৰ লোভ জন্মিছে।" এই সময়ত ৰামে পহুটোৰ যি বৰ্ণনা দিছে সেই বৰ্ণনা আগৰ বৰ্ণনাৰ লগত নিমিলে (৩।৪৩।৩৬-৩৭)। ৰামে কৰা এই বৰ্ণনা তিনিওটা পাঠতে আছে।

ৰামে লক্ষ্মণৰ আগত ৰজাসকলৰ বাবে মৃগয়াৰ যুক্তিযুক্ততা দেখুৱাই আৰু সি যদি ৰাক্ষহতা মায়াবী ৰাক্ষস মাৰীচো হয়, তথাপি তাক বধ কৰা উচিত বুলি কৈ যাবলৈ ওলাল। যাবৰ সময়ত ৰামে লক্ষ্মণক কৈ গ'ল — "আমাৰ অনুৰক্ত, অতি বলৱান, বুদ্ধিমান পক্ষী জটায়ুৰে সৈতে লগ হৈ তুমি সাৱধানে সীতাক ৰক্ষা কৰি মই অহালৈকে বাট চাই থাকিবা (পৌঃ ৩।৪৩।৩৪ অন্যঃ ৩।৪৩।৫১)।"

মাধৱকন্দলীৰ ৰামায়ণত মায়ামৃগৰ বৰ্ণনা অতি সংক্ষিপ্ত। তাৰ 'মনোহৰ বেশ তত্ত সুবৰ্ণৰ কায়া' আৰু —

ৰজতৰ অৰ্দ্ধচন্দ্ৰ দুই পাৱে বলয়।
তাৰা সম থানে থানে মাণিক জলয়॥ ৩৮৭৪
জাহ্নব্য সমান জলে বক্ষময় বুক।
থানে থানে প্ৰকাশয় সোণাৰ ভুমুক॥
তধজ ৰৰজ কৰি চতুৰ্দ্দিশে যায়।

পহুটো দেখি সীতাই ৰামক দেখুৱাই, য'ত এনে মৃগ আছে সেই দণ্ডকাৰণ্যক প্ৰশংসা কৰাৰ বৰ্ণনা মূলৰ অনুৰূপ। সীতাই তাৰ পাছত স্বামীৰ চৰণত লাগি কৌতূহল মনেৰে পহুটো প্ৰাৰ্থনা কৰিলে। ইয়াত সীতাই জীয়া পহুটো কি অযোধ্যাত দেখুৱাব হেঁপাহ কৰা নাই —

এহি মৃগ মাৰি ছাল আনি দিয়া মোক।
অযোধ্যাক গৈয়া কথা কহিবাক হোক॥
এহি ছাল আনি নগৰক লৈয়া যাওঁ।
× × ধৰিবাক পাৰা যেৱে অতি বৰ ভাল।
নোহে মৃগ মাৰি মোক আনি দিয়া ছাল॥
তুমি আমি দুয়ো হন্তে থাকিবোহো বসি।

মূলত ৰামেও সীতাৰ সৈতে পহুটোৰ ছালত বহাৰ কথা ভাবিছিল আৰু পহুটোলৈ ৰামৰো লোভ লাগিছিল। কন্দলীৰ ৰামায়ণত ৰামে সীতাক 'নিশ্চে কৰি জানা ইটো ৰাক্ষসৰ মায়া' বুলি বিৰত কৰিব খুজিছে। তেতিয়া সীতাই ৰোষ কৰি কৈছে, তেওঁ পতিব্ৰতা ধৰ্ম ৰাখি ৰামৰ লগত ঘোৰ অৰণ্যত ৰাজ্যসুখ এৰি ভ্ৰমি ফুৰিছেহি, আন বস্তু তেওঁ বিচৰা নাই; পহুৰ ছালহে বিচাৰিছে। তাকো ৰামে দিবলৈ ইচ্ছা কৰা নাই (৩০৮-৮৩ পদ)। মূলত ৰামে নিজেহে ৰাক্ষস হ'লেও পহুটো বধ কৰিছে এৰিব বুলি কৈছিলে। কন্দলীৰ ৰামায়ণত সীতাইহে কৈছে —

যত্ত মুই' বলি হই ৰাক্ষস নিশ্চয়।
তথাপি 'মাৰিতে প্ৰভু তোমাৰ লাগয়॥

এহি হেতু তুমি আসি আছা বনমাজ ।
ইহাক মাৰিয়া সাৰিয়োক দেৱকাজ ॥ ৩০৮৬

তেতিয়া ৰামে লক্ষ্মণক সীতাৰ ইচ্ছাপূৰণৰ অৰ্থে হেৰঙ পহুটো মাৰিবলৈ যায় বুলি কৈ সীতাক সাৱধানে ৰখি থাকিবলৈ ক'লে। সেই কথা শুনি লক্ষ্মণে সেই অদ্ভুত পহুটো ঋষিসকলে কোৱা মাৰীচ ৰাক্ষস বুলি সন্দেহ প্ৰকাশ কৰিলে। তেতিয়া ৰামে ঋষিসকলৰ শত্ৰু সেই মৃগৰূপী ৰাক্ষসক বধ কৰি তাৰ ছালখন আহৰণ কৰিব লাগে বুলি সিদ্ধান্ত কৰিলে। তেওঁ লক্ষ্মণক 'সাৱহিত মনে তুমি জানকীক চাইবা' বুলি কৈ পহু মাৰিবৰ উদ্দেশ্যে বাহিৰ হ'ল।

বাল্মী. ৰামায়ণৰ তিনিওটা পাঠতে ৰামে লক্ষ্মণক জটায়ুৰ সৈতে লগ লাগি সীতাক ৰক্ষা কৰি থাকিবলৈ কোৱা কথাষাৰ আছে যদিও কন্দলীয়ে সেই কথাৰ উল্লেখ কৰা নাই। ড° বুল্কেই মত প্ৰকাশ কৰে যে বাল্মী. ৰামায়ণত মূলতে ৰামে সীতাহৰণৰ আগতে জটায়ুক লগ পোৱাৰ কথাটো নাছিলে। সেই কাৰণেহে সীতাক বিচাৰি ফুৰোঁতে যেতিয়া মৃতপ্ৰায় জটায়ুক পৰি থকা দেখিবলৈ পায়, তেতিয়া সেয়া গৃধ্ৰৰূপী কোনোবা ৰাক্ষসে সীতাক ভক্ষণ কৰিলে বুলি ভাবিছিলে (অনেন সীতা বৈদেহী ভক্ষিতা নাত্ৰ সংশয়ঃ। গৃধ্ৰৰূপমিদং ব্যক্তং ৰক্ষো ভ্ৰমতি কাননম্ ॥ ৩।৭৪।১১)।

মাৰীচ-বধৰ বৰ্ণনা কন্দলীয়ে মূলৰ অনুৰূপেই চমুকৈ দাঙি ধৰিছে। মূলত ৰামৰ শৰ লগা মাত্ৰকে মাৰীচে ৰাক্ষস ৰূপ লাভ কৰিলে (৩।৫১।২২) বুলি যি কথা আছে, কন্দলীয়ে তাৰ উল্লেখ কৰা নাই।

পৰম আতুৰ হৈ ৰামে চিঞৰা বুলি ভাবি সীতাই লক্ষ্মণক ৰামৰ সমীপলৈ প্ৰেৰণ কৰাৰ বৰ্ণনাও কন্দলীয়ে প্ৰায় মূলৰ নিচিনাকৈয়ে প্ৰস্তুত কৰিছে। ৰামৰ চিঞৰটোৱে লক্ষ্মণৰ মনোযোগ আকৰ্ষণ কৰিছেই, কন্দলীৰ ৰামায়ণত সীতাই ভাবিছে —

কমন বিধিয়ে মৃগ মিলাইলেক আনি ॥
হাহা প্ৰভু কিনো মই অকাৰ্য কৰিলো ।
কড়কা বনত আনি স্বামীক মাৰিলো ॥ ৩১০১

ইয়াত লক্ষ্মণে সীতাৰ কটু কথা শুনি তেওঁক এৰি যাবলৈ ওলাই কৈছে —

চন্দ্ৰ সূৰ্য বায়ু বসুমতী হুইবা সাক্ষী।
সীতা পৰিহৰি চলো আপোনাক ৰাখি ॥

মূলত লক্ষ্মণে সীতাই তেওঁক অন্যায় বচন বোলাৰ সাক্ষী হ'বলৈহে বনচৰ প্ৰাণীসমূহক আহ্বান কৰিছিল; ৰাবৰ সময়ত সীতাক ৰক্ষা কৰিবলৈ বনদেৱতাসকলক প্ৰাৰ্থনা জনাইছিল (৩।৫৩।৩৪ আৰু ৩৭)।

। ৰাৱণ-সীতা সংবাদ ॥

' ৰাম-লক্ষ্মণ দুয়োজন আঁতৰি যোৱাত ৰাৱণ ভিক্ষুকৰ বেশেৰে সীতাৰ ওচৰ চপা, সীতাৰ নখ-শিখ সৌন্দৰ্য বৰ্ণনা কৰি ৰাৱণে প্ৰশংসা কৰা আৰু তেনে অনন্যসুন্দৰী সীতা ৰাজ-ৰাজেশ্বৰৰ ভাৰ্য্যা হোৱাহে যোগ্য বুলি কোৱাৰ বৰ্ণনা কন্দলীয়ে চমুকৈ মূলৰ দৰেই প্ৰস্তুত কৰিছে।

গৌড়ীয়পাঠত ৰাৱণৰ কথা শুনি সীতাই প্ৰথমতে অবিশ্বাস আৰু ভয়ত ইকালৰপৰা সিকাললৈ যাবলৈ ধৰিলে তাৰ পাছত ব্ৰাহ্মণ বুলি বিশ্বাস জন্মাত সমস্ত অতিথি-সংকাৰৰ দ্বাৰা ৰাৱণক পূজা কৰিলে ( গৌ: ৩।৫৩।৪৫-৪৮)। সীতাই আসন, পাদ্য-অৰ্ঘ্য, ফলমূল আদিৰে আগবঢ়োৱা এই অতিথি-পূজনৰ কথা কন্দলীয়ে উল্লেখ কৰা নাই। মূলত এই সংকাৰৰ পাছত সীতাই নিজৰ আৰু ৰামৰ সমস্ত পৰিচয় দি বনবাসৰ কাৰণো ৰাৱণৰ আগত বিবৰি ক'লে। মাত্ৰ দুফাকিপদত কন্দলীয়ে সীতাৰ সেই কথাখিনি বৰ্ণনা কৰিছে।

মূলত সীতাই ৰাৱণক ব্ৰাহ্মণ বুলিহে ভাবিছে, মুনি বুলি জনা নাই। কন্দলীৰ ৰামায়ণত সীতাই ৰাৱণক ঋষি বুলি ভাবি বিশ্বাসত লৈছে আৰু 'শুনিয়োক মুনিৰাজ কৌতুহল মনে' বুলি জনস্থানৰ ৰাক্ষসবিলাকক ৰামে নিৰ্মূল কৰাৰ কথাও বৰ্ণনা কৰি শুনাইছে (৩১৪০-৪১ পদ)।

মূলত সীতাই ৰাৱণক নিজৰ বৃত্তান্ত জনোৱাৰ পাছত কলে — "আপুনি কিছু সময় ব'ব পাৰে। মোৰ স্বামীয়ে প্ৰচুৰ বনজাত ফল মূল লৈ আহিব ( গৌ: ৩।৫৭।২৫ )।" উল্লেখযোগ্য যে অন্য পাঠত সীতাই ইয়াৰ লগতে আৰু কৈছে — "ৰামে কৰুমূগ, শুঁই, শাহুৰি আদি বধ কৰি বহুত মাংস লৈ

আহিব (ৰুৰূন্ গোধান্ ৰৰাহাংশ্চ হত্বাদায়ামিষং বহু ॥ ৩।৪৭।২৩ দাঃ)।" গৌড়ীয় পাঠত এই কথাখিনি নাই। ইতিমধ্যে ৰাক্ষস [illegible] ৰামৰ বিপদ ঘটিছে বুলি ভবা সীতাই এতিয়া ব্ৰাহ্মণ অতিথিক এই খিনি কথা কোৱাটো অস্বাভাৱিক। তেওঁ মিছা মতাটোও হ'ব নোৱাৰে আৰু সীতাই যি ৰামৰ বিপদ ঘটিছে বুলি ভাবি আতুৰ হৈ লক্ষ্মণক পঠাইছে, সেই ৰামে এনে বস্তু আনিব বুলি কেনেকৈ আশা কৰিব পাৰিছে? এনে স্থলত স্বৰ্ণমৃগৰ কাহিনীটো পিছৰ সংযোজনা বুলি প্ৰমাণিত হয়; মূলতঃ ৰাম মৃগয়া কৰিবলৈহে গৈছিল।

সীতাই ৰাৱণৰ গোত্ৰ-কুল আৰু দণ্ডকাৰণ্যত ভ্ৰমি ফুৰাৰ কাৰণ সোধাত গৌড়ীয় পাঠত থকামতে ৰাৱণে ক'লে — "তোমাক চাবলৈ এই বেশেৰে অহা নাইনে। কোন আৰু কিয় আহিছোঁ কওঁ শুনা, শুনি লৈ তুমি মোক সম্মান দেখুওৱা" (গৌঃ ৩।৫৪।২৯)।" তাৰ পাছত ৰাৱণে নিজৰ বংশ-পৰিচয় আৰু বীৰত্ব-ঐশ্বৰ্যৰ কাহিনী শুনাইছে।

কন্দলীৰ ৰামায়ণত সীতাই বৰ্ণোৱা নিজ বৃত্তান্ত শুনাৰ পাছত ৰাৱণে সীতাক 'হেন ৰূপৱতী ত্ৰিভুৱনে নাহি আৰ' ইত্যাদি বুলি কামভাৱ প্ৰকট কৰিছে। তেতিয়া সীতাই সেই 'তপোধন' জনক কৈছে —

মৃগ মাৰিবাক গৈলা শ্ৰীৰাম লক্ষ্মণ ॥
থানিতেক ৰহিবাক কৰিয়ো বিশ্ৰাম।
এতিক্ষণে আসিবন্ত লক্ষ্মণ শ্ৰীৰাম ॥ ৩১৪৩
তুমি হেন ঋষিক দেখিব কৌতুহলে।
পূজিবন্ত আসি যথাযোগ্য ফলে জলে ॥

কন্দলীৰ ৰামায়ণত সীতাই ৰাৱণৰ পৰিচয় বিচৰা নাই; ৰাৱণে নিজেই, লংকেশ্বৰ বুলি পৰিচয় দি নিজৰ গুণ বখানিবলৈ ধৰিছে।

মূলত ৰাৱণে তেওঁ পুলস্ত্য-পুত্ৰ বিশ্ৰৱাৰ পুত্ৰ আৰু কুবেৰৰ সতিয়েক ভাই; ব্ৰহ্মাৰ পৰা বৰ লাভ কৰা, কামৰূপী আৰু মনৰ দৰে তীব্ৰগতিশীল দশগ্ৰীৱ ৰাৱণ বুলি পৰিচয় দিয়াৰ পাছত সীতাক তেওঁৰ ভাৰ্য্যাসকলৰ ভিতৰত উত্তম মহিষী হ'বলৈ আহ্বান কৰিছিলে (গৌঃ ৩।৫৪।৩১-৩৫)। ৰাৱণে তাৰ পাছত বিশ্বকৰ্মানিৰ্মিত তেওঁৰ মনোৰম লংকাপুৰীৰ বৰ্ণনা দি তাত তেওঁৰ

লগত সীতাক উপবনত বিচৰণ কৰিবলৈ প্ৰলোভিত কৰিছে; লংকাত পাঁচ হেজাৰ সৰ্বাভৰণভূষিতা দাসীয়ে সীতাক আলপৈচান ধৰিব বুলিও ৰাৱণে কৈছে। একমাত্ৰ গৌড়ীয়পাঠত থকা ৰাৱণৰ উক্তিত অন্তৰ্ভুক্ত নিম্নোক্ত শ্লোকটোৰ দুটা অৰ্থ কৰা হয় –

সপ্তসপ্তকবেত্তাহমষ্টাষ্টাকবিভূষিতঃ ।
পঞ্চপঞ্চকতত্ত্বজ্ঞো ৰাৱণোঽহং ভজস্ব মাম্ ॥ ৩।৫৪।৪২

ঊনপঞ্চাছ বায়ু (অথবা অগ্নিৰ) স্বৰূপজ্ঞ, চৌষষ্ঠি কলা (অথবা ষোড়শ বিকাৰ অৰ্থাৎ পঞ্চ মহাভূত আৰু একাদশ ইন্দ্ৰিয়)ৰ দ্বাৰা বিভূষিত, পঞ্চবিংশতি তত্ত্ব (অথবা দহ ইন্দ্ৰিয়ৰ দ্বাৰা স্ত্ৰীগণে লাভ কৰা সুখ)ৰ তত্ত্বজ্ঞ মই ৰাৱণ, মোক ভজনা কৰা।

কন্দলীৰ ৰামায়ণত ৰাৱণে নিজৰ গুণ এইবুলিহে বখানিছে —

পাতালৰ নাগলোকে মোকে কৰে সেৱ।
স্বৰ্গে গৈয়া জিনিলোহো ত্ৰিদশ কোটি দেৱ ॥ ১৪৫
হৰি শংকৰক আৰে মোৰ নাহি শংকা।
সাগৰ মধ্যত মোৰ স্বৰ্ণপুৰী লংকা ॥
চৌষষ্ঠি কলাক জানো চৈধ্য শাস্ত্ৰনয়।
যতেক পঞ্চিশ তত্ত্ব আমাত আছয় ॥ ৩১৪৬

মূলত ৰাৱণে দেৱৰাজৰ সৈতে সমস্ত অমৰগণ সহিত লোকসমূহক তেওঁ বিচলিত কৰিছে আৰু দণ্ডকাৰণ্যত খৰক তেওঁৱেই নিয়োগ কৰিছিলে বুলিও কৈছিলে (৩।৪৮।২০)। হৰি-শংকৰৰ সম্পৰ্কে তাত কোনো কথা নাই। কন্দলীৰ ৰামায়ণত নিজাকৈ আৰু কিছু কথা ৰাৱণৰ উক্তিত সংযোগ কৰা হৈছে। ৰাৱণে আন যত ৰজাৰ পটেশ্বৰী আছে, সবাকে জিনি সীতাৰ চেড়ী কৰি দিবহি; ইন্দ্ৰৰ শচীকেও সীতাত থাকিব, দশোদিকপালক জিনি নাৰীসকল সীতাৰ সেৱকিনী আৰু ৰাৱণৰ প্ৰধান পটেশ্বৰী মন্দোদৰীয়ে 'সবে কন্যা' হৈ সীতাক সেৱা কৰি থাকিব। কন্দলীয়ে 'অসংখ্যা দতৱৰ: কামৰূপী মনোভৱ'ৰ অৰ্থ কৰিছে 'ব্ৰহ্মাৰ বৰত কামদেৱ ৰূপ ধৰোঁ।'

মূলত ৰাৱণৰ প্ৰলোভনকাৰী বচন শুনি সীতাই ৰাঘৱৰ গুণবৰ্ণনৰ উল্লেখ

কৰি তেওঁ একমাত্র ৰামৰহে অনুবর্তিনী বুলি অনেক উপমাৰে প্রতিপন্ন কৰিছে (৩।৩৪।৪৪-৫৩)। কন্দলীয়ে এইখিনি কথাৰ অৱতাৰণা কৰা নাই। ৰাৱণে সীতাক হৰণ কৰাটো কিমান বিপজ্জনক কথা আৰু ৰাম-ৰাৱণৰ মাজত কিমান পার্থক্য সেই কথা বুজাবলৈ মূলৰ দৰে কন্দলীৰ ৰামায়ণতো সীতাই বিভিন্ন উপমাৰ সহায় লৈছে। তাৰে কিছুমান মূলতো আছে; 'গঙ্গাক এৰিয়া জেনে কূপত মজিবো', 'সুকুতাক খাইবো জেনে অমৃত তেজিয়া', 'ঘৃত পৰিহৰিয়া ঘোলক কেন পিবো' — এনেকুৱা দুই এটা উপমা কন্দলীৰ নিজা।

মূলত সীতাই ৰামৰ মহত্ত্ব বখানি ৰাৱণক হেয় কৰি কোৱা কথাবোৰ শুনি ৰাৱণে তেওঁৰ ভয়ত দেৱ, গন্ধৰ্ব, পিশাচ, নাগ সকলোৱে বৃত্ৰৰ ভয়ত পলোৱাৰ দৰে আঁতৰি পলাই বুলি নিজৰ বীৰত্ব বৰাই কৰিলে। তেওঁ কুবেৰক পৰাস্ত কৰি লংকা আৰু পুষ্পক বিমান কাঢ়ি লোৱা আৰু ইন্দ্ৰ, বৰুণ আদিক পৰাস্ত কৰাৰ কথাও ক'লে। তাৰ পাছত ঐশ্বৰ্যময়ী লংকাৰ বৰ্ণনা দি সীতাক তাত মনুষ্যৰ যোগ্য আৰু দেৱতাৰ যোগ্য ভোগ ভুঞ্জি ৰাৱণৰ ভাৰ্যা হৈ থাকিবলৈ আকৌ আহ্বান জনালে; তাৰ পাছত পিতৃৰ দ্বাৰা পৰিত্যক্ত, ভ্ৰষ্টৰাজ্য, মন্দবীৰ্য ৰামক এৰি ৰাৱণক গ্ৰহণ নকৰিলে সীতাই অনুতাপ কৰিব লাগিব বুলি ক'লে।

কন্দলীৰ ৰামায়ণত ৰাৱণে প্ৰথমতে ৰামৰ দোষবোৰ বৰ্ণনা কৰি লৈছে, তাৰ পাছত নিজৰ মহত্ত্ব বখানিছে। 'ব্ৰহ্মাৰ বৰত মোৰ অৱধ্য শৰীৰ,' আৰু 'মহাদেৱে সহিতে কৈলাস লৈলো তুলি' — এই দুটা কথা মূলত ৰাৱণে কোৱা নাছিলে। ৰাৱণে এই সময়ত তেওঁৰ ভাৰ্য্যা হৈ শ্ৰেষ্ঠ ভোগ ভুঞ্জিবলৈ আহ্বান কৰি, সেইমতে কাৰ্যসিদ্ধি নহ'লে সীতাক নিশ্চিতভাৱে হৰণ কৰিবই বুলিও সঁকিয়াই দিছে।

মূলত ৰাৱণৰ দ্বিতীয়বাৰৰ আহ্বান শুনি সীতাই খঙেৰে ক'লে — "সমস্ত প্ৰাণীৰে নমস্য কুবেৰৰ ভায়েক বুলি পৰিচয় দি তুমি কিয় পাপ কৰিবলৈ ওলাইছা? দুৰ্বুদ্ধি, অজিতেন্দ্ৰিয় আৰু দুঃসাহসী তুমি যাৰ ৰজা, সেই, ৰাক্ষসকল অৱশ্যে বিনষ্ট হ'ব। × × বজ্ৰপাণি ইন্দ্ৰৰ শচীক হৰণ কৰি বহুকাল জীয়াই থাকিব পাৰিলেও, ৰামৰ ওচৰত অপৰাধ কৰি ধ্ৰুৱং মৰো

বেছি দিন জীয়াই থাকিব নোৱাৰিব। দ্বিজ আৰু সিদ্ধগণক পীড়ন কৰি লাভ কৰা, পৰিণামত লয়াবহ ঐশ্বৰ্যসমূহ এৰি থৈ তুমি মৃত্যুত ৰামৰ শৰত পৰি যমলোকলৈ যাব লাগিব (গোঃ ৩।৫৫।২৪-২৮)।" সীতাৰ এই কথা শুনি ৰাৱণে ব্ৰাহ্মণৰ সৌম্য ৰূপ এৰি হাতেৰে চাপৰি মাৰি উত্তালিকে বিশাল ৰূপ ধাৰণ কৰিলে।

সীতাই ৰাৱণক পতিবৰণ নকৰিলে ৰাৱণে তেওঁক অৱশ্যে হৰণ কৰিব বুলি কৌৰাত কন্দলীৰ ৰামায়ণত সীতাৰ ভয়ত জীৱ উৰি গ'ল। সীতাই খং আৰু ভয়েৰে ৰাৱণক তেওঁৰ কুকৰ্মৰ পৰিণতি কি হ'ব জনাই দিলে। সীতাৰ এই উক্তি কন্দলীৰ স্বতন্ত্ৰীয়া সৃষ্টি। 'হাড়ী জাতি হয়া পড়িবাক চাস বেদ'ৰ নিচিনা কথা মূলত ইঙ্গিতমাত্ৰও পোৱা নাযায়। 'লংকাৰ অগনি কুণ্ড মোক যেৱে নিবি/ৰামৰ হাতত মৃত্যু অৱশ্যে মৰিবি' ইত্যাদি কথাৰে সীতাই সাৱধান-বাণী শুনাই দিয়াত ৰাৱণ ক্ৰুদ্ধ হৈ পৰিল। ৰাৱণে ঋষিবেশ এৰি উত্তালিকে 'কুৰি কাণ দশ নাক কুৰিখন হাত', 'দশমুখৰ মাজে কুৰি নয়ন বলয়, যেন কুৰি কুণ্ডা বহ্নি পৰ্বতে জ্বলয়' আৰু কুৰিখন জাঁতৰ দৰে কৰ-কৰাই থকা কুৰি পাৰি দাঁতেৰে সৈতে এক ভয়ংকৰ ৰূপ ধাৰণ কৰিলে। ৰাৱণৰ এইখন চিত্ৰও কন্দলীৰ নিজা সৃষ্টি।

মূলত ৰাৱণে ভিক্ষুৰূপ ত্যাগ কৰাৰ পাছত তেওঁ শূন্যত থাকি পৃথিৱী ধৰি থাকিব পৰা, সমুদ্ৰ পান কৰি শেষ কৰিব পৰা, ৰণত মৃত্যুকো সংহাৰ কৰিব পৰা, শৰেৰে চন্দ্ৰ-সূৰ্য ভেদ কৰিব পৰা আৰু ইচ্ছামতে ৰূপ ধাৰণ কৰিব পৰা সামৰ্থ্যৰ বৰ্ণাই কৰি (গোঃ ৩।৫২।৯-১০) তেওঁক ৰামে একো কৰিব নোৱাৰে বুলি সীতাক ৰাজ্যভ্ৰষ্ট, সীমিত আয়ুৰ মানুহ ৰামক ত্যাগ কৰি ৰাৱণক ভজিবলৈ পুনৰ আহ্বান কৰিছিল।

কন্দলীৰ ৰামায়ণত মূলতকৈ অধিক সামৰ্থ্যৰ বৰ্ণাই কৰিছে যদিও ৰাৱণে সীতাক পুনৰ তেওঁকে পতিৰূপে ভজিবলৈ আহ্বান কৰা নাই, সীতাক হৰণ কৰি লংকালৈ নিব বুলি শেষ সিদ্ধান্তকে জনাই দিছে —

তিনিও লোকৰ মাজে যতেক সুন্দৰী আছে
হৰি আনি আছোহো লংকাক ।। ৩১৮

× × ব্ৰহ্মা বিষ্ণু মহেশ্বৰ এই তিনি বাতিৰেক
যোক উপাসয় যত দেৱ ।।
× × তোক হৰি লংকা নিবো স্বামী-সেৱক তোৰ
মাৰি পেলো যমৰ নগৰ ।। ৩১৮৯

গৌড়ীয় পাঠত থকা মতে হৰণ কৰাৰ আগ মূহূৰ্তত বাৱণে সীতাক নম্ৰভাবে কৈছিলে — "ৰাক্ষস বুলি তুমি উদ্বিগ্ন হ'ব নালাগে ; মই নিশ্চিত-ভাবে তোমাৰ বশ হৈ থাকিম। লংকাত পৈ এবছৰলৈকে মই তোমাক কোনো অপ্ৰিয় কথা নকওঁ (গৌঃ ৩।৫৬।১৮,১৯)।" কন্দলীৰ বচনাত এই কথাখিনি নাই।

।। সীতা-হৰণ ।।

আকাশত বুধে ৰোহিণীক ধৰাৰ দৰে ('খে বুধো ৰোহিণীমিৱ', পাঠান্তৰ মতে 'ৰাহুঃ খে ৰোহিণীমিৱ' — ৰাহুৱে আকাশত ৰোহিণীক ধৰাৰ দৰে) ৰাৱণে সীতাক ধৰাৰ বৰ্ণনা কন্দলীয়ে 'ৰাহু ৰোহিণীক যেন চন্দ্ৰে ধৰিলন্ত' বুলি দিছে। গৌড়ীয় পাঠৰ মতে ৰাৱণে এই দৰে ধৰাত সীতাই ক'লে — "পাপিষ্ঠ ,মহাত্মা ৰাঘৱৰ তেজে তোক বিনাশ কৰিব। দুৰ্বুদ্ধি, অধম ৰাক্ষস, অনুচৰবৰ্গৰ সৈতে তই প্ৰাণ এৰিবি (গৌঃ ৩।৫৬।২৫)।" অন্য পাঠত নথকা সীতাৰ এই উক্তি কন্দলীৰ ৰামায়ণতে নাই। ৰাৱণে সীতাক কোলাত তুলি ওপৰলৈ উঠি তাৰ পাছত গাধই টনা ৰথ এখনত তোলা বুলি মূলত আছে। কন্দলীৰ মতে ৰথত নি তোলাৰ পাছত 'আকাশৰ মাজে শীঘ্ৰে কৰিলে উবাৰে।' সীতাৰ বিলাপখিনি কন্দলীয়ে মূলৰ অনুৰূপেই চমুকৈ বৰ্ণনা কৰিছে। মূলত সীতাই জনস্থানৰ পশু-পক্ষী, বৃক্ষ-লতিক , নদী-প্ৰস্ৰৱণ সকলোকে তেওঁক ৰাৱণে হৰণ কৰাৰ সংবাদ ৰামক দিবলৈ প্ৰাৰ্থনা কৰিছিল। কন্দলীৰ মতে সীতাই বনদেৱতাকহে নমস্কাৰ কৰি "ৰামত কহিবা যেন বিপত্তি আমাৰ" বুলি কৈছে।

।। ৰাৱণ-জটায়ুৰ যুদ্ধ ।।

পৰ্বতৰ ওপৰত ব'হ লৈ থকা জটায়ুৱে সীতাৰ ক্ৰন্দন শুনি কেউফালে চাই ৰাৱণে সীতাক হৰণ কৰি নিয়া দেখিবলৈ পাই বাট ভেটি ধৰাৰ বৰ্ণনা

কন্দলীয়ে মূলৰ অনুৰূপেই দাঙি ধৰিছে; পিছে জটায়ুৱে ৰাৱণকৰোৱা কথা-খিনিহে তেওঁৰ বচনাত মূলৰ দৰে একে নহয়।

বাল্মী, ৰামায়ণত এখোপা ভাঙৰ পৰত পৰি লৈ জটায়ুৱে ৰাৱণক কৈছিলে — "হে দশগ্ৰীৱ, মই সনাতন ধৰ্মপথত স্থিত সত্যাশ্ৰয়ী মহাবলী প্ৰখ্যাত গৃধ্ৰৰাজ জটায়ু আৰু তুমি ৰাক্ষসশ্ৰেষ্ঠ, মহাবলী ৰাৱণ। হে ৰাজন্, তুমি যুদ্ধত বহুবাৰ দেৱগণকো পৰাস্ত কৰিছা। তুমি এতিয়া বৃদ্ধ দুৰ্বল পক্ষী মোৰ বিক্ৰম দেখিবলৈ পাবা; তুমি জীয়াই জীয়াই ঘূৰি যাবলৈ নোপোৱা। মহেন্দ্ৰ আৰু বৰুণ তুল্য ৰাম সমস্ত লোকৰে ৰজা। দশৰথৰ পুত্ৰ সমস্ত লোকৰে হিতসাধনত ৰত। তুমি সেই লোকনাথৰ পত্নী সীতাক হৰি নিছা। ধৰ্মপথত স্থিত ৰজা এজনে কেনেকৈ পৰপত্নী স্পৰ্শ কৰিব পাৰে? ৰজাসকলে পৰস্ত্ৰীক ৰক্ষণাবেক্ষণহে দিব লাগে। তুমি পৰপত্নী স্পৰ্শৰূপ নীচ কাৰ্যৰপৰা বিৰত হোৱাঁ, নহলে মই তোমাক × × বধৰ পৰা বগৰাই দিম। ধীৰসকলে লোকৰ নিন্দনীয় কাম নকৰে। × × × × ৰজা হৈছে ধৰ্ম, কাম আৰু অৰ্থৰ আশ্ৰয় স্বৰূপ। × × নিষ্পাপ ধৰ্মাত্মা ৰামে যিহেতুকে তোমাৰ ৰাজ্য বা ৰাজধানীত কোনো অপৰাধ কৰাগৈ নাই, তুমি তেওঁক কিয় অপৰাধ লগাইছা? জনস্থানত থকা সদাচাৰ লংঘনকাৰী পাপী খৰ শূৰ্পণখাৰ দোষতহে মৰা পৰিছে; তাত ৰামৰ দোষ কি? × × ৰামে আত্মৰক্ষাৰ বাবে চৌদ্ধ হাজাৰ ৰাক্ষসক বধ কৰিছে, তেনেস্থলত তেওঁৰ কি দোষ হ'ল যে তুমি তেওঁৰ ভাৰ্য্যাক হৰণ কৰিছা (গোঃ ৩।৫৭।১০-২৫)।" জটায়ুৰ এই বাৰ্ধক্যসুলভ ঔচিত্যপূৰ্ণ কথাৰ উল্লেখ কন্দলীয়ে কৰা নাই। অৱশ্যে দুই এটা কথাৰ অনুৰণন কন্দলীৰ বচনাত শুনা গৈছে।

এতমান ৰাজা হুয়া অন্যায় কৰস।
ধৰ্মপথ এৰি পৰদাৰাক হৰস ॥ ৩২০১
× × মই বৃদ্ধ তৈল তোৰ যুৱত শৰীৰ।

কন্দলীৰ ৰামায়ণত জটায়ুৱে ৰাম-সীতাৰ মহত্ত্ব সম্পৰ্কে একো কথা কোৱা নাই; বৰঞ্চ দশৰথৰ লগত থকা তেওঁৰ মিত্ৰতাৰ ওপৰতহে বেছিকৈ জোৰ দিছে —

দশৰথ সমে মোৰ একে কলেৱৰ।
প্ৰাণ থেৱে জীৱি মোৰ বধূ পৰিহৰ ॥ ইত্যাদি

কন্দলীৰ ৰামায়ণত জটায়ুৱে ৰাৱণক অন্তৰ্নিহিত পৰা কথা কৈছিলে। মূলত জটায়ুৱে সীতাৰ মহত্বৰ ওপৰত জোৰ দি ৰাৱণক এই বুলি কৈছিলে — "তুমি শীঘ্ৰে বৈদেহীক এৰি দিয়া, যাতে তেওঁৰ অগ্নিতুল্য দৃষ্টি পৰি ইন্দ্ৰৰ বজ্ৰ পৰি বৃত্ৰাসুৰ দগ্ধ হোৱাৰ দৰে তুমি দগ্ধ নোহোৱা। তুমি মূৰত হলাহল থকা সাপহে কাপোৰেৰে বান্ধি নিছা আৰু তোমাৰ ডিঙিত যে কালসাপেহে মেৰিয়াই ধৰিছে, তুমি সেই কথা বুজিব পৰা নাই (৩।৫৭। ২৬-২৭)।" জটায়ুৱে নিজৰ কথাৰ ন্যায্যতা দেখুৱাবলৈ কৈছে — "পিতৃ-পিতামহৰ বাক্য যথাবৎ পালন কৰি মোৰ এতিয়া ষাঠি হেজাৰ বছৰ হৈছেহি। মই বৃদ্ধ, তুমি ডেকা বীৰপুৰুষ। তোমাৰ ৰথ, কৱচ, শৰ আছে (মোৰ নাই)। তথাপি তুমি বৈদেহীক লৈ কুশলে সাৰি যাব নোৱাৰিবা (৩।৫৭।৩০,৩১)।" কন্দলীৰ ৰামায়ণত বয়োবৃদ্ধ জ্ঞানবৃদ্ধ জটায়ুৰ উক্তিত এনে গাম্ভীৰ্য ৰখাৰ যত্ন কৰা নাই। মূলত জটায়ুৰ কথা শুনি ৰাৱণৰ ভীষণ খং উঠিছে; তেওঁ কোনো কথা নোকোৱাকৈ জটায়ুক আক্ৰমণ কৰিছে। কন্দলীৰ ৰামায়ণত ৰাৱণে জটায়ুক কটু বাক্য বুলি আক্ৰমণ কৰিছে।

ৰাৱণ-জটায়ুৰ যুদ্ধৰ বৰ্ণনা কন্দলীয়ে মূলৰ দৰেই দিছে। পিছে কন্দলীয়ে জটায়ুৰ পাখাৰ আঘাতত মূৰ্চ্ছিত হোৱা ৰাৱণ ব্ৰহ্মাৰ বৰৰ কাৰণেহে পুনৰ্জীৱিত হৈছে বুলি লিখা কথাটো মূলত নাই। আন হাতেদি ৰাৱণক পৰাভূত কৰা দেখি জটায়ুক দেৱতা আদিয়ে প্ৰশংসা কৰাৰ কথাটো কন্দলীয়ে উল্লেখ কৰা নাই। মূলত নাই যদিও কন্দলীৰ ৰামায়ণত ৰাৱণে ভাবিলে —

ন্যায় যুদ্ধে যুজো যেবে মাৰিবেক মোক।
অন্যায় যুজিবো আৰে যেন যুৰাই হোক ॥

তাৰ পাছত চন্দ্ৰহাস নামৰ খড়্গ উলিয়াই ল'লে। কিছু সময় দুয়োৰো যুদ্ধ চলিল। অৱশেষত ৰাৱণে জটায়ুৰ ডেউকা আৰু দুই ভৰি ছেদ কৰাৰ কথা মূলৰ অনুৰূপ। কন্দলীৰ মতে ৰাৱণে 'মায়াযুদ্ধে যুঁজিলত আপোনাক

বাখি।' জটায়ুক ভূপাতিত কৰি ৰাৱণে হাবিৰ মাজত তেওঁৰ বধ, সাৰথি চন্দ্ৰদত্ত আদি সকলো বিনষ্ট হৈ পৰি থকা দেখিবলৈ পোৱা আৰু সেই সময়ত সীতাই জটায়ুক সাৱটি ধৰি বিলাপ কৰাৰ কথা মূলৰ অনুগত।

সীতাই মৃত্যুমুখী জটায়ুক এই বুলি আশীৰ্বাদ কৰাৰ কথা কন্দলীৰ নিজা উদ্ভাবনা —

শান্তী সীতা হওঁ যেৱে তত্ত্ব পৰমাণ।
ৰাঘৱক কহিলে তোমাৰ যাইব প্ৰাণ॥

পাছত জটায়ুৱে ৰামৰ আগত 'সীতাৰ কাৰণে মোৰ প্ৰাণখানি ৰৈল' বুলি কৈছে।

তাৰপৰ ভয়ত বুকত সাৱটি ধৰা সীতাক চুলিত ধৰি আনি ৰাৱণে আকাশী পথেদি গমন কৰাৰ বৰ্ণনা মূলৰ অনুগত। মূলত ৰাৱণে সীতাক এইদৰে বলাৎকাৰ কৰি নিয়া দেখি দণ্ডকাৰণ্যৰ ঋষিসকল অতি দুঃখিত আৰু সন্তপ্ত হোৱা আৰু সীতাৰ অপমানৰ ফলত সমস্ত জগৎ মৰ্য্যাদাহানিৰ অন্ধকাৰে ছাটি ধৰা (৩।৫২।১৫,১৬) বুলি থকা কথাটো কন্দলীয়ে উল্লেখ কৰা নাই; ব্ৰহ্মাই 'আমি সফল হৈছোঁ' বুলি কোৱাটো উল্লেখ কৰিছে।

ৰাৱণে সীতাক আকাশমাৰ্গেদি লৈ যাওঁতে সীতাৰ অলংকাৰ পৰি যোৱা, সীতাই ৰাৱণক অনেক তিৰস্কাৰ কৰি যোৱা, জটায়ুৰ প্ৰহাৰৰ ফলত চিত্ত ভ্ৰান্ত হোৱাৰ কাৰণে ৰাৱণে ভুলকৈ পূৱ দিশলৈ গৈ ঋষ্যমূক পৰ্বত পোৱা, তাত পাঁচজন বানৰক দেখি সীতাই উত্তৰীয় বসন তথা অলংকাৰসমূহ পেলাই থৈ যোৱা, অৱশেষত ৰাৱণে নিজ ৰাজধানীলৈ দিশ পোনাই গৈ থাকি লংকাত উপস্থিত হোৱাৰ বৰ্ণনা কন্দলীয়ে মূলৰ অনুৰূপেই সংক্ষিপ্ত ৰূপত দাঙি ধৰিছে।

লংকালৈ নি সীতাক নিৰ্জন স্থানত ৰাখি ৰাক্ষসীক (মূলত পিশাচীক) ৰাখি থাকিবলৈ দিয়া আৰু আঠজন ৰাক্ষসক ৰামৰ গতিবিধি চাই ৰাৱণক জনাই থাকিবলৈ আৰু পাৰিলে ৰামক বধ কৰিবলৈ জনস্থানলৈ পঠোৱাৰ কথাও মূলৰ অনুবৰ্তী। মূলত এই ৰাক্ষস আঠজনৰ নাম নাই; কন্দলীৰ মতে তেওঁলোকৰ নাম চন্দ্ৰকেতু, কালকৰ্ণ, কন্দানন, বজ্ৰদন্ত; মহাবাহু, তাম্ৰকৰ্ণ,

তালভংগ আৰু সুপ্ৰভৰ।

ৰাৱণে সীতাৰ ওচৰলৈ গৈ সীতাক ঐশ্বৰ্য-বিভৱেৰে ভৰা নিজ ভৱনৰ সম্পদৰাজি দেখুৱাই আৰু নিজৰ দুৰ্জেয় শক্তিৰ কথা কৈ 'চৰণত ধৰো মোক অনুগ্ৰহ কৰ' বুলি সীতাক অনুনয়-বিনয় কৰাৰ বৰ্ণনা কন্দলীৰ ৰামায়ণত চমু হ'লেও মূলৰ অনুৰূপেই দিয়া হৈছে। ইয়াত ৰাৱণে কোৱা নিম্নোক্ত কথাখিনি মূলত নাই —

আমাৰ থানত নজানিয় তাপ শীত।
চন্দ্ৰ সূৰ্যো অনুকূলে সেৱা কৰে নিত॥ ৩২৬৫
মোহোৰেসে মন জানি বায়ু কৰে গতি।
সেৱাসুৰগণে মোক কৰয় প্ৰণতি॥

ৰাৱণৰ অনুনয় শুনি সীতাই নিজৰ অবিচলিত মনৰ কথা কৈ ৰামৰ হাতত ৰাৱণৰ ধ্বংস অনিবাৰ্য বুলি সঁকিয়নি দিয়াৰ কথা মূলতো আছে। কন্দলীয়ে সীতাৰ এই উক্তি কেৱল চমু কৰাই নহয়, নিজাকৈ বহুতো সানিছে কন্দলীৰ ৰামায়ণত সীতাই ৰাৱণক কৈছে —

মহেশৰ জটাত অংকুশ দিতে চাস।
নৰকৰ পশু স্বৰ্গভোগে কৰ আশ॥
× × × শংকৰ ব্ৰহ্মাত যেবে পৈশস শৰণ।
তথাপিতো ৰাম হাতে তোহোৰ মৰণ॥

মূলত সীতাই কৈছিলে — "নৰেন্দ্ৰ ৰামে × × মোৰ এই শৰীৰটো ৰক্ষা কৰিব পৰা নাই। এই অচেতন শৰীৰটো তুমি উৎপীড়ন অথবা ভক্ষণ কৰিব পাৰা। মই এতিয়া তোমাৰ অধিকাৰত আছোঁ, গতিকে তুমি মোক ক্ৰোধ কৰিব পাৰা (কিন্তু বশ্য কৰিব নোৱাৰা)। মোৰ এই শৰীৰটো বা প্ৰাণটো ৰক্ষা কৰিবলগীয়া নহয়; কিন্তু মই জগতৰ নিন্দাৰ ভাগী হ'ব নোৱাৰোঁ (গো: ৩৬৩।২৪-২৫)।" অবলা নাৰীৰ মনোবলৰ পৰাকাষ্ঠা এই কথাখিনিৰ আভাস কন্দলীৰ ৰচনাত নাই; ইয়াত সীতাই ৰাৱণক শপি ভস্ম কৰিব পৰা শক্তিৰ সহায়হে লোৱা হৈছে —

দুৰাচাৰ ৰাৱণ হোৱস তই পাপী।

অধৰ্মক ডৰে তোক নমাৰোহো শাপি। ৩২৮৭
× × গুচ গুচ নিশাচৰ সম্বৰিও সন্তাপ।
কৰিবোহো ভস্ম মুহি দিয়া চণ্ডশাপ॥ ৩২৮৮

॥ অশোকবনত সীতা ॥

ৰাৱণে সীতাৰ দৰ্পচূৰ কৰিবলৈ অশোকবনলৈ নি দুৰ্যোৰ তৰ্জন-গৰ্জন কৰি পাছত আকৌ সান্ত্বনা দি বধি থাকিবৰ কাৰণে ভয়ংকৰ চেহেৰাৰ ৰাক্ষসী কিছুমানক নিয়োগ কৰাৰ যি বৰ্ণনা মূলত আছে (৩।৫৩।২৮-৩৭), কন্দলীৰ লেখনীত তাৰ ভয়াবহতা পৰিস্ফুট হোৱা নাই। মূলত বিকৃত ঘোৰ-দৰ্শনা, মাংস-শোণিতভক্ষিণী ৰাক্ষসীবিলাকৰ নিবাসত সভোৱতল কম্পিত হয়। সেই ভয়ানক ৰাক্ষসীহঁতে বেৰি থকাৰ কাৰণে কল্পতৰুৰে ভৰি থকা ফলে-ফুলে জাতিষ্কাৰ, পক্ষীৰ কলৰৱেৰে নিনাদিত, মনোৰম সৰোবৰেৰে শোভিত ৰাৱণৰ অশোকবনত সীতাই এখানিও সুখ পোৱা নাছিল।

অশোকবনৰ বৰ্ণনা কন্দলীয়ে মূলত থকাৰ দৰেই দিছে; তাত সীতা হৈ শিংশপা নামৰ গছজোপাৰ তবিত থকা 'সুবৰ্ণ মাণিক ভূমি'ত উপস্থিত হোৱাৰ কথা কন্দলীৰ নিজা। সেইদৰে ৰামৰ ভাৰ্য্যাক হৰণ কৰি ৰাৱণে ভাল কাম নকৰিলে বুলি লংকাত কণাকণি কৰাৰ বৰ্ণনাটোও কন্দলীৰ নিজা উদ্ভাৱনা।

॥ ইন্দ্ৰৰ দ্বাৰা সীতাক পায়সদান ॥

বাল্মী, ৰামায়ণৰ গৌড়ীয় (৩।৬৪ সঃ) আৰু পশ্চিমোত্তৰীয় পাঠত ইন্দ্ৰই সীতাক নি পায়স দান কৰাৰ যি কাহিনী আছে দাক্ষিণাত্য প্ৰস্তুত সেই কাহিনীটো থকা সৰ্গটো (৩।৫৬ সৰ্গৰ পাছত) প্ৰক্ষিপ্ত সৰ্গ বুলে বধা হৈছে। সেই কাহিনীমতে ব্ৰহ্মাই ইন্দ্ৰক ক'লে — ত্ৰিভুবনৰ হিতৰ অৰ্থে সীতা-হৰণ সংঘটিত হৈছে। সমুদ্ৰৰ মধ্যত লংকাদ্বীপত সীতাই যে ধৰ্মচাৰিণী হৈ কাল কটাইছে সেই কথা ৰাম-লক্ষ্মণে কেনেকৈ জানিব বুলি শোকত আকুল হৈ সীতাই প্ৰাণ ৰক্ষাৰ উপায় নকৰি মৃত্যুবৰণ কৰিব পাৰে; গতিকে ইন্দ্ৰই গৈ সীতাক উত্তম হবিঃ প্ৰদান কৰি আশ্বস্ত কৰিবলৈ লাগে। ব্ৰহ্মাৰ কথা-মতে ইন্দ্ৰ নিদ্ৰাৰে সৈতে লংকালৈ গ'ল। ইন্দ্ৰৰ আদেশমতে নিদ্ৰাই ৰাক্ষসী-

বিলাকক নিদ্ৰামগ্ন কৰি পেলালে আৰু সেই যোগতে গৈ ইন্দ্ৰই নিজৰ পৰিচয় দি সীতাক পায়স দান কৰিলে। ইন্দ্ৰই ৰামৰ কুশল-সংবাদ দি ৰামে যে অসংখ্য বানৰ-ভালুক লৈ সীতাক উদ্ধাৰ কৰি আনিবলৈ সেই কথা কৈ সীতাক আশ্বস্ত কৰিলে। কন্দলীয়ে মূলৰ অনুৰূপেই চমুকৈ এই কাহিনী দাঙি ধৰিছে (৩২৯৬-৩৩০৬ পদ)। কন্দলীৰ মতে ইন্দ্ৰই নিদ্ৰাবাণ মাৰি ৰাক্ষসীবিলাকক অচেতন কৰিছিলে।

॥ মৃগ মাৰি ৰামৰ প্ৰত্যাৱৰ্তন আৰু সীতা-অন্বেষণ ॥

মাৰীচক বধ কৰি সীতাদৰ্শনৰ বাবে উদগ্ৰীৱ হৈ কুটীৰৰ ফালে গৈ থকা ৰামে এটা শিয়ালে অমংগল সূচনা কৰা দেখি ভাবিলে — মাৰীচে তেওঁৰ স্বৰ অনুকৰণ কৰি কৰা আৰ্তনাদ শুনি সীতাই নিশ্চয় লক্ষ্মণক পঠাই দিছে আৰু সেই চলতে ৰাক্ষসে সীতাৰ অনিষ্ট সাধন কৰিছে (গৌঃ ৩।৬৩।১-১২)। এইদৰে গৈ থাকোঁতে ৰামে মৃগ-পক্ষীগণে কৰা অমঙ্গলীয়া আচৰণ দেখিবলৈ পালে। তেনেতে বিষণ্ণ বদনেৰে লক্ষ্মণ আহি ৰামৰ ওচৰ পালেহি। ৰামে সীতাৰ মৃত্যুৰ আশংকা কৰি সীতাক এৰি অহাৰ বাবে লক্ষ্মণক তিৰস্কাৰ কৰিবলৈ ধৰিলে।

তেওঁলোকে আশ্ৰমত গৈ সীতাক নাপাই বিহাৰস্থানসমূহত বিচাৰি চালে। তাতো নাপাই ৰামে লক্ষ্মণক সীতাক এৰি থৈ গৈ তেওঁ কিয় ৰামৰ আদেশ লংঘন কৰিলে, সেই কথা সুধিলে। লক্ষ্মণে তেতিয়া সকলো বিৱৰি ক'লে (৩।৬৬ আৰু ৬৭ সঃ)। ৰামে পৰ্ণশালাত সীতাক নাপাই ফল-মূল অথবা পানী আনিবলৈ গৈছে বুলি, নাইবা সীতাই পৰিহাস কৰিবলৈ ক'ৰবাত লুকাই আছে বুলি বিচাৰিবলৈ ধৰিলে। কদম্ব, বিল্ব, অৰ্জুন, তিলক, অশোক আদি বৃক্ষসমূহক উন্মাদ হৈ সীতাৰ সংবাদ সোধাৰ বৰ্ণনা বাল্মী, ৰামায়ণত অতি মৰ্মস্পৰ্শী (৩।৬৮।১১-২০)। ৰামে উদ্ভ্ৰান্ত হৈ বনে বনে পৰ্বতে-প্ৰস্ৰৱণে সীতাক বিচৰি তলাচ কৰিলে।

কন্দলীৰ ৰামায়ণত সীতা-অন্বেষণৰ বৰ্ণনা অতি সংক্ষিপ্ত (৩৩০৭-৩৩২৭ পদ)। মূল কাহিনীভাগত কোনো পৰিবৰ্তন ঘটা নাই যদিও কন্দলীৰ এই বৰ্ণনাত বাল্মীকিৰ শোকজন্মা কবিত্বৰ আভাস পোৱা নাযায়। বাল্মী,

ৰামায়ণত ৰাম-লক্ষ্মণে দণ্ডকাৰণ্যত সীতাক পাত-পাতকৈ বিচাৰি ফুৰোঁতে ৰামে নানা প্ৰকাৰে বিলাপ কৰা আৰু লক্ষ্মণে ৰামক সান্ত্বনা দিয়াৰ যি বিস্তৃত বৰ্ণনা দিয়া হৈছে, সেয়া কাব্যিক প্ৰয়োজনতে দিয়া নহয়; দণ্ডকাৰণ্যৰ দৰে গভীৰ, ব্যাপক অৰণ্যত ৰাজ্যভ্ৰষ্ট, পিতৃহাৰা ৰামৰ প্ৰিয়তমা দুখৰ সহচৰীৰ বিয়োগত সি স্বাভাৱিক ঘটনাও।

অনেক বিচাৰিও ৰামে সীতাক নাপাই তেওঁৰ বাণেৰে সুৰাসুৰ, যক্ষ-ৰাক্ষস সকলোকে মাৰিবলৈ উদ্যত হোৱাৰ বৰ্ণনা কন্দলীৰ ৰামায়ণত মূলৰ অনুবৰ্তী। মূলত ৰামে এই সময়ত ধৰ্মৰ ওপৰত আস্থা হেৰোৱাৰ কাৰণ দৰ্শাইছে — "মই ৰাজ্য আৰু দীনা জননীক এৰি থৈ স্বধৰ্মক আগ স্থান দি দণ্ডকবনত প্ৰৱেশ কৰিলোঁহি। ধৰ্মাকাংক্ষী পিতৃৰ বচন পালন কৰা মোৰ সীতাক কিন্তু ধৰ্মই ৰক্ষা নকৰিলে। ধৰ্মক প্ৰাধান্য দিয়া লোকৰ ক্ষেত্ৰত যদি ধৰ্মসেতু নাশ পায়, তেতিয়া সেই ব্যক্তি থিয় হৈ নাস্তিক হৈ পৰে। সীতাক যদি কিহবাই খালে বা কোনোবাই হৰি নিলে, তেনে দেৱতাসকলে আৰু কিহেৰে মোক সন্তোষ দান কৰিব (গৌ: ৩।৭১।৩৪-৩৬)।" স্বভাৱ শীতল ৰামে উগ্ৰমূৰ্তি ধাৰণ কৰাৰ কাৰণ স্বৰূপ এই কথাখিনি কন্দলীয়ে উল্লেখ নাই কৰা।

ক্ৰুদ্ধ ৰামক শান্ত কৰিবলৈ লক্ষ্মণে কোৱা কথাখিনি কন্দলীৰ ৰামায়ণত মূলৰ লগতে একে নহয়। মূলত ইয়াৰ আগতেই ৰামে এঠাইত সীতাৰ অলংকাৰৰূপৰা খসি পৰা স্বৰ্ণবিন্দু আৰু ৰক্ত কণিকা মাটিত পৰি থকা দেখিবলৈ পাই, সেই ঠাইত সীতাক লৈ দুই ৰাক্ষসৰ মাজত কন্দা-আজোৰা লাগিছিল বুলি অনুমান কৰিছিলে। তাৰ পাছত ৰাম-লক্ষ্মণে ক্ৰমে এখন স্বৰ্ণবিভূষিত ধনু, এটা কৱচ, এটা ৰাজছত্ৰ ছিন্ন-ভিন্ন হৈ মাটিত পৰি থকা দেখিবলৈ পালে। এখন ৰথ, ৰাহক গাধকেইটা আৰু সাৰথিকো বিধ্বস্ত হৈ পৰি থকা দেখা পালে। সেয়া কোনোবা ৰাক্ষসে ৰামৰ ওপৰত প্ৰাণান্তিক প্ৰতিশোধ লৈ গুচি গৈছে বুলি ৰামে অনুমান কৰিলে (গৌৰ: ৩।৬১।৭-১১)।

ৰামৰ ক্ৰোধ শান্ত কৰাৰ সময়ত লক্ষ্মণে কৈছিলে — "আপুনি মৃদু স্বভাৱৰ শান্ত পুৰুষ; আপুনি সমস্ত প্ৰাণীৰ হিত সাধনত ৰত; এতিয়া ক্ৰোধৰ বশৱৰ্তী হৈ আপুনি সেই স্বভাৱ ত্যাগ কৰা উচিত নহয়। × × × এই

যুদ্ধসজ্জাৰে সজ্জিত ৰথখন কাৰ আৰু তাক কোনে ভাঙিলে ? তেওঁলোকৰ ধাৰুলী আৰু ৰথৰ চকাই তল-ওপৰ কৰি থোৱা ভগ্ন অংশ ঠাইখনত সিঁচৰতি হৈ লাগিছিলে। ইয়াত সেনা বাহিনীৰ খোজ নাই দেখা; এই খোজ একেজন বা দুজন লোকৰহে। আপুনি এজনৰ দোষত সমস্ত লোক সংহাৰ কৰা উচিত নহয়। বৰাসকল যত্ন, প্ৰশান্ত আৰু উপযুক্ত দণ্ড বিধায়ক (গোঃ ৩।৭২।৪,৯-১২)।" ইয়াৰ বাহিৰেও লক্ষ্মণে ৰামক আৰু ভালেখিনি কথা কৈছিলে (৩।৭২।১৩-২১)।

কন্দলীৰ ৰামায়ণত অগ্নিশৰ এৰিবলৈ উদ্যত হোৱা ৰামক শান্ত কৰিবলৈ লক্ষ্মণে কৈছে —

প্ৰজাক সংহৰি আৰে পাইবো কোন ফল ॥ ৩৩৩৫
আপদত ক্ৰোধ যেৱে কৰিবা আপোনে।
জগতৰ বৰ্জ্জবক বুজাইব কেমনে ॥

ইয়াত লক্ষ্মণে ৰামক 'যুক্তদণ্ড' বক্তাৰূপে নহয়, পৰমেশ্বৰ ৰূপেহে কৰ্তব্য সোঁৱৰাই দিছে —

তুমিসে শংকৰ ব্ৰহ্মা তুমিসে দৈত্যাৰি।
নিমিষেকে ত্ৰিভুবন দহিবাক পাৰি ॥ ৩৩৩৬
আপুনি সজিলা ইটো সকলে জগত।
তাক সংহৰিবা আৰে কমন মহত ॥

মৃগৰ দৰে ৰামক 'শীতল স্বভাৱ এৰি উগ্ৰ কেনে ভৈলা' আৰু 'একৰ দোষত কেনে মাৰিবা সবাক/চিন্তিয়ো উপায় পাই যিমতে সীতাক' বুলিও লক্ষ্মণে কৈছে। ইয়াত এই সময়তহে ভগা ৰথ এখন দেখি ৰামে লক্ষ্মণক দেখুৱাইছে আৰু ভগ্নৰথ দেখি সৰ্ব কাৰ্য্যক বুজিল/সীতাৰ কাৰণে এথা দুই বীৰ যুজিল ॥'

॥ জটায়ুৰ লগত সাক্ষাৎ ॥

সীতাক বিচাৰি গৈ ৰাম-লক্ষ্মণে তেজেৰে বুৰবুৰি-পুৰুৰি হৈ পৰি থকা জটায়ুক দেখিলে। সেই গৃধ্ৰৰূপী ৰাক্ষসেই সীতাক খালে বুলি জটায়ুক বধ কৰিবলৈ ৰাম উদ্যত হ'ল (গোঃ ৩।৭৪।১১-১৪)। তেতিয়া জটায়ুৱে তেওঁ ৰাৱণে হৰি নিয়া সীতাক উদ্ধাৰ কৰিবলৈ গৈ ৰাৱণৰ ৰথ, ধনু, ছত্ৰ আদি বিনষ্ট

ৰুবাৰ কথা আৰু অৰণ্যেদত ৰাৱণে তেওঁক পৰা হেদ কৰি পেলাই থৈ সীতাক কোলাত তুলি আকা-শপথিৰে গুচি যোৱাৰ কথা বিবৰি কলে। তাৰ পাছতে জটায়ুৱে নিজৰ পৰিচয় দি ক'লে —

অহং পিতুৰ্বয়স্য স্তে জটায়ুৰ্নাম নামতঃ।
তবাৰ্থং নিধনং প্ৰাপ্তো যুধ্যমানো মহাহৱে ॥ ২৩

"মই জটায়ু নামেৰে তোমাৰ পিতাৰাৰ মিত্ৰ; মই মহাযুদ্ধত প্ৰবৃত্ত হৈ তোমাৰ কাৰণতে নিহত হৈছোঁ।" জটায়ুৱে ৰামক এইদৰে পৰিচয় দিব-লগীয়া হোৱাৰ পৰা বুজিব পাৰি যে জটায়ুৰ লগত ৰামৰ প্ৰথম সাক্ষাৎ এই সময়তহে হৈছে; আগৰ প্ৰসংগটো পৰৱৰ্ত্তী সংযোজনাহে।

কন্দলীৰ ৰামায়ণতো জটায়ুৰ লগত ৰাম-লক্ষ্মণৰ এইদৰে সাক্ষাৎ ঘটাৰ বৰ্ণনা সংক্ষেপে হ'লেও মূলৰ দৰেই দিয়া হৈছে। ৰামে জটায়ুক ৰাৱণৰ বিষয়ে সোধা কথাখিনিও মূলৰ অনুৰূপ। মূলত ৰামে সেই কথাখিনি সোধাৰ আগতে জটায়ুক কৈছিলে — "ক্ষত-বিক্ষত আপোনাক মই সুস্থ কৰি থৈ যাব খোজোঁ; আপুনি সহস্ৰ বছৰ জীয়াই থাকক (৩।৭৪।৬)।" এই প্ৰস্তাৱৰ উত্তৰত জটায়ুৱে একো কোৱা নাছিলে।

কন্দলীৰ ৰামায়ণতো ৰামে জটায়ুক কৈছিলে — "তোমাক জীয়াইবো পিতৃ সমান চটক।" তেতিয়া —

জটায়ু বোলন্ত হেন সুবুলিবা মোক।
অনুগ্ৰহ আছে যেৱে তেজিয়োক শোক ॥ ৩৩৫০
মদ্গতি ভৈলা তয়ু আগতে মৰিবো।
চটক যোনিতে মই সংসাৰ তৰিবো ॥
তুমিও কৰিবা পিণ্ড জলাঞ্জলি দান।
× × × তোমাৰ প্ৰসাদে ভৈলো সংসাৰৰ পাৰ ॥

ভকতীয়া বোল দি জটায়ুৰ এই উক্তি কন্দলীয়ে নিজাকৈ সৃষ্টি কৰি উলিয়াইছে। জটায়ুৰ আৰু কৈছে —

পৰম ঈশ্বৰ তুমি ভৈলা অৱতাৰ।
ৰাক্ষস কুলক তুমি কৰিবা সংহাৰ ॥

বিশ্ৰৱাৰ তনয় ৰাৱণ দুৰাচাৰ।
তাক মাৰি কাৰ্য্য সাধিবাহা দেৱতাৰ ॥ ৩৫৪৩
সীতাক লভিবা কীৰ্ত্তি কৰিবা বিস্তাৰ।
আকে কহি শুনি লোকে তৰিবে সংসাৰ ॥
মহাপাপ বিমোচন তয়ু গুণ নাম।

মূলত ৰামে ৰাৱণৰ কথা সোধাত জটায়ুৱে অস্ফুট বাক্যেৰে ৰাৱণে ধূম্ৰহোং-বৰষুণৰ বিপুল মায়াক আশ্ৰয় কৰি সীতাক লৈ গৈছে আৰু যুদ্ধত অৱস্থাত তেওঁক ডেউকা কাটি পেলাই থৈ ৰাৱণ দক্ষিণদিশে গৈছে বুলি ক'লে। তাৰ পাছত তেওঁৰ প্ৰাণ কণ্ঠ হৈ আহিছে বুলি কৈ সীতাক ৰামে ঘূৰাই পাব বুলি ক'লে, কাৰণ সীতা-হৰণৰ যিটো মুহূৰ্ত সেই সময়ত ধন হেৰালে ঘূৰাই পায়। তেজ বমিয়াই মৰণৰ দুৱাৰ-দলিত হৈ জটায়ুৱে ৰামক — "দক্ষিণ সাগৰৰ দ্বীপত বিশ্ৰৱাৰ পুত্ৰ, কুবেৰৰ ভ্ৰাতৃ ঐশ্বৰ্য্যশালী লংকাৰ ৰজা ৰাৱণে — !"এই বুলি কৈয়ে প্ৰাণত্যাগ কৰিলে (গৌ: ৩.৭৫।১২ )।

কন্দলীৰ ৰামায়ণত ওপৰত উদ্ধৃত কৰি অহা ( ৩৫৪০-৫৫ পদ ) কথাখিনি কোৱাৰ পাছত 'ৰাম ৰাম সুমৰন্তে' জটায়ুৰ প্ৰাণবায়ু বাহিৰ হৈছে। জটায়ুৰ কাষ্ঠ-সংস্কাৰ কৰি ৰাম-লক্ষ্মণে পিণ্ড-জলাঞ্জলি দিয়াৰ কথা মূলৰ অনুৰূপ। মূলত ৰাম-লক্ষ্মণে 'ৰোহীমাংস'ৰে পক্ষীগণৰ উদ্দেশ্যে বলি দিয়া বুলি আছে। ৰোহী শব্দৰ অৰ্থ এবিধ পহু, ৰৌমাহ, আঁহত আৰু বৰগছ ( ৰোহী ৰোহিত-কেশৰবটপাদপয়োঃ পুমানিতি কোষঃ )। কন্দলীয়ে তাৰ অনুবাদ ৰৌমাহ বুলি কৰিছে — 'ৰৌমাহে দিলন্ত চটকৰ কাকবলি।' মূলত জটায়ুৱে দুষ্কৰ আৰু যশস্কৰ কাৰ্য সাধন কৰি যুদ্ধত নিহত হৈ আৰু মহৰ্ষিতুল্য ৰামৰ দ্বাৰা সংস্কাৰ লাভ কৰি পুণ্যময় উত্তম গতি পালে (৩।৭৫।৪১) বুলি থকা কথাটো কন্দলীয়ে বাদ দিছে।

॥ ৰাম-লক্ষ্মণৰ কবন্ধৰ লগত সাক্ষাৎ ॥

জটায়ুক সংকাৰ কৰাৰ পাছত ৰাম-লক্ষ্মণে এৰাতি নিজৰ আশ্ৰমত কটাই জনস্থান ত্যাগ কৰিলে। জনস্থানৰ পৰা (পশ্চিমলৈ) তিনি ক্ৰোশ গৈ ক্ৰৌঞ্চা-লয় নামৰ অৰণ্যত তেওঁলোকে কবন্ধক দেখিবলৈ পায়। সেই ভয়ানক বিকৃতাকাৰ

ৰাক্ষসটোৰ ভিত্তি-মূৰ নাই; পেটতে এখন মুখ আৰু বুকুত এটা তীক্ষ্ণদৃষ্টি-সম্পন্ন পিঙ্গল বৰণৰ বিশাল চকু আছে। তাৰ পাহটো ছটা নোমেৰে ভৰা। এই মূৰ নাইকিয়া অথচ ক্ৰিয়াশীল ৰাক্ষসটোৱে তাৰ এক যোজন দীঘল বাহু দুটা মেলি ভালুক, হাতী আদি জীৱ-জন্তু ধৰি আনি ভক্ষণ কৰে। তাৰ আঠু দুটা ভগা (৩।৭৬।১-১১)। কন্দলীৰ ৰামায়ণত কবন্ধৰ একো বৰ্ণনা কৰা নাই; 'বনত ফুৰতে আছি আকুলিত হুই' ৰাম-লক্ষ্মণক কবন্ধই পাই গিলিবৰ উদ্দেশ্যে বলেৰে ওচৰ চপাই নিলে বুলি মাত্ৰ এষাৰি পদত কবন্ধৰ উত্থাপন কৰিছে।

মূলত কবন্ধই ৰাম-লক্ষ্মণক ধৰি নিলে যদিও কোনোপধ্যেই মুখত নি সুমুৱাব নোৱাৰিলে। তেতিয়া কবন্ধই ৰাম-লক্ষ্মণক সুধিলে — "বহা খড়্গ আৰু ধনু ধাৰণ কৰি বৃষস্কন্ধ তোমালোক দুজন কোন, এই ভীষণ অৰণ্যত মোৰ আহাৰ ৰূপে উপস্থিত হৈছাহি? তোমালোকৰ ইয়ালৈ অহাৰ অভিলাষ বা প্ৰয়োজন কি? কি কাৰণে মোৰ অধিকৃত স্থানত আহি উপস্থিত হৈছা (৩।৭৬।২৫,২৬)।" কবন্ধৰ কবলত পৰি ৰামে পৃথিৱীত অনুধাৱী বীৰসকলেও কালৰ বশ হৈ কষ্টভোগ কৰে বুলি লক্ষ্মণৰ আগত দুখ প্ৰকাশ কৰিলে আৰু মনে মনে কবন্ধৰ বাহুছেদ কৰিবলৈ স্থিৰ কৰিলে। ৰাম-লক্ষ্মণে উত্তৰ নিদিয়া দেখি কবন্ধই আকৌ ক'বলৈ ধৰিলে — "হে ক্ষত্ৰিয়শ্ৰেষ্ঠ, মোক ভোকত আতুৰ দেখি মোৰ আহাৰৰ কাৰণে উপস্থিত হৈ তোমালোক কিয় বৈ আছা।" তেতিয়া লক্ষ্মণৰ কথামতে ৰামে আৰু লক্ষ্মণে নিজেও কবন্ধৰ বাহুছেদ কৰে। ভীষণ শব্দ কৰি পৰি যোৱা মহাসুৰ কবন্ধই ৰাম-লক্ষ্মণক 'তোমালোক কোন' বুলি বংশনেৰে সুধিলে। তেতিয়া লক্ষ্মণে উত্তৰ দিলে — "এওঁ ইক্ষ্বাকুবংশীয় মহা যশস্বী ৰাম আৰু মই এওঁৰ কনিষ্ঠ ভ্ৰাতৃ লক্ষ্মণ। দেৱতাৰ দৰে প্ৰভাৱশালী এই ৰামৰ ভাৰ্য্যাক ৰাক্ষসে হৰি নিয়াত তেওঁক বিচাৰি আহি আমি ইয়াত উপস্থিত হৈছোঁ (গো: ৬।৭৬।৮-১১)।"

কন্দলীৰ ৰামায়ণত কবন্ধই ধৰি নিয়াত —

ৰাঘৱে বোলন্ত সিদ্ধি কৈকেয়ীৰ কাজ।
পাপিষ্ঠৰ কাজে প্ৰাণ যাইব যমৰাজ॥

ভৰতে কৰোক ৰাজ্য কৰি যতন।

তেতিয়া লক্ষ্মণে ৰামক শোক নকৰি খড়্গেৰে কবন্ধৰ বাহুচ্ছেদ কৰি-বলৈ ক'লে। কবন্ধই ৰাম-লক্ষ্মণক ক'লে — "তোমালোক ক'ৰ? হাতেৰে ধৰিয়েই তোমালোক ক্ষত্ৰিয় মহাবীৰ বুলি বুজিলোঁ। তোমালোকৰ টালোতে মোৰ বল টুটিল। দেৱাসুৰৰ ভিতৰত যিমান মুনিহ দেখিলোঁ, তাৰ ভিতৰত তোমালোকেই সকলোতকৈ বলী।" বলত যাটি যোৱা কবন্ধক দুয়ো বীৰে খাণ্ডাৰে বাহুচ্ছেদ কৰিলে। তেতিয়া কবন্ধই ৰং মনেৰে ৰাম-লক্ষ্মণৰ পৰিচয় সুধিলে।

কন্দলীয়ে কবন্ধ-বৃত্তান্তৰ এইখিনি কথা স্বকীয়ভাৱে বৰ্ণনা কৰাৰ দৰে লক্ষ্মণে কবন্ধক কোৱা কথাখিনিও স্বতন্ত্ৰীয়াকৈ লিখিছে। ইয়াত লক্ষ্মণে তেওঁলোকৰ পিতৃ দশৰথে কৈকেয়ীৰ কথামতে তেওঁলোকক বনলৈ পঠাই সন্তাপত প্ৰাণত্যাগ কৰাৰ কথা কৈ ৰামে বনৰ মাজত ঘৰিণীক হেৰুওৱাৰ কথা কৈছে। ৰামৰ ঘৰিণীক বিচাৰি ফুৰোঁতে তেওঁলোক তাত উপস্থিত হৈছেহি বুলি কৈ মূলত থকাৰ দৰে লক্ষ্মণে কবন্ধৰ পৰিচয় বিচাৰিছে।

বাল্মী. ৰামায়ণত লক্ষ্মণৰ কথা শুনি কবন্ধই আনন্দ মনেৰে দুয়ো বীৰক ৰাঘৱ জনালে আৰু ইন্দ্ৰৰ বচন সোঁৱৰণ কৰি ৰাম-লক্ষ্মণে তেওঁৰ বাহুচ্ছেদ কৰাটো সৌভাগ্যৰ কথা হৈছে বুলি ক'লে। কবন্ধৰ ৰাক্ষসৰূপৰ প্ৰতি বিতৃষ্ণা জন্মিল; ৰামৰ দুজনক দেখি তেওঁ কৃতাৰ্থ হ'ল। তেওঁ কীৰ্তিমান, মহাবীৰ্য, ধাৰ্মিক আৰু সত্যপৰাক্ৰম ভ্ৰাতৃদ্বয়ক দৰ্শন কৰি পাপপূৰ্ণ জীৱনৰ-পৰা মুক্ত হ'ল বুলি কৈছে (কীৰ্তিমন্তৌ মহাবীৰ্যৌ ধাৰ্মিকৌ সত্যবিক্ৰমৌ। সহিতৌ ভ্ৰাতৰৌ দৃষ্ট্বা মুক্তোঽহং পাপজীৱিতাৎ ॥ ৩।৭৭।১১)

কবন্ধই তাৰ পাছত তেওঁৰ পূৰ্ব বৃত্তান্ত কৈছে। পূৰ্বে তেওঁ কন্দৰ্প-সদৃশ ৰূপৱান লোক আছিল; শাপৰ ফলতহে তেওঁ কুৎসিত ৰূপ লাভ কৰে। তেওঁ যদিও সূৰ্য, চন্দ্ৰ, বৃহস্পতি আৰু শুক্ৰৰ দৰে সুন্দৰ আছিলে, তেওঁ ৰাক্ষসৰ ৰূপ ধৰি ঋষিসকলক ভয় খুৱাইছিলে। এদিন স্থূলশিৰা নামৰ ঋষি এজনক এইদৰে ভয় খুৱালত তেওঁ কবন্ধক সেই ৰাক্ষস ৰূপতে থাকিবলৈ শাপ দিলে। শাপৰ কেতিয়া অৱসান হ'ব বুলি সোধাত ঋষিয়ে ৰাম-লক্ষ্মণে বাহুচ্ছেদ কৰি দাহ কৰিলেহে কবন্ধই নিজৰ শ্ৰেষ্ঠ [illegible] ৰূপ লাভ কৰিব

বুলি ক'লে।

কবন্ধই গৌড়ীয় পাঠত নিজৰ পৰিচয় এই বুলি দিছে — "মোক শ্ৰীৰ মধ্যম পুত্ৰ দনু নামৰ দানৱ আৰু ইন্দ্ৰৰ কোপত এই (কবন্ধ) ৰূপ পোৱা বুলি জানিবা (৩।৭৭।৩০)।" এই দনুৱে উগ্ৰ তপস্যা কৰি ব্ৰহ্মাৰপৰা দীৰ্ঘ আয়ু লাভ কৰিলে। ইন্দ্ৰৰ লগত বিৰোধ কৰাৰ কাৰণে ইন্দ্ৰৰ বজ্ৰৰ আঘাতত দনুৰ উৰু দুটা আৰু মূৰটো শৰীৰ মাজ অংশত সোমাই পৰিল। দনুৱে প্ৰাৰ্থনা কৰাত ইন্দ্ৰই তেওঁক যোজন বিস্তৃত দুটা বাহু আৰু বুকুতে এখন মুখ দান কৰিলে। আৰু ক'লে যে ৰাম-লক্ষ্মণে বাহুছেদ কৰিলে দনুৱে স্বৰ্গ গমন কৰিব পাৰিব।

ৰামে দনুক সীতাক হৰণ কৰোঁতাজনৰ বিষয়ে কিবা জানে নেকি ক'বলৈ কোৱাত দনুৱে তেওঁক দগ্ধ কৰাৰ পাছতহে দিব্য জ্ঞান জন্মিব আৰু সীতাৰ কথা জনা লোকৰ সন্ধেদ দিব পাৰিব বুলি ক'লে। গাঁত খানি তাত স্থাপন কৰি ৰাম-লক্ষ্মণে দনুক দাহ কৰাত তেওঁ কবন্ধদেহ এৰি দিব্যৰূপ লাভ কৰিলে। তেওঁ ৰামক পশ্চিমদিশে থকা পম্পা নামৰ সৰোবৰ আৰু তাৰ ওচৰতে থকা ঋষ্যমূক পৰ্বতত সূৰ্যপুত্ৰ বানৰ-বীৰ সুগ্ৰীৱক পাবলৈ, সুগ্ৰীৱে ৰামৰ কাৰ্যসিদ্ধি কৰিব বুলি কৈ স্বৰ্গগামী হ'ল।

কন্দলীৰ ৰামায়ণত কবন্ধই ৰামক ধাৰ্মিক, সত্যপৰাক্ৰম বুলি সম্ভাষি 'অৱতাৰ' বুলিহে ভাবিছে। ইয়াত কবন্ধই 'পূৰ্বতে আছিলো আমি গন্ধৰ্বৰ বেশ বুলি কৈছে। কবন্ধই কোৱা নিজৰ পূৰ্ববৃত্তান্ত কন্দলীৰ ৰামায়ণত চমু হলেও মূলৰ অনুবৰ্তী। ইয়াত ৰামে নোসোধাকৈয়ে কবন্ধই নিজেই সীতাৰ অনুসন্ধান সম্পৰ্কত দিহা দিছে। মূলত কবন্ধই ৰামক পশ্চিমলৈ যোৱা বাটটোৰেদি (প্ৰতীচিং দিশমাশ্ৰিত্য) যাবলৈ কৈছিলে; ইয়াত 'পূৰ্বদিশে যাহা' বুলিহে কৈছে। মূলত কবন্ধই মতঙ্গ মুনিৰ শিষ্যসকলৰ সহচাৰিণী শবৰী নামৰ শবৰীক ৰামে লগ পাবলৈ বুলি কৈছিলে; কন্দলীৰ ৰচনাত কবন্ধই শবৰীৰ কথা কোৱা নাই।

গৌড়ীয় পাঠৰ মতে ৰামে সেই ঠাইৰপৰা পূৰ্বদিশলৈ গৈছে, পম্পা

সৰোবৰ পাইছেগৈ —

তৌ কবন্ধেন তং মাৰ্গং পম্পায়া দৰ্শিতং বনে।
আদায় তস্থতুঃ প্ৰাচীং দিশং দশৰথাত্মজৌ ॥ ৩।৭১।২

পশ্চিমোত্তৰীয় পাঠত আগতে 'প্ৰতীচিং দিশমাশ্ৰিত্য' বুলি কোৱাৰ দৰে ( পশ্চিমোঃ ৩।৭৩।২, গৌ: ৩।৭৮।২) এই প্ৰসংগতো পশ্চিম দিশলৈ বুলিহে কৈছে (আতস্থতুৰ্দিশং গৃহ্য প্ৰতীচিং নৃপৱৰাত্মজৌ ॥ ৩।৭৪।২)। আনহাতেদি এই দুয়োটা পাঠতে ৰাম-লক্ষ্মণে দূৰ বাট অতিক্ৰম কৰি গৈ পম্পা সৰোবৰৰ পশ্চিম পাৰত উপস্থিত হ'লগৈ বুলি আছে (গৌঃ ৩।৭৯।৫, পঃ ৩।৭৪।৫)। প্ৰকৃততে পূবত থকা বস্তু এটালৈ পশ্চিমৰপৰা গ'লে তাৰ পশ্চিম সীমাটো পোৱাটোহে স্বাভাৱিক। আজি কালি তমিলনাডু ৰাজ্যৰ অন্তৰ্গত বেল্লাৰী জিলাৰ হোস্পেট নামৰ ঠাইখনৰ ওচৰত থকা 'হাম্পী' নামৰ সৰোবৰেই ৰামায়ণৰ পম্পা সৰোবৰ বুলি কথিত আছে। মাধৱকন্দলীৰ ৰামায়ণত আকৌ সৰোৱৰখনৰ নাম চম্পা বুলি আছে। অৱশ্যে এইটো লিপিকাৰৰ প্ৰমাদো হ'ব পাৰে।

॥ শবৰী-বৃত্তান্ত ॥

কবন্ধই ৰামক মতঙ্গ মুনিৰ আশ্ৰমৰ কথা কওঁতে মতঙ্গৰ শিষ্য সুসমাহিত ঋষিবৃন্দৰ সহচাৰিণী শ্ৰমণা ( পাঠান্তৰত শ্ৰমণা ) নামেৰে চিৰজীৱিনী শবৰী এগৰাকী তাত থকাৰ কথা কৈছিলে ( ৩।৭৮।১৭-২০ )। সদায় ধৰ্ম-পৰায়ণ, সৰ্বভূতৰ নমস্কাৰৰ যোগ্য দেৱোপম ৰামৰ দৰ্শন পালেই সেই শবৰীয়ে স্বৰ্গগমন কৰিব। ৰাম গৈ পম্পা সৰোবৰৰ পাৰত থকা শবৰীৰ আশ্ৰমত উপস্থিত হ'ল। ৰাম-লক্ষ্মণৰ চৰণত প্ৰণতা হোৱা শবৰীক ৰামে তেওঁৰ তপশ্চৰ্য্যাৰ কথা সুধিলে। তেতিয়া সিদ্ধজনৰ সেৱিতা সিদ্ধা শবৰীয়ে পূৰ্বে যাৰ সেৱা-শুশ্ৰূষা কৰি আছিলে, সেই মতঙ্গ মুনিৰ শিষ্যসকলৰ কথা ক'বলৈ ধৰিলে। ৰাম চিত্ৰকূটত উপস্থিত হোৱাৰ আগতেই সেই মতঙ্গশিষ্যসকল স্বৰ্গগামী হ'ল। তেওঁলোকে শবৰীক ৰামৰ শুশ্ৰূষা কৰি অক্ষয় স্বৰ্গ লাভ কৰিব বুলি কৈ গৈছিল।

শবৰীয়ে বনৰ ফল দি ৰাম-লক্ষ্মণক অতিথি-সংকাৰ কৰিলে আৰু ৰামে ইচ্ছা প্ৰকাশ কৰাত দুয়ো ভাইক সমস্ত মতঙ্গ বনখন দৰ্শন কৰালে। শেষত তেওঁ মতঙ্গবনত আগতে বাস কৰা স্বৰ্গগত ঋষিসকলৰ ওচৰলৈ যাবলৈ ৰামৰ অনুমতি বিচাৰিলে। শবৰীয়ে অগ্নিত আত্মাহুতি দি দিব্যৰূপ লাভ কৰিলে; সমাধিৰ বলত তেওঁ পূজনীয় ঋষিসকলৰ সমীপলৈ গতি কৰিলে। শবৰীয়ে নিজ কৰ্মৰ দ্বাৰা দিব্যলোক লাভ কৰিলে (দিৱং তস্যাং যাতায়াং শবৰ্য্যাং স্বেন কৰ্মণা। ৩।৮০।১)। এই কাহিনীত শবৰজাতীয়া তপস্বিনীগৰাকীৰ নিজ তপস্যাৰ মহিমাৰ ওপৰতহে অধিক গুৰুত্ব প্ৰকাশ পাইছে, পৰমেশ্বৰ ৰামৰ দৰ্শন কৰাৰ ওপৰত নহয়।

কন্দলীৰ মতে দুই ভায়ে গৈ 'চম্পা' সৰোবৰ পালেগৈ আৰু 'চম্পাৰ ভিতৰে বসি আছে এক সিদ্ধা/নামত শবৰী তাই অতি বৰ বৃদ্ধা ॥' সেই সিদ্ধাই 'নাৰায়ণ জানিয়া নামিলা ছুইৰ পৰে।' কন্দলীয়ে তাৰ পাছত লিখিছে 'অ'উৰে আউৰ কাহিনী কহিলা সেহি থাৰে।' ইন্দ্ৰই পঠাই দিয়া এক দিব্যযানত উঠি শবৰী অন্তৰ্ধান হ'ল। কন্দলীৰ ৰামায়ণত নিতান্ত চমু এই শবৰী-বৃত্তান্তই কোনো ঐতিহাসিক বা সামাজিক তাৎপৰ্য্য বহন কৰিব পৰা নাই।

বাল্মী. ৰামায়ণত পম্পা সৰোবৰ আৰু মতঙ্গবনৰ প্ৰাকৃতিক সৌন্দৰ্যৰ বহল বৰ্ণনা দিয়া হৈছে (গো: ৩।৭৮,৮০ সঃ)। চমু হ'লেও কন্দলীৰ ৰামায়ণত চম্পা সৰোবৰৰ বৰ্ণনা আকৰ্ষণীয় হৈছে। সেই সৌন্দৰ্য দেখি মূলৰ দৰে ইয়াতো ৰামৰ বিয়োগ-ব্যথা উথলি উঠিছে। অৱশ্যে মূলত প্ৰায় এটা সম্পূৰ্ণ সৰ্গত (৮১ সঃ) ৰামৰ বিৰহ বৰ্ণনা কৰা হৈছে।

মূলৰ দৰে কন্দলীৰ ৰামায়ণতো ৰাম-লক্ষ্মণ গৈ ঋষ্যমূক পৰ্বতত উপস্থিত হোৱাতে অৰণ্যকাণ্ডৰ সামৰণি পৰিছে। মূলত ৰাম-লক্ষ্মণক দেখি সুগ্ৰীৱাদি পঞ্চবানৰ সন্ত্ৰস্ত হৈছে (৩।৮২।৫৩)। কন্দলীৰ ৰামায়ণত ৰামে পৰ্বতত উঠি পঞ্চবানৰক দেখাতে অৰণ্যকাণ্ড সমাপ্ত হৈছে।



প্ৰকাশৰ পথত —

মাধৱকন্দলীৰ কিষ্কিন্ধাকাণ্ড, সুন্দৰাকাণ্ড আৰু লংকাকাণ্ড, শংকৰদেৱৰ উত্তৰাকাণ্ড আৰু হৰিবৰ বিপ্ৰৰ 'লৱ-কুশৰ যুদ্ধ'ৰ আলোচনাৰে —

## ।। অসমীয়া ৰামায়ণী সাহিত্য ।।

### ।। কথাবস্তুৰ আঁতিগুৰি ।।

### ।। দ্বিতীয় খণ্ড ।।

— আৰু —

## असमीया लोकसाहित्यमें रामकथा

নিচুকনিগীত, বিয়ানাম, হুচৰি নাম, নাওখেলোৱা গীত, চুলীয়ামালিতা আৰু মৃদংগমালিতা, অন্য লোকগীত, মন্ত্ৰসাহিত্য, ফকৰা-যোজনা প্ৰভৃতি অসমীয়া লোকসাহিত্যত থকা ৰাম-কথাৰ আঁতিগুৰিৰ সন্ধান দিবলৈ হিন্দী ভাষাত লিখা-গ্ৰন্থ ।